# অসম কেশৰী অম্বিকাগিৰী



সম্পাদনা

শ্ৰীঅক্ষয় কুমাৰ মিশ্ৰ

শ্ৰীগোবৰ্ধন দাস



অম্বিকাগিৰী ৰায়চৌধুৰী জন্ম-শতবাৰ্ষিকী

উদ্‌যাপন সমিতি, বৰপেটা

**Asom Keśarī Ambikāgirī,** a Commemoration volume in Assamese edited by Akshay Kr. Misra and Gobardhan Das and published by Ramesh Das, General Secy., Ambikagiri Roychoudhury Birth Centenary Celebration Committee, Barpeta, January, 1986.

---

প্ৰকাশক

শ্ৰীৰমেশ দাস, সাধাৰণ সম্পাদক, অম্বিকাগিৰী জন্ম-শতবাৰ্ষিকী উৎসৱ উদ্‌যাপন সমিতি, বৰপেটা ।

অম্বিকাগিৰী-বাণীকান্ত সাহিত্য ভৱন

বৰপেটা - ৭৮১৩০১

১৮ জানুৱাৰী, ১৯৮৬



সম্পাদনা সমিতি -

সভাপতি- শ্ৰীনৰেন্দ্ৰ নাথ পাটোৱাৰী

সম্পাদক - শ্ৰীঅক্ষয় কুমাৰ মিশ্ৰ

শ্ৰীগোবৰ্ধন দাস

সদস্যসকল - সৰ্বশ্ৰী তিলক দাস, গোকুল পাঠক, ৰমেশ দাস, ফুলকুমাৰী কলিতা

বেটুপাত - শ্ৰীধ্ৰুব ডেকা, গুৱাহাটী আৰ্টিষ্ট গিল্ড

মূল্য ঃ ত্ৰিশ টকা মাত্ৰ

ছপাশাল

শ্ৰীগুৰু প্ৰেছ

গুৱাহাটী - ১১



# সাধাৰণ সম্পাদকৰ নিৱেদন

১৯৮৫ চনৰ ১৮ ডিচেম্বৰত অম্বিকাগিৰী ৰায়চৌধুৰীৰ জন্মৰ এশ বছৰ পূৰ্ণ হৈছে আৰু তদুপলক্ষ্যে অসমৰ ঠায়ে ঠায়ে শত বাৰ্ষিকী উৎসৱ পালিত হৈছে । অসম সাহিত্য সভায়ো সভাৰ এগৰাকী প্ৰাক্তন সভাপতি হিচাপে অম্বিকাগিৰীৰ জন্ম-শত বাৰ্ষিকীত শ্ৰদ্ধা নিৱেদন কৰিবলৈ বৰপেটা, গুৱাহাটী, যোৰহাট আৰু ডিব্ৰুগড়ত কেন্দ্ৰীয় অনুষ্ঠানৰ আয়োজন কৰিছে । নিৰ্ধাৰিত কাৰ্য-সূচী মতে বৰপেটাত এই অনুষ্ঠানটো ১৯৮৫ চনৰ ১৮ ডিচেম্বৰতে পাতিব লাগিছিল ; কিন্তু হঠাতে ৰাজ্যখনত নিৰ্বাচনৰ দিন (১৬ ডিচেম্বৰ) ঘোষিত হোৱাত শতবাৰ্ষিকীৰ অনুষ্ঠানো পিছুৱাই দিব লগা হয় । ১৯৮৬ চনৰ ১৮,১৯,২০ জানুৱাৰীত পৰিৱৰ্তিত কাৰ্য-সূচীৰে বৰপেটাত শতবাৰ্ষিকী উৎসৱৰ আয়োজন কৰা হৈছে ।

উৎসৱ উপলক্ষ্যে এই গ্ৰন্থখন ৰাইজৰ হাতত তুলি দিবলৈ পাই আনন্দিত হৈছোঁ । অসমৰ জাতীয় চৈতন্যৰ সাম্প্ৰতিক নৱ-উন্মেষৰ কালত বিশিষ্ট সাহিত্যিক, অসমৰ স্বাৰ্থৰ একালৰ জাগ্ৰত প্ৰহৰী, বহুমুখী প্ৰতিভাৰ গৰাকী অসম কেশৰী অম্বিকাগিৰীৰ সোঁৱৰণিয়ে জাতিক চিৰকাল অনুপ্ৰেৰণা দি থাকিব ।

ৰাইজে পুথিখন সমাদৰে গ্ৰহণ কৰিলে শত বাৰ্ষিকী উদ্‌যাপন সমিতিৰ যত্ন সাৰ্থক হ'ব ।

শত বাৰ্ষিকী উৎসৱৰ বিভিন্ন ক্ষেত্ৰত বহুতো সদাশয় ব্যক্তি আৰু অনুষ্ঠান-প্ৰতিষ্ঠানে আমালৈ সহায়-সহানুভূতি আগ বঢ়াই এই জাতীয় বীৰজনালৈ স্মৃতি-শ্ৰদ্ধাঞ্জলি যাচিছে । এই ছেগতে সেই সকললৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ ।

বৰপেটা
৬।১।৮৬ ইং

**শ্ৰীৰমেশ দাস**
সাধাৰণ সম্পাদক
অম্বিকাগিৰী ৰায়চৌধুৰী জন্ম-শতবাৰ্ষিকী
উদ্‌যাপন সমিতি, বৰপেটা ।

# সম্পাদনাৰ কথা

অম্বিকাগিৰী ৰায়চৌধুৰীৰ জন্ম-শত বৰ্ষ পূৰ্তিৰ অৰ্ঘ্য স্বৰূপে এই গ্ৰন্থখনত অম্বিকাগিৰীৰ সামগ্ৰিক জীৱন আৰু সমসাময়িক অৱস্থাৰ বিভিন্ন দিশ সামৰিবৰ যত্ন কৰা হৈছিল। নানা কাৰণত সি আশানুৰূপ হৈ নুঠিল। গ্ৰন্থৰ কলেৱৰ বৃদ্ধি আৰু আমাৰ সীমাবদ্ধতাই ইয়াৰ ঘাই কাৰণ। কলেৱৰ বৃদ্ধিৰ আশংকাতে ইয়াত বিস্তৃত ভূমিকাটো সন্নিৱিষ্ট কৰিব পৰা নগ'ল। কেবাটাও প্ৰবন্ধ ছপাশালত অপাৰেটিং কৰাৰ পাছতো গ্ৰন্থখনৰ পৰা বাদ দিয়া হৈছে। আশা কৰোঁ, লেখক-লিখিকা আৰু পঢ়ুৱৈসকলে আমাৰ অৱস্থাটো উপলব্ধি কৰিব।

সম্পাদনাৰ ক্ষেত্ৰত বিভিন্ন ব্যক্তি আৰু অনুষ্ঠান-প্ৰতিষ্ঠানে আমাক বিভিন্ন প্ৰকাৰে সহায় কৰিছে। তেওঁলোকৰ প্ৰতি আমি কৃতজ্ঞ। শ্ৰীমণীন্দ্ৰ দাসে ডঃ বাণী-কান্ত কাকতিৰ প্ৰবন্ধটো আৰু ডঃ অঞ্জলি শৰ্মাই ডঃ গোৱিন্দ প্ৰসাদ শৰ্মাৰ প্ৰবন্ধটো মূল ইংৰাজীৰ পৰা অনুবাদ কৰি দিছে। কমলনাৰায়ণ চৌধুৰী (পাছত পৰলোক-গত), শ্ৰীনিৰোদ চৌধুৰী আৰু ডঃ মহেশ্বৰ নেওগদেৱে নিজৰ নিজৰ একোটা প্ৰবন্ধ প্ৰকাশ কৰিবলৈ সাদৰে অনুমতি দিছে। শ্ৰীভগগিৰী ৰায়চৌধুৰী, শ্ৰীজয়ন্ত দত্ত, শ্ৰীৰমা বৰঠাকুৰ, শ্ৰীদেৱকান্ত কাকতি, শ্ৰীঅঞ্জনলাল চৌধুৰী, শ্ৰীবনগোপাল পাঠক (ধন) আৰু এম-ইলিমুদ্দিন দেৱানে কেবাখনো দুষ্প্ৰাপ্য ছবিৰ যোগান ধৰি আমাক অনুগৃহীত কৰিছে। আমাক আন আন প্ৰকাৰে অকুণ্ঠ সহায়-সহযোগ আগ বঢ়াই কৃতজ্ঞ কৰাসকল হ'ল ডঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, সাহিত্যাচাৰ্য শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা, শ্ৰীযোগেশ দাস, ডঃ গোৱিন্দ প্ৰসাদ শৰ্মা, ডঃ হীৰেন গোহাঁই, শ্ৰীইমদাদ উল্লাহ, শ্ৰীবেণুধৰ দাস, শ্ৰীকাছেম ভূঞা, শ্ৰীৰতন সাউদ, শ্ৰীহিৰণ্যজ্যোতি দাস, শ্ৰীকৌশল্যা দেৱী ৰায়চৌধুৰী, শ্ৰীশুচিব্ৰতা ৰায়চৌধুৰী, শ্ৰীঅনিমা দাস, শ্ৰীহেমাংগ দাস, শ্ৰীচাৰু দাস চৌধুৰী, শ্ৰীকমলা মিশ্ৰ, শ্ৰীভুৱন কলিতা আৰু শ্ৰীগুৰু প্ৰেছৰ স্বত্বাধিকাৰী আৰু কৰ্মতৎপৰ কৰ্মচাৰীবৃন্দ।

সম্পাদক

# সূচীপত্ৰ

# অম্বিকাগিৰী ৰায়চৌধুৰী

বাণীকান্ত কাকতি

অম্বিকাগিৰী ৰায়চৌধুৰীয়ে অসমীয়া সমাজত এজন কবি, গীতিকাৰ, সুৰকাৰ, সাংবাদিক, ৰাজনৈতিক আন্দোলনকাৰী আৰু স্বদেশ-প্ৰেমিক হিচাপে নিজকে প্ৰতিষ্ঠা কৰি গৈছে। ব্যৱসায়িক দিশত তেওঁ অসফল বুলি পৰিগণিত হৈছিল। এখনৰ পিছত এখনকৈ তেওঁৰ মূৰৰ ওপৰেদি পাৰ হৈ যোৱা দুখনো বিশ্ব-যুদ্ধই তেওঁক ধনী কৰিব নোৱাৰিলেও তেওঁলৈ অন্ততঃ আৰ্থিক স্বচ্ছলতাৰ বহু সুযোগ-সুবিধা আনি দিছিল, কিন্তু তেওঁ তাৰ এটাও গ্ৰহণ কৰিব নোৱাৰিলে। অসমীয়া আলোচনী 'ৰামধেনু'ত প্ৰকাশিত 'মই বিপ্লৱী, মই তাণ্ডৱী' বোলা কবিতাটোত ষাঠি বছৰীয়া কবিগৰাকীয়ে নিজকে বিপ্লৱী আৰু নৈৰাজ্যবাদী বুলি ঘোষণা কৰিছে আৰু জীৱন আৰু সমাজৰ পংকিলতাবোৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছে।

উত্তাল তৰংগায়িত বাক্-ভংগীত ৰচিত 'মই বিপ্লৱী মই তাণ্ডৱী' বোলা কবিতা-টোত স্বদেশ-প্ৰেমিক কবিৰ সমগ্ৰ দাৰ্শনিক-ৰাজনৈতিক জীৱনটো পৰিস্ফুট হৈছে। বিদ্ৰোহ আৰু অসহিষ্ণুতা তেওঁৰ চৰিত্ৰৰ প্ৰধান বৈশিষ্ট্য। প্ৰাত্যহিক সমাজ জীৱ-নৰ প্ৰতি তীব্ৰ অসন্তুষ্টি আৰু দুৰ্লভ আদৰ্শৰ প্ৰতি তীব্ৰ আকাংক্ষাই কবিক অহৰহ অস্থিৰ আৰু আলোড়িত কৰি ৰাখে। ৰায়চৌধুৰীৰ জীৱনত ঘটি যোৱা নিম্নোল্লেখিত ক্ষুদ্ৰ সত্য ঘটনাবোৰৰ পৰা তেওঁৰ চাৰিত্ৰিক বৈশিষ্ট্যৰ আভাস পোৱা যাব।

১৯০০ চনৰ এটা দিনৰ কথা। এখন জাহাজ যাত্ৰীসহ খোলাবন্ধাৰ পৰা ব্ৰহ্মপুত্ৰেৰে উজাই আহি পলাশবাৰীৰ ঘাটত ব'লহি। দুজন বঙালী বাবুৱে জাহাজ-খন ৰোৱা দেখি নামি পাৰত উঠিল আৰু এজনী বুঢ়ী পোহাৰীৰ পৰা কেইটামান ফল কিনিলে। কিন্তু তেওঁলোকে ফলৰ উচিত মূল্য নিদিলে। যেতিয়া পোহাৰী-জনীয়ে বাৰে বাৰে উচিত মূল্যখিনি দাবী কৰিলে, এজন বাবুৱে গেঁতাৰীক জোতাৰে কপালত গোৰ মাৰি তেজ উলিয়াই দিলে। তাত উপস্থিত থকা কোনোৱে বাবুদুজনৰ এই কাৰ্যৰ প্ৰতিবাদ কৰিবলৈ সাহস নকৰিলে। কিন্তু জাহাজৰে যাত্ৰী হৈ অহা এজন গাঁঠলু আৰু গহীন-গম্ভীৰ চেহেৰাৰ চৈধ্য বছৰীয়া ল'ৰাই জাহাজৰ পৰা কথা-টো বৰ্ত্য কৰি আছিল। তেওঁ পোনছাতেই বাবুদুজনৰ কাষলৈ চোঁচা মাৰি আহিল আৰু তেওঁলোকে বুঢ়ী তিৰোতাজনীক কিয় মাৰিলে সুধিলে। সেই বাবুজনে ক'লে যে তেওঁ উচিত কামকে কৰিছে। এনে উত্তৰে ল'ৰাজনক ভীষণ উত্তেজিত কৰি তুলিলে। তেওঁ বাবুদুজনৰ ওপৰত জপিয়াই পৰিল আৰু চৰ-কিল-ভুকু বৰ্ষণ কৰিবলৈ ধৰিলে। তেওঁলোক পানীত লুটি খাই পৰিল। ঘটনাটোৱে উপস্থিত সকলোৰে দৃষ্টি আকৰ্ষণ কৰিলে। জাহাজৰ ইংৰাজ কেপ্তেইনজনো ঘটনা-স্থলীত উপস্থিত হ'লহি। বাবু দুজনেই দোষী সাব্যস্ত হ'ল আৰু সেই চৈধ্য

বছৰীয়া ল'ৰাজনে দাবী কৰা মতে তেওঁলোকে তিৰোতাজনীক ক্ষমা খুজি পাঁচ টকা ক্ষতিপূৰণ দিলে। (সেই সময়ত পাঁচ টকা কম নাছিল)। এই সৰু ল'ৰা-জনেই আছিল অম্বিকাগিৰী ৰায়চৌধুৰী।

১৯০৪ চনত কিশোৰ অম্বিকাগিৰী ক্ষুদিৰাম বসু, বাৰীন্দ্ৰ ঘোষ আৰু উল্লাস-কৰ দত্তৰ প্ৰভাৱলৈ আহে আৰু সন্ত্ৰাসবাদী দলত যোগ দিয়ে। ১৯০৬ চনত তেওঁ চাৰ বেমফিল্ড ফুলাৰক হত্যা কৰাৰ উদ্দেশ্যে গুৱাহাটী-চিলং পথত এটা বোমা পুতি থৈছিল। কিন্তু সফল নহ'ল। পূৰ্বৰে পৰা এই ঘটনাৰ সন্দেহ পোৱা জনৈক সুৰেণ দাসগুপ্তই পুলিচক জনায় আৰু এই লৈ পুলিচে অম্বিকাগিৰীক জুলুমত পেলাইছিল।

১৯০৫ চনত তেওঁৰ দ্বাৰা ৰচিত বিদ্ৰোহাত্মক নাটক 'বন্দিনী ভাৰত' কটন কলেজিয়েট হাইস্কুলত অভিনীত হৈছিল। কিন্তু অভিনয় চলি থাকোঁতে পুলিচে মঞ্চৰ পৰাই নাটকখনৰ পাণ্ডুলিপিটো বাজেয়াপ্ত কৰে।

সন্ত্ৰাসবাদী দলৰ সদস্য হিচাপে অম্বিকাগিৰী ভাই পৰমানন্দৰ সৈতে পৰিচিত আছিল আৰু পৰমানন্দই তেওঁক বিশ্বস্ত আৰু সাহসী সৈনিক বুলি স্বীকৃতি দিছিল। সন্ত্ৰাসবাদী দলৰ কৰ্ম-সূচীয়ে তেওঁক ক্ৰমাগতভাৱে অধিক ব্যস্ত কৰি তুলিলে। ফলত তেওঁৰ প্ৰেমিকা ইন্দুমতীক দেখা কৰাও পাতলি আহিবলৈ ধৰিলে (এই ইন্দু-মতীয়েই তেওঁৰ পৰৱৰ্তীকালৰ 'তুমি' কাব্যৰ ৰহস্যময়ী আদ্যামূৰ্তি)। এদিন যেতিয়া ইয়াৰ কাৰণে ইন্দুমতীয়ে অম্বিকাগিৰীক নিঠুৰ বুলি অনুযোগ কৰিলে, তেওঁ তাৰ প্ৰতিবাদ কৰি উঠিল। ছোৱালীজনীয়ে তেতিয়া তেওঁৰ অবিচল প্ৰেমৰ নিশ্চিত প্ৰমাণ বিচাৰিলে। পাছ দিনা পুৱা কিশোৰ অম্বিকাগিৰীয়ে ধাৰাল দা এখনেৰে তেওঁৰ বাওঁ-হাতৰ কেঞ্চা আঙুলিৰ এপাৰ কাটি এটা ৰূপৰ টেমাত ভৰাই তেজেৰে এটুকুৰা কাগ-জত 'ইন্দুমতী, এয়া লোৱা মোৰ অবিচল প্ৰেমৰ নিদৰ্শন' বুলি লিখি টেমাটো ইন্দু-মতীৰ হাতত দি আহিল। ছোৱালীজনী বিস্ময়ত বিমূঢ় হ'ল।

১৯০৭ চনৰ পৰা ১৯১৫ চনলৈ অম্বিকাগিৰী বৰপেটাত অন্তৰীণ বন্দী হৈ থাকি-বলৈ বাধ্য হৈছিল। ইয়াতেই তেওঁৰ সাহিত্যিক জীৱন আৰম্ভ হয়। তেতিয়া বৰ-পেটাত বাংলা উপন্যাস, নাটক, কীৰ্তন আদিৰ ব্যাপক প্ৰচলন আছিল। সেয়ে তেওঁ অসমীয়া নাটক লিখি উলিয়ালে, নাট্যদল গঠন কৰি প্ৰশিক্ষণ দিলে, দুখীয়াৰ কাৰণে সাহায্য পুঁজি তৈয়াৰ কৰিলে, অসমীয়া পদ্ধতিৰ কুস্তিখেল প্ৰৱৰ্তন কৰিলে আৰু অলপ দিনৰ ভিতৰতে বৰপেটাৰ পৰা বঙালী প্ৰভাৱ নিৰ্মূল কৰিলে।

বৰপেটাত অন্তৰীণ হৈ থাকোঁতে অম্বিকাগিৰীয়ে নিৰ্জন মানসিক পৰিমণ্ডলত তেওঁৰ প্ৰেয়সী ইন্দুমতীৰ প্ৰেমৰ স্মৃতি ৰোমন্থন কৰে আৰু দীঘলীয়া প্ৰতীকধৰ্মী কবিতা 'তুমি'ৰ আলফুলীয়া শব্দৰ জালেৰে সেইবোৰ ধৰি ৰখাৰ চেষ্টা কৰে। 'তুমি'ৰ দৰ্শাক্ষৰী ক্ষিপ্ৰগতিৰ চুটি চুটি পদবোৰে এক অনুপম সাংগীতিক লয় আৰু সুষমা সৃষ্টি কৰিছে। তুমি কাব্য কবিৰ ইন্দ্ৰিয় আৰু ইন্দ্ৰিয়াতীত অনুভূতিৰে সিক্ত চিৰ-সুন্দৰৰ স্বৰূপ প্ৰকাশ। ইটালীয় ছোৱালী এমিলিয়া ভিভিয়ানিয়ে শ্যেলীক এপিচাই-কিডিয়ন ( Epypsychidion ) কবিতাটো ৰচনা কৰিবলৈ অনুপ্ৰাণিত কৰাৰ দৰে বঙালী ছোৱালীজনীয়েও ৰায়চৌধুৰীক এইদৰে কল্পনা-ৰাজ্যত বিচৰণ কৰিবলৈ অনুপ্ৰাণিত কৰিছিল। দুয়োজন কবিয়ে দেখা পায়ঃ



সেই গাভৰুৰ গোলাপী দেহৰ আঁৰত
পোহৰ, প্ৰেম আৰু অমৰত্বৰ আভা!

(Veiling beneath that radiant form of woman
Light, and love and immortality !)

দুয়োৱে অৰূপ-ৰূপক 'তুমি' বুলি সম্বোধন কৰিছে-

মেঘৰ আঁৰৰ তুমি চন্দ্ৰমা
মৰণৰ মাজত তুমি জীৱন
ৰূপৰ অতীত অৰূপ তুমি
তুমি ৰহস্যময়ী, তুমি সৌন্দৰ্যময়ী
জগত-কলাৰ তুমিয়েই সুষমা!

(Thou Moon beyond the clouds ?
Thou living form among the dead
Thou star above the form
Thou wonder, and thou Beauty
Thou Harmony of Nature's art !

কিন্তু শ্যেলী আৰু ৰায়চৌধুৰী দুয়োৰে চূড়ান্ত সিদ্ধান্ত একে নহয়।

এই কালছোৱাতে তেওঁৰ প্ৰেম-বিষয়ক কিছুমান সৰু সৰু গীতি-কবিতা ৰচিত হয় আৰু পাছত সেইবোৰ সংকলিত হৈ 'বীণা' নামৰ কিতাপ আকাৰে প্ৰকা-শিত হয়। তেওঁ এই কবিতাখিনি আকাশতকৈয়ো বিশাল, আলোকতকৈয়ো উজ্জ্বল, প্ৰেমতকৈয়ো পবিত্ৰ প্ৰেয়সীৰ চৰণত অৰ্পণ কৰিছে। কবিতাকেইটিত প্ৰেমৰ মন-স্তাত্বিক বিশ্লেষণ আছে।

ইয়াতেই শেষ হয় কবিৰ জীৱনৰ প্ৰথম আৰু যৌৱনৰ প্ৰেম, ৰোমাঞ্চ আৰু ৰাজনীতিৰ কাল।

১৯১৬ চনত নজৰ বন্দীৰ জীৱন শেষ হ'লত ৰায়চৌধুৰী গুৱাহাটীলৈ ফিৰি আহি সাংবাদিক জীৱন আৰম্ভ কৰি ভাগ্যৰ সন্ধান কৰে যদিও বিফল হয়। ১৯১৯ চনত তেওঁ অৰুণা প্ৰেছ প্ৰতিষ্ঠা কৰে আৰু চেতনা নামৰ মাহেকীয়া আলোচনী এখন উলিয়ায়। বিপ্লৱৰ কোনো গোন্ধ নোহোৱাকৈ সাহিত্য আৰু ৰাজনীতি বিষয়ক প্ৰব-ন্ধেৰে কাকতখন ভালেই চলিছিল। কাকতখনত বিপ্লৱৰ গোন্ধ নথাকিলেও ৰায়-চৌধুৰীৰ গাত হ'লে আছিল। এদিন এই প্ৰবন্ধ লেখক এটা আমোদজনক ঘটনাৰ সাক্ষী আছিল। কাকতখনৰ শিৰোনাম 'চেতনা'ৰ ঠিক তলত উপনিষদৰ এষাৰি অগ্নিগৰ্ভ কথাৰ উদ্ধৃতি আছিলঃ 'উত্তিষ্ঠত, জাগ্ৰত, প্ৰাপ্য বৰান্নিবোধতে।' বহুতে কথাষাৰত বিপ্লৱৰ গোন্ধ পাইছিল। এদিনাখন অম্বিকাগিৰী উপায়ুক্তৰ কাৰ্যালয়ৰ এগৰাকী আদহীয়া কেৰাণীৰ কাষ চাপিল (মানুহজনক তেওঁ সৰুৰে পৰা চিনি পায়) আৰু দাদা বুলি সম্বোধন কৰি একপি চেতনাৰ গ্ৰাহক হ'বলৈ ক'লে। স্বভাৱতে ভদ্ৰলোক-জন মাৰ্জিত আৰু সহানুভূতিশীল। কিন্তু সেইদিনা তেওঁ ক্ষিপ্ত হৈ চিঞৰি উঠিল- 'তুমি মোৰ চাকৰিটো খেদাই এই বুঢ়া বয়সত মোক লঘোনে মাৰিব খুজিছা? তুমি এইবোৰ কি কৰিছা? উত্তিষ্ঠত, জাগ্ৰত-এয়াতো একেবাৰে ৰাজদ্ৰোহৰ কথা!' কোনো কোনো মহলত তেওঁ তেনে ব্যৱহাৰেই পাইছিল।

১৯২১ চনত যেতিয়া অসহযোগ আন্দোলন আৰম্ভ হ'ল, ৰায়চৌধুৰীয়ে 'শতধাৰ' নামে এখন পুস্তিকা প্ৰচাৰ কৰি আন্দোলনত ইন্ধন যোগালে। পুস্তিকাখন বাজেয়াপ্ত হ'ল আৰু লেখকক জৰিমনা আৰু কাৰাদণ্ড দিয়া হ'ল। বন্ধনত থাকিলে কবিয়ে সদায় গীত জুৰিছিল। সেয়ে জেলৰ ভিতৰতো তেওঁ কিছুমান ৰাজনৈতিক উদ্দীপনা-ময় গীত ৰচনা কৰিলে। এই গীতবোৰত 'তুমি' আৰু 'বীণা'ৰ কোমলকান্ত লীলায়িত ছন্দ নাই, আছে হাতুৰীৰ তালে তালে গোৱা বজ্ৰনিৰ্ঘোষ মৰ্মবাণীৰ স্পন্দন। ৰায়চৌধুৰীয়ে জেলৰ ভিতৰত হাতুৰীৰে শিল ভাঙিব লগা হৈছিল। বন্দীশালত ৰচনা-কৰা গীতবোৰ পাছত ইংৰাজীলৈ অনূদিত হৈ Songs of the Cell নামেৰে সংকলিত হৈ প্ৰকাশ পায়। কিতাপখনৰ পহিলৰ শাৰীকেইটামানতে ইয়াৰ অন্তৰ্বস্তুৰ আভাস পোৱা যায় ঃ

এইটো নহয় হাঁহি তামচাৰ ভাগৰ জুৰোৱা গান
ইযে জীৱন-মৰণ একাকাৰ কৰা অগ্নি-বীণাৰ তান।

সংকলনটিৰ দশম আৰু একাদশ গীত দুটা ১৯২৬ চনত গুৱাহাটীত অনুষ্ঠিত নিখিল ভাৰত কংগ্ৰেছ মহাসভাৰ মুকলি অধিবেশনত গোৱাৰ উদ্দেশ্যে ৰচনা কৰা হৈছিল। এই গীতদুটা শ্ৰোতাৰ বাঃ বাঃ পোৱা সাধাৰণ ৰাজনৈতিক গীতৰ দৰে নাছিল। তেতিয়া ইয়াৰ দীঘল, বজ্ৰ-নিৰ্ঘোষ শাৰীবোৰৰ প্ৰৱল ঢৌৱে জনতাক ইমান অভিভূত কৰিছিল যে গীত দুটা পাছত মাদ্ৰাজ অধিবেশনতো প্ৰচাৰ কৰিব লগা হৈছিল।

ৰায়চৌধুৰীয়ে নিজৰ কৰ্মধাৰা আৰু ভাবাবেগক প্ৰগাঢ় চাঞ্চল্যৰূপত ৰাখিবলৈ সদায় উত্তেজনাপূৰ্ণ আঁচনি গ্ৰহণ কৰিছিল আৰু যদি পৰিবেশে কোনো সহাঁৰি নিদিয়ে, তেওঁ নিজেই এটা আঁচনি দাঙি ধৰিছিল। তেওঁ মুহূৰ্তৰ ভিতৰতে সাহায্য আৰু উদ্ধাৰকাৰী দলত কাম কৰিবলৈ স্বেচ্ছাসেৱক গোটাই আনিব পাৰিছিল। কাৰণ ৰোমান্টিক যুৱ-মানসৰ ওপৰত তেওঁৰ এক অদ্ভূত কৰ্তৃত্ব আছিল। যেতিয়া চৌৰী চৌৰাৰ মৰ্মন্তুদ ঘটনাৰ পাছত অসহযোগ আন্দোলনে ইয়াৰ বিপ্লৱী আবেদন হেৰুৱাই পেলালে, ৰায়চৌধুৰীয়ে তেতিয়াই আৰম্ভ কৰিলে অসম সংৰক্ষিণী সভা। কিছুদিনৰ পাছত অধিক বহল ভিত্তিত প্ৰতিষ্ঠা কৰিবলৈ নতুনকৈ ইয়াৰ নাম দিয়া হ'ল অসম জাতীয় মহাসভা। এই সভাদুখনে জাতীয় চেতনা জাগ্ৰত কৰিবলৈ আৰু সমাজসেৱাৰ প্ৰতি আগ্ৰহান্বিত কৰিবলৈ প্ৰভূত কাম কৰিছিল। কিন্তু ৰাজনৈতিক দলহিচাপে সভাদুখনে কোনো প্ৰশংসনীয় ভূমিকা ল'ব নোৱাৰিলে।

দোষটো অৱশ্যে তেওঁৰ গাতেই।

ৰায়চৌধুৰীয়ে সদায় নেতৃত্ব দিব বিচাৰে, কিন্তু মানিব নিবিচাৰে। তেওঁ এজন কবি, আৰু এজন কবিৰ গাত থকা সকলো ধৰণৰ আবেগ আৰু অসহিষ্ণুতা তেওঁৰ গাত আছিল। সাধাৰণতে তেওঁৰ সমাজ-পৰ্যালোচনা নিৰ্ভুল, কিন্তু নীতি-নিৰ্দেশবোৰ কবিত্বময়ী হোৱা কাৰণে সৰ্বসাধাৰণে সেইবোৰ বুজিব নোৱাৰে। তেওঁ শক্তিৰ অফুৰন্ত স্ফুৰণ আৰু সকলো সময়তে কিবা এটা কৰিবলৈ বিহবল। ব্যক্তিগত জীৱনত তেওঁ অনাড়ম্বৰ আৰু কঠোৰ আত্ম-সংযমী, প্ৰাণ ঢালি দিয়া স্বদেশ-প্ৰেমিক, নিস্বাৰ্থ আৰু অকপট। ৰায়চৌধুৰীৰ আঁচনিত সকলো কাব্যিক সৌন্দৰ্য বিদ্যমান যদিও বাস্তৱৰ আটাইবোৰ দিশ নাথাকে। তেওঁ নিজৰ আবেগত ইমান মত্ত হৈ থাকে যে আনে তেওঁৰ দৃষ্টিভংগী কিয় সম-



ৰ্থন নকৰে তেওঁ বুজি নাপায়। তেওঁ দুতলীয়া নাছিল; কাৰণ তেওঁ কূটনীতিবিদ নাছিল। তেওঁ শ্যেলীৰ দৰে এজন ভাববাদী বিপ্লৱী আছিল আৰু কোনো অসম্ভৱে তেওঁক টলাব পৰা নাছিল। মানৱৰ ক্ৰমবৰ্ধমান জনসংখ্যাৰ কাৰণে পৃথিৱীত ঠাঁয়ে নোজোৰা হৈছে, গতিকে যুদ্ধ অৱশ্যম্ভাৱী। যুদ্ধ কাৰ কাৰ মাজত লাগে সেইটো ডাঙৰ কথা নহয়। তেওঁৰ সমাধানৰ সূত্ৰটো হ'ল আমি মংগল, চন্দ্ৰ আদি গ্ৰহ-উপগ্ৰহলৈ গৈ মাটি বিচাৰিব লাগে। তেওঁ প্ৰিয়াক অফিল প্ৰেমৰ নিদৰ্শন দিবলৈ নিজৰ আঙুলি কাটি দুটুকুৰা কৰিব পাৰে আৰু তেজেৰে প্ৰিয়ালৈ চিঠি লিখিব পাৰে।

তেওঁ অনুভৱ কৰে, কিন্ত যুক্তি নিবিচাৰে। তেওঁৰ সংবাদ-সাহিত্যৰ গদ্য শৈলীত আছে লাইনচ্যুত ইঞ্জিনে প্ৰকাণ্ড লোৰ চিৰিকো বেকা কৰি দিব পৰা ধৰণৰ অমোঘ শক্তি। ঢালাই লোহাৰ সাঁচত গলাৰ দৰে তেওঁৰ অন্তৰত নিন্দা আৰু প্ৰশংসাৰ শব্দবোৰ তগবগাই থাকে আৰু সন্তুষ্ট নহয় মানে এটাৰ পিছত এটাকৈ উত্তপ্ত লাভাৰ দৰে ওলাই থাকে। তেওঁ খোলা-খুলিকৈ ক্ষুব্ধ ভাষাৰে আক্ৰমণ কৰি প্ৰতি-পক্ষক শিলাবৃষ্টি কৰাৰ দৰে ধাৰাশায়ী কৰে। তেওঁৰ অন্তৰত সুগভীৰ কাব্যিক অনুভূতি আৰু ছন্দ-স্পন্দনৰ স্বাভাৱিক হিল্লোল বিৰাজমান যদিও হিল-দল ভাঙি মনৰ দুয়োপাৰ বুৰাই পেলোৱা বাধাহীন গদ্যৰ প্ৰবল বন্যাত সেই স্পন্দন উটি যায়। তেওঁৰ অন্তৰত অতীত অসমৰ গৌৰৱে অহৰহ খুন্দিয়াই থাকে আৰু ইয়ে তেওঁৰ কল্পনাক উদ্দীপ্ত কৰে। তেওঁ আনসকলকো সেই কল্পনাৰে উদ্দীপ্ত হোৱাটো বিচাৰে। তেওঁ সমকালীন অসমৰ সংকট দেখি থিৰেৰে থাকিব পৰা নাছিল আৰু সেয়ে ডেকা-সকলৰ চাল-চলন দেখি প্ৰচণ্ড গালি-গালাজ পাৰিছিল। তেওঁৰ মনত যৌৱন মানে সাহস, বীৰত্ব, দুঃসাহস আৰু সুন্দৰ। বৃটিছ ৰাজত্ব কালত অসমীয়া ডেকাসকলে তেওঁলোকৰ চহকী সংস্কৃতিৰ টেটুত চেপি ধৰা শক্তিবোৰৰ ওচৰত নতি স্বীকাৰ কৰা দেখি তেওঁ যন্ত্ৰণাবোধ কৰিছিল আৰু এই সাংস্কৃতিক গ্ৰাস প্ৰতিহত কৰিব বিচাৰি-ছিল। তেওঁৰ 'অসম অসমীয়াৰ কাৰণে' দাবী আৰু সংৰক্ষিণী দৰ্শনে বহু সময়ত প্ৰাদেশিকতাবাদী আখ্যা পাইছিল। এইটো ভ্ৰমাত্মক অপব্যাখ্যাত বাদে আন একো নহয়। তেওঁৰ দৰ্শন হ'ল 'বাচি থাকা আৰু আনকো বাচিবলৈ দিয়া'। তেওঁ শোষিত মানৱৰ হকে মাত মাতিবই, সেই মানুহ কোৰিয়া, অসম, বংগ য'তেই নাথা-কক কিয়। গ্যেটেৰ মতে প্ৰতিভাশালী মানুহে সীমাৰ ভিতৰতহে কাম কৰিব পাৰে। সীমা অতিক্ৰম কৰিলেই প্ৰতিভা হৈ পৰে নিঃসাৰ। কাৰো প্ৰতি বিদ্বেষ নৰখাকৈ আৰু সকলোৰে প্ৰতি উদাৰ মনোভাৱ লৈ ৰায়চৌধুৰীয়ে পহিলতে অসমীয়া ঘৰখন শৃংখলা লগাব খুজিছিল। তেওঁৰ অসমীয়া-প্ৰীতি ভাৰতীয় প্ৰীতিৰেই পৰিপূৰক; পৰিপন্থী নহয়। তেওঁৰ কাৰাগাৰৰ গীতসমূহে সেই কথাৰ প্ৰচুৰ স্বাক্ষৰ বহন কৰে।

সত্তৰৰ ওচৰা-উচৰি বয়সতো ৰায়চৌধুৰী চিৰ তৰুণ। তেওঁ হ'ল ডেকা অসমৰ প্ৰতিভূ। সকলো সংকীৰ্ণতা, শোষণ, নিষ্পেষণ আৰু দুৰ্নীতিৰ শত্ৰু হিচাপে তেওঁ 'মই বিপ্লৱী, মই তাণ্ডৱী' বোলা শেহতীয়া কবিতাটোত নিজকে বিশ্লেষণ কৰি চাইছে আৰু সমাজৰ সকলো পংকিলতা নিজতেই আৱিষ্কাৰ কৰিছে। তেওঁ ভাবিছিল, যদি প্ৰত্যেক মানুহেই নিজৰ সকলো নীচতা-হীনতা ধুই নিকা কৰিব পাৰে, তেতিয়া হ'লে পৃথিৱীত সংস্কাৰ কৰিবলৈ একোৱেই নাথাকিব।

সমকালীন অসমৰ সামাজিক চিন্তা-চৰ্চাৰ ক্ষেত্ৰত ৰায়চৌধুৰীয়েই আটাইতকৈ

মৌলিক প্ৰতিভাসম্পন্ন ব্যক্তি। সামান্য স্কুলীয়া শিক্ষা আৰু তাতোকৈ কম ঘৰুৱা শিক্ষা পোৱা সত্ত্বেও তেওঁ সাধাৰণ সামাজিক পৰিবেশৰ পৰাই অনুপ্ৰেৰণা পাইছিল আৰু তাৰ কাৰণে তেওঁ সমাজৰ প্ৰতিটো কথাৰ প্ৰতিয়েই সচেতন আছিল। তেওঁৰ ব্যক্তিত্ব বহুমুখী--গায়ক, গীতিকাৰ, কবি, ৰাজনীতিবিদ, স্বেচ্ছাসেৱক বাহিনীৰ যাদুকৰী সংগঠক। তেওঁ কলম আৰু লাখুটি সমান স্বচ্ছন্দতাৰে খটুৱাব পাৰিছিল। তেওঁ আছিল বিচিত্ৰ ভাবুপ্ৰৱণতাৰ মানুহ। তেওঁ সহজাত জ্ঞানৰ দ্বাৰা পৰিচালিত, যুক্তিৰ দ্বাৰা নহয়। তেওঁৰ বিশ্লেষণ প্ৰায় বিশুদ্ধ যদিও আঁচনিসমূহ আচহুৱা। বাস্তৱিকতে তেওঁ এজন কবি আৰু সেয়ে তেওঁৰ সামাজিক আঁচনিসমূহতো অগ্নিময়ী কাব্যিকতা মূৰ্ত হৈ উঠে। অৰ্থ-গৃধ্নু পৃথিৱীৰ উন্নাসিকতাই কবিসকলক মূক কৰি দিব বিচাৰে, কিন্তু তেওঁলোকে নিজৰ পুৰণি পৃথিৱীখনত সগৰ্বে থিয় হৈ উত্তৰ দিয়েঃ

আমি পৃথিৱীৰ কক্ষ-চ্যুত, পৰিত্যক্ত  
আমাৰ মূৰত শেতা জোনৰ হাঁহি  
তথাপি যেন আমিয়েই পৃথিৱীত  
চিৰকাল খলক লগাওঁ জোকাৰি-বিদাৰি।  
প্ৰতিটো যুগেই সন্ধিক্ষণ আমাৰ  
স্বপ্ন ভঙাৰ আৰু স্বপ্ন গঢ়াৰ।

(World-losers and world-forsakers  
On whom the pale moon gleams :  
Yet we are the movers and shakers  
Of the world for ever, it seems  
For each age is a dream that is dying  
Or one that is coming to birth.)

# অম্বিকাগিৰীৰ সংস্পৰ্শত

প্ৰসন্নলাল চৌধুৰী

তেতিয়া ১৯০৯ নে ১৯১০ চন। মই তেতিয়া নাবালক। পলাশবাৰীৰ পৰা গুৱাহাটীলৈ গৰুৰ গাড়ীত উঠি চাৰ্কাছ চাবলৈ আহিছোঁ। পুৱা যাত্ৰা কৰিছোঁ, গধূলি পাইছোঁ, ৰাতি চাৰ্কাছ চাইছোঁ। জীৱনত সেইবাৰেই প্ৰথম ৰেলৰ আলি দেখিছোঁ। পাণ্ডুলৈ যোৱা বাটত আবেলি পাঁচমান বজাত ট্ৰাংক ৰোড পাৰ হোৱা ঠাইডোখৰৰ ৰেলবাটখিনি। ৰেল-গাড়ী কিন্তু তেতিয়াও দেখা নাই। ৰেলবাট কিয়, মটৰেই দেখা নাই। চাৰ্কাছত সেই ৰাতিয়েই প্ৰথমে আফ্ৰিকান সিংহ দেখিলোঁ। পশুৰাজ যি পশুৰাজেই। পিংগল কেশৰ, মুখ আৰু চকুৰ ভয়ংকৰ সংযোগ আৰু শুনিলো গৰ্জন। যিহ'ক ৰাতিটো সপোনেই দেখিলোঁ। পাছদিনা পুৱা উঠি ওচৰৰে পাণ বজাৰৰ পিনে চুচুক-চামাককৈ আগবাঢ়ি গ'লো। সমুখতে দেখিলোঁ পাণ বজাৰৰ মাজৰ মচ্‌জিদটোৰ কাষতে থকা সৰু খোটালি এটাত দোকান এখন। নাম ছাত্ৰ ভাণ্ডাৰেই নে কিবা। কেইখনমান কিতাপ-কাকত-পেন্সিল ইত্যাদি সজাই থৈছে। গাদীত বহি আছে এজন ডেকা অকলে অকলে। কিনোতা বিশেষ চকুত নপৰিল। সেই দেখি সাহ কৰি দোকানত সোমাই গ'লোঁ। মোৰ চুচুক-চামাক ভাব দেখি দোকানীজনে নজৰ কৰিলে। মই একোকেই গ্ৰাহ্য নকৰিলোঁ; যদিও তেওঁৰ চকু অলপ টেলেকা আৰু ৰঙচুৱা, তীক্ষ্ণ কিন্তু গভীৰ; চালে অন্তৰলৈ ভেদি যায়। বৰণ তেজগোৰা, তেজাল ৰংটোৰেই বেছি। মই এটা বক্সোৱা এক্সাৰ-চাইজ বুক কিনিলোঁ চাৰি অনা মানতে বোধহয়। তেওঁ মোৰ কথা কোৱাৰ উচ্চাৰণ শুনি অলপ অনুসন্ধিৎসু হৈ মোৰ পৰিচয় সুধিলে। তেওঁ বৰপেটীয়া উচ্চাৰণেৰে মোৰ লগত কথা-বতৰা আৰম্ভ কৰিলে আৰু দুই-এটা কথা সুধিলে। কথা-বতৰা শেষ হোৱাৰ পাছত মই গুছি আহিলোঁ। কিন্তু মনত প্ৰশ্ন হ'ল মানুহ-জন কোন?

সিদিনা তেনেকৈয়ে গ'ল। তাৰ কিছুদিন পাছত মই বৰপেটালৈ আহিবলগা হ'লোঁ। আৰু তেতিয়া বৰপেটাৰ এইডেড হাইস্কুলৰ সপ্তম শ্ৰেণীত নাম লগালোঁ। সেই শ্ৰেণীটো আজিকালিৰ হিচাপত চতুৰ্থমান। তেতিয়া ষষ্ঠ শ্ৰেণীত থাকোঁতে কিবা এটা উপলক্ষ্যে আকৌ মই গুৱাহাটীলৈ গ'লোঁ। দোকানখন কিন্তু মই পাহৰা নাই। লগতে মানুহজনো। কিবা এটা আকৰ্ষণ শক্তিয়ে মোক আকৌ সেই দোকানখনলৈ টানি নিলে। আকৌ দেখিলোঁ সেই মানুহজন। মোক তৎক্ষণাৎ চিনি পালে। এইবাৰ মোৰ যেন অলপ সাহ হৈছে। মই কবিতাৰ কিতাপ এখন কিনিলোঁ। কিতাপখনৰ লেখক বিষয়চন্দ্ৰ বিশ্বাসী। তাত এটা কবিতা আছিল হেষ্টিংচৰ যুদ্ধৰ বিষয়ে। তাত লিখা 'হেৰল্ডৰ সৈন্যদলে ৰণক্ষেত্ৰ ঘূৰি ঘূৰি চাই' নে এনে কিবা পঢ়ি যুদ্ধৰ ভাব এটা মনলৈ আহিছিল। দুখৰ বিষয় আজি আৰু সেই কিতাপখনৰ চিন-চাব দেখা নাই। যিহ'ক, বৰপেটালৈ আহি

মোৰ গুৱাহাটীৰ অভিজ্ঞতাৰ কথা কওঁতে সেই দোকানখনৰ কথা ওলালত সহপাঠী বন্ধু বলভদ্ৰ পাঠকে পোনেই মোক সাৱধান কৰি সেই বিশেষ দোকানখনলৈ যাবলৈ মানা কৰিলে। মই অতি আচৰিত হৈ সুধিলোঁ—'কিয়, কি কাৰণে ?' পাঠকে ক'লে—'কিয়, শুনা নাই ? সেইখন দোকানত পুলিছে খানাতালাছ কৰিছিল, স্বদেশী আন্দোলন সম্পৰ্কত।' মোৰ তৎক্ষণাত খেলাই গ'ল সেই মানুহজন তেনেহ'লে স্বদেশী। তেওঁ ৰিভলভাৰ চলাব জানে, বোমা মাৰিব জানে। চাহাব বধ কৰিবলৈ ভয় নাই, নিজে হাঁহি হাঁহি ফাঁচী কাঠত উঠিব পাৰে। দেশ স্বাধীন কৰিবলৈ সৰ্বস্ব পণ কৰি ওলাইছে। এক মুহূৰ্ততে মোৰ এনেবিলাক কথা মনত খেলাই গ'ল।

কিন্তু কি আচৰিত ! কিছুদিন পাছত দেখো সেই মানুহজন আহি বৰপেটাত ওলালহি। বাটত দেখা পালোঁ, মোৰ ফালে চালেও। মোৰ কিন্তু মাতিবলৈ সাহ নহ'ল। পাছত দেখিলোঁ তেওঁৰ ঘৰো মোৰ ঘৰৰ ওচৰতে। আৰ-তাৰ মুখে শুনিলোঁ, তেওঁৰ নাম হেনো অম্বিকাগিৰী ৰায়চৌধুৰী। আমাৰেই স্কুলৰ শিক্ষক আৰু গৃহ শিক্ষক গিৰীশ চন্দ্ৰ ৰায়চৌধুৰীৰ তেওঁ হেনো ভায়েক।

আলেঙে-আলেঙে চাই দেখিলো তেওঁ থাকে তেওঁলোকৰ ঘৰৰ আগত এখন টিনপাতৰ চালিৰ তলত। ঘৰটো অতি অস্থায়ী। দুৱাৰ কোনোমতে জাপ লগাই থোৱা হয়। অকণমান দুখন খিৰিকি। ককায়েক গিৰীশ চন্দ্ৰ ৰায়চৌধুৰীয়ে আৰ্জে। তেওঁৰ থোৱাত বাধা নাই। তেওঁৰ সেই চালিখনৰ তলত দক্ষিণহাটীৰ ডেকা তৰপৰ অশিক্ষিত কামবন কৰি খোৱা মানুহ, বামুণ, গণক আদি নানা বিধৰ মানুহ বহে, কি কৰে, কি মেল পাতে কোনে জানে ? লাহে লাহে দেখিলোঁ হাই-স্কুলৰ শংকৰদেৱৰ তিথিৰ মিটিঙতো তেওঁ বক্তৃতা দিয়ে। এই বিধৰ মিটিং গিৰীশ চন্দ্ৰ ৰায়চৌধুৰীয়ে প্ৰথমে আৰম্ভ কৰিছিল। এদিনতো কথা অলপ গহীনেই হ'ল। সেইদিনা সভাৰ সভাপতি আছিল ৰামপ্ৰসাদ দাস মহাশয়। সেইবোৰ সভাত আন আন কথাৰ লগতে বিশেষকৈ কেৰলীয়া সম্প্ৰদায়টোক নিন্দা কৰা কামটি অপৰিহাৰ্যভাৱে হৈছিল। কোন সংস্কাৰকে জানো সেইটো আৰম্ভ কৰিছিল ক'ব নোৱাৰোঁ। সেইদিনা অম্বিকাচৰণ ৰায়চৌধুৰীয়ে কেৰলীয়াক সমালোচনা কৰাৰ উপৰি ক'লে যে আমাৰ ডিগ্ৰীধাৰীসকলে শংকৰ-মাধৱদেৱৰ ধৰ্ম, সাহিত্য আৰু দান সম্বন্ধে একো মন-কাণ নিদিয়ে। এই কথাত ক্ষুণ্ণ হৈয়ে বোধহয় উপস্থিত ডাঙৰীয়াসকলে ফুচ্‌ফাচ্ কৰা দেখা গ'ল। তেতিয়া সভাপতিয়ে ক'লে— 'অম্বিকা, তুমি অলপ short কৰা আৰু কাকো attack নকৰিবা'। এই কথাত অম্বিকা ৰায়ৰ খং উঠা যেন দেখা গ'ল। তেওঁ বোধহয় কৈছিল, আমাৰ শিক্ষিতসকলে আনক সমালোচনা কৰে, কিন্তু নিজৰ দোষৰ পিনে হ'লে চকু দিবলৈ ভয় কৰে। ইয়াৰ পাছত তেওঁ আৰু একো নকৈ ৰহিল। এনেকৈ 'পাৰে পৰি হৰি' বৰ-গীতৰ পাছত সভা ভাগিল। আমি দল বান্ধি ঘৰলৈ ঘূৰিলোঁ। আমাৰ লগৰ নেতা যেন দাদা ৰাধিকা চৌধুৰীয়ে সভাত কোৱা কথাবিলাকৰ ব্যাখ্যা কৰি ক'লে 'সভা-পতিয়ে এইটো ভাল কাম নকৰিলে। ই অম্বিকা ৰায়তো কম মানুহ নহয়। পেপাৰে-টেপাৰে লিখি হুলস্থূল কৰিব।' তেতিয়া 'টাইমচ্ অব আচাম' কাকতৰ সজীৱ অৱস্থা।

তাৰ পাছত দেখা গ'ল আমাৰ লগা-লগি আত্মীয় এঘৰতো তেওঁৰ আৱিৰ্ভাৱ হ'ল। দেখিলোঁ মোৰ ওচৰ সম্বন্ধীয় দাদা কেশৱ চৌধুৰীৰো তেওঁ পৰিচিত।



তেওঁ এবাৰ এন্ট্ৰেন্সৰ বাছনি পৰীক্ষাত ফেল মাৰি ঘৰতে ৰহি আছে। তেওঁৰ লগতেই বোধহয় আহি ঘৰৰ ছাত্ৰ-মহলত প্ৰৱেশ কৰিলে। তেওঁলোকৰ ঘৰৰ ছাত্ৰ-মহল বোলাৰ কাৰণ হ'ল তেওঁতো নিজেই ছাত্ৰ, তেওঁৰ ওপৰতো অভিভাৱক ধৰণৰ দুজন জেঠাকৰ পুতেক। তেওঁলোকৰ ওপৰতো আছে স্বয়ং পৃথুৰাম চৌধুৰী, তহ-চিলদাৰ। কেশৱ দাদাৰ ভায়েক তিনিজন। তেওঁলোকৰ ওপৰত আকৌ দুজন সম্পৰ্কীয় ছাত্ৰ। আটাইকেইজন থাকে এটা দীঘল ঘৰত। শাৰী পাতি পাঁচখন চালপীৰা পাতি। মূৰ শিতানত একোখন সৰু সৰু মেজ। দিনৰ বেলা ৰবি-বাৰে আৰু আবেলি মই আৰু মোৰ দাদা গণেশলাল চৌধুৰী আৰু বন্ধু হেমকান্ত দাস তাত প্ৰায়ে ওলাওঁগৈ। ওলোৱাৰ প্ৰধান কাৰণ আছিল আমাৰ ফুটবল টীম। পূৰ্বোক্ত ৰাধিকা চৌধুৰী আছিল আমাৰ নেতা। তেওঁ পঢ়াত ভাল আছিল আৰু আছিল বাহিৰৰ বাৰ্তাৱহ। তেওঁৰ যোগেদি বাহিৰৰ জগতৰ বতাহ আমাৰ মনৰ মাজত প্ৰৱেশ কৰে। তেৱেঁই আমাৰ তৰ্কসভা চলায়, থিয়েটাৰৰ ক্লাব চলায়, ফুটবল টীম গঠন কৰে, পথাৰৰ বন কাটি খেল পথাৰ তৈয়াৰ কৰে। আনকি ডিক্সনাৰী চাই ফুটবল টীমৰ নাম দিয়ে। তেৱেঁই ক্লাবৰ নাম দিলে Leonine Club।

Leonine নাম হ'ল যদিও ক্লাবৰ সভ্যবোৰৰ ভিতৰত ৰহতৰে চৰিত্ৰত দোষো আছিল। সেই দোষ আছিল ধূম্ৰপানৰ। মাত্ৰ গণেশদাদা আৰু মোতী বাহিৰে সকলোৰে আছিল দোপাত ধপতুৱা। তদুপৰি বিড়িৰ জন্মৰ আগতে তেওঁলোকে চাধা, ধপাত কাকতত মেৰাই বিড়ি তৈয়াৰ কৰি সদায় খাইছিল। পইচা পালে ৰেডলেম্প মাৰ্কা চুৰটো খাইছিল। ছিলিমতো পালেই ৰহৰাইছিল। এই সূত্ৰেই এদিন সুন্দৰ ৰবিবাৰে পুৱা অম্বিকাৰায়ৰ আগমন হ'ল সেই ছাত্ৰাবাসত। তেওঁৰ লগত আছিল 'মিত্ৰ' অম্বিকা পাটোৱাৰী - যাক বৰপেটাৰ বাইজৰ মাজত অম্বিকা ৰাজা বুলিহে জনা যায়। তৎক্ষণাত কেশৱ দাদাৰ হুকুমত সকলোৰে বাকচ-বিচনা আদি খানাতালাচ কৰা হ'ল। আমি নীৰৱ দৰ্শক। খোদ ৰাধিকা চৌধুৰীৰে মুখ শুকাই গ'ল। কিছু পৰিমাণে মানচাধাৰ পাত ওলাই পৰিল। কেশৱ দাদাইতো দুই-এজনক কাণ মলাই দিলে। কিন্তু দিলে কি হ'ব ! স্বয়ং কেশৱদাদাও এজন ধপতুৱা। তেওঁৰ দাদা সকলৰো বহা ঠায়ে ঠায়ে একোটা মস্ত ধুনি। লোৰ ফটা কেঁৰাহিৰ ওপৰত অহৰ্নিশে চলি থাকে।

এটা সময়ত আমাৰ ফুটবল টীমৰ নাম হ'ল চেম্পিয়ন। অম্বিকা ৰায়ো টীমৰ এজন সভ্য হ'ল। লগতে আৰু দুজনমান আমাতকৈ বয়স্থ আহি লগ লাগিল। অম্বিকা ৰায়ে বৰ ভাল খেলুৱৈ আছিল তেনে বোধ নহৈছিল। কিন্তু তেওঁ বৰ পৰি-শ্ৰম কৰিব পাৰিছিল। এদিন এখন খেলত তেওঁৰ হেমচন্দ্ৰ মেধি (আইনজ্ঞ জগদীশ মেধিৰ ককায়েক)ৰ লগত পৰি আঠুৰ ঘিলা লৰি গৈছিল। তেওঁ খেল-পথাৰলৈ যাওঁতে বাটত নানা কথা কৈ গৈছিল আৰু আমি সেইবোৰ পি খাইছিলোঁ। যুলিব লাগে। কাৰণ তেওঁ অসমৰ নানা ঠাই ঘূৰি অহা মানুহ আৰু আমি আছিলোঁ কূপমণ্ডুক। এদিন বল খেলিবলৈ গৈছোঁ। আকাশত দেখিলো, এচপৰা মেঘৰ পিছ-ফালৰ পৰা এটা ৰঙীন ৰশ্মি ওলাই বহু দূৰলৈ ব্যাপি গৈছে। তেওঁ আমাক সুধিলে-সেইটো কিয় তেনে হৈছে ? কিজানিবা ভুল হয় এনে ভাবিয়েই ডাঙৰবোৰে একো নক'লে। জনাই নজনাই মই কলোঁ, সেয়া সূৰ্যৰ কিৰণ মেঘত খুন্দা খাই উফৰি

গৈছে গোটেই আকাশত। তেওঁ বৰ খুচী হৈ কৈ উঠিল- Yes, Yes, You will be an intelligent boy! মই সেই সময়ত ইংৰাজীত বৰ পকা নহ'লেও intelligent শব্দটো বুজিছিলোঁ আৰু তাৰে ওপৰত নিৰ্ভৰ কৰি গোটেইখিনি একৰকম বুজি ললোঁ। ৰায়চৌধুৰী লাহে লাহে আমাৰ দলটোৰ ফালে বেছিকৈ টান খাই আহিল। তেওঁ আমাক কচৰত-কুস্তি শিকোৱাৰ ব্যৱস্থা কৰিবলৈ ধৰিলে। প্ৰথমে দেশী কচৰতৰ ডন আদি অভ্যাস কৰালে। পাছত লাহে লাহে ডাম্বেল আদিলৈ উঠিল। লগতে ইয়াকো ক'লে যে এইবিধ কুস্তি ভাল, গাৰ গঠন সুন্দৰ কৰে সোনকালে কিন্তু এৰি দিলে পাছত অপকাৰ কৰিব পাৰে। তেওঁৰ বোলে তেনে হৈছে; মাজে মাজে গাৰ বিষ হয়। পাছত হয়তো বাত বেমাৰ হ'ব পাৰে। মুদ্গৰৰ কুস্তিও কিছু হ'ল, ভাল মুদ্গৰৰ অভাৱত কাঠ কাটি কুৎসিৎ ডাংদুদাল কৰি লোৱা হ'ল। সেইবোৰ মাত্ৰ দাদা ৰাধিকা চৌধুৰীয়ে ব্যৱহাৰ কৰিলে। আমাৰ দলত তেৱেঁই সকলোতকৈ বলী আছিল। মই ডন আৰু ডাম্বেলকে সাৰটি ধৰিলোঁ। কিছুদিন এনেকৈ গ'ল। গাত অলপ বল হোৱা যেন অনুভৱ কৰিলোঁ। তাৰ পাছত মাজে মাজে লাঠিৰো আখৰা হ'বলৈ ধৰিলে। তেওঁ শিকালে দীঘল লাঠিৰে কেনেকৈ এজন-দুজনৰ লগত মুখা-মুখিকৈ আক্ৰমণ আৰু আত্ম-ৰক্ষা কৰিব পাৰি, কেনেকৈ বহু মানুহৰ মাজত ঘূৰি ঘূৰি লাঠিৰে দল ভাঙি দিয়া হয়। এইবোৰ চলি থাকোঁতে এদিন কোনোবা এজনী মাইকী মানুহে আইৰ আগত ক'লেহি যে সিদিনা পুৱাতে অম্বিকা ৰায়ৰ ঘৰ পুলিচে আগুৰি খানাতালাচ কৰিছে। আনকি ঘৰৰ ভেটিৰো ঠায়ে ঠায়ে হানি হানি চাইছে। ক'ৰবাত কিবা পুতি থৈছে নেকি বুলি। আমি শুনি অবাক। মোৰ বন্ধু বলভদ্ৰ পাঠকে কোৱা কথাষাৰ মনত পৰিল। বৰপেটাত তেতিয়া এই অম্বিকা ৰায় নামে মানুহজনযে কেনে সাংঘাতিক স্বদেশী দলৰ লোক সেই সম্পৰ্কে নানা কথা নতুনকৈ মুখে মুখে চলিব ধৰিলে। আমাৰ অভিভাৱকসকল চকি গ'ল। লগে লগে আমাৰো খেল আৰু আখৰা বন্ধ। তেতিয়াহে গম পালোঁ তেওঁ অন্তৰীণ অৱস্থাত বৰপেটাত আছিল।

তেতিয়াৰ পৰা অম্বিকা ৰায়ে ছাত্ৰৰ দল এৰি পেলালে। লগে লগে এই পুলিচী জুলুমৰ পাছৰ পৰাই তেওঁৰ সম্পৰ্কে নানা বদনাম প্ৰচাৰ হ'বলৈ ধৰিলে। এই বদনামবোৰ পুলিচৰ উচটনিত নে অন্য কোনো বিৰোধী লোকে উলিয়াইছিল নাজানো। শুনা গ'ল তেওঁ ঘোৰ মাতাল, যদিও বৰপেটাত কোনোৱে তেওঁক মাতাল হোৱা দেখা নাই। মই এজন বিশ্বাসযোগ্য মানুহৰ মুখে শুনিছিলোঁ, তেওঁ হেনো এদিন গুৱাহাটীত এটা ক'লা কোট পিন্ধি জেপত ৰিভলভাৰ লৈ এটা ঘৰত পৰি আছিল। এনেতে তেওঁৰ অভিভাৱক স্বৰূপ হৰমোহন দত্তচৌধুৰীয়ে দেখা পাই জেপত হাত দিওঁতে ৰিভলভাৰটো পাই তেওঁক বৰকৈ ধৰিছিল, 'হেৰ, তই মদ খাইছ খা কিন্তু এইটো লৈ খাইছ কিয়? কিমান বিপদ আছে জান?' ইয়াৰ পাছত তেওঁ ৰিভলভাৰটো হাত কৰি ডেপুটি কমিছনাৰক ক'লে যে তেওঁ সেইটো নৈৰ পাৰত ফুৰিবলৈ যাওঁতে পাইছে। গতিকে তেওঁৰ নামে লাইচেঞ্চ কৰি দিব লাগে। চাহাবে তেওঁৰ প্ৰিয় পেচকাৰৰ কথা ৰাখি লাইচেঞ্চ কৰি দিছিল। এই ঘটনা অৱশ্যে অম্বিকা ৰায় বৰপেটালৈ অহাৰ পূৰ্বেই গুৱাহাটীত ঘটিছিল। মই হৰমোহন দত্তচৌধুৰীক জেঠা বুলি মাতিছিলোঁ। তেওঁৰ হাতত সেই অস্ত্ৰটো দেখি মোৰ বৰ লোভ লাগিছিল।



ৰিভলভাৰটো মোৰ দুই-এবাৰ চুৰি কৰাবে ইচ্ছা হৈছিল। কিন্তু সুবিধা হৈ নুঠিল। সেই কাৰণে সেই দুঃসময়ত আনে অম্বিকা ৰায়ক এৰা দিলেও মই এৰা দিয়া নাছিলোঁ। মোৰ গাৰ বল বঢ়াৰ লগে লগে সাহ আৰু মনৰ বলো বাঢ়ি উঠিছিল। গতিকে মই তেওঁক লাগি ধৰিলোঁ মোক স্বদেশী দলত ভুক্ত কৰিব লাগে। তেওঁ চক্ খাই উঠিল। কি স্বদেশী দলৰ লগ হ'বা তুমি? সি বৰ সাংঘাতিক সাধনা। তুমি ক'ত পাৰিবা। মই বৰকৈ জোৰ দি ধৰাত তেওঁ দুটামান পৰীক্ষাৰ কথা ক'লে। সেইবোৰ বৰ কঠিন কাম আছিল যদিও মই পাৰিম বুলি সাহ কৰি ক'লোঁ। তথাপি তেওঁ সন্মত নহ'ল। তেওঁ নিজেই সন্দেহভাজন হৈ আছে। তদুপৰি মোৰো বয়স কম। ইফালে সমাজৰ চকুত ইংৰাজেই ভাল ৰজা। স্বাধীনতাৰ সপোন কেৱে দেখা নাই। গতিকে তেওঁ মোক নিৰাশ কৰি ক'লে- যোৱা ভালকৈ পঢ়া-শুনা কৰি উঠা, পাছত তুমি নিজে সকলো উপায় পাবা। বিফল মনোৰথ হ'লেও মই হতাশ নহ'লো। পিস্তল তৈয়াৰ কৰাৰ কথা ভাবি পিস্তলৰ দৰে বস্তু এটা সাজি উলিয়ালোঁ। আতচবাজীৰ মানুহৰ পৰা বাৰুদ কৰাৰ উপায় আদি শিকিলোঁ। কিন্তু সেইবোৰৰ পৰা একো লাভ নহ'ল। ফলস্বৰূপে মই অতি উদণ্ড হৈ উঠি পঢ়াৰ পিনে পিঠি দিলোঁ।

ৰায়চৌধুৰীৰ মদ খোৱা বদনাম তেতিয়াও চলি আছে। এদিন তেওঁৰ ভাগী সম্মানিত দদায়েক এজনে তেওঁক খোলাখুলিভাবে সুধিলে-'হেৰ অম্বিকা, শুনো তই বোলে বৰকৈ মদ খাহ এ? এইটো বৰ বেয়া কথা।' অম্বিকা ৰায়ে কথাষাৰ বৰ ভাল নাপালে। তেওঁ গহীনভাবে উত্তৰ দিলে- 'হয় দাদা, মই মদ খাওঁ। কিন্তু আপোনাৰ সকলো সম্পত্তি বেচিলেও মোৰ এক ৰাতিৰ মদৰ খৰচেই নোলাব, ভয় নকৰিব।' দদায়েকে আৰু কি ক'ব, আঁতৰি আহিল। কোনো কোনো মহাবীৰে বৰপেটাৰ দক্ষিণহাটীৰ কোনো কোনো ঠাইত তেওঁৰ নামে বেনামী পোষ্টাৰ মাৰিছিল। কিন্তু এইখিনি সময়েই তেওঁৰ 'তুমি' ৰচনাৰ কাল। মই ভাবো, বিষয়ী আৰু সাধাৰণ মনোৱৃত্তিৰ মানুহে এনে সৃষ্টিৰ কালত মানুহৰ বিশেষকৈ ৰায়চৌধুৰীৰ দৰে মানুহৰ চাল-চলন আৰু মতি-গতিত কেৱল দোষকেই দেখা পায়। পৃথিৱীৰ সন্দেহ আৰু কদৰ্যতাৰ মাজত থাকিও মানুহে বিশ্ব-সৌন্দৰ্য্যৰ ৰূপৰাশিত নিমজ্জিত হৈ থাকিব পাৰে। মই তেওঁৰ দুৰ্নাম (সচাঁ হওক মিছা হওক) সত্বেও তেওঁৰ চৰিত্ৰত এটা মহান জ্যোতি দেখা পাইছিলোঁ, পাছত সেই জ্যোতি আৰু ভাস্বৰ হৈ উঠিল। অৱশ্যে তেওঁৰ কোনো কোনো কামত পাছৰ কালত কেতিয়াবা মোৰ বিৰক্তি হৈছিল আৰু মতান্তৰো হৈছিল আৰু তাৰ খংটো মই তেওঁৰ মুখৰ আগতে জাৰি দিছিলোঁ। তাৰ কাৰণে তেওঁ অকণো বেয়া পোৱা নাছিল। বৰং তেওঁৰ লগত মোৰ সম্বন্ধ আগৰ দৰেই বৈ গৈছিল। সেইটো অৱশ্যে পাছৰ যুগৰ কথা। তেতিয়া মই ল'ৰা গুচি একপ্ৰকাৰ যুৱকৰ শাৰীতে পৰিছিলোঁ।

বৰপেটাত সেই যুগত তেওঁ আমাৰ চৌধুৰী পৰিয়ালকেইটাৰ ল'ৰা কেইজনক যিবোৰ শিক্ষা দিয়াৰ চেষ্টা কৰিছিল, আন অঞ্চলত ক'তো তেনে কৰা হোৱা নাছিল। পুলিচৰ জুলুমৰ পাছতে তেওঁ কুস্তি আদিৰ শিক্ষা এৰি যাত্ৰাগানত ধৰিলে। অৱশ্যে ইয়াৰ বহু আগতে তেওঁৰ 'কল্যাণময়ী' নাটকৰ অভিনয় ষ্টেজত দেখিছিলোঁ। কিন্তু এতিয়া সেই নাটৰ ঘটনাৱলী মনত নাই বুলিলেই হয়। এই নতুন যাত্ৰাই

মানুহক নতুন বছৰৰ যোগান ধৰিলে আৰু আগা-পিছাকৈ বোধহয় 'আসাম বান্ধৱ'ত 'নৱবৰ্ষৰ দিনা' আদি কবিতা প্ৰকাশ পোৱাত তেওঁ যে বাইজৰ এজন হিতাকাংক্ষী ব্যক্তি সেইটো আপোনা-আপুনি ওলাই পৰিল। তেওঁ কৃতিত্বৰে অসমীয়া যাত্ৰাগানৰ প্ৰচলন কৰি এটা ডাঙৰ কাম কৰিছিল তাত সন্দেহ নাই। নাট্য বিষয়ত কোনো অভিজ্ঞতা নথকা লোকক ষ্টেজত তুলি, নিজে নাচি চোকোৱা শিকাই নিজে দোহো-ৰাত বহি হাৰমনিয়াম বজাই বহুতকে তেওঁ মুগ্ধ কৰিছিল। সেই সময়ৰ প্ৰচলিত নিয়ম অনুসৰি দ্ৰোণাচাৰ্যৰ ভাওত এজন কম বয়সীয়া ব্ৰাহ্মণ ডেকাক তোলা হৈছিল। অৰ্জুনৰ ভাও লোৱাজনো জাতিত ব্ৰাহ্মণ আছিল। ব্ৰাহ্মণ অৰ্জুনে বয়সস্থ হ'লেও অব্ৰাহ্মণ দ্ৰোণাচাৰ্যক সেৱা কৰে কেনেকৈ? গতিকে এইদৰে সন্ধিৰ বাহ বুদ্ধিৰে কাটি ৰায়চৌধুৰী সৰকি গৈছিল। মই সেই অভিনয়ত ইমান মজি গৈছিলোঁ যে আমাৰ ঘৰৰ কাঠৰ আতালৰ তক্তা সোলোকাই ৰাখি মাজ ৰাতি সেই বাটে বাহিৰৰ দুৱাৰেদি মায়া হোৱাদি হৈ ঠিক সময়ত যাত্ৰাৰ সমাজত উপস্থিত হৈছিলোঁগৈ। ঘৰত আয়ে গমেই নাপাইছিল। শেষত অৱশ্যে আইৰ হাতত ধৰা পৰিছিলোঁ। কোনোবা পাপীষ্ঠ চোৰাংচোৱাৰ সংবাদত। কিন্তু হ'লে কি হ'ব, মই 'জয়দ্ৰথ বধ' এক পালাও নোচোৱাকৈ এৰা নাছিলোঁ। ইয়াৰ এটা শুভ ফল ফলিছিল মোৰ ক্ষেত্ৰত। দেখা দেখিত মই পৌৰাণিক নাটক লিখিবলৈ চেষ্টা কৰিছিলোঁ। লিখিছিলোও কিছু পৰিমাণে কৰ্ণবধ। কিন্তু মই কৰ্ণ বধ কৰিব নোৱাৰিলোঁ। নাটকখন অসমাপ্ত হৈ ৰ'ল। দাদা পৰ্নেশলাল চৌধুৰীয়েও কল্যাণময়ী নাটকৰ আৰ্হিত এখন নাটক লিখিবলৈ হাতত লৈছিল। কিন্তু সেইখনো সম্পূৰ্ণ নহ'ল। এই সময়তে অম্বিকা ৰায়ে গোপনে ডেকা আৰু বলবান মানুহ কিছুমানক লাঠি শিক্ষা দিয়াৰ চেষ্টা কৰিছিল। মই জনাত সেইসকলৰ ভিতৰত আছিল ধৰ্মেশ্বৰ পাঠক। পাঠকে হাতীয়ে হাতীয়ে কিছু-মান নাম গাবলৈ শিকাইছিল। লাঠি শিক্ষাৰ ছাত্ৰ আছিল ৰায়তপাৰাৰ কেইজনমান ডেকা ল'ৰা।

ইতিমধ্যে প্ৰথম মহাযুদ্ধ আৰম্ভ হৈছে। নানাবিধ উদ্ভট চিন্তাই মোক স্কুলৰ পঢ়াত অমনোযোগী কৰি তুলিলে। এদিন গধূলি অম্বিকা ৰায়ক তেওঁৰ চালিৰ তলত গৈ লগ ধৰি খাটনি ধৰিলোঁ। তেওঁ যেন মোক যুদ্ধৰ কামত যাবলৈ কিবা দিহা এটা দিয়ে। তেওঁ মোৰ পঢ়া-শুনাৰ খা-খবৰ লৈ সুধিলে—তুমি চাৰে দহ সেৰমান বোজা পিঠিত বান্ধি লৈ হাতত চাৰিসেৰ গধুৰ ৰাইফল আৰু বেয়নেট লৈ সৈনিক হ'ব পাৰিবানে? তাৰ উপৰি ট্ৰেঞ্চৰ কষ্ট সহ্য কৰাৰ শক্তি হ'বনে তোমাৰ?' মই অলপ গুণি-গাঁথি পাৰিম বুলিয়েই ক'লোঁ। তেওঁ বয়সৰ কথা কৈ মোৰ সকলো উৎসাহ মষিমূৰ কৰি দিলে। অগত্যা মই ৰণত ভংগ দিব লগা হ'লোঁ। আৰু এটা কথা মনত পৰিছে। এদিন এজন মানুহে এখন লিষ্টি কৰি তেওঁক কিবা এখন সভালৈ মাতিবলৈ আহিল। নামবোৰ তেওঁ মন দি চালে। দেখিলে তেওঁৰ নামটো 'কোঙা' উপনাম থকা এজন মানুহৰ নামৰ পিছত লিখা আছে। তেওঁ কৈ উঠিল—'এনে বেয়া নামৰ পিছত মোৰ নামটো দিছ, মই নাযাওঁ।'

ইয়াৰ কিছুদিন পাছত তেওঁ ডিব্ৰুগড়লৈ গৈ 'আসাম বান্ধৱ'ৰ পৰিচালনাৰ ভাৰ ল'লে। ময়ো বৰপেটাৰ পৰা আহি যোৰহাটত বেজবৰুৱা হাইস্কুলত ৭ম শ্ৰেণীত ভৰ্ত্তি হ'লোঁ। তেতিয়া ১৯১৪ চন। ময়ো কাৰ্যগতিকে দুই-এবাৰ ডিব্ৰুগড়লৈ



গৈছিলোঁ। তেওঁ ডাঃ হৰেকৃষ্ণ দাসৰ তত্বাৱধানত আসাম বান্ধৱৰ সম্পাদনাত ব্যস্ত। তেতিয়া তেওঁৰ দুচকু আগতকৈ বেছি স্বপ্নময় আৱেশত ভঁাহি থকা দে-খিলোঁ। তেতিয়া তেওঁ চৰকাৰী স্কুলৰ পুৰস্কাৰ বিতৰণী সভাত গান ৰচনা কৰি ছাত্ৰসকলৰ হতুৱাই গোৱাইছিল— 'ব'লা ভাই আগুৱাই'। গানটো মোৰ ভাল লাগিল। তেওঁক খাটনি ধৰি মুখে মুখে গানটো শিকি আহিলোঁ। তাৰ পাছত আৰু ডিব্ৰুগড়লৈ গ'লো। এইবাৰ তেওঁ বোলে চৰকাৰী হাইস্কুলত অসমীয়াৰ শিক্ষক হৈছে কিছুদিনৰ কাৰণে আৰু কোনো কোনো ছাত্ৰ-ছাত্ৰীক বৰগীত শি-কাইছে। এবাৰ গৈ শুনিলোঁ, তেওঁ আমোলাপটী ষ্টেজত সখীৰ ভাও লৈ হাতত ৰুমাল ঘূৰাই ঘূৰাই নাচিছে। তেতিয়াৰ দিনত ষ্টেজৰ অপৰিহাৰ্য অংগ চোকোৰা নাচটো এটা সমস্যা আছিল। তেওঁ কিছু পৰিমাণে এই অভাৱ গুচাবলৈ চেষ্টা কৰিছিল। কাৰণ তেওঁ বৰ ডাঙৰ-দীঘল হটঙা নাছিল। মুখত দাড়ি-গোফৰ প্ৰাচুৰ্যও নাছিল। এই লৈ কিন্তু বহুতৰ চকুত তেওঁ বেয়া মানুহ হিচাপে পৰি-গণিত হৈছিল। টাইমচ্ অব আচামত কোনোবা সুৰুচিসম্পন্নই Dancing girl বিশেষণ দি চিঠি লিখি তেওঁকেই খোচা মাৰিছিল। অম্বিকা ৰায়ে অৱশ্যে এই সমালোচনা গ্ৰাহ্য কৰা নাছিল।

সেই সময়ত দেখা-দেখিত মোৰো গা উঠিছিল গল্প লিখিবলৈ। এটা গল্প লিখি 'কৰুণা' নাম দি আসাম বান্ধৱলৈ পঠাইছিলোঁ। কিছুদিন পাছত ছপা হৈ-ছিল। সেয়ে মোৰ প্ৰথম কৃতকাৰ্যতা। মই প্ৰথমে বিশ্বাসকে কৰা নাছিলোঁ মোৰ তেনে ভাগ্য হোৱা বুলি। তেওঁৰ ওচৰত কৃতজ্ঞ হ'লোঁ। পাছত ময়ে তেওঁৰ ভাষাত খুঁত ধৰি চিঠি লিখা হ'লোঁ। এবাৰ তেওঁ 'আৰি থোৱা' শব্দটো ওলমাই থোৱা বুলি লিখিছিল। মই লিখিলোঁ, যদি কামৰূপী ভাষা থিয় কৰাব খোজে তেন্তে 'আলে থোৱা' বা 'অল্মে থোৱা' লিখক। তেওঁ কিবা এটা উত্তৰ দিছিল, কিন্তু তেওঁৰ যুক্তিটো বৰ দুৰ্বল আছিল। এনে সময়তে তেওঁৰ তুমি কাব্য ছপা হৈ ওলাইছিল। তেতিয়া ১৯১৫ চন। মই মৌ পিয়া দি পঢ়িলোঁ। প্ৰথম শাৰী 'তুমি, লাজৰ ৰাঙলী আভা, গাভৰুৰ গোলাপী গালত' পঢ়াৰ লগে লগে মোৰ মনত পৰি গ'ল কোন গাভৰুক লক্ষ্য কৰি এই শাৰী লিখা হ'ব পাৰে। কাৰণ, তেতিয়া মই অম্বিকা ৰায়ৰ সকলো কথা বুজা হৈ গৈছোঁ। কিন্তু যিমানে আগবাঢ়োঁ সিমানেই কিবা চিমা তেতেলা পৰা যেন লাগি গ'ল আৰু যেতিয়া আৰম্ভ-ণিৰ সৌন্দৰ্যৰাশিক নি বিশ্বপিতাৰ চৰণত ঢালি দিলে, তেতিয়া আৰু মনটো হতাশ হৈ গ'ল। ভাবিছিলোঁ হায়! যদি আৰম্ভণিৰ দৰে শুৱলা হৈ আগুৱাই যায় তেন্তে নাজানো শেষত কি সৌন্দৰ্যৰ ৰাজ্যত উপনীত হ'মগৈ। তাৰ পাছত বীণা ওলাল ১৯১৬ চনত ডিব্ৰুগড়ৰ পৰাই।

ডিব্ৰুগড়ত থাকোঁতে তেওঁ বৰগীতৰ যথেষ্ট প্ৰচাৰ কৰিছিল। এদিন যোৰহাটত এখন ডাঙৰ সভাত তেওঁ বৰগীত গাইছিল। পৰিৱেশটো বৰ সুন্দৰ হৈছিল। অস্থায়ী ষ্টেজ এখনত লতা-পাতেৰে সজোৱা দৃশ্য এটাত তেওঁ পাটৰ ধুতি-চোলা আৰু চাদৰ লৈ অৰ্গেন বজাই গাইছিল 'শুনে সখি পেখোৰে কুঞ্জলোচন' বৰগীতটি। সকলো মুগ্ধ হৈছিল। মই ভাবিছিলোঁ, পাটৰ ধুতি-চোলা সাময়িক-ভাবেহে লোৱা। কিন্তু পাছত দেখিলোঁ, নহয়, তেওঁ পাছদিনাও তাকে পিন্ধি

ফুৰিছে। মই বৰ ভাল নাপালোঁ। এটা জাকত জিলিকা পোছাক পিন্ধাৰ অৰ্থ এনেও হ'ব পাৰে। তেওঁ কবিতাৰ কিতাপ প্ৰকাশ কৰি কবি বুলি প্ৰশংসা পাইছে। তেনে অৱস্থাত নিজকে অলপ বিশেষভাৱে দেখোৱাৰ ইচ্ছা কৰাটো স্বাভাৱিক। এইটো এক প্ৰকাৰ সাহিত্যিক vanity বা ভেম। এই সময়তে 'তুমি' কাব্যৰ এটা বিজ্ঞাপন দেখা গ'ল। তেওঁৰ নামৰ আগত উপাধি লিখা হৈছিল অসমৰ 'ৰবীন্দ্ৰনাথ'। তেওঁৰ লগৰীয়া এজনে কথাটো মোৰ আগত কৈ আক্ষেপ কৰিলে। মই ক'লো—'এইটো ব্যৱসায় সম্পৰ্কীয় কথা। ইয়াত এনেকৈ লিখাত দোষ বিশেষ নেদেখোঁচোন। সকলোৱেতো জানে ৰবীন্দ্ৰনাথ এজনহে, দুজন হ'ব নোৱাৰে'। এনে কথা আৰু এবাৰ মোৰ চকুত ধৰা পৰিছিল। অৰুণা প্ৰেছ জুয়ে পোৱাৰ পাছত তেওঁ পাণ বজাৰত ঘৰ ভাড়া কৰি দিন কটাইছিল। চেতনা কাকতখনো আধা মৰা আধা জীয়া অৱস্থাত আছিল। তেতিয়া ব্যৱসায় ক্ষেত্ৰত শিক্ষিত নিবনুৱাক বাট দেখুৱাবলৈ তেওঁ 'মায়াবিনী কেমিকেল ওৱাৰ্কচ্' বুলি এটা প্ৰতিষ্ঠান খুলিছিল। তেওঁ জাননী দিলে, এহেজাৰ বছৰীয়া পুৰণি সাঁচিপতীয়া পুথিৰ পৰা উদ্ধাৰ কৰা মায়াবিনী তেলৰ এনে গুণ তেনে গুণ। মই মাজে সময়ে তেওঁৰ তালৈ গৈ থাকোঁ। এদিন ক'লোঁ—'এইটো বৰ অবিশ্বাসযোগ্য কথা, এহাজাৰ বছৰীয়া পুৰণি পুথি থাকিলে তাক দেখোন মিউজিয়ামত থ'ব লাগিছিল।' তেওঁ জবাব দিলে—'ব্যৱসায়িক জাননীৰ ক্ষেত্ৰত লোকে কিমান কূট-বুদ্ধি খটুৱায় তুমি নাজানানে? সময়ত দেখোন মৰা মানুহো জীয়াব পৰা ঔষধৰ বিজ্ঞাপন ওলায়।' মই তেওঁৰ কথাটো মানিবলৈ বাধ্য হ'লোঁ।

যি হওক, অসহযোগৰ কিছুকাল আগতে 'আসাম বান্ধৱ' কাকত নচল, হোৱাত তেওঁ 'চেতনা' আলোচনীখন উলিয়ায়। তেওঁ বৰপেটাৰ পৰা পণ্ডিত নাৰায়ণ দেৱ মিশ্ৰৰ প্ৰেছটো নি গুৱাহাটীত অৰুণা প্ৰেছ নাম দি স্থাপন কৰিলে। কোনো কোনোৰ মুখত শুনিছিলোঁ, নামকৰণৰ ক্ষেত্ৰত এগৰাকী সুন্দৰীৰ নাম জড়িত আছিল, যাৰ কাৰণে অসমৰ আন এজন কবি সংসাৰ বিৰাগী হৈছিল। চেতনাৰ সচেতন যুগত মই কোনো কোনো সময়ত তেওঁৰ আদেশ মতে ইংৰাজী প্ৰৱন্ধপাতি অসমীয়ালৈ অনুবাদ কৰি দিছিলোঁ। সেই সময়ত মই প্ৰায়ে দেখিছিলোঁ, ৰায়চৌধুৰীয়ে পুৱাৰ ৰ'দত বহি এটা বহী পঢ়ি কাটি-কুটি লিখি থকা। মই সোধাত তেওঁ কৈছিল—'এক মহাপাপীয়ে এইখন মোৰ গলত লগাই দিছে শুধৰাই চাই ছপা কৰি দিবলৈ। ফলত ময়েই লিখা যেন হৈছে। সেইখন ছপা কৰি উলিওৱাৰ লগে লগে তাত আপত্তিজনক ৰাজনৈতিক কথা থকা বুলি চৰকাৰৰ দ্বাৰা পুথিখন বাজেয়াপ্ত কৰা হ'ল আৰু প্ৰিণ্টাৰ ৰায়চৌধুৰী দণ্ডিত হ'ল। অসমত এইখনেই প্ৰথম নিষিদ্ধপুস্তক। সেই কিতাপখনত সাপেই আছিল নে বেঙেই আছিল মোৰ চাবলৈ নহ'ল। তেওঁৰ জীৱনত এই সময়খিনি কেৱলীয়া জীৱন। এটা ১৪ বাতিৰ 'ডিটমাৰ' লেম্পৰ ওপৰত চচ্‌পেনত ভাত ৰান্ধি সংক্ষিপ্ত ভোজন কৰে, ৰাতি হ'লে পোহৰ হিচাপেও ব্যৱহাৰ কৰে। ময়ো সেই লেম্পৰ ওপৰত ইক্‌মিক কুকাৰ ওলোমাই একে কাৰ্যকে কৰিছিলোঁ। সেই সময়খিনিত পৃথিৱীৰ বহু প্ৰকাৰৰ দল-উপদলৰ পাওাই আহি তেওঁক হাত কৰিব খুজিছিল। তেনে এটা দলৰ নাম আছিল হেনো 'জাত-পাত তোড়ক মণ্ডল'। নামেই



দলৰ কাৰ্যপ্ৰণালী প্ৰকাশ কৰে। এইবোৰ ঘটনা ১৯২৪ চনৰ পাছৰ। ইয়াৰ ভিতৰতে তেওঁ বৰপেটালৈ আহি কংগ্ৰেছৰ কাম কৰি জেলত পৰা, অৰুণা প্ৰেছ পুৰি যোৱা আদি ঘটনা ঘটি গৈছে। তেজপুৰৰ জেলত থাকোঁতে তেওঁৰ ওপৰত জেল কৰ্তৃপক্ষৰ নিৰ্যাতন যি যি হৈছিল তাৰ প্ৰতি ক্ষেত্ৰতে তেওঁ একোটা গান মুখে মুখে ৰচনা কৰি অসমীয়া সংগীতক ধন্য কৰি গৈছে। এই গানকেইটা পাছত দেৱেন্দ্ৰ নাথ উজীৰ জেলৰ পৰা মুকলি হৈ আহোঁতে কিবা ফাচৰা কাগজত পেঞ্চিলেৰে লিখি দি পঠাইছিল।

১৯১৯ চন। মই তেতিয়া যোৰহাটত দশম শ্ৰেণীৰ ছাত্ৰ। চেতনাত দুই-এটা কবিতা প্ৰকাশ কৰোঁ। এবাৰ ৰায়চৌধুৰীয়ে শৰৎ গোস্বামীৰ 'ময়না' নামৰ গল্প কিতাপখনৰ সমালোচনা কৰে। সেই সমালোচনাত অসন্তুষ্ট হৈ গোস্বামী ডাঙৰীয়াৰ কেইজনমান বন্ধুৱে এটা অভিনৱ উপায়ে চেতনাৰ ওপৰত জাল জাৰিলে। তেওঁলোকে একেলগে কেবাজনেও চেতনাৰ ভি-পি ফিৰত দিলে। গুৱাহাটীত ৰায়চৌধুৰীয়ে মোক কথাটো ক'লে। মই যোৰহাটলৈ গৈ 'কবিৰ ক্ৰোধ' নাম দি ইংৰাজী-অসমীয়া মিহলাই এটা ধেমেলীয়া কবিতা চেতনাত প্ৰকাশ কৰোঁ। সেই একে সংখ্যাতে বৰপেটাৰ পৰা সোণাপতি দেৱ শৰ্মায়ো এটা কবিতা লিখিলে 'কুবেৰ' ছদ্মনাম লৈ। ইয়াৰ পাছত কি হ'ল, সেই ভদ্ৰলোকসকলে পুনৰ চেতনা ল'লে নে নাই নাজানিলোঁ।

মই যেতিয়াই তেওঁক লগ পাওঁ তেতিয়াই তেওঁ বৰপেটাৰ সকলো বিষয়ৰ পুংখানুপুংখ বাতৰি পেচি পেচি আদায় কৰিছিল। কীৰ্তন ঘৰৰ মেলবিলাক গ'লনে, নতুন শিক্ষিতসকলে দেশ-জাতিৰ কাৰণে আলোচনা কৰেনে, কোনো কাম-কাজ হাতত লয়নে, পাকিস্তানী পক্ষৰ প্ৰতিৰোধৰ অৰ্থে চেষ্টা কৰেনে, কলা-সাহিত্যৰ বাবে কিবা কৰেনে, বেপাৰ বাণিজ্যৰ অৱস্থাৰ কথা ভাবেনে, মদৰ ব্যৱহাৰ আছে নে ইত্যাদি। তেওঁৰ চকুৰ আগতে থকা যেন লাগিছিল পুৰণি বৰপেটাখন। বৰপেটাৰ কিবা ক্ষতি হোৱা যেন পালে তেওঁ সহ্য কৰিব নোৱাৰিছিল। বৰপেটাৰ সাংস্কৃতিক জীৱনৰ ভৱিষ্যত চিন্তা কৰি তেওঁ ক্ষিপ্ত হৈ উঠিছিল। সেই ভয়তে বহুতে তেওঁৰ ওচৰ চাপিবলৈ সাহ নকৰিছিল। ময়ো বৰ সাৱধানেহে তেওঁৰ কাষ চাপিছিলোঁ। পমুৱা সমস্যাৰ বিষয়ে বাতৰি প্ৰকাশ কৰাত কোনো কোনো পমুৱা উকীলে তেওঁক হেনো কঠোৰ সমালোচনা কৰিছিল। কিন্তু তেওঁ 'ডেকা অসম'ত এই দলক নিষ্ঠুৰভাৱে কুঠাৰাঘাত কৰিছিল। হটিবৰ পাত্ৰ তেওঁ নাছিল।

এই সময়তে মই অসম সংৰক্ষিণী সভাৰ বাবে বৰপেটাৰ পৰা নগাওঁলৈ চাইকেল যাত্ৰা আৰম্ভ কৰিছিলোঁ। মোৰ লগত বৰদাকান্ত চৌধুৰী। লগত ল'লো সম্বল পাঁচ টকা ৰূপ, চাইকেলৰ যন্ত্ৰপাতিৰ বাকচ আৰু চাইকেলত দিয়া তেলৰ টেমা এটা। দুপৰীয়া খাই বৈ উঠি বৰপেটাৰ পৰা আমৃখোৱাইদি পাণ্ডু পালোঁ গধূলি। চাইকেলখনৰ আগ চকাটো খুলি ভঙা চাইকেল বুলি ভাও দি কম ভাড়াত ঘাট পাৰ হৈ গুৱাহাটীত ভাত-পানী খাই পাছদিনা পুৱাতে কেইটামান কমলা টেঙা আৰু কুকুৰা কণী লৈ নগাওঁলৈ চাইকেল চলাবলৈ আৰম্ভ কৰিছিলোঁ। বাটত ধৰমতুলত চাহ আৰু ৰুটি খালোঁ। এনেকৈ ৰহা পালোঁ। পাছদিনা পুৱা

নগাওঁ পালোঁ। দুপৰীয়া সভা আৰম্ভ হ'ল। ভলন্টিয়াৰসকলে আমাৰ আগত যাত্ৰাৰ কথা আগতে নজনোৱাৰ কাৰণে বেজাৰ কৰিলে, আমাক আদৰি নিবলৈ নোপোৱাৰ কাৰণে। সভাত ৰায়চৌধুৰীয়ে বক্তৃতা দিলে। অসমীয়া মানুহৰ ওপৰত ক্ষুণ্ণ হৈ বহুতো কথা ক'লে। সভাপতি নীলমণি ফুকনেও বহুপৰ ধৰি জাল জাৰি বক্তৃতা দিলে। পাছদিনা সমজুৱাসকলৰ লগত এখন ফটো লোৱা হ'ল। মাজত দুজনী ছোৱালী মেখেলা-চাদৰ পিন্ধি দুখন পতাকা হাতত লৈ থিয় হৈ আছিল। পাছত ৰায়চৌধুৰীক ক'লোঁ, এই একে যাত্ৰাৰে যোৰহাটলৈ যাওঁ। তেওঁ ক'লে—'বিনা কামে এনেকৈ ঘূৰি ফুৰাতকৈ ঘৰলৈ গৈ সংৰক্ষিণীৰ মতবাদ প্ৰচাৰ কৰাগৈ'। তেওঁৰ কথা শুনি আমি ঘৰলৈ চাইকেল চলালোঁ। ইয়াৰ পাছতে মই আৱাহনত গল্প লিখিবলৈ ধৰিলোঁ। দুটা চৰিত্ৰৰ হতুৱাই তৰ্ক কৰালোঁ। এটাই সংৰক্ষিণীক ঠাট্টা কৰিছে আৰু আনটোৱে উত্তৰ দিছে। 'তোমাৰ ৫০ বছৰীয়া কংগ্ৰেছেনো কি সোপা আনি দিছে?' এইখিনি লিখা পাই ৰায়চৌধুৰীয়ে মোক কৈছিল—তুমি ঠিকেই কৈছা, এনেকৈ কিতাপত লিখা থাকিলে ভৱিষ্যতলৈ কথা ৰৈ যাব। মুখৰ তৰ্কাতৰ্কি ঠাইতে অন্ত হয়।

এদিনাখন বৰপেটাত চৰবিলাকত মৈমনছিঙীয়া মানুহ বহাত সেই বিষয়ে এখন সভা বহিল। এই সভাত মধুসূদন দাস, ভূমিধৰ দাস আদি আৰু মোক লৈ এটা deputation পঠাই বৰদলৈ-ফকৰুদ্দিন মন্ত্ৰীসভাত প্ৰতিবাদ কৰিবলৈ সিদ্ধান্ত ল'লে। সভাই চৰবিলাকৰ survey কৰাৰ দায়িত্ব দিলে। ৰায়চৌধুৰীয়ে কথাটো গম পাই বৰপেটা সত্ৰৰ সত্ৰাধিকাৰ আৰু মোলৈ এখন তাঁৰবাৰ্তাৰে ধন্যবাদ জনালে।

১৯৩৫ চনমানত বৰপেটালৈ গভৰ্ণৰ আহোঁতে এদল ৰাজভক্তই তেওঁক কীৰ্তন-ঘৰ দেখুৱাৰ প্ৰস্তাৱ কৰে। কিন্তু তেওঁক জোতাৰে প্ৰৱেশ কৰাৰ প্ৰস্তাৱ দেখি আমি কিছুমানে তাৰ বিৰুদ্ধে জনমত জগাই তুলিবলৈ চেষ্টা কৰিছিলোঁ। সেই চেষ্টাত ৰায়চৌধুৰীয়েও গুৱাহাটীৰ পৰা আহি যোগ দিলে। কিন্তু কীৰ্তনঘৰৰ মেল্‌কী দুই-এজন উকীল আৰু কিছুমান তেনেকুৱা মানুহৰ প্ৰভাৱত গভৰ্ণৰৰ প্ৰৱেশ বন্ধ কৰিব পৰা নগ'ল। যি কীৰ্তন ঘৰৰ চৌহদত পাদুকাৰে কোনোৱে সোমাব নোৱাৰে, তাত খৃষ্টান গভৰ্ণৰে জোতাৰে পদাৰ্পণ কৰিলে আৰু স্বয়ং সত্ৰাধিকাৰে আহি হাতত ধৰি তেওঁক আদৰি নিলে। এই বিষয়ে প্ৰেছৰ সকলো খবৰ বন্ধ কৰি দিয়া হৈছিল। আনকি ডাকঘৰৰ পৰাও চিঠি-পত্ৰ লুপ্ত কৰি দিয়া হৈছিল। কোনো কোনোৱে ৰায়চৌধুৰী প্ৰমুখ্যে কেইজনমানক হেনো কৈছিল যে সত্ৰৰ কথাত মাত মাতিবৰ তেওঁলোকৰ কোনো অধিকাৰ নাই। কাৰণ তেওঁলোকৰ ঘৰ সত্ৰৰ মাটিৰ বাহিৰত। এই কথাত ৰায়চৌধুৰীয়ে ঘোৰ আক্ষেপ প্ৰকাশ কৰিছিল।

গ্ৰুপিং বিৰোধী আন্দোলনৰ সময়ত ৰায়চৌধুৰীয়ে বৰপেটাত একাধিকবাৰ সভা পাতি ৰাইজক জগাই তুলিবৰ চেষ্টা কৰিছিল। এদিনৰ সভাত তেওঁ কৈছিল —'গোটেই অসমৰ পৰা এক লাখ স্বেচ্ছাসেৱক মোৰ লগত ওলাওক, গ্ৰুপিং বন্ধ হৈ যাব।' কোন স্বেচ্ছাসেৱক হৈ ওলায় এতিয়া? সকলোৱে শুনি গ'ল মাত্ৰ। এনেতে মাজতে মই উঠি ক'লো—'আপুনি কেইজন স্বেচ্ছাসেৱক পাবৰ আশা কৰে? মই কৈছোঁ এজনো নাপায়।' তেওঁ তেতিয়া সকলোকে সম্বোধন কৰি ক'লে—



'প্ৰসন্ন চৌধুৰীয়ে কৈছে, মই বোলে এজনো স্বেচ্ছাসেৱক নাপাওঁ। হয়নে?' তৎক্ষণাত সভাৰ ধৰণ বদলি গ'ল। হাজাৰ হাজাৰ কণ্ঠই চিঞৰি উঠিল—'পাব, পাব। আমি সকলো বাহিৰ হ'ম।

এখন সভাত ৰায়চৌধুৰীয়ে পাকিস্তান আৰু পাকিস্তানীৰ সাম্ভাব্য প্ৰভাৱৰ কথা কৈ বৰপেটাৰ নিষ্ক্ৰিয় ডেকাদলক অত্যন্ত কঠোৰ ভাষাৰে সাৱধান কৰি দিছিল। গ্ৰুপিং যদিও নহ'ল, বৰপেটা শেষলৈ নিষ্ক্ৰিয়ই হৈ থাকিল। চৰকাৰ বিশ্বপ্ৰেমত পমি গ'ল আৰু সেই পৰ্বৰ সিমানতে ওৰ পৰিল। বৰপেটাৰ মূৰৰ ওপৰত ওঁলমি থকা পাকিস্তানীৰ ৰাম-দাখনৰ কথা কৈ তেওঁ আন্দোলন কৰিবলৈ সত্ৰলৈ চিঠি আৰু তাঁৰ-বাৰ্তা দিছিল আৰু তাৰ নকল মোলৈকো পঠাইছিল। সভাত মই সভাপতি হ'ব লগা হৈছিলোঁ। সভাৰ বৃত্তান্ত শুনি ৰায়চৌধুৰী সন্তুষ্ট হৈছিল আৰু দেশৰ বৰ্তমান অৱস্থাৰ ওপৰত এখন নাটক লিখি বৰপেটা আৰু গুৱাহাটীতো অভিনয় কৰি দেখুৱাবলৈ কৈছিল আৰু তেনে নাটক এখন হ'ল নে নাই তাৰ খবৰ সুধি চিঠি দিছিল।

শেষত আহিল ১৯৬৬ চনত তেওঁৰ সম্বৰ্ধনা সভা। বৰপেটাত। বৰপেটাই তেওঁক আন কামেৰে সন্তুষ্ট কৰিব পৰা নাছিল যদিও সেই আয়োজনে তেওঁক আনন্দ দিছিল। তেওঁ কৈছিল, তেওঁ আৰু দহ বছৰ জীয়াই থাকিব। মই কৈছিলোঁ—'তেওঁ শতায়ু হওক।' মোহনলাল চৌধুৰীয়ে কবিতাৰে তেওঁক আদৰিছিল—

ইয়াৰ ধূলিও মহাপুৰুষৰ পদৰেণু যেন লাগে,
সেয়ে ঘূৰি পুনু আমাৰ কবিয়ে তাৰে এমুঠি মাগে;
হিয়া উবুৰিয়াই আঁজলি পূৰাই দিয়া সমাদৰে ভাই,
আহিছে আহিছে আকৌ আহিছে আমাৰ অম্বিকা ৰায়;
আমাৰ কাৰণে গৌৰৱ আনিছে উচ্চ কৰিছে আমাৰ শিৰ,
নৰ-নাৰী আজি আকুল অধীৰ আনন্দত বয় নীৰ।

# মাইকেল কীণ আহোঁতে

মোহনলাল চৌধুৰী

অম্বিকাগিৰী ৰায়চৌধুৰীক মই সৰুৰে পৰাই দেখি আহিছিলোঁ। কাৰণ, তেওঁৰ ঘৰ আমাৰ ঘৰৰ পৰা বেছি দূৰত নহয়। তেওঁক কেতিয়াবা দেখোঁ আৰু কেতিয়াবা নেদেখোঁ। তেওঁ মাজে মাজে ঘৰত নাইকিয়া হয় আৰু কেতিয়াবা হঠাতে আহি ওলায়। বাটেৰে অহা-যোৱা কৰোঁতে তেওঁক লগ পাওঁ। মোক চিনি পায়। ইয়াৰ বাহিৰে তেওঁৰ বিষয়ে একো জানিব পৰা হোৱা নাছিলোঁ। কাৰণ মই তেতিয়া একেবাৰে সৰু। হঠাৎ এদিন শুনিলোঁ, হাৰিজানত হেনো গীত-অভিনয় হ'ব। আমাৰ ওচৰতে ঠাই টুকুৰা। চাবৰ বৰ মন। কিন্তু আইৰ কড়া পহৰাৰ কাৰণে ক'লৈকো যোৱাৰ সাধ্য নাছিল। আমাৰ ঘৰত কাতিয়া নামৰ নলবাৰীৰ মানুহ এজন আছিল। তেওঁক ধৰকৈ ধৰাত নিবলৈ সন্মত হ'ল আৰু আয়েও যাবলৈ দিলে। আমি ওলাই গ'লো। চাওঁতে যাত্ৰা-থলী লোকে লোকা- ৰণ্য। মোক সৰু দেখি চিনি পোৱা কিছুমান মানুহে 'যা বাপা আগক লগি যা' বুলি আগলৈ ঠেলি দিলে। দহঁৰাত বাজনা বাজিব লাগিছে। ৰায়চৌধুৰীৰ আগত হাৰমনিয়মটো। মোক দেখি তেওঁ ক'লে-- 'তয়ো আহিছ। আহ, বহ ইয়াতে। মই স্বৰ্গ ঢুকি পোৱা যেন পালোঁ।

যাত্ৰা আৰম্ভ হ'ল। মানুহে কোৱা মনত পৰে অসমীয়া নাটক 'জয়দ্ৰথ বধ' ৰায়চৌধুৰীয়ে নিজে কাটি উলিয়াইছে। তেওঁ হেনো বঙালী যাত্ৰাগান নকৰে। তেতিয়া মই সেইবিলাকৰ মেৰ-পেচ বুজিব পৰা হোৱা নাছিলোঁ। অভিনয় দেখি দেখি পমি যাবলৈ ধৰিলোঁ। পঞ্চ-পাণ্ডৱ ওলাল। ভাওনাৰ ৰাজ-পোছাকে চামনে হাৰমনিয়মত বুলোৱা অম্বিকাগিৰীৰ আঙুলিকেইটাকে চাম। কেতিয়াও নেদেখা কাৰ্যবোৰ দেখি তবধ মানিলোঁ। এতিয়াও মনত পৰে, শ্ৰীকৃষ্ণই যেতিয়া অভি- মন্যুৰ দুঃখ পাহৰাবলৈ অভিমন্যুৰ প্ৰতিমূৰ্তি দেখুৱালে, তেতিয়া সহদেৱে 'আহা আহা বোপা বহাহি মোৰ কোলাত' বুলি বিলাপ কৰিলে। আজি ভাবোঁ, মোৰ কুমলীয়া মনত প্ৰভাৱ বিস্তাৰ কৰা সেই গুণী অভিনেতা-শিল্পীসকলৰ গুণ-গৰিমা উপযুক্ত প্ৰচাৰ মাধ্যমৰ অভাৱত শ্মশানতে লয় পালে। আজিও চহৰৰ পৰা দূৰত জীৱন নিৰ্বাহ কৰা বহু লোকৰ গুণৰাজি হাবিৰ মাজৰ সুগন্ধি ফুলৰ সৌৰভ হাবি- তে লীন হৈ যোৱাৰ দৰে অজ্ঞাতে বিলীন হৈ যাব ধৰিছে।

অম্বিকাগিৰীৰ ঘৰৰ আগত ঔ গছ এজোপাৰ তলত টিনপাতৰ চালি এখন আছিল। তাতে অম্বিকা পাটোৱাৰীৰ লগত প্ৰায়ে গীতৰ আখৰা কৰা দেখিছিলোঁ। পাটো- ৱাৰী সুগায়ক আৰু ভাল অভিনেতা আছিল। তেওঁ সদায় ৰজাৰ ভাও লৈছিল। সেই কাৰণে মানুহে তেওঁক 'অম্বিকা ৰজা' বুলিছিল। মই মাজে মাজে ঔ জোপাৰ তললৈ গৈ তেওঁলোকৰ গান শুনোঁ। এদিন অম্বিকাগিৰীয়ে হাঁহি হাঁহি মোক কাষত বহুৱাই লৈ কৈছিল--'খুৰী (মোৰ আই)ক ক'বি, তোক এটা হাৰ- মনিয়ম কিনি দিব, গান শিকিবি'।



আমাৰ ডাঙৰ দাদা গণেশলাল চৌধুৰীয়ে অম্বিকাগিৰীৰ 'তুমি' কাব্যখন আনি মোৰ পঢ়া টেবুলৰ ড্ৰয়াৰত থৈছিল। বাহিৰা কিতাপ পঢ়া নিষেধ; সেয়ে সেইখন লুকাই লুকাই পঢ়োঁ। আজিকালি ল'ৰা-ছোৱালীয়ে পৰীক্ষা হলত নকল কৰাৰ দৰে কিতাপখন টেবুলৰ তলত আঠুৰ ওপৰত থৈ পঢ়োঁ; স্কুলৰ পাঠ্যপুথি এখন এনেয়ে টেবুলৰ ওপৰত মেলি থওঁ যাতে আনে মোক পাঠ্যপুথি পঢ়ি থকা বুলি ভাবে। মানুহ অহা গম পালেই লৰালৰিকৈ পাঠ্যপুথিখনত মিছাকৈয়ে চকু ফুৰাওঁ আৰু আঁতৰ হ'লেই 'তুমি'খন মেলি লওঁ। এনে লুকা-ভাকু খেলি থাকোঁতে এদিন গণেশ দাদাৰ হাতত ধৰা পৰিলোঁ আৰু তেওঁ মোক কাণত ধৰি চ'ৰাঘৰৰ আগলৈ চোঁচোৰাই লৈ আহিল। এটা ডাঠ বকলাৰ দীঘল জোঙা টুপী সাজি উলিয়ালে আৰু ডাঙৰকৈ 'গাধা' শব্দটো লিখি সেইটো মোৰ মূৰত পিন্ধাই দিলে। মই কাণদুখনত ধৰি থিয় হৈ থাকিলোঁ। আয়ে আহি দেখি চক্ খাই সুধিলে-- 'আইদে, কোনে তোৰ এই অৱস্থা কৰিলে?' তেতিয়া দাদাই সকলো কথা আইৰ আগত ক'লে আৰু লগতে যোগ দিলে 'এইবিলাক কিতাপনো সি পঢ়িব লাগেনে'? তাৰ পাছত আয়ে মোক খালাচ দিলে।

এবাৰ মই ভয়ে ভয়ে মব সাহ কৰি অম্বিকাগিৰীৰ 'চেতনা' আলোচনীলৈ এটা কবিতা লিখি পঠালোঁ। কবিতাটো প্ৰথম পাততে প্ৰকাশ হ'ল। কিন্তু তাত মোৰ নামটো নাই। এদিন সুবিধা বুজি মই তেওঁক সুধিলোঁ--'দাদা, মোৰ কবিতাটোত দেখোন মোৰ নামটো নিদিলে?' তেতিয়া তেওঁ হাঁহি হাঁহি ক'লে-- 'বুজিছা মোহন, কবিতাটো মোৰ বৰ ভাল লাগিল। কিন্তু তই যে এনে কবিতা লিখিব পৰা হৈছ এই ভাবি নামটো নিদিলোঁ। এইবাৰ কবিতা দিলে তোৰ নামটো নিশ্চয় দিম।'

মাজতে মই বৰপেটা এৰি তেজপুৰত থাকিবলৈ ল'লো। দেশত তেতিয়া পছোৱা বতাহ ব'বলৈ ধৰিছে--কংগ্ৰেছ, মহাত্মা, বৃটিছ খেদা, স্বাধীনতা ইত্যাদি। মই অঘৰীৰ দৰে ঘূৰি ফুৰিবলৈ ধৰিলোঁ। ক'ৰ পঢ়া ক'ত পৰি থাকিল নিজেই ক'ব নোৱাৰা হ'লো। জ্যোতিপ্ৰসাদ-অম্বিকাগিৰীৰ গীতত দেশ-প্ৰেমৰ শিহৰণ অনুভৱ কৰোঁ। মাজে মাজে অম্বিকাগিৰীক লগ ধৰোঁ। তেওঁৰ মুখত 'ধৰ ঝাৰু ধৰ ভাই। আৰু চাবৰ সময় নাই। চাই থাকোঁতে মুখত কেৱল ভৰিল কাজল ছাই' গীত শুনিলে বুকুত জিন্কা লাগি যায়। এদিন মই দ্বীজেন্দ্ৰলাল ৰায়ৰ 'ভাৰতবৰ্ষ' আৰু ৰমানন্দ চট্টোপাধ্যায়ৰ 'প্ৰবাসী' দুখন লৈ গৈ তাত প্ৰকাশিত প্ৰবন্ধ কিছুমান তেওঁক দেখুৱাওঁ। আচাৰ্য প্ৰফুল্ল চন্দ্ৰ ৰায়ে বংগবাসীক ধিক্কাৰ দি লিখিছে, বংগদেশত ঠেলা, ৰিক্সা, গৰু-গাড়ী চলোৱা মানুহ নাই নেকি যে আন প্ৰদেশৰ মানুহে আহি সেইবোৰ কাম কৰিব লাগে; ৰান্ধনি নাই নেকি যে উৰীয়া মানুহ লাগে? আজি বঙালীসকলে সেই মহান পুৰুষসকলৰ বাক্য বেদ- বাণী বুলি ধৰি লৈ দুৰ্ঘোৰ ৰাতি বিশাল এলাহৰ নদী পাৰ হৈছে। ৰায়চৌধুৰীয়ে মোৰ কথাবোৰ দুগুণ উৎসাহেৰে সমৰ্থন কৰিলে আৰু অসমীয়া জাতিৰ এলাহৰ গাঁঠি ভাঙিবলৈ পৰামৰ্শ দিলে। মই আমাৰ 'গিৰীৱৰ'ৰ অন্তৰতো প্ৰফুল্ল চন্দ্ৰ ৰায়- হঁতৰ দৰেই গভীৰ আত্ম-মৰ্যাদাবোধ দেখা পালোঁ। মই ভাবোঁ, অম্বিকাগিৰী আছিল অসমৰ জান-জুৰি-পৰ্বত ফালি ওলাই অহা শক্তিৰ এটা বিশাল ধাৰা।

বহুতে তেওঁক সেই কাৰণে ঠেক মনোবৃত্তিৰ দুৰ্ঘোৰ প্ৰাদেশিকতাবাদী বুলি ঘিণাইছিল। তেওঁ মোক কৈছিল--'বুজিছা মোহন, কংগ্ৰেছ আৰু অইন প্ৰদেশৰ মানুহে মোক প্ৰাদেশিকতাবাদী বুলি কয় আৰু হাঁহে।' মই সুধিলোঁ--'আপুনি তেন্তে কি?' তেওঁ তেতিয়া কৈছিল--'মই বিচাৰোঁ ভাৰতৰ নানা প্ৰদেশৰ পৰা অসমলৈ অহা মানুহবোৰ অসমীয়া হৈ যাব লাগে। এনেকৈ অসমীয়া হৈ পৰা বহুত মানুহ অসমত আছে। আজিকালি কিন্তু হ'ব নোখোজে। কাৰণ, তেওঁলোকৰ সংখ্যা বহুত বাঢ়িল। যদি অন্য প্ৰদেশৰ পৰা অহা মানুহবোৰে পাম ধৰা মানুহৰ দৰে অসমত বসতি কৰি ইয়াৰ ফচল নিজৰ প্ৰদেশলৈ লৈ যায়, তেনেহ'লে এইখন কিহৰ অসম হৈ থাকিল? বংগৰ পৰা অহা মানুহকে যদি মাটিবোৰ বিলাই থাকে, অসমীয়াৰ সতি-সন্ততিসকলে ঠাই পাব ক'ত?'

অম্বিকাগিৰীৰ দৰে জীৱনৰ ভোগ-বিলাস সম্পূৰ্ণ ত্যাগ কৰি দেশ দেশ বুলি মৰা মানুহ কেইজন আছে? 'গিৰীবৰ' আছিল দেশৰ কাৰণে কৃচ্ছ্ৰসাধক। ৰাণা-প্ৰতাপে যেনেকৈ দেশৰ কাৰণে অৰণ্যত গৈ বনৰীয়া ঘাঁহৰ গুটিৰ পিঠা কৰি ল'ৰা-ছোৱালীক খুৱাইছিল, ঠিক সেইদৰে তেৱোঁ পৰিয়ালটোক অশেষ দুঃখ-কষ্ট খুৱাই দেশৰ কাম কৰিছিল।

উজান বজাৰৰ কে-এল বৰুৱাৰ ঘৰৰ ওচৰৰ এটা সৰু ঘৰত মই দেখিছিলোঁ-'ডেকা অসম'খন ছপা কৰা মেছিনটো। ঘৰটোৰ অৱস্থা আছিল একেবাৰে জৰাজীৰ্ণ। ঘৰটোৰ বাহিৰত এখন খাট, তাৰ ওপৰত এখন সতৰঞ্চি পৰা, তাতে বহি তেওঁ 'ডেকা-অসম'ৰ প্ৰুফ চায়। মানুহৰ লগত কথাও কয়। মাজে মাজে চাধা আৰু চূণ মাৰি খায় আৰু তেনেকৈয়ে দেশখনত খলক লগাই থাকে। তেওঁ সদায় এডাল লাখুটি লৈ ফুৰিছিল। কেতিয়াবা হঠাৎ লাখুটিডাল লৈ কোনো কামত গপ্‌গপাই বাহিৰলৈ ওলাই যায়। বাটত যদি ক'ৰবাত ডেকা ল'ৰাৰ দল লগ পায়, তাতেই বক্তৃতা আৰম্ভ কৰি দিয়ে--'বুজিছা বোপাহঁত, দেশ যাব ওলাইছে, তহঁতে নাৰাখিলে অসম যাব, তহঁতে কিবা এটা কৰ।' ডেকা ল'ৰা লগ পালেই কৈছিল--'কিবা এটা কৰ।' বহুতে নিশ্চয় নাজানে, তেওঁ লেম্পৰ জুইত ভাত ৰান্ধি খাইছিল। কিন্তু তেনেকৈ ভাত ৰান্ধিও তেওঁ দেশৰ কথা পাহৰা নাছিল। এদিন হালিম ডাক্তৰ বোলা লোক এজনৰ আগত অম্বিকাগিৰীৰ গুণৰ কথা ক'লোঁ। হালিম ডাক্তৰে আপ্লুত হৈ অম্বিকাগিৰীলৈ চিঠি এখন লিখিলে--'আপোনাৰ কথাবিলাক শুনি মোৰ বৰ ভাল লাগিল। আপুনি আমাক যদি নতুন অসমীয়া নামেৰে মাতে বৰ আনন্দ পাম।' চিঠিখন ময়েই নি অম্বিকাগিৰীৰ হাতত দিছিলোঁ। তেওঁ সেইখন ডেকা-অসমত ছপাই দিছিল।

জেলৰ পৰা ওলাই বৰপেটাত এনেয়ে আছোঁ। হঠাৎ এদিন শংকৰ হলৰ আগত প্ৰাক্তন মুখ্য ন্যায়াধীশ মহেন্দ্ৰ পাঠকৰ পিতৃ গোবিন্দ পাঠকে লগ পাই ক'লে--'বাপা, এটা বৰ ডাঙৰ কথা হ'ল, শুনছানা?' মই সুধিলোঁ--'কি কথা?' তেওঁ ক'লে--'এহ্ ৰাম, এই ডাঙৰ মানুহবোৰে আমাৰ ধৰ্ম-কৰ্ম তলত খেদাবলৈ ওলাইছে।' এনেয়ে নাচনী, তাতে নাতিয়েকৰ বিয়া। মই সুধিলোঁ--'কি হৈছে কওকচোন।' তেওঁ ক'লে--'অসমৰ গভৰ্ণৰ চাহাব আৰু তেওঁৰ পাৰিষদবৰ্গক আমাৰ কীৰ্তন-ঘৰৰ কম্পাউণ্ডৰ ভিতৰলৈ সোমাবলৈ অনুমতি দিছে'। 'কিয় দিছে' বুলি মই সুধিলোঁ।



তেওঁ ক'লে--'অসমৰ ৰজা বৰপেটালৈ আহিব। শুনি সত্ৰৰ মেলকীসকলে মঠৰ চোতালত মেল কৰি বৰপেটাৰ এচ-ডি-অ'ক প্ৰাৰ্থনা জনায় যে অসমৰ ৰজা বৰপেটালৈ আহিছে যেতিয়া মহাপুৰুষৰ সত্ৰখন চাই যাব লাগে (সেই সময়ত মহকুমাধিপতি আছিল জেহেৰুল হক)। মহকুমাধিপতিয়ে কৈছে, আপোনালোকে যদি গভৰ্ণৰ আৰু তেওঁৰ পাৰিষদবৰ্গক সম্পূৰ্ণ পোছাকেৰে ( the Governor and his party in full costume ) সোমাব পাৰে বুলি লিখি দিয়ে, তেন্তে মই অনুৰোধ কৰি চাব পাৰোঁ। তাতে উকীল সন্থাৰ সভাপতি আৰু আন আন সকলে হেনো লিখি দি আহিছে। বাপা, তোমালোক ডেকা কংগ্ৰেছীসকলে পাৰা যদি কিবা এটা কৰা, নহ'লে সত্ৰৰ নাম নুমাব।' মই ক'লো--'ৰাইজে বা কি কয়?' তেওঁ তপৰাই ক'লে--'এহ বাপা, ৰাইজে ভিতৰি ভিতৰি জ্বলি-পকি আছে। হাটীয়ে হাটীয়ে ফাচ-ফুচ মেল। ইফালে মুখিয়ালসকল, সিফালে চৰকাৰ, জানাই দেখোন সময়টো কেনেকুৱা হৈছে। ভয় বাপা, ভয়।'

মই গৈ আমাৰ দাদা প্ৰসন্নলাল চৌধুৰী আৰু গিৰীশচন্দ্ৰ চৌধুৰীক কথাটো ক'লোঁ। তেওঁলোক লগে লগে উত্তেজিত হৈ উঠিল আৰু এখন প্ৰচাৰ-পত্ৰ ( leaflet ) লিখি উলিয়ালে। আমি ৰাতি গৈ চৌকিদাৰৰ হতুৱাই বিদ্যাপীঠ হাইস্কুলৰ তলা খুলি লিথু-যন্ত্ৰটো লৈ আহিলোঁ। ৰাতিয়েই সেইখন লিথুত মাৰি পাছদিনা পুৱা ৰাইজৰ মাজত বিলাই দিলোঁ আৰু বেজবৰুৱা প্ৰমুখ্যে বাহিৰৰ নাম জ্বলা মানুহলৈ ডাকত পঠালোঁ। খবৰ প্ৰচাৰিত হোৱাৰ লগে লগে মোৰ লগৰীয়া পৰমানন্দ দাস (আব্‌ৰা), ৰাজেন দাস, হেমচন্দ্ৰ মেধি, দেবেন্দ্ৰ নাথ উজীৰ, ঘনশ্যাম দাস (কৱিৰাজ) দীনবন্ধু ওজা (গাওঁবুঢ়া), দুৰ্যোধন নায়ক আদি আহি মোৰ লগ লাগিলহি। দুৰ্যোধন নায়কৰ ঘৰ পাঠশালাত। চেনীৰাম মহাজনৰ পুত্ৰ। দীনবন্ধু বৰ উগ্ৰ আৰু দুৰ্দান্ত সাহসী ল'ৰা। আইন অমান্য আন্দোলনত আমি দুয়ো এবাৰ বৰপেটাৰ ট্ৰেজাৰীটো লুট কৰাৰে চেষ্টা কৰিছিলোঁ। কীৰ্তনঘৰৰ ঘটনাটোত আমি আটাইকেইজন সক্ৰিয়ভাবে নামি পৰিলোঁ। আমি সত্ৰৰ মুখিয়ালসকলকো আমাৰ আপত্তি জনাব খুজিছিলোঁ। কেবাদিনো গৈ সত্ৰৰ মঠৰ চোতালত অপেক্ষা কৰিলোঁ। কোনো মুখিয়াল নাহিল। বৰং কোৱা-মেলা কৰা শুনিলোঁ--'বাপাহঁত, বৰপেটাৰ মুৰ্গীখোৱা দলটোচোন মঠৰ চোতালত বহা হ'ল।' আমাক মুৰ্গী খোৱা বোলাৰ কাৰণ আছিল। আমি কেইজনমান ডেকা মুৰ্গী খোৱাত অভ্যস্ত আছিলোঁ। প্ৰসন্ন দাদাই দলটোৰ নাম দিছিল All India fowl eaters' congress। আমাৰ ঘৰতে আড্ডা। দলৰ সদস্যসকল আছিলোঁ প্ৰসন্ন দাদা, অক্ষয় কুমাৰ দাস, বনমালী দাস, নবীন দাস (বিদ্যাপীঠৰ শিক্ষক), গোৱালপাৰাৰ খগেন দাস আৰু মই। নখন্দা নদী পাৰ হৈ গৈ মুৰ্গী বিচাৰি আনো। যিহওক, এইবাৰ মুৰ্গী খোৱা দলটোৰ হাততেই পৰিল ধৰ্ম ৰক্ষাৰ গুৰু দায়িত্ব।

সেই সময়ত অম্বিকাগিৰী বৰপেটাতে আছিল। তেওঁ কেতিয়া আহিছিল নাজানো। সম্ভৱতঃ গভৰ্ণৰ অহা খবৰ পায়েই বৰপেটালৈ আহিছিল। আমি তেওঁক দাঁৰৰ বাতৰি দাঁৰে দি পৰামৰ্শ লৈ আছিলোঁ। গভৰ্ণৰক আপত্তি দিয়াৰ কাৰণে এখন দৰখাস্তত ৰাইজৰ চহী লোৱা হ'ল। প্ৰথমে ৰাইজে ভয়তে চহী দিব খোজা নাছিল। পাছত শ্ৰীৰাম বায়নে (এওঁৰ বজাৰত এখন দোকান আছিল)

বুকু ফিন্দাই কৈ উঠিল—'প্ৰথমে মই চহী দিম। জেল হয় ফাঁচী হয় যি হয় হ'ব'। কিন্তু দৰখাস্তখন দিয়া যায় কেনেকৈ ? তেতিয়া ৰাইজে পোনে পোনে গভৰ্ণৰক কোনো ধৰণৰ দৰখাস্ত দিব নোৱাৰে। ডাকঘৰত চিঠি চেন্সৰ কৰা হৈছে। পোষ্ট মাষ্টৰে ক'লে—'মহকুমাধিপতিৰ আদেশ, গভৰ্ণৰৰ নামে চিঠি-পত্ৰ যোৱা বন্ধ।' তাৰ পৰা বিমুখ হৈ মই গধূলি পাঁচমান বজাত সৰভোগলৈ বুলি চাইকেল মাৰিলোঁ। সৰভোগ বৰপেটাৰ পৰা প্ৰায় ১৬ মাইল দূৰত। তাতো একেই অৱস্থা। ডাকত চিঠি নাহে। আমি এটা কাম কৰিলোঁ। কীৰ্তন-ঘৰৰ চৌহদৰ বেৰত অসমীয়া আৰু ইংৰাজীত জোতাৰে প্ৰৱেশ নিষেধ বুলি লিখি দিলোঁ। আগেয়ে কীৰ্তন-ঘৰত জোতাৰে প্ৰৱেশ নিষেধৰ পৰম্পৰা আছিল যদিও তেতিয়ালৈ তেনে কোনো চাইনবোৰ্ড নাছিল। এই জাননী দেখি সত্ৰাধিকাৰে পাঁচনীয়াৰ লগাই কথাখিনি মচাই পেলালে। আমি আকৌ লিখিলোঁ। সত্ৰাধিকাৰে আকৌ পাঁচনীয়াৰ পঠালে। এইবাৰ আমি তেওঁক মাৰিম বুলি ভাবুকি দিলোঁ। পাঁচনীয়াৰে গৈ সত্ৰাধিকাৰক ক'লে—'বাপ, মই যাব নোৱাৰোঁ। অসুৰবিলাকে দোকানে দোকানে বহি চাই আছে। মোক মাৰিব।' তেতিয়া সত্ৰাধিকাৰে নিজে আহি আখৰবিলাক মচি পেলালে আৰু কাকো দেৱালৰ ওচৰলৈ যাব নোৱাৰা কৰি কীৰ্তন-ঘৰৰ আগডোখৰ পুলিচেৰে ঘেৰি পেলালে। ইফালে গভৰ্ণৰ বৰপেটা পাওঁ পাওঁ। মই লৰালৰিকৈ পুনৰ ৰায়চৌধুৰীৰ ওচৰলৈ উপায় বিচাৰি গ'লোঁ। তেওঁ খন্তেক মনে মনে থাকি ক'লে—'এটা কাম কৰ। গভৰ্ণৰ আহি পোৱা মাত্ৰে কেম্প বৰপেটাৰ ঠিকনাত এখন টেলিগ্ৰাম কৰ যাতে তেওঁ জোতাৰে কীৰ্তন-ঘৰত প্ৰৱেশ নকৰে।' মই সুধিলোঁ—'কাৰ নামত দিম ?' তেওঁ ক'লে—"তোৰ নামতেই দে।'

মই টেলিগ্ৰামখন দি কি হয় চাওঁ বুলি উকীলখানাত বহি থাকিলোঁ আৰু মোৰ বন্ধুসকল থাকিল কীৰ্তন-ঘৰৰ সম্মুখত ৰেহ-ৰূপ চাই। প্ৰথমে গভৰ্ণৰে উকীল সন্থাৰ সভাপতিক দেখা কৰিবলৈ মাতিলে। তেওঁ বৰ ভলভলীয়া খোলা মনৰ মানুহ আছিল। সভাপতিয়ে গভৰ্ণৰ মাইকেল কীণক দেখা কৰি আহি উকীলখানাত সোমাওঁতে উকীলসকলে তেওঁক বেঢ়ি বেঢ়ি সুধিবলৈ ধৰিলে। হঠাতে মোকো তাত দেখি সভাপতিয়ে সুধিলে—'অ' বাপা, গভৰ্ণৰক তই কিবা টেলিগ্ৰাম দিছিলি নেকি ?' মই লাজতে নামাতি তলমূৰ কৰিলোঁ। কিন্তু হেমচন্দ্ৰ মেধি আৰু দেবেন্দ্ৰ নাথ উজীৰে আগ্ৰহেৰে সুধিলে—'আতা, গভৰ্ণৰে এওঁৰ কথা কি সুধিলে ?' তেওঁ কলে—'মোক সুধিছিল Who is Mohonlal chaudhury ? মই ক'লো— He is a boy of teens. Moreover he is a congress man'। তেওঁ এই কথা ক'বলৈহে পালে, সকলোৱে তেওঁক যি পায় তাকে ক'বলৈ ধৰিলে। সেই ছেগতে মই চাইকেলখন লৈ কীৰ্তন-ঘৰমুৱা হ'লো দলৰ আনসকলক খবৰটো দিবলৈ। বাটতে প্ৰসন্ন দাদাক বিদ্যাপীঠত সোমাই (তেওঁ তেতিয়া বিদ্যাপীঠৰ হেডমাষ্টৰ হৈছে) কথাটো ক'লো। তেওঁ ক'লে—'আৰু বেচি আগ নাবাঢ়িবি। তোক আৰু ধৰি নিব পাৰে। আমাৰ স্কুলখনো চাব বুলি খবৰ দিছে।' তাৰ

Michael Keane ১৯৩২ চনৰ ১১ মে'ৰ পৰা ১৯৩৫ চনৰ ২ জুনলৈ আৰু ১৯৩৫ চনৰ ১১ অক্টোবৰৰ পৰা ১৯৩৭ চনৰ ৩ মাৰ্চলৈ বৃটিছ অসমৰ গভৰ্ণৰ আছিল। —সম্পাদক।



পাছত মই বন্ধুসকলৰ আগত কথাখিনি ক'লো। ৰাজেন্দ্ৰ দাসে উত্তেজিত হৈ ক'লে—'আমি ক'লা পতাকা দেখুৱাম।' সেইবাৰ কিন্তু মই নিমাত। পৰমানন্দ দাসে (আব্ৰা) ক'লে—'বুজিছা ভাই, আগফালেতো চিপাহীয়ে আগুৰি আছে। পিছফালে খট্‌খটিৰ পাৰেদি সোমাই আহিম। তাত চিপাহী নাই।' সকলোৱে জয়-ধ্বনি কৰিলোঁ—'ঠিক কৈছা, ঠিক কৈছা।' ক'লা পতাকা এখন কৰা হ'ল। এনেতে দূৰত টোপ-ধ্বনি শুনিলোঁ—গভৰ্ণৰ আহিব লাগিছে। আমি এদল ল'ৰা ৰণুৱা চিপাহী যোৱাদি গৈ খটখটিয়েদি কীৰ্তন-ঘৰৰ চৌহদত সোমালোঁ। গভৰ্ণৰ আহি পোৱাৰ লগে লগে আমি ক'লা পতাকা দেখুৱালোঁ। ক'লা পতাকা দেখি গভৰ্ণৰ ৰৈ গ'ল। এনেতে সত্ৰাধিকাৰে আহি মিচিৰিৰ বটাৰে আদৰি (তেতিয়া বৰপেটাত এটা মিচিৰিৰ বটা হাতত লৈ অভ্যাগতক আদৰা দস্তুৰ আছিল) গভৰ্ণৰক হাতত ধৰি লৈ গ'ল। জেহেৰুল হক অৱশ্যে সোমোৱা নাছিল। তেওঁ ত্ৰৈলোক্য বৰুৱাৰ দোকানৰ সম্মুখত থিয় হৈ আছিল। ইফালে ভকতসকলৰ কিছুমানে আমাৰ ক'লা পতাকাখন কাঢ়ি নিলে। এই কথাত কিছুমান ডেকা ল'ৰাই ক্ৰোধত অগ্নিশৰ্মা হৈ কীৰ্তনঘৰৰ চৌহদৰ ভিতৰলৈ জোতাৰে সোমাই গ'ল। মুহূৰ্তৰ ভিতৰতে ঘটনাটো দক্ষ-যজ্ঞত পৰিণত হ'ল।

এই ঘটনাৰ পাছদিনা আমি মিলন-মন্দিৰৰ সম্মুখত বিৰাট ৰাজহুৱা সভা আহ্বান কৰিলোঁ। সভাপতি ঘনশ্যাম দাস। সেই সভাত আমি প্ৰস্তাৱ ল'লোঁ যে বৰপেটাৰ ধৰ্মপ্ৰাণ ৰাইজে বাৰে বাৰে অনুৰোধ কৰা সত্ত্বেও গভৰ্ণৰে ধৰ্ম মন্দিৰত জোতাৰে প্ৰৱেশ কৰিলে, তাৰ কাৰণে তেওঁক আমি গৰিহণা দিওঁ।

সত্ৰৰ মেল্‌কীসকলো পৰি মৰা বিধৰ নহয়। তেওঁলোকেও আমাৰ বিচাৰ কৰিবলৈ মঠৰ চোতালত মেল বহুৱালে। আমাৰ অপৰাধ, আমি কিয় জোতাৰে কীৰ্তন ঘৰত প্ৰৱেশ কৰিলোঁ। আমাৰ দলটোৱেও সমুচিত উত্তৰ দিবলৈ বুলি দলে-বলে গৈ মঠৰ চোতালত হাজিৰ হ'ল। মঠৰ চোতালৰ মেলত 'মুৰ্গী' খোৱা দলটোৰ শাস্তি হ'ল। তেওঁলোকৰ জৰিমনাৰ উপৰি কীৰ্তন-ঘৰৰ ভাগ থকাসকলৰ ভাগ কটা গ'ল। অৱশ্যে ভাগ কটা গ'লেও কোনোৱে কিন্তু জৰিমনা নিদিলে। কাৰ কাৰ জৰিমনা হৈছিল পাহৰিলোঁ। অম্বিকাগিৰীৰ কি শাস্তি হৈছিল নাজানো। কিন্তু মাইকেল কীণৰ কীৰ্তন-ঘৰত প্ৰৱেশে তেওঁৰ আত্ম-মৰ্যাদাত আঘাত কৰাটো স্বাভাৱিক। বহু বছৰলৈ হেনো তেওঁৰ এই আক্ষেপ গুচা নাছিল। কি কাৰণে নাজানো সেই ঘটনাৰ পাছত ৰাজেন দাসেও নিজৰ জীৱনকালত কীৰ্তন-ঘৰলৈ যোৱা নাছিল।

# শিল চেপি পানী খোৱা মানুহ

অৰ্জুন চন্দ্ৰ দাস

১৯১৯ চন। বৰপেটাৰ ন-খন্দা নৈৰ পাৰত অসম সাহিত্য সভাৰ তৃতীয় অধিবেশন বহিব। সভাপতি কালীৰাম মেধি। সভাৰ কেইদিনো আগৰ পৰা আমি স্বেচ্ছাসেৱকসকল মণ্ডপ সজোৱাত ব্যস্ত। আগতে মোৰ বাঁহ-বেতৰ কাম কৰা অভ্যাস নাছিল। তথাপি মই বাঁহৰ কামি চঁচাত লাগি গৈছিলোঁ। আচলতে মই বাঁহৰ কামিডাল ওলোটাকৈ ধৰিছিলোঁ। সেই সময়তে অম্বিকাগিৰীয়ে স্বেচ্ছাসেৱকসকলৰ মাজে মাজে কাম-কাজ চাই ফুৰিছিল। এবাৰ হঠাৎ মোৰ কাষলৈ আহি কামিডাল কেনেকৈ ধৰিব লাগে শিকাই দিলে আৰু পিঠিত থপৰিয়াই ক'লে--'ভাইটি, কোনো কামেই সৰু নহয়। কাম কৰিবলৈ কেতিয়াও হেলা বা লাজ নকৰিবা। স্থানীয় ডেকাসকলেই বৰপেটাৰ সম্মান আৰু গৌৰৱ ৰক্ষা কৰিব লাগিব।' তেতিয়াৰ পৰা মই বাঁহৰ কামি চঁচা কাম শিকিবলৈ লওঁ।

১৯২০ চনত *দুৰ্গা পূজা* উপলক্ষ্যে গুৱাহাটীৰ যোৰ-পুখুৰীৰ পাৰত বৰপেটাৰ দক্ষিণহাটীৰ যাত্ৰাদলে যাত্ৰাভিনয় কৰিছিল। মোৰ পিতা এই দলৰ বাদ্য-ওস্তাদ আছিল। তেওঁ সুন্দৰ ঢোলে আৰু তবলাবাদক আছিল। তেওঁ ক্লাৰিওনেটো বজাইছিল আৰু কণ্ঠ-সংগীতো চৰ্চা কৰিছিল। ক্লাৰিওনেট বজাওঁতে কষ্ট হয় কাৰণে তেওঁ সেই বাদ্য বজাবলৈ এৰি দিছিল। কিন্তু এবুকু পানীত নামি কণ্ঠসাধনা কৰা আমি দেখিছিলোঁ। তেওঁ নাট্য দলত 'জুৰিৰ চোক্ৰা' হিচাপেও অংশ গ্ৰহণ কৰিছিল। তেতিয়া পুৰুষেই ঘুগুৰা পিন্ধি (এক প্ৰকাৰ জামা কাপোৰ) নাচিব লাগিছিল। যি হওক, বৰপেটাৰ নাট্য দল এটা গুৱাহাটীলৈ নাট্যাভিনয় কৰিবলৈ যাব এই উৎসাহতে আমি কেইজনমান চেঙেলীয়া ডেকাও যাবলৈ ওলালোঁ। শিল্পী সমন্বিতে মূল দলটো ইতিমধ্যে আগতে গৈ পাইছিল। তেতিয়াৰ দিনত বৰপেটাৰ পৰা গুৱাহাটীলৈ যাব পৰা প্ৰধান পথ দুটা--এটা খোলাবন্ধাৰ পৰা জাহাজেৰে আৰু আনটো সৰুপেটাৰ পৰা ৰেলেৰে। খোলাবন্ধা আৰু সৰুপেটা বৰপেটাৰ পৰা ১৫ মাইল দূৰত অৱস্থিত। আমি সন্ধিয়াতে খাই-বই খোজকাঢ়ি হাউলী, কালজাৰ, ভৱানীপুৰ হৈ সৰুপেটা ষ্টেশ্যনত ৰেলত উঠি গুৱাহাটীলৈ গৈছিলোঁ।

পিতা আৰু মোক কণকলাল বৰুৱাৰ ঘৰত থাকিবলৈ দিয়া হৈছিল। বৰুৱা বৰপেটাত থাকোঁতে পিতাই তেওঁৰ কোট-পেন্টবোৰ চিলাই কৰি দিছিল। সেই সূত্ৰে আমাৰ কিছু পূৰ্ব পৰিচয়ো আছিল। দলৰ আন মানুহবোৰ ভাগে ভাগে আন আন ঠাইত আছিল। অম্বিকাগিৰীয়ে দলটো গৈ পোৱাৰ পাছতে প্ৰেছৰ কাম এৰি অভিনয়ৰ আখৰা দিবলৈ লাগি গ'ল। তেওঁ দলটোক উৎসাহ দি কৈছিল--'আমি বৰপেটাৰ খ্যাতি ৰক্ষা কৰিবই লাগিব।' তেওঁ দলটোৰ সকলো দিশৰ তত্ত্বাৱধান লৈছিল। বচনবোৰ লগে লগে শুধৰাই দিছিল। চোকৰাবিলাকে



নাচোনত ভুল কৰিলে অংগী-ভংগী দি বা কঁকাল ভাঙি নাচি দেখুৱাইছিল। মই আগতে অম্বিকাগিৰীৰ নাট্য পৰিচালনা দেখা নাছিলোঁ। সিদিনা স্বচক্ষে দেখি বিস্ময় মানিলোঁ।

এবাৰ 'চেতনা'ৰ গ্ৰাহক কৰিবলৈ তেওঁ আমাৰ ঘৰলৈ আহিছিল। মই নিজে গ্ৰাহক হোৱাৰ উপৰি বৰপেটাৰ কেবাজনকো গ্ৰাহক কৰিছিলোঁ। মাজে মাজে মই গুৱাহাটীলৈ গৈ তেওঁৰ খা-খবৰ লৈছিলোঁ। তেওঁক গ্ৰাহকৰ ঘৰে ঘৰে ঘূৰি চেতনা বিক্ৰী কৰা দেখিছিলোঁ। আন এদিনাখন গৈ দেখোঁ, তেওঁৰ সহধৰ্মিণীয়েও ছপাশালত বহি আলোচনীত টুকুৰা কাকতত আঠা লগাই আছিল। মই সেই কামৰ পৰা অব্যাহতি দিবলৈ অনুৰোধ কৰাত ৰায়চৌধুৰীয়ে উচ্চস্বৰে কৈ উঠিল--'আমি কেনে মানুহ জানা? আমি হৈছোঁ শিল চেপি পানী উলিয়াই খোৱা মানুহ। আমাৰ লগত যেয়ে-সেয়ে তিষ্ঠিব নোৱাৰে।' মই যেতিয়াই যাওঁ তেতিয়াই তেওঁ বৰপেটাৰ বাতৰি লৈছিল। এবেলি তেওঁ হাঁপিয়া ৰোগত আক্ৰান্ত হৈ স্থানীয় চিকিৎসালয়ত চিকিৎসাধীন হৈ আছিল। খবৰ পাই মই চিকিৎসালয়লৈ গ'লোঁ। তেওঁ মোক দেখা পায়ে সুধিলে--'কিহে অৰ্জুন, বৰপেটীয়া দালালবোৰে বোলে হাজাৰ হাজাৰ মোণ ধান বৰ বৰ নাওত বোজাই দি মৈমনসিং আদি ঠাইলৈ পঠিয়াব লাগিছে; কথাষাৰ সঁচানে?' মই তেনেই সঁচা কথা বুলি ক'লোঁ। তেওঁ আক্ষেপ কৰি ক'লে--'বৰপেটীয়া দালাল আৰু বেপাৰীসকলে ধনৰ খকত নিজৰ ভৱিষ্যতটো বিক্ৰী কৰিছে।' তেওঁৰ দুখ আৰু আক্ষেপ কিমান গভীৰ আছিল মই বুজি পাইছিলোঁ। এবাৰ বৰপেটাত 'অসম সংৰক্ষিণী সভা'ৰ সভা বহিছিল। এতিয়া চিভিল হাস্পাতালৰ পৰিচাৰিকাসকল থকা ভৱনটোত এডোখৰ মুকলি ঠাই আছিল আৰু তাতেই সভাখন বহিছিল। সভাত তেওঁ কৈছিল--'বৰপেটীয়াই মাটি কি বস্তু বুজি পোৱা নাই। এটা ৰঙালাও লৈ একো বিঘা মাটি মিঞাক দিছে।'

ৰায়চৌধুৰী বৰপেটালৈ আহিলে তেওঁৰ মিত্ৰ অম্বিকাচৰণ পাটোৱাৰীয়েও আহি আলোচনাত যোগ দিছিল। তেওঁলোকৰ বহা ঠাই আছিল এজোপা ঔ টেঙা গছ। দুপৰীয়া সেই ঔজোপাৰ তলত পাটোৱাৰীৰ কণ্ঠত অম্বিকাগিৰীৰ গীতবোৰ মূৰ্তমান হৈ উঠিছিল। তেওঁলোকৰ গীতৰ সুমধুৰ সুৰত বাটৰুৱা তধা লাগি ৰৈ গৈছিল। ঔ টেঙা গছজোপা ৰায়চৌধুৰীৰ পুৰণি ভেটিত এতিয়াও আছে।

# অম্বিকাগিৰীৰ সোঁৱৰণত

সদানন্দ দাস

বৰপেটা সত্ৰৰ কীৰ্তন ঘৰৰ মাত্ৰ কেইগজমান দক্ষিণে দক্ষিণ হাটীত ঐতিহাসিক হাবিজানৰ সিটো পাৰত গণককুছি, পাটবাউসী সত্ৰলৈ যোৱা বাটৰ বাওঁহাতে দুই দাদা-ভাই গিৰীশচন্দ্ৰ ৰায়চৌধুৰী আৰু অম্বিকাগিৰী ৰায়চৌধুৰীৰ এখন সৰু ঘৰ। এওঁলোকৰ আশে-পাশে ৰায়চৌধুৰী বংশৰ মানুহখিনিৰো ঘৰ। এইখন 'ৰায়পাৰা'। এওঁলোক শ্ৰীমন্ত শংকৰৰ খুৰাৰ পুত্ৰ ভাই ৰামৰায়ৰ বংশধৰ বুলি জনাজাত।

এইখিনিতে হাবিজানৰ উত্তৰ পাৰত এই বাটটোৰ কাষৰতে আমাৰো ঘৰ। আমাৰ ঘৰৰ নিচেই ওচৰতে হৰেন্দ্ৰনাৰায়ণ পূজাৰীহঁতৰ ঘৰ।

মনত পৰে।

ইংৰাজী ১৯২০/২১ চন।

তেতিয়া মোৰ বয়স ১২/১৩ বছৰ।

হৰেন্দ্ৰ নাৰায়ণ পূজাৰীহঁতৰ চ'ৰা ঘৰত অম্বিকাগিৰীৰ 'জয়দ্ৰথ বধ' আৰু 'ভক্ত-গৌৰৱ' নাটকৰ তালিম দিছিল। হৰেন্দ্ৰ নাৰায়ণ পূজাৰী অম্বিকাগিৰীৰ ভাতৃবৎ বন্ধু আছিল। তেওঁ দক্ষিণহাটীৰ যাত্ৰাগানৰ দলটোৰ মেনেজাৰ, জনপ্ৰিয় অভিনেতা আৰু হাৰমনিয়াম বাদক আছিল।

তেওঁলোক দুয়ো প্ৰায় সমবয়সীয়া যেন আছিল।

হৰেন্দ্ৰ পূজাৰীয়ে মোক খুব মৰম কৰিছিল। মই তেওঁক 'আতা' বুলি মাতিছিলোঁ। সময় পালেই মই তেওঁলোকৰ তালৈ গৈছিলোঁ। তেতিয়া অম্বিকাগিৰী গুৱাহাটীত আছিল অৰুণা প্ৰেছ আৰু 'চেতনা' লৈ।

জাৰৰ দিন।

এদিন পুৱা।

মই চাকলা হাবিৰ পৰা খৰি কাটি লৈ ঘৰলৈ আহিছোঁ। আই আৰু আবুৱে ক'লে—'সৰু পূজাৰীয়ে তোক বিচাৰিছে।' সৰু পূজাৰী মানে হৰেন্দ্ৰ নাৰায়ণ পূজাৰী। ভাবিলোঁ প্ৰসাদ দিব—কীৰ্তন ঘৰৰ পৰা অনা প্ৰসাদ। মই আনন্দ উল্লাসেৰে পূজাৰীহঁতৰ ঘৰলৈ গৈ দেখিলোঁ তেওঁলোকৰ চ'ৰাঘৰৰ আহল-বহল কোঠাটোত অম্বিকাগিৰী ৰায়চৌধুৰী আৰু হৰেন্দ্ৰ নাৰায়ণ পূজাৰী দুখন মাচিয়াত বহি মেল পাতি আছে।

মই লাহে লাহে আৰু ভয়ে ভয়ে তেওঁলোকৰ কাষ চাপিলোঁ।

'নাইতা, লিখিছা?' পূজাৰী আতাই মোক সুধিলে।

'লিখিছোঁ'। মই উত্তৰ দিলোঁ।

'কিমান লিখিছা?'



'ভীম আৰু অৰ্জুনৰ।'

অম্বিকাগিৰীয়ে সন্ধানৰ দৃষ্টিৰে মোৰ ফালে চাই ৰ'ল!

'ইয়াক ভক্ত-গৌৰৱৰ পাঠ লিখিব দিছোঁ।' পূজাৰী আতাই ক'লে।

'ই কাৰ ঘৰৰ?' অম্বিকাগিৰীয়ে সুধিলে।

'আমাৰ হৰোৰ পুতেক। ইয়াৰ হাতৰ আখৰ ভাল।'

তেতিয়া অম্বিকাগিৰীয়ে মোক ক'লে—'ঐ নাইতা, লৈ আহচোন, কেনে লেখছা চাওঁ।'

মই ভক্ত-গৌৰৱ নাটকৰ বহীটো আৰু তাৰপৰা লিখি উলিওৱা ভীম আৰু অৰ্জুনৰ সংলাপখিনি আমাৰ ঘৰৰ পৰা তুৰন্তে আনি অম্বিকাগিৰীৰ হাতত তুলি দিলোঁ। তেওঁ মই লিখা ভীমৰ সংলাপখিনি পঢ়ি চালে। পঢ়ি উঠি তেওঁ মোক সুধিলে—'কিমানখিনি পঢ়ছা?'

মই ক'লোঁ—'দক্ষিণহাটীৰ পাঠশালাৰ পৰা এই বছৰ বৃত্তি-পৰীক্ষা দিছোঁ।'

তেওঁ এটা দীঘল হুমুনিয়াহ কাঢ়িলে আৰু নাটকৰ বহীটো আৰু মই কপি কৰা সংলাপখিনি পূজাৰী আতাৰ হাতত দি ক'লে—'ইহঁতৰ ভৱিষ্যতৰ কথা ভাববা লাগা হইছে বাপুটি। মই যদি জেলত নপৰোঁ, তেনেহলি ইহঁতৰ পঢ়া-শুনাৰ দিহা কৰিম। সিহঁতে কিন্তু মোক শুদাই নেৰে। জেলত সোমাই থৰই।'

তেওঁ অভিভূত হৈছিল।

তেতিয়া মহাত্মা গান্ধীৰ নেতৃত্বত দেশত অসহযোগ আন্দোলন আৰম্ভ হৈছিল। বিদেশী প্ৰশাসন, বিদেশী শিক্ষা, বিদেশী বস্ত্ৰ, বিদেশী বস্ত্ৰ সকলো বৰ্জনৰ চৌ উঠিছিল। বৰপেটাৰ ছাত্ৰসকলেও বৰপেটাৰ একমাত্ৰ চৰকাৰী হাইস্কুলখন বৰ্জন কৰিছিল।

এই কাৰণেই দূৰদৰ্শী অম্বিকাগিৰীয়ে সিদিনা মোক লৈ স্কুল বৰ্জন কৰা ছাত্ৰসকলৰ ভৱিষ্যত চিন্তা কৰিছিল।

'প'ঢ়বা নেৰবি তুহন, পঢ়া-শুনা নেৰবি।' এইবুলি মোক কৈ অম্বিকাগিৰীয়ে পূজাৰী আতাক ক'লে—'মই দেশৰ কামত আহিছোঁ, বাপুটি। মোৰ নাটক দুখন চান্তলি ৰাখ্বা। সিফালে মো'ৰ 'অৰুণা প্ৰেছ' আৰু 'চেতনা'ৰ বা কি দশা হয়!'

'তোমাৰ দেশৰ বস্ত, দেশে ৰক্ষা কৰিব।' পূজাৰী আতাই ক'লে।

এনেতে স্কুল বৰ্জন কৰা ছাত্ৰ-নেতা আমাৰ ঘৰৰ ওচৰৰ জগন্নাথ দাস, নহাটীৰ পৰমানন্দ দাস, দলাহাটীৰ বসন্ত কুমাৰ ওজা আৰু ভকতপাৰাৰ ভৱেন্দ্ৰ নাথ দাস আহি ওলাল।

অম্বিকাগিৰীয়ে তেওঁলোকক লৈ নিজৰ ঘৰৰ ফালে গ'ল।

পূজাৰী আতাই নাটকৰ বহীটো মোক দিলে আৰু ক'লে—'কৃষ্ণৰ পাঠখিনি লিখি দিবি'।

তেতিয়া দক্ষিণহাটীৰ এই ঠাইখিনিত হাবিজানৰ দুয়োপাৰে ভালেমান দোকান-পোহাৰ আছিল। ইয়াত এখন মাছ-বজাৰো আছিল। এইখিনি ঠায়েই তেতিয়া বৰপেটাৰ মুখ্য ঠাই আছিল। বাৰিষাৰ হাবিজান কোবাল নৈ আৰু খৰালি শুকান বালিৰ বুকু। এই শুকান বুকুত চাৰ্কাচ, যাত্ৰাগান আৰু থিয়েটাৰ আদি হৈছিল। দক্ষিণহাটীৰ এই হাবিজানতে এদিন অম্বিকাগিৰীয়ে বিলাতী কাপোৰৰ

পুঁজিত অগ্নি সংযোগ কৰিছিল। সেই বস্ত্ৰ-দাহনৰ দৃশ্য এতিয়াও আমাৰ মনত পৰে। বস্ত্ৰ-দাহনৰ পাছদিনা পুৱা পুলিচে অম্বিকাগিৰীক গ্ৰেপ্তাৰ কৰিছিল। সেই-দিনা হাত-কেৰেয়া লগাই অম্বিকাগিৰীক জেল হাজোতলৈ নিয়াৰ পথত দক্ষিণহাটীৰ হাৰিজানৰ পৰা বৰপেটাৰ ৰাইজে শোভাযাত্ৰা কৰি তেওঁক অনুসৰণ কৰিছিল। অৱশ্যে পুলিচে কোনো প্ৰকাৰৰ হকা-বধা বা অত্যাচাৰ-উৎপীড়ণ কৰা নাছিল।

পাছদিনা শুনিলোঁ, অম্বিকাগিৰীক আদালতে দুবছৰ জেল দিছে আৰু এশ টকা জৰিমনা বিহিছে। ইয়াকেলৈ তেতিয়া বৰপেটাত ভীষণ আলোড়ণ সৃষ্টি হৈছিল।

সাহিত্য চৰ্চা সম্পৰ্কে অম্বিকাগিৰীয়ে এদিন তেওঁৰ বৰপেটাৰ ঘৰত মোক কৈছিল--'তই লেখবা ধৰছা, লেখ, নেৰবি, নেৰবি, আনৰ লেখা খুব পঢ়বি। লেখকক অভিজ্ঞতা লাগে, উপলব্ধি লাগে, গভীৰ অন্তৰ্দৃষ্টি লাগে, ধৈৰ্য লাগে, সাহিত্যসেৱীগিলানে দেশবাসীৰ জীৱনত আৰু চৰিত্ৰত আত্ম-বোধ, আত্ম-ৰক্ষা আৰু জাতীয় চেতনাৰ প্ৰচণ্ড হিল্লোল তুলিবা লাগে। তেহে সাহিত্য সেৱা সাৰ্থক হয়। সাহিত্যসেৱীক স্বাধীন চিন্তা লাগে। সাহিত্যসেৱীয়ে তাৰ উপলব্ধিৰ নিৰ্ঘাত প্ৰয়োজনৰ আমন্ত্ৰণ, আহ্বান সংগ্ৰামী চেতনাৰে আৰু সাহসেৰে গ্ৰহণ কৰিব লাগে।'

এইদৰেই তেওঁ মোক সাহিত্য সেৱাৰ প্ৰেৰণা যোগাইছিল।

চন-তাৰিখ মনত নাই।

জগদীশ মেধীয়ে গুৱাহাটীৰ ভাড়া-ঘৰত থাকি ওকালতি কৰে। মই মাজে মাজে গুৱাহাটীলৈ গ'লে তেওঁৰ তাতেই উঠোঁ। এদিন তাতে থাকোঁতে হঠাতে অম্বিকাগিৰীয়ে চোতালৰ পৰা মতা শুনিলোঁ--'ইয়াত কোনোবা বৰপেটীয়া ল'ৰা আছা?' মাতত কঠোৰতা। মোৰ চুলিৰ আগে জীউ গ'ল। জগদীশ মেধীয়ে ক'লে--'সদা আছে'। তেওঁ ক'লে--'চাওঁ এইফালে আহ'। মই কাষ চাপি গ'লোঁ। তেওঁ সুধিলে--'তই ছাদুল্লাৰ ঘৰটো চিনি পাৱ?' ছাদুল্লাৰ ঘৰ চিনি নোপোৱাৰ কোনো কাৰণ নাই। পাণ বজাৰত থকা ছাদুল্লাৰ ঘৰটো মই আগতে দেখিছোঁ। মই পাওঁ বুলি ক'লোঁ। তেওঁ পুনৰ সুধিলে--'আব্দুল মতীন চৌধুৰী, চৈয়দ আব্দুৰ ৰৌফ, সাঈদুৰ ৰহমান, ছাদুল্লা--এই সকলক চিনি পাৱ নে?' মই সকলোকে চিনি পাওঁ বুলি ক'লোঁ। তেওঁ ক'লে--'তই এটা কাম কৰ, ছাদুল্লাৰ ঘৰত কোন কোন ৰহি আছে, চাই আহ'। তেওঁ ছাদুল্লাৰ পদূলি-মুখত থিয় হৈ অপেক্ষা কৰি থাকিল। মই ভিতৰলৈ সোমাই গ'লোঁ। ভিতৰত বহুত মানুহ। ভয়ো লাগিল ধৰা পৰোঁ বুলি। চেগ বুজি এবাৰ পাক এটা মাৰি আহিলোঁ। দেখিলোঁ এটা কোঠাত কেইজনমান মানুহ ৰহি আছে। সম্মুখত ফাইল-কাকত-পত্ৰ। অম্বিকাগিৰীয়ে কোৱা মানুহকেইজনেই হয়। মই সাউত কৰে ওলাই আহি তেওঁক কথাটো ক'লোঁ। তেওঁ আঙুলি জোকাৰি মাত্ৰ এটা মন্তব্য দিলে--'ইহঁতে কালি ৰাতি মোক টকাৰ টপ্‌লা দিবা গৈছিল এ।' তেতিয়া অসমত লাইন প্ৰথা চলি আছিল আৰু এই লৈ পমুৱা লোকসকলৰ মনত অসন্তুষ্টিয়ে দেখা দিছিল। লাইন প্ৰথাৰ ফলত বংগদেশৰ পমুৱা লোকসকলে থলুৱা লোকৰ মাটি-বাৰী কিনিব নোৱাৰা হৈছিল। লাইন প্ৰথা তুলি দিবলৈ বিধান সভাত প্ৰস্তাৱ উৎথাপন কৰা



হৈছিল। শেষত চৰকাৰে বাধ্য হৈ বিষয়টোৰ তদন্ত কৰিবলৈ এখন সমিতি গঠন কৰি দিছিল। ৰায়চৌধুৰীয়ে উল্লেখ কৰা মানুহকেইজন উক্ত সমিতিৰে সদস্য আছিল।* সিদিনা বোধহয় সেই সমিতিৰে বৈঠক আছিল।

* লাইন প্ৰথা সমিতিৰ সদস্যসকল: এফ ডাব্লিউ হকেনহল (সভাপতি), আব্দুল মতীন চৌধুৰী, চৈয়দ আব্দুৰ ৰৌফ, সাঈদুৰ ৰহমান, ৰবিচন্দ্ৰ কছাৰী, মহেন্দ্ৰনাথ শইকীয়া, সৰ্বেশ্বৰ বৰুৱা, কামেশ্বৰ দাস, এ-জি পট্টন। —সম্পাদক

# অম্বিকাগিৰীৰ পুণ্যস্মৃতি

বিজয় চন্দ্ৰ ভাগৱতী

১৯২০ চন। তেজপুৰত অসম এচোচিয়েচনৰ ঐতিহাসিক অধিবেশনলৈ দূৰ-দূৰণিৰ পৰা যিসকল প্ৰতিনিধি জাহাজেৰে আহিছিল, তেওঁলোকক জাহাজ ঘাটৰ পৰা নিৰ্দিষ্ট স্থানলৈ আদৰি অনা স্বেচ্ছাসেৱকৰ দলতময়ো আছিলোঁ। সেই দিনত গুৱাহাটীৰ পৰা তেজপুৰলৈ অহা-যোৱা কৰা হৈছিল জাহাজেৰে। গুৱাহাটীৰ পৰা তেজপুৰলৈ জাহাজেৰে অহা অসম এচোচিয়েচনৰ প্ৰতিনিধি দলৰ এজন আছিল অম্বিকাগিৰী। তেওঁলোক জাহাজৰ পৰা নামিলত, স্বেচ্ছাসেৱকসকলে তেওঁলোকৰ হাতৰ পৰা মালবস্তু কান্ধ পাতি ল'লে। তেতিয়াৰ দিনত প্ৰতিনিধিসকলক আনিবলৈ মটৰ গাড়ীৰ ব্যৱস্থা নাছিল। তেওঁলোক স্বেচ্ছাসেৱকসকলৰ লগত খোজ কাঢ়ি আহি-ছিল। প্ৰত্যেকজন স্বেচ্ছাসেৱকে এজন বা দুজনৰ মালবস্তু, বিছনা-পত্ৰ লগে লগে লৈ গৈছিল। মোৰ ওপৰত দায়িত্ব পৰিছিল অম্বিকাগিৰীৰ মাল-বস্তুখিনি লৈ তেওঁৰ কাৰণে ৰখা ঠাইলৈ তেওঁক লৈ গৈ থকা-মেলাৰ দিহা কৰি দিয়াৰ। ৰায়চৌধুৰীৰ মালবস্তু বেছি একো নাছিল। এখন সৰু বিছনা আৰু এটা কিতাপ-পত্ৰৰ টোপোলা। জাহাজ ঘাটৰ পৰা থকা ঠাইলৈ যাওঁতে বাটত ৰায়চৌধুৰীয়ে মোৰ পিঠিত থপৰিয়াই থপৰিয়াই উৎসাহ দি গৈছিল আৰু সৰু ল'ৰা বুলি অৱজ্ঞা নকৰি মোৰ লগতেই কথা পাতি গৈছিল। সেইদিনা অসম কেশৰী সম্পৰ্কে মোৰ যি ধাৰণা জন্মিল, মনত যি সাচঁ বহিল, আজিও বুঢ়া কালত সেই কথা মনলৈ আহিলেই মনটো ভাল লাগে। সেইটো মোৰ জীৱনৰ এটা গৌৰৱৰ ক্ষণ বুলি অনুভৱ কৰি থাকোঁ। তেতিয়া মই তেজপুৰত কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাৰ ঘৰত থাকি পঢ়িছিলোঁ। তাত বয়সীয়াসকলৰ আলোচনাৰ পৰা শুনিছিলোঁ যে মই আগবাঢ়ি গৈ অনা মানুহজনৰ লগত চন্দ্ৰনাথ শৰ্মাৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। এওঁলোক দুয়োজনেই অসমৰ তেতিয়াৰ ৰাজনীতিত উগ্ৰপন্থী বুলি জনাজাত আছিল।

১৯২১ চনত স্কুল এৰি অসহযোগ আন্দোলনৰ ভলন্টিয়াৰ হলোঁ। এদিন শুনিলোঁ যে মোৰ বিশেষ শ্ৰদ্ধাভাজন ৰায়চৌধুৰীক তেজপুৰ জেললৈ অনা হৈছে। তেওঁক কেনেবাকৈ জেললৈ নিওঁতে দেখা পাওঁনেকি বুলি ভাবি জেলৰ ওচৰে-পাজৰে ঘূৰি-পকি আছিলোঁ। কিন্তু দেখা পোৱা সম্ভৱ নহ'ল। পাছত শুনিছিলোঁ যে সেই সময়ৰ তেজপুৰ জেলৰ চুপাৰিণ্টেন্‌ডেন্ট কৰ্ণেল ৰীচি চাহাবে (তেতিয়াৰ দিনত চিভিল চাৰ্জনেই জেলৰ অধীক্ষক আছিল) ৰাজনৈতিক বন্দীসকলৰ ওপৰত বৰ অত্যাচাৰ চলাইছিল। শুনি আমি খঙত জ্বলি-পকি মৰিছিলোঁ যে অম্বিকাগিৰী আৰু কেইজন-মান বিশিষ্ট নেতাকো 'এলোপাত' খুন্দি আহ উলিওৱা কামত লগোৱা হৈছিল। এই পাতবিলাকৰ ৰসৰ টোপাল গাত পৰিলেই ফোহা উঠিছিল আৰু ই যন্ত্ৰণাদায়ক আছিল। ৰাজনৈতিক বন্দীক বিশেষকৈ নেতৃস্থানীয় লোকক এনে কাম দিয়াৰ কথা নহয়। কিন্তু ৰীচি চাহাবে জানি-বুজি ৰায়চৌধুৰী প্ৰমুখ্যে কেইজনমানক এই কামত



লগাইছিল। সদায় সকলো কথা সেও হৈ মানি লোৱা ধৰণৰ মানুহ নাছিল কাৰণে ৰায়চৌধুৰীক জেলকৰ্তৃপক্ষই শাস্তি দিয়াৰ মনেৰে এনে কাম দিছিল। এই কথা-বিলাক শুনি আমাৰ কি কৰোঁ কি নকৰোঁ যেন লাগিছিল। অন্য একো কৰিবৰ উপায় নাছিল। আমি কানি দোকানত পিকেটিং কৰাত জোৰ দিছিলোঁ। ভাবিছিলোঁ আন্দোলনৰ কাম ভালকৈ কৰিলেই তেওঁলোক সন্তুষ্ট হ'ব।

১৯২৮ চনত কটন কলেজত ভৰ্তি হৈ মই 'খদ্দৰ' নামৰ এটা প্ৰবন্ধ 'চেতনা' আলোচনীলৈ পঠাইছিলোঁ। সম্পাদক ৰায়চৌধুৰীয়ে প্ৰবন্ধটো প্ৰকাশ কৰিছিল। এদিন পাছত লগ পাওঁতে কলেজৰ ল'ৰাই খদ্দৰৰ দৰে এটা নীৰস বিষয়ৰ ওপৰত প্ৰবন্ধ লিখেনে বুলি মোক হাতখনত ধৰি ওচৰলৈ টানি নিছিল। মোৰ প্ৰবন্ধটো কেনে হৈছিল ক'ব নোৱাৰোঁ। কিন্তু ৰায়চৌধুৰীৰ মোলৈ থকা মৰমৰ কাৰণেই প্ৰবন্ধটো তেওঁ প্ৰকাশ কৰিছিল বুলি মই ধৰি লৈছিলোঁ।

মই জনা আৰু বুজা মতে অম্বিকাগিৰী মানুহজন তেওঁৰ লগৰীয়া আন দহজনৰ দৰে গতানুগতিক জীৱন কটোৱা লোক নাছিল। দৰাচলতে তেওঁ আছিল এজন বিপ্লৱী। অসহযোগৰ আগতে বংগৰ বিপ্লৱীসকলৰ সৈতে তেওঁৰ সংযোগ আছিল বুলি জনা যায়। অসহযোগ আন্দোলনত গান্ধীজীৰ নীতিমতে তেওঁ তেওঁৰ ৰাজ-নৈতিক জীৱন নতুনকৈ গঢ় দিছিল। পাছত অসমৰ সুকীয়া পৰিস্থিতিলৈ চাই সংৰক্ষিণী সভা গঢ়ি তুলি ৰাজনীতিত তেওঁ এটা সুকীয়া বাট অনুসৰণ কৰিছিল। নিজৰ বিশ্বাস মতে সুকীয়া বাট ল'বলৈ তেওঁ ভয় কৰা নাছিল।

ৰায়চৌধুৰী স্বাধীনতাযুদ্ধৰ এজন অগ্ৰণী নেতা। কংগ্ৰেছৰ উৰ্ধতন মহলতো তেওঁৰ প্ৰতি সকলোৰে বিশেষ শ্ৰদ্ধা-ভক্তি আছিল। কিন্তু স্বাধীনতাৰ পাছত কংগ্ৰেছ ক্ষমতালৈ আহিলত তেওঁ চৰকাৰৰ কোনো সুবিধা বা সহায় লোৱা নাছিল। তেওঁ আছিল এই বিষয়ত এটা ব্যতিক্ৰম।

এটা কথা মনত পৰিলে আজিও মোৰ মনৰ ভিতৰত কান্দোন উঠে। তেতিয়া মই অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সাধাৰণ সম্পাদক। মোৰ ডায়েৰী লিখাৰ অভ্যাস নাছিল আৰু এতিয়া বুঢ়া কালত চন-তাৰিখ বিলাক গণ্ডগোল হোৱা হৈছে। সেই কাৰণে তাৰিখ দিব নোৱাৰিলোঁ। এদিন পুৱা ৰায়চৌধুৰী আমাৰ কংগ্ৰেছ অফিচ ওলালহি। তেওঁ আৰু কমলাকান্ত ভট্টাচাৰ্য এনেয়েও মাজে মাজে আহিছিল। মই প্ৰথমে ভাবিছিলোঁ, সেই দিনাও অম্বিকাগিৰী তেনেকৈয়ে আহিছে। মই উঠি আহি তেওঁক সসন্মানে বহিবলৈ দিলোঁ। কিন্তু মুখলৈ চাই বুজিলোঁ, সেইদিনা কিবা এটা হৈছে, যাৰ কাৰণে তেওঁ চিন্তিত। অলপ পাছত তেওঁ মোক ক'লে যে তেওঁ গুৱাহাটীত যিটো ঘৰ ভাড়া লৈ আছে সেই ঘৰৰ মালিকে তেওঁক সেই দিনাই সেই ঘৰ এৰি দি যাবলৈ কৈছে। এৰি নিদিলে নহয়, এনেকুৱা এটা অৱস্থা। আন ক'লৈ যাব ঠিক কৰিব নোৱাৰি তেওঁ কংগ্ৰেছ অফিচলৈকে আহিছিল। কথাটো শুনি ইমান বেয়া লাগিছিল যে কি ক'ম নক'ম ভাবিব নোৱাৰা হৈছিলোঁ। মই তেওঁক কোৱা কথাখিনিৰ সাৰমৰ্ম এনে ধৰণৰ আছিল বুলি মনত পৰে। 'কংগ্ৰেছৰ ঘৰত আপো-নাৰ পূৰা অধিকাৰ আছে। আপোনাসকলেই কংগ্ৰেছৰ ভেটি প্ৰতিষ্ঠা কৰোঁতা।'

* ৰায়চৌধুৰীয়ে উল্লেখ কৰা মতে ১৯৫২ চনৰ ৮ অক্তোবৰৰ পুৱা ৮ বজাত। -সম্পাদক

অফিচৰ লগতে থকা সৰু ঘৰ এটা খালী কৰি তাত তেওঁ সোমাবহি পাৰে বুলি মই ক'লোঁ। পাছত যি হয় হ'ব। সদ্যহতে এনেকৈয়ে তেওঁৰ চিন্তাৰ কাৰণ দূৰ কৰা যাওক বুলি মই ভাবিছিলোঁ। মোৰ তেতিয়া মনলৈ ভাব আহিছিল— এইজন সিংহপুৰুষ। ঘৰ-মাটি কৰাটো কি কথা ! কিন্তু তেওঁ একোৰেই আশা নাৰাখিছিল। কাকো একো নকৈছিল। যিখন দেশ, যিখন ৰাজ্যৰ তেওঁ সপোন দেখিছিল, সেই ভাৰতবৰ্ষ, সেই অসমৰ ভাৱতে তেওঁ মগ্ন হৈ আছিল। এনে দৃষ্টান্ত বৰ কম। তেতিয়া তীব্ৰভাবে অনুভৱ কৰিছিলোঁ আৰু আজিও ভাবোঁ, এনে এজন পুৰুষৰ থকা ঘৰৰ চিন্তা হ'ব লগা হোৱাটো আমাৰ কাৰণে লাজৰ কথা আছিল। তেওঁ কংগ্ৰেছ অফিচলৈ থাকিবলৈ আহিব লগা নহ'ল। অন্য ব্যৱস্থা হ'ল। কিছু মাল-বস্তুহে আনি ৰাখিছিল।

অসমৰ যেতিয়াই যি সমস্যাই দেখা দিছে, তেতিয়াই ৰায়চৌধুৰী সেই সমস্যা সমাধানৰ যুদ্ধত আগৰণুৱা আছিল। এবাৰ শোধানাগাৰৰ প্ৰশ্ন লৈ তেওঁ আমাৰ লগতে দিল্লীলৈ গৈছিল। এই সম্পৰ্কত ছৰ্দাৰ পেটেলক লগ ধৰোঁতে ৰায়চৌধুৰীয়ে দৃঢ়তাৰে তেওঁৰ মত দাঙি ধৰি কৈছিল যে অসমৰ ন্যায্য দাবী পূৰণ নহ'লে তেওঁ আমৰণ অনশন কৰিব। এনেকুৱাই আছিল অম্বিকাগিৰী মানুহজন। সদায় সকলো কথাতে স্পষ্টবাদী আৰু দৃঢ়প্ৰতিজ্ঞ।

বৃটিছ কেবিনেট মিছনৰ প্ৰস্তাৱ অনুসৰি অসম-বংগ এটা সমষ্টিত ভুক্ত কৰিবলৈ কৰা আচঁনিৰ অম্বিকাগিৰীয়ে তেওঁৰ স্বাভাৱিক তেজস্বী ভাষাৰে প্ৰতিবাদ কৰিছিল। অসম কংগ্ৰেছে এই প্ৰশ্ন লৈ যি আন্দোলন কৰিছিল তেওঁ তাৰ লগত সম্পৰ্ণ সহযোগিতা কৰিছিল। সেই সময়ত অসম কংগ্ৰেছৰ নেতাসকলক লগ ধৰি তেওঁ দিহা পৰামৰ্শ দিছিল আৰু তেওঁ উদ্দীপ্ত ভাষণেৰে অনুপ্ৰাণিত কৰিছিল।

মোৰ আশা আৰু বিশ্বাস যে অম্বিকাগিৰীৰ দেশপ্ৰেমৰ ভাৱনা, কাৰ্যকলাপ আৰু উচ্চখাপৰ সাহিত্য সৃষ্টিয়ে সদায় আমাৰ মানুহক প্ৰেৰণা দি থাকিব। তেওঁৰ স্মৃতিত মই মোৰ ভক্তি অৰ্ঘ্য নিবেদন কৰোঁ।

# মেনেজাৰ খুড়ি

কমল নাৰায়ণ চৌধুৰী

উনৈশ শ একৈশ চনৰ কোনো এটি দিন। সেই দিনাখন মহাত্মা গান্ধীক বিদেশী চৰকাৰে গ্ৰেপ্তাৰ কৰিছিল। সেইষাৰ কথা আজিও মনত আছে। সেই দিনাখন ৰাতি পাণবজাৰৰ বৰপেটীয়া পাৰাত অৱস্থিত অৰুণা-প্ৰেছ তথা 'চেতনা'ৰ কাৰ্যালয়ত জুই লাগিছিল। সেই জুই নিমিষতে বিয়পি পৰি বৰপেটীয়া পাৰাৰ উত্তৰ অঞ্চলৰ সকলো ঘৰ-বাৰী পুৰি ছাই কৰি পেলাইছিল। আমাৰ ঘৰ আছিল অৰুণা-প্ৰেছৰ গাত গা লাগি, গতিকে আমিয়েই আছিলোঁ সেই বহ্নিশিখাত ক্ষতিগ্ৰস্ত লোকসকলৰ ভিতৰত দ্বিতীয় ঘৰ মানুহ। খুব সম্ভৱ সেই সময়ত অম্বিকাগিৰী ৰায়চৌধুৰী বিদেশী পোতাশালত বন্দী অৱস্থাত আছিল।

অম্বিকাগিৰী ৰায়চৌধুৰী মোৰ অতি ওচৰ সম্বন্ধীয় খুৰাদেউ আছিল। মাতিছিলোঁ 'মেনেজাৰ খুড়ি' বুলি। তেখেত আছিল এজন সাহিত্যিক আৰু সংগীতজ্ঞ লোক। খুড়িৰ মাতৃদেৱী 'আবু' আছিল এগৰাকী অতি মৰমিয়াল আৰু বৰগীত নাম-প্ৰসংগত বুৎপত্তি থকা মহীয়সী মহিলা। কণ্ঠস্বৰ আছিল মধুৰ। এই গুণ আবুৱে মহাপুৰুষীয়া ধৰ্ম-গুৰুৰ বংশ-পৰিয়াল স্বৰূপে লাভ কৰিছিল। তেখেতে সদায় ৰাতিপুৱা পুৱাৰ গীত জুৰিছিল--'তেজৰে কমলাপতি পৰভাত নিন্দ'।

পুৱাৰ গীত শুনি শুনি আমি শয্যা ত্যাগ কৰিছিলোঁ। বৰপেটা সত্ৰৰ অধীনত থকা পাণবজাৰৰ নাম-ঘৰৰ বাৰীৰ পৰা নিম গছৰ ডাল আনি দাঁতন কৰিছিলোঁ। বিশ্ব-বিখ্যাত বীৰ নেপোলিয়নে এবেলি এজন বালক বন্দীৰ পলায়নপৰ প্ৰচেষ্টা দেখি কৈছিল-- A noble mother must have bread so noble a son। মহীয়সী মাতৃৰ সদগুণৰ বৰ পেৰাৰ পৰা এপদ-দুপদকৈ ৰত্ন আহৰণ কৰিছিল বালক পুত্ৰ অম্বিকাগিৰীয়ে। সেয়ে মাতৃদেৱীৰ লেখীয়া সুৱলা বৰগীত গাব পাৰিছিল। সেই বলিষ্ঠ কণ্ঠস্বৰৰ পুৰুষোচিত অলেখ গীত-মাত শুনাৰ আমাৰ সৌভাগ্য ঘটিছিল। অতি মৰম কৰি আমাক গীত শিকাইছিল। আজিযে নাম-ঘোষা আৰু ৰামায়ণৰ পদ আহৰণ কৰিব পাৰিছোঁ সেয়া মেনেজাৰ খুড়িৰ মৰমৰ ফল।

মেনেজাৰ খুড়িয়ে বৰপেটীয়া পাৰাৰ পৰা স্থানচ্যুত হৈ পাণবজাৰৰ হৰিসভাৰ ওচৰৰ এডুখৰি ঠাইত 'মায়াবিনী কেমিকেল ৱৰ্কচ' স্থাপন কৰাৰ পাছত সেই ঠাইৰ পৰাও স্থানচ্যুত হৈ পুনৰ উজান বজাৰত বাস কৰি 'ডেকা অসম' উলিয়াইছিল। সেই সময়ত কুমাৰ ভাস্কৰ নাট্য মন্দিৰত কিছুমান সংগীত-প্ৰিয় যুৱকে এখন সংগীতৰ জলসা পাতিছিল। তাত মেনেজাৰ খুড়িয়ে হাৰমনিয়ম বজাই বৰগীত গাইছিল। সেয়েই তেওঁৰ ৰাজহৱাভাবে গোৱা শেষ গীত। হাৰমনিয়মত দুৰ্বাৰমান আঙুলি বুলাই তেখেতে শ্ৰোতাবৃন্দক দুষাৰমান কথা কৈছিল--'এইতা মই বুৰা হৈ ছোঁ। আপনা আহাক মোৰ এই বুৰা গলেদি কি বৰগীত শুনাম ? তথাপি গাইছোঁ বাৰু।' মেনেজাৰ খুড়িয়ে এই বুলি হাৰমনিয়মত সুৰ তুলি বৰগীতত ৰাগ জুৰিলে।

তেতিয়া গুৱাহাটীত ‘মাইক্রোফোন’, ‘লাউডস্পীকাৰ’ নামৰ যান্ত্রিক দৈত্যদ্বয়ৰ আজিৰ লোকৰ কণামাকৰী সকুৱাদি উৎপাত আৰম্ভ হোৱা নাছিল। একান্ত মনেৰে মেনেজাৰ খুত্তিৰ বৰগীত শুনিছিলোঁ। মোৰ কাষত বহিছিল তিলক দাস, প্রবীণ ফুকন আৰু একালৰ সুগায়ক বলোৰাম দাস। মেনেজাৰ খুত্তিৰ সেই উদাত্ত সুৰ ৰংগ-মঞ্চৰ সুদৃঢ় বেৰত লাগি ৰজনজনাই উঠিছিল। অৱশেষত দর্শক-মণ্ডলীৰ হাত চাপৰিৰ মাজেৰে গীত শেষ হ’ল। ওচৰতে বহি থকা বলোৰাম দাসে এই বুলি টিপ্পনি কাটিলে--এয়াতো বুঢ়া মানুহৰ গল নহয়, যেন ফেৰী জাহাজৰ হইচেল। তিলকদাই মোক কৈছিল--‘হেৰা কমল, অসম-বননিত এয়া অসম-কেশৰীৰ সিংহনাদ। হয় দিয়া, এওঁ অসম কেশৰী হোৱাৰ উপযুক্ত লোক।’

মেনেজাৰ খুত্তিক নানা ঠাইত নানা ৰূপত লগ পাইছিলোঁ। তেতিয়া মই কলিকতাৰ অনাতাঁৰ কেন্দ্রত কাম কৰোঁ। থাকোঁ ৫৬নং কলেজ ষ্ট্রীটৰ মেছত। এদিনাখন ৰাতিপুৱা শুই উঠি শ্রীপুৰুষোত্তম দাসৰ লগত একেলগে বহি গৰম জিলাপীৰে চাহ খাই আছোঁ। এনেতে মেছৰ ভিতৰলৈ সোমাই আহিল মেনেজাৰ খুত্তি। আমাক দুয়োকে মাত লগলে--‘কমল! পুৰুষ! তুহন ভালে আছাহ?’ আমি দুয়ো ‘হয়’ বুলি উত্তৰ দি তেখেতক বহিবলৈ দি সুধিলোঁ--‘খুত্তি, চাহ-গৰম জিলাপী খাব নেকি?’ মেনেজাৰ খুত্তিয়ে এইবাৰ অলপ গহীন হৈ ক’বলৈ ধৰিলে--‘কাজিৰঙাৰ গড়ে দিনত এবাৰহে খায়, মই পুৱাই জলপান খাই লৈছোঁ। দিনৰ এটা বজাক লগিন্ থাক্‌বা পাৰিম। মই তুহাৰ তাত আইছো এটা বেলেগ কাম লৈ। তুহন দুটাৰ এটাই মোৰ লগত অলপ আজি কষ্ট কৰবা লাগ্‌বো। আসামখেন যায়। আসাম পাকিস্তান হ’লি তুহাৰ মায়ে-পিতেৰ লগত ময়ো জিন্না চাহাবৰ ষাঠিজোৰা জুতা চাফা কৰবা লাগবো। একদিন আমাৰ মণিৰাম দেৱানেও বঙালীৰ সহায় বিচাৰি কলিকতা পাইছিল, আসামখেন ৰক্ষা কৰবা। আজি ময়ো আইছো বঙালী কাগজৰ সম্পাদকৰ সহায় বিচাৰি। তাহন যদি মোক সহায় কৰে, একবাৰ শেষ চেষ্টা দিম যাতে আসামখেন গ্রুপিঙত নপৰে। নহলি বিদেশীয়ে আসামৰ সর্বনাশ কৰিহে এৰে।’

মই সেইদিনাৰ কাৰণে ছুটীৰ দৰখাস্ত এখন লিখি শ্রীপুৰুষোত্তম দাসৰ হাতত দি মেনেজাৰ খুত্তিৰ লগত পোনতে ১নং বর্মণ ষ্ট্রীটত থকা ‘হিন্দুস্তান ষ্টেণ্ডাৰ্ড’ আৰু ‘আনন্দ বাজাৰ পত্রিকা’ৰ অফিচলৈ ওলালোঁ। সেইদিনা মই পট্টলুং নিপিন্ধি চুৰীয়া পিন্ধি ওলাইছিলোঁ। কাৰণ, মই জানিছিলোঁ যে মই চাহাব সাজি মেনেজাৰ খুত্তিৰ লগত ওলালে তেখেত অলপ ক্ষুণ্ণ হোৱাটো স্বাভাৱিক। কাৰণ খুত্তিয়ে বিশ্বাস কৰিছিল যে আমাৰ দেশখনৰ ভাগ্য নিয়ন্তা হ’ব চুৰীয়া পিন্ধা জনসাধাৰণহে, চুট-টাই মৰা দেশী চাহাবসকল নহয়।

সেইদিনা কিবা কাৰণত পত্রিকা অফিচৰ মেইন গেট বন্ধ আছিল। আমি অফিচৰ পিছপিনে থকা অকোৰা-পকোৰা ওখ চিৰি বগাই সেই বৃহৎ অট্টালিকাৰ ওপৰলৈকে উঠিবলৈ ধৰিলোঁ। মেনেজাৰ খুত্তিক অট্টালিকাৰ মাজমান পাওঁতে মই এবেলি ৰহইছ কৰি কৈছিলোঁ--‘খুত্তি, আপনাৰ বাঙাল খেদা লাঠিডাল মোক দিয়ক আৰু মোৰ গাত ভৰ দি লাহে লাহে উঠক। ভাগাৰ লাগলি মোক ক’ব। জিৰে জিৰে যাই থাকিম।’ সেই গহীন-গম্ভীৰ চিন্তাক্লিষ্ট অসম কেশৰীয়ে প্রাণ-



খোলা হাঁহি এটি মাৰি মোৰ হাতত সেই ঐতিহাসিক বেতৰ লাঠিডাল দি মোৰ গাত অলপ ভৰ দি চিৰি বগাই গৈছিল।

নক’লেও হ’বযে সেইদিনাখন কলিকতীয়া শক্তিমান দৈনিক বাতৰি কাকতৰ সম্পাদকসকলে মেনেজাৰ খুত্তিৰ ব্যক্তিত্বত মোহিত হৈছিল। পাছদিনাখন বৰ বৰ হৰফেৰে অসমীয়া-প্রাণ মেনেজাৰ খুত্তিৰ বিবৃতি প্রকাশ কৰিছিল। মেনেজাৰ খুত্তিয়ে বিশুদ্ধ বঙলা ভাষাৰে সম্পাদকসকলৰ সৈতে সলসলীয়াকৈ কথা পাতিছিল। তেখেতৰ ৰাজনৈতিক আৰু সংস্কৃতিক দর্শনৰ সৈতে সম্পাদকসকল পৰিচিত হ’বলৈ পাই ধন্য মানিছিল। এজন সম্পাদকে এই বুলিও মেনেজাৰ খুত্তিক কৈছিল--‘ৰায়-চৌধুৰী মহাশয়, এতদিন আমৰা আপনাকে ভুল বুজে বাঙাল খেদা আন্দোলনেৰ প্রধান হোতা বলে ভেবেছিলাম। আজকে বুজলাম আপনি একজন অসমীয়া কবি, দার্শনিকই নন, আপুনি ভাৰত-আত্মাৰ প্রকৃত স্বৰূপ উপলব্ধি কৰে একজন সত্যকাৰ ভাৰতীয় হ’তে পেৰেছেন’।

এনেহেন মেনেজাৰ খুত্তিৰ বিয়োগৰ বাতৰি পাই তেখেতৰ বাসভৱনলৈ লৰি গৈছিলোঁ। ঘৰৰ পিৰালিত শুভ্র কাপোৰ গাত লৈ ধূপ-ধুনাৰে পৰিবেষ্টিত হৈ অসংখ্য ফুলপাতৰ মাজত অসম কেশৰী অনন্ত-শয্যাত শুই আছে। অসমৰ প্রত্যেকটো বিষয়ত, বিপদ আৰু সমস্যাকালত অসম কেশৰীৰ সিংহনাদ আৰু শুনা নাযাব। আয়তীসকলৰ সুললিত নাম-প্রসংগৰ ধ্বনিয়ে গোটেই পৰিবেশটোকেই গহীন, গম্ভীৰ আৰু কৰুণ কৰি তুলিছিল। মই নীৰৱ, নিশ্চল হৈ থিয় দি আছিলো। মোক এজনে আহি ক’লে, দাদা, আপুনি এটা বৰগীত গাব নেকি? মই মাত্র মূৰ জোকাৰি অসম্মতি প্রকাশ কৰিছিলোঁ। তেতিয়া গীত গাব পৰা মোৰ মনৰ অৱস্থা নাছিল।

হঠাতে ৰেপেটা সত্রৰ পৰা এদল গায়ন-বায়নৰ আবির্ভাব হ’ল। তেওঁ-লোকৰ মধুৰ সংগীতত ধূলিৰ ধৰণীখনি হঠাতে এখন বৈকুণ্ঠ-ধামত পৰিণত হ’ল। শংকৰ-মাধৱে দি থৈ যোৱা শ শ বছৰৰ সংগীত-কলাৰ বিমল পোহৰত থিয় দি থকা অগণন চহৰীয়া মানুহৰ অন্তৰলোকত সেই পোহৰ পৰি উদ্ভাসিত হ’ল যেন তিমিৰ ফাৰিয়া বাজ ৰবিৰ কিৰণ।

ধীৰে ধীৰে শোক-শৱযাত্রা আৰম্ভ হ’ল, গায়ন-বায়নসকলে কীর্তন-ঘোষাৰ পদ গাই গাই গৈ আছে--

ও হৰি প্রভু জগন্নাথ
নিস্তাৰ কৰা দাৰুণ সংসাৰে।
কৃষ্ণৰ চৰণ ছাড়ি আন গতি
নেদেখো হামাৰে॥
পিতৃ মাতৃ ভ্রাতৃ ভার্যাৰ সংযোগে
কতহো মিলে সন্তোষ।
তাহাৰ বিয়োগে কতো শোকে কান্দো
পায়া কতো অসন্তোষ॥

শৱযাত্রাৰ সৈতে নগৰ পৰিক্রমাৰ সময়ত কিয় ক’ব নোৱাৰোঁ মোৰ বাৰে বাৰে মনলৈ আহিছিল গ্রুপিঙৰ সময়ত মেনেজাৰ খুত্তিৰ লগত কলিকতাত চিৰি বগোৱাৰ কথা। খুত্তিয়ে প্রায়ে কৈছিল--‘অসমত অসমীয়া বহুতো আছে, মানুহহে নাই।’

মহাত্মা গান্ধীৰ এয়াবি বাণীৰ সৈতে যেন মেনেজাৰ খুত্তিৰ জীৱন-দৰ্শন একীভূত হৈ আছিল। সেইষাবি কথা হ'ল 'মুক্তি আহে ত্যাগত, ভোগত নহয়; আহে জাগৰণত, তন্দ্ৰাজালত নহয়।' সেয়ে ডেৰ শতাব্দীৰ ফেহজালিত মেনেজাৰ খুত্তিয়ে গাইছিল—

'আজি ডেৰ শতাব্দী কাল
তন্দ্ৰা অলস ভাৰত-আত্মা
জাগিছে নিজঞ্জাল।'

# অম্বিকাগিৰীৰ স্মৃতি

ৰমণীকান্ত শৰ্মা

আমি কটন কলেজত পঢ়া দিনৰে পৰা অম্বিকাগিৰীৰ কথা শুনিছিলোঁ। তেওঁ অসমীয়া সংৰক্ষিণী সভা গঠন কৰিছিল। আমি তেতিয়া তাৰ গুৰুত্ব বুজা নাছিলোঁ। উপলুঙা কৰি কৈছিলোঁ, আমাৰ পশ্চিমৰ সীমাত এখন গজ্‌গজিয়া বেৰ দিলে বিদেশীৰ সোঁত ৰোধ কৰিব পৰা যায় দেখোন। এতিয়াহে বুজিছোঁ, অসম কেশৰীৰ সেই প্ৰচেষ্টা আমাৰ বাবে কিমান মূল্যৱান আৰু গুৰুত্বপূৰ্ণ আছিল। অম্বিকাগিৰীক প্ৰথমে দেখা পাওঁ ১৯২৪ চনৰ গুৱাহাটীত বহা অসম সাহিত্য সভাৰ অধিবেশনত। সভাপতি আছিল লক্ষ্মীনাথ বেজবৰুৱা। সেই অধিবেশনতে অসমীয়াৰ যুৱ সম্মিলন এটা গঠন কৰাৰ প্ৰস্তাৱ উঠিছিল। সেই যুৱ সম্মিলনটোৰ নাম পদ্মনাথ গোহাঞি বৰুৱাই দিছিল ডেকাৰ মেল। কিন্তু অম্বিকাগিৰীয়ে দিলে যুৱক সংঘ। এই কথাটিৰ পৰাই অম্বিকাগিৰীৰ তেজস্বিতা আৰু সংগ্ৰামী মনোভাৱৰ আভাস পাইছিলোঁ। আমি তেতিয়া গৌৰীপুৰৰ সুনীতি সাধিনী সভাৰ প্ৰতিনিধি হৈ সাহিত্য সভালৈ গৈছিলোঁ। মই তেতিয়া গৌৰীপুৰ হাইস্কুলত দশম শ্ৰেণীত পঢ়ি আছিলোঁ।

ইয়াৰ বহুদিন পাছত ১৯২৯-৩০ চনত মই এম-এ আৰু আইন পঢ়িবলৈ পুনৰ গুৱাহাটীলৈ আহিলোঁ। তেতিয়া ভাৰতত গান্ধীজীৰ নেতৃত্বত সত্যাগ্ৰহ আন্দোলন চলিছিল। দেশত স্বদেশী বস্তুৰ ব্যৱহাৰ কৰাবলৈ Buy swadeshi আন্দোলন চলিছে। অসমতো তেনে আদৰ্শতে অম্বিকাগিৰীৰ নেতৃত্বত 'স্বদেশী কিনক' আন্দোলন চলিছিল। অম্বিকাগিৰীয়ে এই অভাজনক চেক্ৰেটাৰীৰ বাব দিছিল। আমি স্বদেশী কিনক আন্দোলন চলাবলৈ গুৱাহাটীৰ উজান বজাৰৰ ঘৰে ঘৰে গৈ চাঁদা আদায় কৰিছিলোঁ। মোৰ মনত পৰে মানুহে এই আন্দোলনত আশানুৰূপ উৎসাহ দেখুৱা নাছিল। মোৰ যিমানদূৰ মনত পৰে আমি এই সম্পৰ্কত উজান বজাৰত স্বৰ্ণলতা শইকীয়াৰ ঘৰত সোমাইছিলোঁ। এতিয়াও মনত পৰে চেনিকুঠীৰ প্ৰসিদ্ধ ধনী কেশৱ কান্ত বৰুৱাৰ ঘৰত আমি কিদৰে যথোচিত সমাদৰ পোৱা নাছিলোঁ। সি যি হওক, প্ৰায় আঢ়ৈ কুৰিমান মতা-তিৰোতা লৈ আমি উজান বজাৰৰ বাটে বাটে স্বদেশী কিনক সংঘৰ সমদল উলিয়াইছিলোঁ। এবাৰ স্বদেশী কিনক সংঘৰ এখন ৰাজহুৱা সভাৰ আয়োজন কৰা হৈছিল। তৰুণৰাম ফুকনক সেই সভালৈ সভাপতিত্ব কৰিবলৈ অনুৰোধ কৰা হৈছিল। কিন্তু তেওঁ কৈ পঠাইছিল, অন্ততঃ পাঁচ শ শ্ৰোতা দিব পাৰিলেহে তেওঁ আহিব। কিন্তু আমি সেই প্ৰতিশ্ৰুতি দিব নোৱাৰাত তেওঁ নাহিল। অৱশ্যে আমাৰ স্বদেশী কিনক সংঘৰ আন্দোলন চলিয়ে থাকিল। মোৰ উকীল বন্ধু প্ৰতাপ চন্দ্ৰ তালুকদাৰে স্বদেশী কিনক নামটোত এটা ব্যাকৰণগত দোষ উলিয়াইছিল। কিন্তু আমি ইংৰাজী Buy swadeshi league কথাষাৰৰ অনুকৰণতে এই নামটো দিছিলোঁ।

মই যি তিনিজন মানুহক সবাতকৈ বেছি অসম প্ৰেমী বুলি ভাবিছিলোঁ, তেওঁ-লোক হ'ল লক্ষ্মীনাথ বেজবৰুৱা, অম্বিকাগিৰী ৰায়চৌধুৰী আৰু কমলা কান্ত ভট্টাচাৰ্য। অম্বিকাগিৰীয়ে কোনো অসমীয়া ডেকাক লগ পালেই স্বদেশ প্ৰেমৰ এনে একোটা প্ৰেৰণাদায়ক উপদেশ দিব যে সিয়ে ডেকাজনৰ বুকুত বন্দুকৰ দৰে খুন্দা মাৰিছিল। কোনো কোনো ডেকাই তেওঁৰ এই খুন্দা সহ্য কৰিব নোৱাৰি বহু সময়ত তেওঁক এৰাই চলিছিল।

অম্বিকাগিৰীৰ কোনো অভিমান নাছিল। গুৱাহাটীৰ ডেপুটি কমিচনাৰৰ খেৰী বঙলাটো নতুনকৈ ছোৱাওঁতে তেওঁ পুৰণি খেৰবোৰ গোটাই আনি নিজৰ কামত খটুৱাইছিল। তেওঁ অকণো লাজ বা সংকোচ নকৰাকৈ সেই কাম কৰিছিল। তেওঁ গোটেই জীৱন দৰিদ্ৰতাৰ লগত যুদ্ধ কৰি দেশৰ সেৱা কৰিছিল। তেওঁ সহজতে হাৰ মনা লোক নাছিল। বহু দিন পাছত মই গুৱাহাটীলৈ যাওঁতে জজ্ পথাৰত বহা অসম সাহিত্য সভাৰ অধিবেশনত এখন্তেক বৈ সভাৰ কাৰ্য-কলাপ চাইছিলোঁ। সভাপতি আছিল কৃষ্ণকান্ত সন্দিকৈ। মই দেখিলোঁ, অম্বিকা-গিৰীয়ে এটা লিখিত প্ৰস্তাৱ প্ৰতিনিধিসকলৰ হাতে হাতে বিলি কৰি ফুৰিছিল। সম্ভৱতঃ বিষয়-বাছনি সভাত গৃহীত নোহোৱাত প্ৰস্তাৱটো মূল সভাত তুলিছিল।

মই অম্বিকাগিৰীক ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ এজন প্ৰথম শাৰীৰ যুঁজাৰু বুলি ভাবোঁ। 'চেতনা' আৰু 'ডেকা অসম' আৰু সংগঠনৰ যোগেদি তেওঁ দেশ-বাসীক দেশপ্ৰেমত উদ্বুদ্ধ কৰিছিল! তেওঁৰ কবিতাৰ প্ৰাণোচ্ছল ধাৰাটো হৈছে দেশপ্ৰেম, যদিও তেওঁক ৰহস্যবাদী কবি হিচাপে এজন শ্ৰেষ্ঠ কবি বুলিব পাৰি। দেশ-প্ৰেমৰ সেই ঢল তেওঁৰ গদ্য সাহিত্যলৈকো প্ৰবাহিত হৈছিল। সংগীত শাস্ত্ৰতো তেওঁ অভিজ্ঞ আছিল। ডাঙৰ সংগীত প্ৰতিযোগিতাবিলাকত তেওঁক মই বিচাৰক হিচাপে বহা দেখিছিলোঁ।

# বিপৰ্যয়ৰ ধামখুমীয়াত

অম্বিকা চৌধুৰী

সৰুতে অম্বিকাগিৰীৰ কথা কিছু শুনিছিলোঁ যদিও তেওঁৰ বিয়াৰ সময়ৰ পৰাহে মই তেওঁক ভালদৰে জানিছিলোঁ। ১৯২৪ চনত মই সোণাৰাম হাইস্কুলত সপ্তম শ্ৰেণীত পঢ়ি থাকোতে তেওঁৰ বিয়া হয়। সেই সময়ত তেওঁৰ বয়স আছিল প্ৰায় ৪০ বছৰ আৰু ভনী কৌশল্যাৰ বয়স আছিল ১৩ বছৰ। এই বিয়া খাতা-বাৰীৰ মৌজাদাৰ প্ৰতাপনাৰায়ণ চৌধুৰী আৰু ৰায়চৌধুৰীৰ ককায়েক গিৰীশচন্দ্ৰ ৰায়চৌধুৰীয়ে বন্দোবস্ত কৰিছিল। দৰা পক্ষই প্ৰতাপনাৰায়ণ চৌধুৰীৰ ঘৰত বাহৰ পাতিছিল। সেই সময়ত আজিকালিৰ দৰে যান-বাহনৰ সুবিধা নাছিল। মানুহে ৰেল নাইবা জাহাজেৰে অহা-যোৱা কৰিছিল। তেতিয়াৰ দিনত দৰা দোলা বা হাতীত উঠি কইনা ঘৰলৈ যোৱা প্ৰথা আছিল। ৰায়চৌধুৰী হাতীৰ পিঠিত বা মানু-হৰ কান্ধত উঠি যাবলৈ অমান্তি হৈছিল আৰু বৰযাত্ৰীসকলৰ লগতে খোজ কাঢ়ি গৈছিল। অৱশ্যে এটা হাতী বৰযাত্ৰীসকলৰ আগে আগে গৈছিল।

নিচেই বাল্য কালৰে পৰা ৰায়চৌধুৰীৰ জীৱন নানা দুঃখ-কষ্ট, অভাৱ-অনা-টনৰ মাজেদি অতিবাহিত হৈছিল। ১৯২১ চনৰ অসহযোগ আন্দোলনত জেললৈ যোৱা অৰুণা প্ৰেছ জুইত ভষ্মীভূত হোৱা, সম্বন্ধীয় ভায়েক ব্ৰজনাথ ৰায়চৌধুৰীয়ে পাণবজাৰৰ ৰৰপেটীয়া পাৱাৰ পৰা উচ্ছেদ কৰা আদি দুৰ্যোগপূৰ্ণ দিনবোৰৰ কথা সকলোৱে জানে। পাণবজাৰতে হৰিসভাৰ কাষত নতুনকৈ লীজৰ মাটিত ঘৰ বান্ধি, অৰুণা প্ৰেছ চলাই চেতনা প্ৰকাশ কৰি, কামৰূপ মায়াবিনী কেমিকেল ৱাৰ্কচ খুলি জয়মতী স্নো, চেনেহী চিয়াঁহী, অসম ইংক, জোতাৰ ৰং (জিলিকনি), মায়াবিনি তেল প্ৰস্তুত কৰি আত্মপ্ৰতিষ্ঠাৰ যি জলন্ত নিদৰ্শন দেখুৱাইছিল, তাক পাহৰিব নোৱাৰি। তেওঁ এবাৰ এখন ফল-মূল-শাক-পাছলিৰ দোকানো দিছিল।

পাণ বজাৰৰ মাটিখিনিৰ লিজ শেষ হোৱাত অম্বিকাগিৰীয়ে উজান বজাৰত যোগেন্দ্ৰ নাথ বৰুৱাৰ পৰা এডোখৰ মাটি লিজত লৈ পাণ বজাৰৰ পৰা উঠি আহে। ইয়াতেই তেওঁ ডেকা অসমখন উলিয়ায়। কিন্তু ইয়াত তেওঁৰ আৰ্থিক অৱস্থা আগ-তকৈয়ো বেয়া হৈ পৰে। শেষত তেওঁ অতি মৰমৰ অৰুণা প্ৰেছটোও বিক্ৰি কৰিবলৈ বাধ্য হয়।

২য় মহাযুদ্ধৰ সময়ত বেছিভাগ লোকেই নিজ নিজ পৰিয়াল গুৱাহাটীৰ পৰা নি আন ঠাইত থৈছিল। ৰায়চৌধুৰীয়েও প্ৰেছটোৰে সৈতে তেওঁৰ পৰিয়ালটো আমাৰ নলবাৰী (পকোৱা)ৰ ঘৰলৈ নি আমাৰ চৌহদতেই ঘৰ সাজি কিছুদিন আছিল। প্ৰেছৰ কামো কিছুদিন বন্ধ আছিল। যুদ্ধৰ সময়ত চৰকাৰৰ অনুৰোধত তেওঁ গুৱাহাটীতে সাধাৰণভাবে ঠিকা লোৱা কাম কৰি কিছু ধন উপাৰ্জন কৰিছিল। কিন্তু যথেষ্ট লাভ হোৱাৰ পাছতো টকাৰ প্ৰতি লোভ বাঢ়ি যাব বুলি সেই কাম এৰি দিয়ে।

যুদ্ধৰ পাছত তেওঁ নিজৰ পৰিয়াল আৰু প্ৰেছটো পুনৰ উজানবজাৰলৈ লৈ আহে আৰু আকৌ ডেকা অসম উলিয়ায়।

উজান বজাৰৰ মাটিৰ লীজ অন্ত পৰাত মাটিৰ গৰাকী যোগেন্দ্ৰ নাথ বৰুৱাৰ ল'ৰাহঁতে আদালতৰ আশ্ৰয় লৈ তাৰ পৰা তেওঁক উচ্ছেদ কৰে আৰু বৰষুণৰ বতৰত ঘৰ-দুৱাৰ ভাঙি বস্তু-বাহানি নৰ্দমাত পেলাই দিয়ে। নিৰাশ্ৰয় অৱস্থাত ৰায়চৌধুৰী অলপ ওচৰত থকা তেতিয়াৰ কংগ্ৰেছ অফিচত আশ্ৰয় লয়। সেই সময়ত মই সপৰিয়ালে কংগ্ৰেছ অফিচৰ ওচৰৰ হেপিভিলাত বাস কৰিছিলোঁ। সিদিনা মই চৰকাৰী চাকৰিৰ দায়িত্বত গুৱাহাটীৰ বাহিৰত আছিলোঁ। মোৰ পত্নীয়ে খবৰ পাই দৌৰি আহি সপৰিয়ালে তেওঁক আমাৰ ভাড়া-ঘৰলৈ লৈ যায়। কিছু দিন সৰু ভাড়া ঘৰটোতে দুটা পৰিয়াল একে লগে থকাৰ পাছত মই নিজৰ পৰিয়ালটো আমাৰ পকোৱাৰ ঘৰলৈ লৈ যাওঁ আৰু ৰায়চৌধুৰী কেইমাহমান সেই ভাড়া-ঘৰটোতে থাকে।

মতিৰাম বৰা আৰু মহেন্দ্ৰ মোহন চৌধুৰীয়ে যত্ন কৰি ভাৰত চৰকাৰৰ পৰা অসম চৰকাৰে লোৱা শিলপুখুৰীৰ ওচৰৰ মাটিখিনি লৈ ৰায়চৌধুৰীক দিয়ে আৰু জীৱনৰ শেষছোৱা তেওঁ তাতেই স্থায়ীভাৱে ঘৰ সাজি থাকিবলৈ লয়। অৱশ্যে ৰায়চৌধুৰীয়ে চৰকাৰক সেই মাটি খোজা নাছিল। যুদ্ধৰ সময়ত তাত এটা সৈন্যৰ বাহৰ আছিল। পাছত এনেয়ে খালী হৈ পৰি থকাত ৰায়চৌধুৰীয়ে এখন ছালি দি থাকিবলৈ লয়। শেষত চৰকাৰে সেই মাটি তেওঁক দিবলৈ বাধ্য হয়।

# ৰায়চৌধুৰীক যেনেভাবে পাইছিলোঁ

হৰেন্দ্ৰ নাথ বৰুৱা

কলেজীয়া কালতে লগ পোৱা অসমৰ প্ৰবীণ আৰু প্ৰখ্যাত দেশহিতৈষী লোকসকলৰ ভিতৰত ঋষি কমলাকান্ত ভট্টাচাৰ্য আৰু অম্বিকাগিৰী ৰায়চৌধুৰীয়ে মোৰ মন এতিয়াও অভিভূত কৰি ৰাখিছে। নানা ব্যক্তিগত বিপদ-বিঘিনি আৰু অতিশয় প্ৰতিকূল আৰ্থিক অৱস্থা আৰু আনকি নিজৰ বুলি মূৰ গুজিবলৈ অকণমানো বাসস্থান নোহোৱা অৱস্থাতো অবিৰাম অসমৰ, অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষাৰ আৰু উত্তৰোত্তৰ উৎকৰ্ষ সাধনৰ কথা কোৱা আন কোনো এজন লোকক মই আজিলৈকে লগ পোৱা নাই। দেশৰ কথা কৈ আমনি নালাগিলেও শ্ৰোতাসকলৰ বিশেষকৈ মোৰ কিন্তু আমনি নলগাকৈ থকা নাছিল। আমনি লাগিলে ভট্টাচাৰ্যদেৱক কওঁ-'ককা, এইবিলাক গভীৰ আৰু চিৰিয়াছ কথা, এতিয়া অলপ ৰসাল কথাকে কওকচোন' (তেওঁ তেতিয়া যথেষ্ট বৃদ্ধ আছিল আৰু মই তেওঁক 'ককা' বুলি সম্বোধন কৰিছিলোঁ)। তেতিয়া তেওঁ কয় 'ৰ, তেন্তে উপনিষদৰ কথা কওঁ।' আকৌ বিপদ! 'নহয়, আন কিবা এটা কওক' বুলি ক'লে ক'ব-'তেন্তে অষ্টবক্ৰৰ কাহিনীকে শুন'। আৰু এক বিড়ম্বনা! কিন্তু ৰায়চৌধুৰীদেৱক 'এইবোৰ কথা থওক এতিয়া, আমনি লাগিছে, আন কথালৈ আহক' বুলি ক'লে 'বাৰু, মোৰ গান এটাকে শুনা। নে বৰগীত এটা শুনিবা' বুলি উপাদেয় পৰিৱৰ্তনৰ পাতনি মেলে। বস্তুতঃ ৰায়চৌধুৰীৰ সংগীতেহে মোক তেওঁৰ ওচৰ চপাইছিল।

১৯২৬ চনত পাণ্ডুত বহা ভাৰতীয় জাতীয় কংগ্ৰেছৰ ৪১ তম অধিবেশনত নিজে ৰচনা কৰি আৰু সুৰ দি গোৱা গীতটোৱে সেই অধিবেশনত স্বেচ্ছাসেৱকৰ কাম কৰা সংগীতপ্ৰিয় আমি কলেজীয়া ছাত্ৰ কেইজনমানক বৰ মুগ্ধ কৰিছিল। যেতিয়া শুনিলো যে তেওঁ পাণবজাৰত আমাৰ কলেজৰ ওচৰতে থাকে আৰু ঘৰতে দুই-চাৰিজনক গীত-বাদ্যৰ শিক্ষাও দিয়ে, তেতিয়া কেইজনমান সহপাঠীৰ সৈতে কলেজৰ বাহিৰা সময়ত কিছুপৰ তেওঁৰ তাত সংগীত (মই তবলা) শিকিবলৈ গৈছিলোঁ। তেওঁলোকৰ ভিতৰত ওচৰৰে বন্ধু শ্ৰীমুজিবুদ্দিন আহমদ অধিবক্তাৰ বাহিৰে এতিয়া বোধহয় কোনো জীৱিত নাই। তাতে লগ পাইছিলোঁ আমাতকৈ বহুত সৰু পাছৰ কালৰ এজন বিশিষ্ট গায়ক আৰু কলাবিদ কমলনাৰায়ণ চৌধুৰীক। যি হওক, সেই প্ৰসংগতে ৰায়চৌধুৰীয়ে গান-বাজনাৰ সমানেই কিম্বা তাতকৈ বেছিকৈ অসম 'দেশ'খনৰ আৰু অসমীয়া জাতিৰ অস্তিত্ব বিপন্ন হোৱাৰ বিষয়েও আমাক নানা কথা কয় আৰু কিছুদিনৰ আগতে গঠন কৰা 'অসমীয়া সংৰক্ষিণী সভা'ত যোগ দি আৰু লগৰীয়া ডেকাসকলক যোগ দিয়াই অসম আৰু অসমীয়াৰ অস্তিত্ব ৰক্ষাত সহায় কৰিবলৈ আহবান কৰে। আমি বিশেষকৈ মই যেতিয়া তেওঁক প্ৰশ্ন কৰোঁ যে তেওঁ দেখোন কংগ্ৰেছত গান গাইছে আৰু কামো কৰিছে, কংগ্ৰেছেই জানো ভাৰতৰ অন্যান্য প্ৰদেশৰ লগতে অসমৰ আৰু অসমীয়াৰ অস্তিত্ব ৰক্ষা আৰু মংগলৰ কাৰণে কাম নকৰিব? তেতিয়া তেওঁ কয় যে কংগ্ৰেছে সমগ্ৰ ভাৰতৰ পৰাধীনতাৰ বিৰুদ্ধে

আন্দোলন কৰিছে আৰু সমগ্ৰ ভাৰতৰ স্বাধীনতা দাবী কৰিছে; কিন্তু অসমৰ দৰে ভাৰতৰ সৰু সৰু দুৰ্বল প্ৰদেশ কেইখনৰ আৰু ইয়াৰ অধিবাসীসকলৰ নিজস্ব জাতিসত্বা আৰু ভাষা-সংস্কৃতি ৰক্ষাৰ কাৰণে কোনো প্ৰতিশ্ৰুতি দিয়া নাই। গতিকে ভাৰত স্বাধীন হ'লেও স্বাধীনতাৰ আমোলত এই সৰু ৰাজ্যবিলাকৰ অস্তিত্ব আৰু ন্যায্য স্বাৰ্থ ৰক্ষা পৰা সম্পৰ্কে আমি নিশ্চিত হ'ব নোৱাৰোঁ। গতিকে কংগ্ৰেছৰ লগত অসহযোগিতা নকৰিও বা সহযোগিতা কৰিও অসম আৰু অসমীয়া জাতিৰ কাৰণে বিশেষভাৱে চিন্তা আৰু কাম কৰা এনে (অসমীয়া সংৰক্ষিণী সভাৰ দৰে) অনুষ্ঠান এটাৰ নিতান্ত আৱশ্যক। সেয়ে নহ'লে বহিৰাগত ভাৰতীয়ৰ প্ৰাদুৰ্ভাৱ আৰু সংখ্যাগৰিষ্ঠতাই অসমীয়াৰ বিলোপ সাধন কৰিব। এই প্ৰসংগতে তেওঁ তেতিয়াৰ অবিভক্ত বংগদেশৰ পৰা বিপুল সংখ্যক লোকৰ প্ৰব্ৰজন হোৱা, তেওঁলোকে অসমৰ ভাষা-সংস্কৃতি গ্ৰহণ কৰাৰ পৰিৱৰ্তে ইয়াৰ বিৰোধিতা কৰা অসমীয়া ভাষা বঙলাৰ এক অপভ্ৰংশ মাথোন বুলি মন্তব্য কৰিবলৈ বিচৰা, অসম-খনক প্ৰশাসনীয়ভাৱেও বংগদেশৰ অন্তৰ্ভুক্ত কৰি এক 'বৃহত্তৰ বাংলা' স্থাপনৰ পোষকতা কৰাৰ কথা বিবৰি কয়। কলিকতাৰ 'প্ৰবাসী', 'মডাৰ্ণ ৰিভিউ' আদি আলোচনী, 'অমৃত বাজাৰ পত্ৰিকা' আদি বাতৰি কাকতৰ বাহিৰেও তেতিয়াৰ অসমৰ অন্তৰ্গত ছিলেটৰ প্ৰমোদ দত্ত প্ৰমুখ্যে বিশিষ্ট নেতা আৰু তাৰ বাতৰি কাকতবিলাক আৰু খাচ অসমৰ বঙালীসকলেও সভা-সমিতি পাতি, ধুবুৰীৰ পৰা প্ৰান্তবাসীৰ দৰে বঙলা বাতৰি কাকত উলিয়াই 'বৃহত্তৰ বংগ' স্থাপন কৰিবলৈ প্ৰয়াস কৰাৰ কথা উল্লেখ কৰে। তেওঁ যে কংগ্ৰেছৰ বিৰোধী নহয় আৰু কেইবছৰমানৰ আগলৈকে ইয়াৰ সক্ৰিয় অংশীদাৰ আছিল, সেই কথাও বিবৰি কয়। মই তেতিয়া কলেজৰ (আৰু কংগ্ৰেছী ৰাজনীতিৰো) ছাত্ৰ আছিলোঁ। বয়োজ্যেষ্ঠ আৰু অসম প্ৰাণ ৰায়চৌধুৰীদেৱৰ এই শংকা আৰু যুক্তি নুই কৰিবলৈ চেষ্টা নকৰি মাত্ৰ তেওঁক সমিধান দিছিলোঁ যে কংগ্ৰেছে মহাত্মা গান্ধীৰ নিৰ্দেশক্ৰমেই ভাৰতৰ প্ৰদেশ-বিলাক ভাষাৰ ভিত্তিত পুনৰ্গঠন কৰাৰ পোষকতা কৰিছে আৰু সেইমতেই বঙালী ছিলেট জিলাক বংগ প্ৰদেশ কংগ্ৰেছ কমিটিৰ অন্তৰ্ভুক্ত কৰি অসমৰ প্ৰদেশ কংগ্ৰেছ কমিটি নতুনকৈ গঠন কৰা হৈছে। ভাৰতৰ অন্যান্য প্ৰদেশবিলাকো কংগ্ৰেছৰ আনুষ্ঠানিক সংবিধানত সেইদৰে ভাষাৰ ভিত্তিত গঠন কৰা হৈছে। স্বাধীনতাৰ পাছত প্ৰশাসনীয় প্ৰদেশবিলাকো সেইদৰে পুনৰ্গঠিত হ'ব আৰু আমাৰ স্বাধীন চৰকাৰে অসমীয়া জাতিৰ অস্তিত্ব আৰু ন্যায্য স্বাৰ্থৰক্ষাৰ অৰ্থেও উপযুক্ত ব্যৱস্থা গ্ৰহণ কৰিব বুলি আশা কৰিব পাৰি। গতিকে এই বিষয়ে হৈ-চৈ নকৰি সম্প্ৰতি আমি কংগ্ৰেছক সমৰ্থন কৰাই উচিত হ'ব বুলি ভাবোঁ। সংৰক্ষিণী সভাই অসমীয়া জাতিক অন্যান্য দিশত আত্মপ্ৰতিষ্ঠা আৰু স্বাৱলম্বিতাৰ কাৰণে উদ্বুদ্ধ কৰিবলৈ চেষ্টা কৰাটো অৱশ্যে যুক্তিসংগত আৰু আমি এই বিষয়ত সংৰক্ষিণী সভাক সমৰ্থন কৰিম। কংগ্ৰেছেও এনে গঠনমূলক কাৰ্যক্ৰম সমৰ্থন কৰে। ৰায়চৌধুৰীক এই সমিধানে প্ৰত্যয় নিয়াব পৰা নাছিল। যি হওক মই ব্যক্তিগতভাৱে তেওঁৰ সংৰক্ষিণী সভাৰ আনুষ্ঠানিক সভ্য নোহোৱাকৈয়ো এই অনুষ্ঠানৰ কিছুমান কাম সমৰ্থন কৰিছিলোঁ আৰু তেওঁক লিখা-পঢ়াত সহায়ো কৰি দিছিলোঁ। কেবা-বছৰৰো মূৰে মূৰে পতা সংৰক্ষিণী সভাৰ দুখনমান অধিবেশনত দৰ্শক স্বৰূপে



যোগো দিছিলোঁ। এই বিলাক অধিবেশনত প্ৰতিনিধি বা দৰ্শকৰ সংখ্যা অৱশ্যে বৰ সন্তোষজনক নাছিল আৰু সেই কাৰণে ৰায়চৌধুৰীৰ মনত বৰ ক্ষোভ হৈছিল। ইতিমধ্যে তেওঁৰ সতীৰ্থ জ্ঞাননাথ বৰা হাইকোৰ্টত ওকালতি কৰিবলৈ কলিকতা প্ৰবাসী হ'লগৈ। ৰায়চৌধুৰীয়ে তেনে এজন অসম-প্ৰেমিক আৰু কাৰ্যদক্ষ সহযোগী বিচাৰি হাবাথুৰি খাইছিল আৰু গুৱাহাটীৰে স্বদেশপ্ৰেমিক অধিবক্তা হেৰাম্বতুল্লা চাহাবক সভাপতি কৰি লৈছিল। 'অসমীয়া সংৰক্ষিণী সভা'ক 'অসম জাতীয় মহাসভা' বুলি নামকৰণ কৰাৰ পাছতো দুবছৰমান তেওঁৱেই ইয়াৰ সভাপতি আছিল। ৰায়-চৌধুৰীয়ে প্ৰথমৰে পৰা ইয়াৰ 'জেনেৰেল চেক্ৰেটাৰী' স্বৰূপে অনুষ্ঠানৰ গুৰি ধৰিছিল। কেইবছৰমান পাছত নীলমণি ফুকন অসম জাতীয় মহাসভাৰ সভাপতি হৈছিল আৰু স্বাধীনতাৰ আগে আগে ফুকন কংগ্ৰেছত যোগ দিয়াত উমেশ চন্দ্ৰ শৰ্মাক ইয়াৰ সভাপতি কৰা হৈছিল। এই গোটেই কালছোৱাত (প্ৰায় ২০ বছৰ) ৰায়চৌধুৰীয়ে বেছিভাগ অকলে আৰু কেতিয়াবা মাধৱ বেজবৰুৱাৰ দৰে দুই-এজন দেশ-হিতৈষী ডেকাৰ সৈতে সংৰক্ষিণী সভা তথা অসম জাতীয় মহাসভাৰ প্ৰচাৰ আৰু পুঁজি সংগ্ৰহ কাৰ্যত ঘূৰি ফুৰিছিল। নিজৰ সৰু প্ৰেছটোৰ পৰাই প্ৰথমে 'অসমীয়া সংৰক্ষিণী সভা'ৰ আৰু 'অসমীয়া জাতীয়তাবাদ'ৰ মুখপত্ৰ বুলি এখন সৰু সাপ্তাহিক বাতৰি কাকত (ডেকা অসম) এৰা-ধৰাকৈ প্ৰকাশ কৰি আছিল। তেওঁ সংগ্ৰহ কৰা পুঁজি, সংৰক্ষিণী সভা বা অসম জাতীয় মহাসভাৰ সদস্য পদ আৰু বাতৰি কাকতৰ চাঁদাৰ পৰা পোৱা ধনৰ পৰিমাণ সমূলি সন্তোষজনক নাছিল। তথাপি তেওঁ নিৰাশ বা হতাশাগ্ৰস্ত হোৱা নাছিল। দুই-এজন গুণগ্ৰাহী আৰু অপেক্ষাকৃতভাৱে অৱস্থাপন্ন বন্ধু লোকে মাজে-সময়ে দুই-চাৰিশ টকা দি নথকা হ'লে তেওঁৰ কি অৱস্থা হ'লহেঁতেন কোৱা টান। তেওঁক এইদৰে সহায় কৰা দেশ-হিতৈষী লোকসকলৰ ভিতৰত গুৱাহাটীৰ শৰৎ চন্দ্ৰ বৰুৱা (ঋষি কমলাকান্তৰ জোঁৱায়েক আৰু ইন্দ্ৰজিৎ বৰুৱাৰ দেউতাক) বোধহয় প্ৰধান আছিল।

ৰায়চৌধুৰী কংগ্ৰেছৰ বিশেষকৈ অসম কংগ্ৰেছৰ এজন চোকা সমালোচক আছিল যদিও তেওঁ কংগ্ৰেছৰ সৈতে একেবাৰে সম্পৰ্ক ত্যাগ কৰা নাছিল আৰু কংগ্ৰেছৰ সাধাৰণ সদস্য হৈয়ে আছিল। এই লেখকেই তেওঁক আৰু তেওঁৰ পৰিবাৰক বছৰি কংগ্ৰেছৰ সদস্য কৰি আনিছিল। তেওঁৰ ৰাজনৈতিক চৰিত্ৰৰ আন এটা বিশেষত্ব হ'ল তেওঁ স্বাৰ্থান্বেষী আৰু ৰাজনৈতিক সুবিধাবাদী লোকক তেওঁৰ অনুষ্ঠানত অন্তৰ্ভুক্ত কৰা নাছিল। এনে লোক ভৰ্তি কৰি তেওঁৰ অনুষ্ঠান তথাকথিতভাৱে ডাঙৰ কৰিব বিচৰা নাছিল। সেয়ে নহ'লে তেওঁ কিছুমান কংগ্ৰেছ বিৰোধী আৰু বিধান সভাৰ সদস্যপদৰ আশাধাৰী তথাকথিত বিশিষ্ট লোকক লৈ কংগ্ৰেছৰ লগত ফেৰ মাৰিব পাৰিলেহেঁতেন। এনে কিছুমান ৰাজনৈতিক ভাগ্যান্বেষী লোকে তেওঁলোকক সংৰক্ষিণী সভা তথা জাতীয় মহাসভাত লৈ বিধান সভাৰ নিৰ্বাচনত কংগ্ৰেছৰ বিৰুদ্ধে প্ৰতিদ্বন্দ্বিতা কৰিবলৈ দিয়া পৰামৰ্শ ৰায়চৌধুৰীয়ে বাৰম্বাৰ প্ৰত্যাখ্যান কৰিছিল আৰু নিজৰ অনুষ্ঠানকো নিৰ্বাচনৰ পৰা আঁতৰত ৰাখিছিল। তেওঁ মাজে মাজে অতি অসংগত আৰু অসংযতভাৱে কংগ্ৰেছক আক্ৰমণ কৰাত কংগ্ৰেছৰ লগত সংঘৰ্ষও হৈছিল। 'বাতগ্ৰস্ত অসম কংগ্ৰেছ' শিতানত তেওঁৰ 'ডেকা অসম'ত লিখা এনে এলানি উগ্ৰ সমালোচনাৰ

ময়ো তীব্ৰভাৱে প্ৰতিবাদ কৰিছিলোঁ মোৰ 'অসমীয়া' (মই ইতিমধ্যে ইয়াৰ সম্পাদক হৈছিলোঁ) কাকতত। আনকি মই ৰায়চৌধুৰীক ব্যক্তিগতভাৱেও আক্ৰমণ কৰিছিলোঁ। কিন্তু আমাৰ এই মতান্তৰ কেতিয়াও মনান্তৰত পৰিণত হোৱা নাছিল--ৰায়চৌধুৰীয়ে তেনে হ'বলৈ দিয়া নাছিল। কেইদিনমান নগ'লেই তেওঁ মোৰ ঘৰ আহি ওলাবহি আৰু সেই উখনা-উখনিৰ কথা বাদ দি অসমৰ কোনো এটা সমস্যা লৈ কেন্দ্ৰীয় চৰকাৰ অথবা কংগ্ৰেছ সভাপতিলৈ এখন দীঘলীয়া টেলিগ্ৰাম (তেওঁ সঘনে এনে টেলিগ্ৰাম দিছিল) লিখি দিবলৈ ক'বহি। ৰায়চৌধুৰীৰ এই চাৰিত্ৰিক বৈশিষ্ট্য বহুত নেতাৰ ক্ষেত্ৰত বিৰল।

অসম আৰু অসমীয়াৰ ওপৰত বঙালীৰ আক্ৰোশ আৰু আক্ৰমণৰ বিষয়ে ৰায়চৌধুৰীয়ে তেওঁৰ নিজৰ কাকতখনত অবিৰাম লিখি থকাৰ উপৰি 'অসমীয়া কাকতত বহুত চিঠি-প্ৰবন্ধ লিখিছিল আৰু মই নিজেও লিখিছিলোঁ। অসমৰ সৰহভাগ নেতৃস্থানীয় লোক আৰু পৰিয়াল প্ৰকৃতপক্ষে পূৰ্বতে বংগদেশৰ পৰা অহা আৰু ৰায়চৌধুৰীও তেওঁলোকৰ অন্যতম বুলি এবাৰ কলিকতীয়া কোনো এখন কাকতত কৰা মন্তব্যৰ উত্তৰত ৰায়চৌধুৰীয়ে উত্তৰ দিছিল যে তেওঁৰ পূৰ্বপুৰুষ বংগদেশৰ পৰা অহা নাছিল, কনৌজৰ পৰাহে আহিছিল। কিন্তু তেওঁৰ আৰু অসমৰ আন কিছুমান নেতৃস্থানীয় লোকৰ পূৰ্বপুৰুষসকল বংগদেশৰ পৰা অহা হ'লেও অসমৰ একো হানি নহয়। তেওঁলোকে যেনেকৈ অসমক নিজৰ দেশ বুলি আকোৱালি ধৰি অসমৰ ভাষা-সংস্কৃতিক আশ্ৰয় কৰি অসমৰ ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক আৰু সাংস্কৃতিক উৎকৰ্ষ সাধনৰ পোষকতা কৰিছে আৰু বংগদেশৰ সম্প্ৰসাৰণবাদৰ বিৰোধিতা কৰিছে, সেইদৰেই ইয়ালৈ অহা আন বঙালী সকলেও ইয়াত জীণ যাব লাগে। এইটোহে ৰায়চৌধুৰীৰ মন্তব্য। এই প্ৰসংগতে তেওঁ বংগদেশৰ কেইটামান শীৰ্ষস্থানীয় পৰিয়ালতে অসমীয়াৰ তেজ আছে আৰু স্বয়ং ৰবীন্দ্ৰনাথ ঠাকুৰৰ পূৰ্বপুৰুষো এজন বিচক্ষণ কামৰূপী পণ্ডিতৰ বংশধৰ বুলি মন্তব্য কৰে। এই কথাত অপমান বোধ কৰি ছিলেটৰ প্ৰখ্যাত অসম-আক্ৰোহী আৰু অসমক বৃহত্তৰ বংগৰ অন্তৰ্ভুক্ত কৰাৰ প্ৰবক্তা ৰায়বাহাদুৰ প্ৰমোদ চন্দ্ৰ দত্তৰ জীয়েক এগৰাকীয়ে ৰায়চৌধুৰীৰ এই মন্তব্যৰ প্ৰতি ৰবীন্দ্ৰনাথ ঠাকুৰৰ দৃষ্টি আকৰ্ষণ কৰি তেওঁৰ অভিমত বিচাৰে। ইয়াৰ উত্তৰত ৰবীন্দ্ৰনাথে 'কল্যাণীয় কুইণী'ক (প্ৰমোদ দত্তৰ কন্যা) ৰায়চৌধুৰীৰ ওপৰোক্ত সুৰতে সমিধান দিয়ে যে তেওঁৰ পূৰ্বপুৰুষৰ গাত অসমীয়া তথা কামৰূপীয়া তেজ থাকিলেও তাত তেওঁ বিচলিত হোৱাৰ যুক্তি নাই, এইটো একো লাজৰ কথা নহয় ইত্যাদি। এইবিলাক কথা পুৰণি তিনিদিনীয়া 'অসমীয়া'ৰ পাতত এতিয়াও জিলিকি আছে।

১৯৩৫ চনৰ ভাৰত শাসন সংস্কাৰ আইন মতে ভাৰতৰ প্ৰদেশবিলাকক কিছু অধিকতৰ শাসন ক্ষমতাৰে 'প্ৰাদেশিক স্বায়ত্ত শাসন' (প্ৰভিন্সিয়েল অট'নমি) দিয়াত অসমক বৃহত্তৰ বংগৰ অন্তৰ্ভুক্ত কৰাৰ পৰিকল্পনা কিছু পৰাহত হোৱা দেখি বংগদেশৰ আৰু অসমৰ বঙালীসকলে এই প্ৰদেশখনৰ নামটোকে 'অসম'ৰ পৰিৱৰ্তে 'উত্তৰ-পূব সীমান্ত প্ৰদেশ'লৈ পৰিৱৰ্তন কৰি অসমীয়াৰ প্ৰাধান্য খৰ্ব কৰি বঙালীসকলৰ সমানাধিকাৰ প্ৰতিপন্ন কৰিবৰ চেষ্টা কৰে। আনকি সুৰমা উপত্যকাৰ কেন্দ্ৰীয় আইন সভাৰ (এছেম্বলী) কংগ্ৰেছী সদস্য বসন্ত কুমাৰ দাসেও



কেন্দ্ৰীয় আইন সভাত এইমৰ্মে এটা প্ৰস্তাৱ উত্থাপন কৰাৰ জাননী দিয়ে (১৯৩৫)। খাচ অসমৰ কংগ্ৰেছী আৰু অন্যান্য লোক আৰু অনুষ্ঠান-প্ৰতিষ্ঠানৰ দৰেই ৰায়চৌধুৰী আৰু তেওঁৰ সভাই এই প্ৰস্তাৱৰ ঘোৰ প্ৰতিবাদ কৰি কেন্দ্ৰীয় এছেম্বলীৰ কংগ্ৰেছ দলপতি, সভাপতি আৰু কেন্দ্ৰীয় এছেম্বলীৰ অধ্যক্ষলৈ দীঘলীয়া তাঁৰ-বাৰ্তা প্ৰেৰণ কৰে। কেন্দ্ৰীয় এছেম্বলীৰ অসম উপত্যকাৰ কংগ্ৰেছী সদস্য কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়েও এই প্ৰস্তাৱৰ ঘোৰ প্ৰতিবাদ কৰি তেওঁলোকৰ দলপতি বসন্ত বাবুক এই কাৰ্যৰ পৰা বিৰত কৰিবলৈ আহ্বান কৰে আৰু তেতিয়াৰ নৰিয়া অৱস্থাস্থাতো দিল্লীৰ এছেম্বলীৰ অধিবেশনলৈ যাবলৈ সংকল্প কৰে। কিন্তু বৰদলৈ আৰু সেই নৰিয়াৰ পৰা উঠিব নোৱাৰিলে। সৌভাগ্যবশতঃ তেওঁৰ প্ৰতিবাদ আৰু আহ্বানত সঁহাৰি দি কেন্দ্ৰীয় এছেম্বলীৰ কংগ্ৰেছ দলে বসন্ত বাবুৰ সেই প্ৰস্তাৱত সন্মতি নিদিলে আৰু তেওঁ সিমানতে ক্ষান্ত হ'ব লগা হ'ল। ৰায়চৌধুৰী তথা অসমবাসীয়েও স্বস্তিৰ নিশ্বাস পেলালে।

অসমক বৃহত্তৰ বংগৰ অন্তৰ্ভুক্ত কৰাৰ বঙালী-ষড়যন্ত্ৰ কিছু প্ৰতিহত হোৱাৰ পাছত অসমৰ সম্মুখত এটা নতুন বিপদে দেখা দিয়ে। মুছলীম লীগে ভাৰতক ধৰ্মৰ ভিত্তিত হিন্দুস্তান আৰু পাকিস্তান দুখন স্বাধীন ৰাজ্যত বিভক্ত কৰাৰ দাবী কৰে আৰু ১৯৪০ চনৰ লীগৰ লাহোৰ প্ৰস্তাৱ মতে মুছলমান সংখ্যাগৰিষ্ঠ বংগদেশৰ লগতে অসমকো তেওঁলোকৰ পৰিকল্পিত পূব পাকিস্তানৰ অন্তৰ্ভুক্ত কৰাৰ দাবী কৰে। পূৰ্ব বংগৰ পৰা মুছলমানৰ প্ৰব্ৰজনত অসমখন দ্ৰুতগতিত মুছলমান--সংখ্যাগৰিষ্ঠ প্ৰদেশত পৰিণত হোৱাৰ উপক্ৰম হৈছে আৰু বংগদেশ আৰু অসমৰ মুঠ লোকসংখ্যাৰ ভিতৰত মুছলমানৰ সংখ্যা আন সকলতকৈ সৰহ--এয়ে আছিল মুছলীম লীগৰ যুক্তি। 'ডিভাইড এণ্ড ৰুল' নীতিৰ পৃষ্ঠপোষক বৃটিছ চৰকাৰে মুছলীম লীগক এই ক্ষেত্ৰত পৰোক্ষভাৱে সমৰ্থন কৰিছিল। গতিকে অসমে বৃহত্তৰ বংগৰ দাবীৰ বিৰোধিতা কৰাৰ উপৰি পাকিস্তান দাবীৰ বিৰোধিতাও কৰিব লগা হয় আৰু ৰায়চৌধুৰীয়ে অসমৰ এই নতুন বিপদৰ আশংকা কৰি আন্দোলনত নামি পৰে। কংগ্ৰেছে বিশেষকৈ অসম কংগ্ৰেছে মুছলীম লীগৰ এই দাবীৰ বিৰোধিতা কৰিছিল। আৰু এইক্ষেত্ৰত ৰায়চৌধুৰী আৰু তেওঁৰ অনুষ্ঠানে কংগ্ৰেছৰ লগত পাৰস্পৰিক সহযোগিতাৰে কাম কৰিছিল। আনহাতে মুছলীম লীগৰ নেতা মহম্মদ আলি জিন্না, ছুহৰাবৰ্দী, ছিদ্দিকী, ইস্পাহানি, ঢাকাৰ নবাব আৰু ছিলেটৰ আব্দুল মতিন চৌধুৰী আৰু পমুৱা মুছলমান নেতা মৌলানা ভাছানি আদিয়ে অসমৰ নানা ঠাই পৰিভ্ৰমণ কৰি, সভা-সমিতি পাতি মুছলমানসকলক বিশেষকৈ সংখ্যাগৰিষ্ঠ পমুৱা মুছলমানসকলক পাকিস্তানৰ দাবীত উদ্বুদ্ধ কৰিবলৈ সমৰ্থ হয়। ১৯৩৯ চনৰ শেহত অসমৰ কংগ্ৰেছী বৰদলৈ মন্ত্ৰীসভাই কংগ্ৰেছৰ যুদ্ধ-বিৰোধী সত্যাগ্ৰহৰ আহ্বানক্ৰমে পদত্যাগ কৰাৰ পাছত মুছলীম লীগৰ অসম অভিযান তীব্ৰতৰ হৈ উঠে। অসমীয়া মুছলমান নেতা ছাৰ চৈয়দ ছাদুল্লাই মন্ত্ৰীসভা এখন গঠন কৰি বিধান সভাৰ মুছলীম লীগ দলৰ ওচৰত আত্ম-সমৰ্পণ নকৰাকৈ চলিবলৈ চেষ্টা কৰি বিফল হয় আৰু মুছলীম লীগ দলত যোগ দি মুছলিম লীগৰ একাধিক সদস্য লৈ মন্ত্ৰীসভা পুনৰ্গঠন কৰে। এই সময়ত পূৰ্ব বংগৰ পৰা অসমলৈ হাজাৰ হাজাৰ মুছলমানৰ সোঁত বয় আৰু অসমক পৰিকল্পিত পাকিস্তানৰ অন্তৰ্ভুক্ত কৰিবলৈ লীগৰ শক্তি বৃদ্ধি হয়। ছাৰ ছাদুল্লাই লীগত যোগ দিয়াৰ পাছত বহুত অসমীয়া মুছলমানেও লীগ তথা পাকিস্তানৰ দাবীত যোগ দিয়ে।

১৯৪৫ চনত মহাযুদ্ধ আৰু কংগ্ৰেছৰ যুদ্ধ-বিৰোধী সত্যাগ্ৰহৰ অৱসান ঘটে। যুদ্ধৰ শেষত বৃটিছ চৰকাৰে ভাৰতক স্বাধীনতা দিব বুলি কৰা পূৰ্ব প্ৰতিশ্ৰুতি মতে ১৯৪৬ চনত ভাৰতলৈ ক্ষমতা হস্তান্তৰৰ অৰ্থে এক অভিনৱ আঁচনি আগবঢ়ায়। বৃটিছ কেবিনেট মিছনৰ 'গ্ৰুপিং আঁচনি' নামে অভিহিত এই আঁচনিত মুছলীম লীগৰ পূব আৰু পশ্চিম পাকিস্তানৰ দাবী সম্পূৰ্ণৰূপে মানি নলৈ ভাৰতক ক, খ, গ এই তিনিটা গ্ৰুপ বা ভাগত বিভক্ত কৰি তিনিখন অংগৰাজ্যৰে এখন অতি দুৰ্বল যুক্তৰাষ্ট্ৰ বা ফেডাৰেচন কৰাৰ পৰিকল্পনা কৰা হৈছিল। এই আঁচনিত কেন্দ্ৰীয় বা যুক্তৰাষ্ট্ৰীয় চৰকাৰক যুক্তৰাষ্ট্ৰৰ প্ৰতিৰক্ষা, পৰৰাষ্ট্ৰীয় সম্পৰ্ক আৰু আন্তঃৰাষ্ট্ৰীয় যোগাযোগ আৰু মুদ্ৰানীতি প্ৰভৃতি মাত্ৰ কেইটামান বিষয়ৰ কৰ্তৃত্ব দি আন সকলো বিষয়ত গ্ৰুপ ৰাজ্যকেইখনক প্ৰায় স্বাধীন ৰাজ্যৰ মৰ্যাদা দিয়া হৈছিল আৰু ইয়াৰ দুখন গ্ৰুপৰাজ্য মুছলীম লীগে বিচৰা পূব আৰু পশ্চিম পাকিস্তানৰ ভৌগোলিক দাবীৰ ভিত্তিতে ৰচনা কৰা হৈছিল। সেই হিচাবে গ-গ্ৰুপ ৰাজ্যখন বংগ আৰু অসমক লৈ এখন মুছলমান সংখ্যাগৰিষ্ঠ ৰাজ্যত পৰিণত কৰাৰ ব্যৱস্থা দিয়া হৈছিল। এই গ্ৰুপ ৰাজ্যৰ ভিতৰত অসমৰ আৰু অসমীয়াৰ জাতিৰ অস্তিত্ব যে লোপ পালেহেঁতেন, তাত সন্দেহ নাই। মুছলীম লীগে এই আঁচনিত 'পৰীক্ষা সাপেক্ষে' সন্মতি দিছিল আৰু কংগ্ৰেছে দেশখন দুই-তিনিখন সম্পূৰ্ণ স্বাধীন ৰাজ্যত বিভক্ত হোৱাতকৈ এই আঁচনিও শ্ৰেয় বুলি গ্ৰহণ কৰিব খুজিছিল।

অসমে এই গ্ৰুপিং আঁচনিৰ বিৰোধিতা কৰিবলৈ বাধ্য হয় আৰু কেন্দ্ৰীয় কংগ্ৰেছ কৰ্তৃপক্ষই এই বিষয়ত অসমক যথোচিতভাবে সমৰ্থন নকৰাত কংগ্ৰেছৰ সন্মতিবিনেও আত্মপ্ৰতিষ্ঠাৰ কাৰণে আন্দোলন কৰিবলৈ প্ৰস্তুত হয়। অসম প্ৰদেশ কংগ্ৰেছেই লোকপ্ৰিয় বৰদলৈৰ নেতৃত্বত এই আন্দোলন আৰম্ভ কৰে আৰু এই ক্ষেত্ৰত মহাত্মা গান্ধীৰ অভিমত আৰু পৰামৰ্শ বিচাৰে। মহাত্মা গান্ধীয়ে অসমৰ এই দাবী সম্পূৰ্ণৰূপে সমৰ্থন কৰে। মহাত্মা গান্ধীৰ অনুমোদনক্ৰমে হোৱা অসমৰ এই তীব্ৰ বিৰোধিতাৰ কাৰণেই শেষত নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে মিছনৰ এই আঁচনিৰ কিছু সংশোধনৰ পোষকতা কৰে আৰু মুছলীম লীগে তাৰ প্ৰতিবাদ কৰি এই আঁচনি পৰিত্যাগ কৰে। তাৰ পাছত বংগ আৰু অসমৰ মাত্ৰ মুছলমান-সংখ্যাগৰিষ্ঠ অংশ আৰু পশ্চিমৰ মুছলমান-সংখ্যাগৰিষ্ঠ সিন্ধু, বেলুচিস্তান, উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ আৰু পঞ্জাৱৰ মুছলমান-সংখ্যাগৰিষ্ঠ অংশক লৈ স্বাধীন পাকিস্তান ৰাজ্য স্থাপনৰ ভিত্তিত ভাৰত বিভক্ত আৰু স্বাধীন হয় আৰু অসম পাকিস্তানৰ গ্ৰাসৰ পৰা ৰক্ষা পৰে। এই গ্ৰুপ-বিৰোধী আন্দোলনতো ৰায়চৌধুৰী আৰু তেওঁৰ অনুষ্ঠানে অসম কংগ্ৰেছৰ লগত একেলগে কাম কৰিছিল। তেওঁ নীলমণি ফুকনৰ সৈতে গৈ অসম কংগ্ৰেছৰ সজাঁতী দলৰ লগত দিল্লীৰ কংগ্ৰেছ ৱৰ্কিং কমিটিৰ আগত অসমৰ অভিমত আৰু দাবী দৃঢ়ভাৱে উত্থাপন কৰিছিল।

দেশ বিভাজনৰ আৰু স্বাধীনতাৰ পাছতো অসমৰ ওপৰত সাম্ৰাজ্যবাদী শক্তিৰ শেন দৃষ্টিৰ অন্ত পৰা নাই। স্বাধীন ভাৰতৰ যোৱা কুৰি বছৰৰ কেন্দ্ৰীয় আৰু অসম চৰকাৰৰ দুৰ্বলতা আৰু দায়িত্বহীনতাৰ কাৰণেই অসমে বিভিন্ন ক্ষেত্ৰত দুৰ্ভোগ ভুগিব লগা হৈছে আৰু সদায় নিজৰ অস্তিত্ব ৰক্ষাৰ কাৰণে সংগ্ৰাম কৰিব লগা হৈছে। ক্ষমতাত অধিষ্ঠিত কংগ্ৰেছ দল আৰু আন আন সৰ্বভাৰতীয়



দলবিলাকো অসমৰ সমস্যাৰ প্ৰতি উদাসীন আৰু তেওঁলোকে এতিয়াও বিদেশী লোক আমদানি কৰি আনি ভোট-বেংক শক্তিশালী কৰিছে। এনে অৱস্থাত অসমত এটা শক্তিশালী আঞ্চলিক দলৰ প্ৰয়োজন হৈছে যি দলে অসমৰ স্বাৰ্থ সুৰক্ষিত কৰিব পাৰে। সেই কাৰণে আমি ৰায়চৌধুৰীৰ দৰে নিঃস্বাৰ্থ, ত্যাগী আৰু সাহসী দেশপ্ৰেমিক নেতাৰ আৰশ্যকতাও অনুভৱ কৰিছোঁ।

# অম্বিকাগিৰী ঃ মই লগ পোৱা মানুহজন

দেৱকান্ত কাকতি

১৯২৬।২৭ চন। তেতিয়া মোৰ বয়স ৫।৬ বছৰ। আমি তেতিয়া উজান বজাৰত যোৰ পুখুৰীৰ ওচৰত জজ্ যোগেন বৰুৱাৰ ঘৰত ভাড়াতীয়া হিচাপে আছিলোঁ। তেতিয়াৰে পৰা অম্বিকাগিৰী ৰায়চৌধুৰীক আমাৰ ঘৰত লগ পোৱাৰ কথা মনত পৰে। তেওঁ আমাৰ পিতৃদেৱৰ শৰণ হোৱা সখিয়েক। সেয়ে আমি তেওঁক তাৱৈ বুলি মাতিছিলোঁ।

পিতাদেউক লগ পাবলৈ তাৱৈক প্ৰায়ে আমাৰ ঘৰলৈ অহা দেখিছিলোঁ। সেই সময়ত তেওঁ পাণবজাৰৰ বৰপেটীয়া পাৰাত আছিল। তেওঁৰ এটা সৰু ছপাশাল আছিল। কিছুদিন পাছত সেইটো জুই লাগি পুৰি যোৱা বুলি মোৰ মনত পৰে। সেইটো আকৌ কেতিয়া নতুনকৈ স্থাপন কৰে মোৰ মনত নাই।

এদিন তাৱৈ আমাৰ তাৰপৰা ঘৰলৈ ঘূৰি যাওঁতে সন্ধিয়া হৈছিল। তেতিয়া হেনো জজ ফিল্ডৰ ওচৰত থকা বট গছৰ তলত ভূতে তাৱৈক পিছৰ পৰা ঠেলা মাৰি দিয়ে। তেতিয়াৰে পৰা তাৱৈ আমাৰ তালৈ আহিলে সকলোৱে তেওঁক সোনকালে ঘূৰি যাবলৈ উপদেশ দিছিল। তেওঁ কিন্তু সেই উপদেশ বৰ সমাদৰ কৰা নাছিল। আচল ঘটনাটো কি আছিল মোৰ বাবে সি সাঁথৰ হৈয়েই থাকিল।

তাৱৈ আমাৰ তালৈ ঘনাই আহিলেও আমি তেওঁৰ বৰ সংগ নলৈছিলোঁ। কাৰণ তেওঁক আমাৰ লগত তেনেকৈ খেল-ধেমালি কৰি সময় কটোৱা বিধৰ লোক যেন নালাগিছিল। আমি তাৱৈক সেই বয়সত বাহিৰৰ পৰা কিছু উখৰা আৰু কৰ্মব্যস্ত যেন পাইছিলোঁ। অমিয়কুমাৰ দাস, হেমচন্দ্ৰ বৰুৱা বা লক্ষী দাসৰ স্বভাৱতকৈ তেওঁৰ স্বভাৱ যেন বেলেগ আছিল। তেওঁলোক আমাৰ ওচৰ-চুবুৰীয়া আৰু প্ৰায়ে আমাৰ তালৈ আহে আৰু আমাৰ লগত যথেষ্ট সময় কটায়।

১৯২৭ চনত আমি বিহাবাৰীৰ নিজৰ ঘৰলৈ আহোঁ। বিহাবাৰী কিছু দূৰত হোৱাত তাৱৈৰ আগৰ দৰে অহা-যোৱা কৰাটো কিছু পাতলিল। তথাপি ৰবিবাৰে তেওঁ প্ৰায়ে আহিছিল।

ৰায়চৌধুৰী তাৱৈক কিন্তু নিবিড়ভাবে লগ পাইছিলোঁ ১৯৪১ চনৰ শেষৰ ফালৰ পৰা ১৯৪৪ চনলৈহে। তেতিয়া মই বি, এ, পাছ কৰি আৰ্ল ল কলেজত ল পঢ়োঁ। দ্বিতীয় মহাসমৰ আৰম্ভ হোৱাৰ লগে লগে আৰ্ল ল কলেজৰ ঘৰবোৰ চিপাহী চাউনীত পৰিণত হোৱাত বৰ্তমান সূৰ্য কুমাৰ ভূঞা পথত অৱস্থিত 'নুৰ কুটীৰ'লৈ ল কলেজটো স্থানান্তৰিত হৈছিল। সেই সময়ত তাৱৈ সপৰিয়ালে উকীল যোগেন বৰুৱাৰ ঘৰ এটাত 'নুৰ কুটীৰ'ৰ তেনেই ওচৰত থাকিবলৈ লৈছিল। আমাৰ ল কলেজৰ ক্লাছবোৰ সাধাৰণতে ৰাতিপুৱা ৯-৩০ বজাত শেষ হৈছিল। ক্লাছ শেষ হোৱাৰ পাছত মই প্ৰায় প্ৰত্যেক দিনেই তাৱৈৰ তালৈ গৈছিলোঁ আৰু সমাজ, ৰাজনীতি আদি আলোচনাৰ উপৰি তেওঁৰ 'ডেকা অসম' বাতৰি কাগজখন উলিওৱাত সহায় কৰি দিছিলোঁ।



কোৱা বাহুল্য যে কাগজখনৰ বাতৰি গোটাই সম্পাদনা কৰি ছপাই উলিওৱা আটাইখিনি কাম তাৱৈএ নিজে কৰিছিল।

সেই বছৰকেইটা অসম তথা ভাৰতবৰ্ষৰ কাৰণে সংকটপূৰ্ণ আছিল। সমগ্ৰ পৃথিৱীতে দ্বিতীয় মহাসমৰৰ অগ্নিশিখা বিয়পি পৰিছে। ১৯৪১ চনত জাপানে কলিকতা আৰু ইম্‌ফলত বোমা বৰ্ষণ কৰাৰ পাছত আৰু জাপানীসকল কোহিমালৈ অগ্ৰসৰ হোৱাত যুদ্ধখন অসমৰ মাজ মজিয়ালৈ আহিছিল। খোৱা-বোৱা যাৱতীয় বস্তু-বাহানি দুষ্প্ৰাপ্য হোৱাত ৰেচনিঙৰ প্ৰৱৰ্তন হ'ল আৰু লগে লগে ক'লা বজাৰবো সৃষ্টি হ'ল। বস্তুৰ দাম চৰিল আৰু পাবলৈ হ'লে দুৰ্নীতিৰ আশ্ৰয় ল'ব লগা হ'ল। খাই-বই থকাটোৱে তেতিয়া মুখ্য সমস্যা হৈ পৰিল আৰু অভাৱতে হওক বা দুৰ্বলতাৰ কাৰণে হওক অসমীয়া মানুহৰ চৰিত্ৰ-স্খলন ঘটিছিল। অসমবাসীয়ে প্ৰথমবাৰৰ কাৰণে ইংৰাজ আৰু আমেৰিকা‌ৰ সৈন্যবাহিনী দেখিলে আৰু তেওঁলোকৰ সংস্পৰ্শলৈ আহিল। অসমীয়া নাৰী তেনেবোৰ সৈন্যৰ ভোগৰ সামগ্ৰীও হৈ পৰিছিল। ভূতৰ ওপৰত দানহ ওলোৱাদি জাপানী সৈন্যৰ আক্ৰমণৰ ভয়ত ব্ৰহ্মদেশৰ পৰা অসমলৈ ভগনীয়াৰ সোঁত বৰলৈ ধৰিলে। অসমত এনেয়ে পৰিবহনব্যৱস্থা তেনেই পিছপৰা, তাতে আকৌ সৈন্যসামন্তৰ অহা-যোৱা আৰু ভগনীয়াৰ স্থানান্তৰ কাৰণে অসমৰ যোগান ব্যৱস্থা অচল কৰি দিলে। ফলত নিত্য ব্যৱহাৰ্য সামগ্ৰীৰ অনাটন আৰু মহাৰ্ঘতা কল্পনা কৰিব নোৱাৰা বিধৰ হ'ল।

এনেবোৰ অভাৱনীয় পৰিৱৰ্তনে তাৱৈ ৰায়চৌধুৰীক অস্থিৰ কৰি তুলিছিল। তেওঁ অসমীয়াৰ কলা-কৃষ্টি, ভাষা আৰু সভ্যতাৰ সংৰক্ষণৰ কাৰণে বিশ-পঁচিশ বছৰে চিঞৰি চিঞৰি যিখিনি কামত আগ বাঢ়িছিল, সিখিনি দুই-তিনি বছৰৰ নতুন সংঘাতত মষিমূৰ হৈ যোৱা যেন দেখিছিল। সেইকাৰণে তেওঁ আলোচনাতে হওক বা 'ডেকা অসম'ৰ যোগেদি হওক অন্তৰ্স্পৰ্শ আৰু আবেগময় ভাষাৰে অসমীয়াৰ অসমীয়াত্ব ৰক্ষা কৰিবলৈ আগতকৈয়ো উচ্চস্বৰে চিঞৰিবলৈ ধৰিলে।

এইখিনি সময়ত মই তেওঁৰ বিচিত্ৰ কৰ্ম-সূচীৰ সাক্ষীস্বৰূপ। কিন্তু গোটেই পৃথিৱীত বহুত পৰিৱৰ্তনে দেখা দিলে। অসম তথা ভাৰতবৰ্ষও পৰিৱৰ্তনসমূহৰ প্ৰভাৱত পৰিল। কোনো অসমীয়াই তাৱৈৰ আৰ্তনাদসমূহ মন দি নুশুনিলে। শেষত অসমীয়াই চুক্তি কৰি নিজৰ ৰক্ষা-কৱচ বিচাৰিব লগা হ'ল। তেতিয়া আমাৰ ৰাজনৈতিক নেতাসকল তাৱৈক সংকীৰ্ণ, উগ্ৰ জাতীয়তাবাদী বুলি দোষাৰোপ কৰিছিল। লেনিনে সকলো স্তৰৰ মানুহৰ সম্পূৰ্ণ বিকাশৰ কাৰণে ক্ষুদ্ৰ উপজাতিসমূহক সংৰক্ষণ কৰি বিকাশৰ সুবিধা দিব লাগে বুলি কোৱা কথাষাৰ কোনোৱে মনত নেপেলালে। হয়তো তেওঁলোক তেনেধৰণৰ চিন্তাধাৰাৰ লগত পৰিচিত নাছিল।

অৱশ্যে তাৱৈএ অসমীয়া জাতি-সত্বাৰ সংৰক্ষণৰ কথা আলোচনা কৰোঁতে বা মই জনাত 'ডেকা অসম'ত লিখোঁতে কেতিয়াও লেনিনৰ বা অন্য ৰাজনীতিজ্ঞৰ কথা উনুকিওৱা নাছিল। মোৰ বোধেৰে তেওঁ নিজৰ চিন্তা শক্তিৰ দ্বাৰা সংৰক্ষণৰ সূত্ৰটোত উপনীত হৈছিল। এই চিন্তাধাৰাৰ উৎস আছিল ভাৰতীয় আৰু অসমীয়া কলা-কৃষ্টি, ভাষা-সভ্যতাৰ প্ৰতি থকা তাৱৈৰ একনিষ্ঠ আৰু আবেগিক ভালপোৱা

এই সময়ছোৱাত তাৱৈ ৰায়চৌধুৰীৰ নিজৰ প্ৰেছটো আৰু সংসাৰখন চলোৱাত যথেষ্ট কষ্টৰ সন্মুখীন হৈছিল। খৰচ-পাতি বাঢ়ি যোৱাত মানুহ ৰাখি প্ৰেছ চলোৱা

সাধ্যাতীত হৈ পৰিছিল। পৰিৱৰ্তনৰ মাজত সকৰে পৰা কোঁচ খোৱা কপালখন আৰু বেচিকৈ কোঁচ খোৱা দেখিলোঁ। চাৰিওফালে বেঢ়ি ধৰা সংঘাতবোৰে তেওঁৰ মুখ-মণ্ডল যেন আগতকৈয়ো ৰাঢ় কৰি তুলিলে। সেই বুলি তেওঁ সমূলি টেপল পৰা নাছিল। কঠোৰ বাস্তৱৰ সম্মুখীন হৈ তেওঁ কঠোৰ হৈ উঠিছিল। তেওঁক লগ পোৱা এই তিনি বছৰত প্ৰতিদিনে নিষ্ঠাপূৰ্ণ দেশপ্ৰেমৰ কথা-বতৰা শুনিলোঁ। কিন্তু এই তিনি বছৰৰ সান্নিধ্যত তাৰঁৰ মৰমীয়াল আবেগপূৰ্ণ হৃদয়খনৰো সন্ধান পালোঁ।

মই দেখা শেষ দিনলৈ তাৰঁক খদ্দৰৰ ধুতি-চোলা (পাঞ্জাবী আৰু গেঞ্জিৰ মাজতে চিলোৱা এটা কুৰ্তা) আৰু হাতত ৰাইদাং বেতৰ লাঠিৰে সৈতে দেখা পাইছিলোঁ। গান্ধী টুপীটো বৰকৈ ব্যৱহাৰ কৰা মনত নপৰে।

১৯৪৬ চনত মই লক্ষ্ণৌত এম, এ, পৰীক্ষা দি ঘৰলৈ আহোঁ। তেতিয়া মই আকৌ তাৰঁ ৰায়চৌধুৰীৰ তালৈ অহা-যোৱা আৰম্ভ কৰিছিলোঁ। সেই সময়ত ভাৰতে স্বাধীনতা পাওঁ পাওঁ আৰু অসম পাকিস্তানলৈ যাওঁ যাওঁ। তাৰঁএ এই সংকট-কালত অস্থিৰ হৈ কি কৰোঁ কি নকৰোঁ লগাইছিল। অসমীয়া উপজাতিটোৰ সংৰক্ষণৰ কাৰণে আজীৱন যুঁজ কৰি চকুৰ পচাৰতে সেই অসমীয়া জাতিৰ ধ্বংসৰ উপক্ৰম দেখি তাৰঁ এইবাৰ সঁচাকৈ হতাশ হৈ পৰিছিল। আটাইতকৈ বেছি দুখ পাইছিল ভাৰতবৰ্ষৰ সকলো নেতাই অসম আৰু অসমীয়া জাতিটোক বিলুপ্ত কৰি বৃটিছৰ গ্ৰুপিং প্ৰস্তাৱত সমৰ্থন দিয়া কাৰণে। যিদিনা এই প্ৰস্তাৱ অগ্ৰাহ্য হ'ল আৰু অসম আৰু অসমীয়া জাতিটো পাকিস্তানৰ গ্ৰাসৰ পৰা ৰক্ষা পৰিল, আমি সকলোৱে আনন্দত আত্মহাৰা হৈ মহাত্মা গান্ধীক তেওঁৰ সহায়ৰ কাৰণে কৃতজ্ঞতা জ্ঞাপন কৰিছিলোঁ। সিদিনা তাৰঁ আমাৰ তালৈ আহি বহু সময় কটোৱা মোৰ মনত পৰে।

মোৰ জীৱনৰ কৰ্মস্থল পৰিৱৰ্তন হোৱাত ১৯৪৭ চনৰ মাজভাগত মই আকৌ লক্ষ্ণৌলৈ যাওঁ আৰু তেতিয়াৰে পৰা তাৰঁৰ লগত মোৰ সম্বন্ধ পাতলি আহিছিল। ১৯৪৯ চনত মই অসমলৈ ফিৰি আহিলোঁ যদিও তেওঁৰ লগত মোৰ আগৰ ঘনিষ্ঠতা নোহোৱা হ'ল। মাজে মাজে তেওঁক দেখা কৰি মাত লগাই আহোঁ যদিও তেওঁৰ নতুন চিন্তাধাৰাৰ উৎকৰ্ষ বা পৰিৱৰ্তনৰ কোনো সন্ধান নলওঁ। ডেকা অসমখনো মই নপঢ়া হ'লোঁ।

আমাৰ তাৰঁ এগৰাকী বিচক্ষণ দূৰদৰ্শী পুৰুষ আছিল। আজি অসমত যিটো চিন্তাৰ সোঁত বলিছে, সেইটো তেওঁ বিশৰ দশকতে অকলে চিঞৰি ফুৰিছিল। তেওঁৰ কথাবোৰ নুশুনিলে তেওঁ কঠিন, কৰ্কশ, কটু আৰু উখৰা হৈ উঠিছিল। অৱশ্যে তাৰঁ ৰায়চৌধুৰী প্ৰকৃতাৰ্থত সংগঠক নাছিল। তেওঁ আছিল ৰাজনৈতিক ক্ষেত্ৰত এগৰাকী চিন্তাবিদ লোক। আমাৰ পিতৃদেৱে মাজে মাজে তাৰঁক ৰাজ-নীতিৰ চিন্তা এৰি সাহিত্য বিশেষকৈ কবিতা লিখাত মনোনিবেশ কৰিবলৈ কৈছিল। সেইটো কৰা হ'লে তাৰঁ কবি হিচাপে আৰু বহু উচ্চস্তৰলৈ যাব পাৰিলেহেঁতেন। কিন্তু অসমীয়াৰ অস্তিত্ব লোপৰ আশংকাত তাৰঁএ সেই পথ নল'লে। সেই কাৰণে 'তুমি'ৰ প্ৰেমিকজন গৈ দেশ-প্ৰেমিক, সমাজ-প্ৰেমী আৰু শুদ্ধ অসমীয়া প্ৰেমিক হ'লগৈ।



# অসম কেশৰী

শ্ৰীৰাম চন্দ্ৰ দাস

অম্বিকাগিৰীয়ে ৰাইজৰ মৰম-স্নেহৰ চিন স্বৰূপে 'অসম কেশৰী' উপাধিটো লাভ কৰে। এই উপাধিটো প্ৰথমে ব্যৱহাৰ কৰিছিল শ্ৰীদীনবন্ধু তালুকদাৰে তেওঁৰ 'অসম কেশৰী অম্বিকাগিৰী' গ্ৰন্থখনত। কাছাৰতো এজনা কাছাৰ কেশৰী আছিল। ১৯৩০ চনত মই অসম সাহিত্য সভাৰ নিৰ্দেশত সুৰমা উপত্যকাত থকা মান ভগ-নীয়াসকলৰ মাজলৈ যাওঁতে কাছাৰ কেশৰীক লগ পাইছিলোঁ।

অম্বিকাগিৰীয়ে শৈশৱ কালত ককায়েকৰ লগত মোমায়েক দামোদৰ দেৱ অধিকাৰীৰ ঘৰত থাকি কিছুদিন লিখা-পঢ়া কৰিছিল। মোমায়েক আছিল সুন্দৰী-দিয়া সত্ৰৰ এগৰাকী পটু বৰগীত গায়ক। দুয়ো ভাই-ককায়ে মোমায়েকৰ পৰাই বৰগীত গাবলৈ শিকে। তেওঁলোকে শংকৰদেৱৰ আকাৰ-ইকাৰহীন 'কৰতল কমল' গীতটোৰ সুৰ আৰু গূঢ়াৰ্থ তাতেই শিকিছিল।

মোৰ লগত অম্বিকাগিৰীৰ ঘনিষ্ঠতা বাঢ়ে ১৯২৬ চনৰ পৰা। তেতিয়াৰে পৰা মই তেওঁৰ শ্ৰম-শক্তি আৰু কৰ্মোদ্যম দেখি তবধ মানিছিলোঁ। তেওঁ 'চেতনা' আৰু 'ডেকা অসম' সম্পাদনা কৰা কালত কম্পোজ কৰা, মেশ্বিন মৰা, টিকট লগাই ডাকত পঠোৱা, বিক্ৰী কৰা সকলো কাম নিজেই কৰিছিল। তেওঁ কেতিয়া খায়, কেতিয়া শোৱে ধৰিবই নোৱাৰি। তেওঁৰ ভাৰ্যা আৰু পুত্ৰ-কন্যায়ো তেওঁক এই কামত সহায় কৰা দেখিছিলোঁ। মোক লগ পালেই তেওঁ কৈছিল—'শ্ৰীৰাম চন্দ্ৰ, তুমি হ'লা নতুন লেখক, বুজি বাজি কিবা এটা লেখা।' তেওঁৰ অনুগ্ৰহতে মোৰ দুই-চাৰিটা প্ৰবন্ধ প্ৰকাশ পায়। অৱশ্যে মোৰ 'কাউৰ ঠেঙীয়া' আখৰ দেখি তেওঁ ধমকি দি মোলৈ চিঠি লিখিছিল।

মই শিৱসাগৰত থকা কালত দিখৌ পাৰৰ ভগৱতী প্ৰসাদ বৰুৱা, পাৰ্বতী প্ৰসাদ বৰুৱা, পৰশুৰাম বৰুৱা, সুশীলা কান্ত বৰুৱাই 'অসম কেশৰীৰ লিখিত ভাষাটোৱে ষ্টেণ্ডাৰ্ড লেংগুৱেজ হোৱা উচিত' বুলি মন্তব্য কৰিছিল।

অসম কেশৰীয়ে বৰপেটা সত্ৰৰ বুঢ়াসত্ৰীয়া চতুৰ্ভুজ দেৱমিশ্ৰৰ ওচৰত শৰণ লয়। তেওঁৰ শৰণ লোৱা সখি বা সুহৃত আছিল ডঃ বাণীকান্ত কাকতি, বিষ্ণুৰাম মেধি, কামেশ্বৰ দাস আৰু ৰমেশচন্দ্ৰ দাস।

অম্বিকাগিৰীয়ে অসমৰ গাৱেঁ-ভূঞে, চহৰে-নগৰে, পাহাৰে-ভৈয়ামে আটাহ পাৰি আছিল—'দেশখন গেল, কিবা এটা কৰ।' মই তেওঁৰ ডেকা অসমত 'পতনৰ পথত অসমীয়া' নাম দি এটা প্ৰবন্ধ লিখিছিলোঁ। এদিন কথা প্ৰসংগত গুৱাগাছাৰ নবীন চন্দ্ৰ ভৰালীয়ে ক'লে—'অসম কেশৰীৰ দৰে আটাহ পাৰি পাৰি কোনে আমাক জগাই থাকিব? আমি জানো সাৰ পাম?' মই নিমাত।

বৰপেটাৰ ৰাইজে অম্বিকাগিৰীক জীৱনৰ বিয়লি বেলাত সম্বৰ্ধনা দিছিল। সম্বৰ্ধনাৰ উত্তৰত তেওঁ দেশৰ পৰিস্থিতি সম্বন্ধে স্পষ্টভাৱে কৈছিল। এজন কংগ্ৰেছী

ডেকাক তেওঁ নাম ধৰিয়েই ক'লে—'তুমি হেনো মদ খাই বাটে বাটে পৰি থাকা। তাকে দেখি তোমাৰ ল'ৰা-ছোৱালীয়েও লাজ পায়। আজি এই নৰনাৰায়ণৰূপী সমাজত মদ নাখাওঁ বুলি প্ৰতিজ্ঞা কৰা, ৰাইজে তোমাক আশীৰ্বাদ দিব।' তেওঁ ৰাইজৰ ওচৰত আঁঠু ল'লেহি। অসম কেশৰীৰ কথাবোৰ কৰ্কশ যদিও অন্তৰখন আছিল করুণাৰে ভৰা। নিজৰ ঘৰৰ ওচৰৰ ৰায়তপাৰা, ভকতপাৰা আৰু গণক-কুছিৰ মানুহক তেওঁ কাকা-দাদা-মামা-মামী-পেহা-পেহী সম্বোধনেৰে মাতিছিল।

অম্বিকাগিৰীয়ে সমাজৰ কলুষতা, কুসংস্কাৰ, কুনীতি, কু-অভ্যাস আদি ধুই নিকা কৰিব খুজিছিল। তেওঁ বৰপেটাত অন্তৰীণ হৈ থাকোঁতে ৰাতিপুৱা এখন কোৰ লৈ মানুহৰ বাটৰ কিনাৰৰ মল-মূত্ৰবোৰ আঁতৰ কৰি ফুৰিছিল। সচাঁকৈ অম্বিকাগিৰী 'অসম কেশৰী'য়েই আছিল।

# ডেকাগিৰী অম্বিকাগিৰী ৰায়চৌধুৰীৰ সান্নিধ্যত

পুষ্পলতা দাস

অগ্নিঋষি কমলাকান্ত ভট্টাচাৰ্যদেৱৰ ঢুকাবৰ সময়ত ডেকা ফুকন মহেন্দ্ৰ ফুকনে এটি কবিতা লিখিছিল। তাৰ এষাৰি কথা মোৰ বৰ ভাল লাগিছিল। তেওঁৰ অগ্নিময় ব্যক্তিত্বক প্ৰশংসি তেওঁ লিখিছিল 'কলিৰ দধিচী কমলাকান্ত এশবছৰীয়া ডেকা'। আজি অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীৰ শতবাৰ্ষিকীৰ এই ক্ষণত সেই সুৰে-ৰেই ক'বলৈ মন গৈছে, অসম কেশৰী ডেকাগিৰী অম্বিকাগিৰী আছিল চিৰ যুৱা। চিৰ ডেকা-চিৰ তাৰুণ্যই তেওঁৰ প্ৰেৰণাক জীৱন্ত কৰি ৰাখিছিল, হয়তো বিদেশৰ অজ্ঞাত হাতৰ চক্ৰান্তৰ কথা নজনা হ'লে এশবছৰীয়া জীৱনটোক মৃত্যুৱে আঁকোৱালি নল'লে-হেঁতেন।

তেওঁক মই নিজ চকুৰে দেখিছিলোঁ ১৯২৬ চনত আৰু আনৰ চকুৰে দেখি-ছিলোঁ ১৯২১ চনত ছবছৰীয়া শিশু বয়সত। সৰু হ'লেও সেই সময়ৰ কথাবোৰ স্পষ্ট মনত আছে। সেই সময়ত বহুতৰে মুখত ডেকা অম্বিকাগিৰীৰ নামটো সঘনাই শুনি থকাত নামটো মুখস্থ হোৱাদি হৈছিল। শুনা গৈছিল এইদৰে 'বাঘৰ আগতেল খোৱা ল'ৰা'। কিয় এই বিশেষণেৰে ভূষিত হৈছিল তেতিয়া ভালদৰে বুজি পোৱা নাছিলোঁ; কিন্তু এটি কথাৰ কাৰণে তেওঁক নেদেখাকৈয়ে শ্ৰদ্ধা কৰিছিলোঁ-শ্ৰদ্ধা মানে সেইজন ভাল-মানুহ এনে ভাৱ। মাহঁতেও তেওঁক সাহিয়াল ডেকা ল'ৰা বুলি কৈছিল। তাৰ মানে অম্বিকাগিৰী ৰায়চৌধুৰী বুলি জেলত থকা মানুহজন ভাল এই ভাৱটোৱেই তেওঁ মনৰ আসনত বহিছিল। হঠাৎ এদিন দেউতাহঁতৰ মুখে শুনিলো ডাক্তৰ ভুৱনেশ্বৰ মোমাইদেউৰ বোলে কাম যোৱাৰ সম্ভাৱনা। কাৰণ অম্বিকাগিৰী ৰায়চৌধুৰীক মোমাই-দেৱে হাত কেৰেয়া লগাই নিবলৈ কৰ্তৃপক্ষই আদেশ দিয়া সত্ত্বেও নিবলৈ দিয়া নাই, গাড়ীত নিবলৈ কৈছে। কাৰণ তেওঁ সুস্থ নহয়। কথাটো আছিল এনে ধৰণৰ। ৰায়চৌধুৰীদেৱক গ্ৰেপ্তাৰ কৰি আনি বৰপেটাৰ লক্‌আপত ৰখা হৈছিল। সেই সময়ত বৰপেটাত জেইল নথকাত লক্‌আপতে বিচাৰাধীন বন্দীসকলক ৰখা হৈছিল আৰু বিচাৰৰ শেষত তেওঁবিলাকক গুৱাহাটী বা তেজপুৰলৈ পঠিওৱা হৈছিল। ৰায়-চৌধুৰী দেৱৰ হেনো সেই সময়ত বৰ মূৰৰ কামোৰণি হৈছিল। চকু ৰঙা পৰি মূৰৰ কামোৰণি হোৱাত বহুতে আই ওলাব পাৰে বুলি সন্দেহো কৰিছিল। মুঠতে অকণ-মানি কোঠা এটাত বহু বন্দীৰ লগত লক্‌আপত থাকিব লগা হোৱাত তেওঁৰ বৰ কষ্ট হৈছিল। ডাক্তৰ বৰুৱাই তেওঁৰ স্বাস্থ্যৰ কথা ভাবি তেওঁৰ বাবে আছুতীয়াকৈ সুকীয়া খোৱাৰ বন্দৱস্ত কৰিছিল। এই কথাবোৰে কৰ্তৃপক্ষক বিৰক্ত কৰি তুলিছিল। সেয়ে সোনকালে ৰায়চৌধুৰীক দণ্ড দি তেজপুৰলৈ নিয়াৰ ব্যৱস্থা কৰিলে যদিও ডাক্তৰ বৰুৱাই বিধিপথালি দিলে। ডাক্তৰ হিচাপে তেওঁ বেমাৰী স্বাস্থ্যৰ বাবে বদলিৰ অনুপযুক্ত বুলি লিখি দিলে। মহকুমাধিপতি বিঞ্জম্যোন চাহাবে ডাক্তৰ বৰুৱাক মাতি আনি বহুতো বুজালে যদিও ডাক্তৰ বৰুৱাই তেওঁক ১৬ মাইল বাট

হাত কেৰেয়াৰে সৈতে সৰভোগ ৰেলষ্টেশ্যনলৈ খোজকঢ়াই পঠিয়াবলৈ অমান্তি হ'ল। মহকুমাধিপতিয়ে 'একো নহয় লিখি দিয়ক' বুলি বাৰে বাৰে জোৰ কৰাত ডাঃ বৰুৱাই তেওঁকে আদেশ লিখি দিবলৈ ক'লে আৰু বাটত কিবা হ'লে তেওঁ তাৰ প্ৰত্যুত্তৰ দিব লাগিব বুলিও সকীয়াই থ'লে। লগতে দক্ষিণ ভাৰতৰ কালিকট জেইলৰ পৰা কিছুমান বন্দীক বদলি কৰি নিওঁতে বাটত গৰমত দুজনমানৰ মৃত্যু হোৱাত ভাৰতৰ বাতৰি কাকত বিলাকত উত্তপ্ত সমালোচনা হৈ আছিল, সেয়ে গভৰ্ণমেন্টে তদন্তৰ ব্যৱস্থা কৰিবলৈ বাধ্য হৈছিল— সেই কথাষাৰো বিঞ্জম্যেন চাহাবক বুজাই ক'লে। যি হওক ৰায়চৌধুৰীদেৱক শেষত গৰুৰ গাড়ীৰে সৰভোগলৈ পঠিওৱাৰ ব্যৱস্থা হ'ল। পাছে ডাঃ বৰুৱাৰ ওপৰত বিঞ্জম্যেনৰ খং নগ'ল। ডাঃ বৰুৱাক মংগলদৈলৈ বদলি কৰা হ'ল। তাত তেওঁ কৰ্নেল ৰিচিৰ লগত ৰাজনৈতিক বন্দীৰ কথা লৈ মতান্তৰ হোৱাত কাম ইস্তাফা দি ওলাই আহে। ডাঃ বৰুৱাই পাছত চৰকাৰৰ পৰা পোৱা বৃত্তিৰ টকা ওভোতাই দিছিল। ডাঃ বৰুৱা ওলাই অহাৰ পাছত এজন বেমাৰীৰ ৰোগ নিৰ্ণ-য়ৰ কথা লৈ ডাঃ বৰুৱা আৰু কৰ্নেল ৰিচিৰ মাজত তৰ্ক যুদ্ধ হয়। শেষত ডাঃ বৰুৱাৰ নিৰ্ণয়েই ঠিক বুলি প্ৰমাণিত হ'লত কৰ্ণেল ৰিচিয়ে ডাঃ বৰুৱাৰ ডায়্যাগনোছিছ বা ৰোগ নিৰ্ণয় ঠিক আৰু এওঁ ভৱিষ্যতে ডাঙৰ ডাক্তৰ হ'ব বুলি মন্তব্য কৰিছিল। এই কথাষাৰে বুটিছে ভাৰত শাসন কেনেকৈ কৰিছিল আৰু তেওঁবিলাকৰ কিছুমানৰ হেজাৰ দোষ থকা সত্বেও সঁচাক স্বীকাৰ কৰাৰ নৈতিক সাহৰ অকণমানি পৰিচয় দিয়ে। কিন্তু কৰ্ণেল ৰিচি ৰায়চৌধুৰীৰ প্ৰতি অকণো প্ৰসন্ন নাছিল। তেওঁ ভাৰতৰ জাতীয় আন্দোলনৰ ঘোৰ বিৰোধী মানুহ আছিল আৰু এই আন্দোলনক মষিমূৰ কৰিবলৈ বদ্ধপৰিকৰ আছিল যেন লাগে। ৰায়চৌধুৰীদেৱক শিলভঙা, 'আলো'পাত খুন্দা আদি টান কামত লগাইছিল। 'আলো'পাতত এটা বিষাক্ত ৰস থাকে-সেই ৰস গাত পৰিলে ফোঁহা হয়, সেইবাবে গা ঢাকিবলৈ 'গানী' কালাৰ দিলেও হাতত ৰস লাগেই। ৰায়চৌধুৰীদেৱে এই অসুখত বৰ কষ্ট পাইছিল যদিও তেওঁৰ বিদ্ৰোহী মনে নতি স্বীকাৰ কৰা নাছিল। তেওঁৰ প্ৰসিদ্ধ কাৰাগাৰৰ গীত এই সময়তে ৰচিত হয়। 'তই ভাঙিব লাগিব শিল' কবিতাৰ জন্ম হেনো এইদৰেই হৈছিল। এই ছবি-খনেই মই আনৰ চকুৰে দেখা ছবি।

১৯২৬ চনত তেওঁক লগ পালোঁ বিপ্লৱী বীৰ হিচাপে নহয় গায়ক ৰূপে। পাণ্ডু কংগ্ৰেছত গীত পৰিবেশন কৰিবৰ কাৰণে গীত ৰচনা কৰিবলৈ দিয়া হৈছিল তিনিজনক। অম্বিকাগিৰী ৰায়চৌধুৰী, উমেশ চৌধুৰী আৰু জ্যোতিপ্ৰসাদ আগৰৱালাক। জ্যোতিপ্ৰসাদ আগৰৱালাদেৱ তেতিয়া বিদেশত থকাত তাৰ পৰাই দুটিমান গান লিখি পঠিয়াইছিল আৰু তাৰে দুটি গান কমলা প্ৰসাদ আগৰৱালাই অকলে গাইছিল--'জননী পূজাৰ মন্দিৰ শুদা নজ্বলাৱ কিন্তু বন্তি' আৰু 'কোনে ক'লে আই তোক শকতি বিহীনা বুলি আই তোৰ পুত্ৰ শকতিৱন্ত।' উমেশ চৌধুৰী দেৱৰ গীত আছিল 'আগত আজি তব অতিথি অভিনৱ মন্দিৰ দুৱাৰ মাতৃ'। ৰায়চৌধুৰী-দেৱ আৰু উমেশ চৌধুৰী দেৱৰ গীত দুটি সমবেত সংগীত ৰূপে পৰিবেশন কৰা হৈছিল। ৰায়চৌধুৰীদেৱে তেওঁৰ গীতত কণ্ঠদান কৰাসকলক অকলে অকলে গান গাবলৈ দি কণ্ঠস্বৰ কাৰ কেনে পৰীক্ষা কৰিছিল আৰু তেওঁ প্ৰত্যেকৰে লগত নিজে গাই কণ্ঠত প্ৰাণ আছে নে পৰীক্ষা কৰি চাইছিল। সেই গান আছিল 'আজি



বন্দো কি ছন্দেৰে সমাগত বিৰাট নৰনাৰায়ণ ৰূপ নৰনাৰায়ণ ৰূপ'। তেওঁৰ এই গীতটিয়ে প্ৰতিনিধিসকলক মন্ত্ৰ-মুগ্ধ কৰি ৰাখিছিল। দৰ্শক ৰাইজে পাছদিনাও গীতটি শুনিবলৈ ইচ্ছা কৰিছিল। লেখকৰ প্ৰেৰণাই, সুৰে শব্দৰ বুকুলৈ প্ৰাণ আনি দিছিল; সেয়ে প্ৰতিটো শব্দই দৰ্শকৰ মন ছুব পাৰিছিল।

পাণ্ডু কংগ্ৰেছ হৈ যোৱাৰ পাছত এদিন ৰায়চৌধুৰীদেৱে ডাঃ ভুৱনেশ্বৰ মোমাই-দেউক হেনো কৈছিল 'মই পুষ্পক বৰগীত শিকাম তেওঁ পাৰিব, তেওঁৰ মাত বৰগীতৰ উপযোগী'। ডাক্তৰ মোমাইদেৱে মোক আৰু মাক কোৱাত মায়ে বৰ ভাল পালে। কাৰণ মায়ে বৰগীত শিকাবলৈ বৰপেটাৰ গায়ক এজন বিচাৰি ফুৰিছিল। স্বৰ্গীয় উজীৰদেৱৰ লগতো এই বিষয়ে কথা হৈছিল কিন্তু তেওঁ নানা কাৰণত অসুবিধা হ'ব বুলি কৈছিল। ৰায়চৌধুৰীদেৱে মোক মাত্ৰ দুটি বৰগীত শিকাব পাৰিলে। তাৰ পাছতে মাৰ মৃত্যু হ'ল, মই গুৱাহাটী এৰিলোঁ। বৰগীত দুটি আছিল 'দেখৰে দেখ সুন্দৰ কানু খেলায়ে কদম্বতলে' আৰু আনটো আছিল 'মোকে দেখিও না কেনে আহে জগন্নাথ মই বৰ পাপেৰ পাপী।' মাৰ মৃত্যুৰ পাছত মই কেমাহমান গোলাঘাটৰ মোমাইদেউহঁতৰ ঘৰত থাকি কাশী বিশ্ববিদ্যালয়লৈ পঢ়িবলৈ গ'লোঁ। এবাৰ বন্ধত গুৱাহাটীলৈ আহিছোঁ। হঠাতে দেখিলোঁ ৰায়চৌধুৰীদেৱে হাতত সৰু লাঠি এডাল লৈ আঁঠুমূৰীয়া চুৰিয়া এখন পিন্ধি আহি আছে--চকু দুটা খঙেৰে যেন জ্বলি আছে। মোৰ ক'ব নোৱাৰোঁ কিয় মনত হ'ল--মোক যেন ডাবি দিব নহ'লে 'দেশখন গ'ল অ' গ'ল--তহঁতে কি কৰিছ?' এনে কিবা এটা ক'ব। পাছে সেইবোৰ একো নকৈ ক'লে - 'ষ্টেটচম্যান কাগজত বিৰিঞ্চি কুমাৰ বৰুৱাৰ চিঠি এখন পঢ়ি জানিলোঁ তুমি বেনাৰছত আবৃত্তি আৰু তৰ্ক প্ৰতিযোগিতাত প্ৰথম হৈছা--বৰ ভাল পাইছোঁ--আমাৰ ল'ৰা-ছোৱালী সকলোতে প্ৰথম হ'ব লাগে--পাছে কেইটামান ভাষাত যোগ দিছিলা--ফৰ ফৰকৈ কথাবোৰ ক'ব পাৰিছিলা নে? বাৰু মোক অলপকৈ শুনোৱাচোন!' মই মহা বিপদত পৰিলোঁ। তেনেকৈ বাটত শুনোৱাচোন বুলি ক'লেনো বাৰু কেনেকৈ শুনাওঁ! মই ক'লো 'আপুনি বিৰিঞ্চি বৰুৱাদেৱক বা দেৱকান্ত বৰুৱা, অশ্বিনী বৰকাকতী কাৰোবাক সুধিব--মইনো বাটত এতিয়া কি ক'ম?' তেওঁ জানিবা জোৰ নকৰিলে। কেৱল ক'লে--'শ্বিলঙত এজন নাম কৰা চোৰ ওলাইছে--নোটিচ্ দি চুৰি কৰে--অলপতে গভৰ্ণমেন্ট হাউছলৈ চুৰি কৰিব বুলি খবৰ দিলে--পুলিচে চাৰিওপিনে পহৰা দি থাকোঁতেও ধৰা পেলাব নোৱাৰিলে--যি সময়ত কৰিব বুলিছিল সেই সময়তে চুৰি কৰি গুচি আহিল। আমাৰ নাইতো নাই তেনে বুধিয়ক চোৰ এজনো নাই। সেয়ে মই ল'ৰাহঁতক কওঁ তহঁত যদি সিংহ হ'ব নোৱাৰ তেন্তে শিয়াল নহ'বি কুকুৰেই হ। যদি পখী হ'ব খোজ তেনে কাউৰি নহ'বি শগুনেই হ--এইবুলি মোক অলপ উৎসাহ দি আগৰ খোজেৰেই গুচি গ'ল। মই ভাবিলোঁ অমিয় কুমাৰ দাসদেৱে ঠিকেই কয়যে ৰায়চৌধুৰীৰ তেজ কোনোবাই যদি বিশ্লেষণ কৰি চায় তেন্তে সেই তেজ অসম আৰু অসমীয়ালৈ প্ৰেমৰ উপাদানেৰে গঠিত হোৱা বুলি ক'ব। ইয়াৰ বহুদিন পাছত ভাষা আন্দোলনৰ সময়ত সংসদত এটি ভাষণ দিবলগীয়া হৈছিলোঁ। সেই ভাষণৰ কথা পঢ়ি তেওঁ যি চিঠি লিখিলে সেই চিঠি ৰায়চৌধুৰীৰ বাহিৰে দ্বিতীয় মানুহে লিখিব নোৱাৰে। সেই চিঠিৰ ভাষা তেওঁৰ অন্তৰৰ পৰা ওলোৱা ভাষা কাৰণেই সেই চিঠিৰ ভাষাৰে আক্ৰান্ত হোৱা

সকলেও তেওঁক ক্ষমা কৰি গ'ল। ৰায়চৌধুৰীৰ চিঠিখন ঃ

মৰমৰ পুষ্প আইটি,

তুমি অসমৰ হৈ যোৱা অশান্তি সম্বন্ধে ৰাজ্যসভাত দিয়া বক্তৃতাৰ ইংৰাজী কপিটো মই শ্ৰীমান সতীশ কাকতিৰ পৰা পঢ়ি মুগ্ধ হৈ গৌৰৱ বোধ কৰিছোঁ আৰু মোৰ গৌৰৱস্ফীত বুকুৰ মাজলৈ তোমাক টানি আনি সাৱটি ধৰি আনন্দাশ্ৰু টুকিবলৈ মন গৈছে। মোৰ অন্তৰ উপচি পৰা কৃতজ্ঞ-সম্বৰ্ধনা গ্ৰহণ কৰিবা।

তুমি ৰাজ্যসভাত নিৰ্ভীক যোগ্যতাৰে অসম-শত্ৰু বিজয়িনীৰ তেজস্বিতা দেখুৱাই নিষ্পেষিত অসমীয়াৰ প্ৰাণৰ কথা উদি কৰি কৈ সমগ্ৰ ভাৰতক বিস্মিত কৰি বীৰ নাৰী অসম-জীয়ৰীৰ মানৱোচিত বিভৱ-নিদৰ্শন যি উন্মুক্ত কৰি দেখুৱালা, তোমাৰ স্বামী সমন্বিতে আমাৰ নপুংসক নেতাদলৰ চিন্তা-বুদ্ধিহীনতা, অদূৰদৰ্শী মূঢ়তা, অমাৰ্জনীয় ভীৰুতা, ঘৃণনীয় দুৰ্বলতা আৰু ভিতৰ-ফোপোলা দেউলীয়া অযোগ্যতাই অসমীয়াৰ জাতীয় জীৱনত জমাই তোলা কলংকবোৰক প্ৰকাৰান্তৰে বিদ্ৰূপ কৰা সদ্ সাহসৰ যি জয়ধ্বজা তুলি ধৰিলা, তাৰ বাবে তুমি ধন্য, আমি ধন্য, সমগ্ৰ অসমীয়া জাতি ধন্য। বৰ্তমান দেশদ্ৰোহী নেতৃত্বত যদি অসমীয়াৰ অস্তিত্ব অসমত বিকলাংগও হৈ পৰে, তথাপি তোমাৰ এই কীৰ্তি ভৱিষ্যতৰ ইতিহাসৰ বাবে অনুপ্ৰেৰণাৰ জীৱন্ত উপাদান হৈ থাকিব।

মই জনাত স্বাধীনতাৰ পাছত ৰাইজৰ প্ৰতিনিধিত্ব ভোগ কৰা আন কোনো ভাৰতীয় নাৰীয়েই কোনো ৰাজ্যশাসন পৰিষদতেই বা পাৰ্লিয়ামেন্টতেই নিজ ৰাজ্য আক্ৰমণত তোমাৰ দৰে এনে তেজাল প্ৰতিবোধ দিয়াৰ প্ৰয়োজনত পৰা নাই। আজি অসমৰ এই জীৱন-মৰণৰ সংকটপূৰ্ণ মুহূৰ্তত তুমি এই প্ৰয়োজন দক্ষতাৰে পালন কৰিছা। তুমি আমাৰ অতীতৰ আৰু বৰ্তমানৰ প্ৰায় সকলোকেজন নেতাকেই (তোমাৰ স্বামী সৈতে) চেৰ পলালা। ভগৱানক আন্তৰিক প্ৰাৰ্থনা জনালোঁ, তোমাৰ দেশৰ, জাতিৰ নিজস্ব ৰক্ষাত তোমাৰ নিৰ্ভীকতা আৰু তেজস্বিতা অক্ষুণ্ণ থাকক আৰু দিনে দিনে সেই শক্তিৰ বৃদ্ধি ঘটক।

মই তীব্ৰতাৰে অনুভৱ কৰিছোঁ, দেশখনৰ এই সংকটত অসমৰ শাসনভাৰ তোমাৰ দৰে যোগ্যা নাৰী নেত্ৰীৰ হাততেই পৰা উচিত হ'ব। আত্ম-মৰ্যাদা হেৰুৱা মুখ্যমন্ত্ৰী শ্ৰীবিমলা চলিহা আৰু নপুংসক নেতাদলে এইটো যিমান সোনকালে কৰিব, তিমান সোনকালে অসম বিপদৰ পৰা মুক্ত হ'ব।

পশ্চিম বংগৰ মুখ্যমন্ত্ৰী ডাঃ বিধান ৰায়ে অসমত বংগ-সাম্ৰাজ্য গঢ়ি তুলিবলৈকে এতিয়া Fundamental Rights ৰ দোহাই বৰকৈ দিছে। সেইবাবে মই লোকসভাৰ স্পীকাৰ আৰু প্ৰধানমন্ত্ৰী সমন্বিতে কেজনমানলৈ ৬ চেপ্তেম্বৰত এখন দীঘলীয়া টেলিগ্ৰাম কৰিছিলোঁ। কপি এটা পঠালোঁ। পঢ়ি চালেই ঘাই মৰ্মটো বুজি পাবা। কিন্তু কোনোৱে একো নকৰিলে। শ্ৰীহেম বৰুৱাক সুধিলোঁ। তেওঁ ক'লে, টেলিগ্ৰামখন পঠোৱাত হেনো পলম হোৱা বাবে একো কৰিব নোৱাৰিলে। তোমালৈ কপি পঠোৱা নহ'ল। তোমালৈ পঠালে হয়তো তুমি কৰিলাহেঁতেন।

'জাতীয় মহাসভা'ৰ উদাৰ উদ্দেশ্যক বঙালীয়ে সংকীৰ্ণ প্ৰাদেশিকতা বুলি প্ৰচাৰ কৰে। সেইবাবে ভাৰতৰ ঐক্যৰ হকে সেই উদ্দেশ্যকে নিখুঁত ৰাখি কিছুদিন আগতে 'ভাৰত ঐক্য সাধন সমাজ' বুলি এটা অনুষ্ঠান খুলিছোঁ। তাৰো ছপা কাকত



এখন পঠালোঁ, তাকো পঢ়ি চাবা। অসম আৰু অসমীয়াৰ অস্তিত্ব ৰক্ষাৰ এয়ে মোৰ শেষ চেষ্টা। মোৰ সম্ভাৱ গ্ৰহণ কৰিবা। ইতি তোমাৰ মংগলাকাংক্ষী—

শ্ৰীঅম্বিকাগিৰী ৰায়চৌধুৰী।'

(১৯-৯-৬০)

ৰায়চৌধুৰীদেৱে নিজৰ কথা নিজেই এইদৰে লিখিছে 'মই মোৰ জীৱনত কোনো সময়তে কোনো ক্ষেত্ৰতেই লুক-ঢাককৈ কোনো চিন্তা আৰু কাম কৰা নাই। সাহিত্য, সামাজিক, ৰাজনৈতিক, ৰাজহুৱা কোনো ক্ষেত্ৰতেই লুক-ঢাককৈ চলাটো অৰ্থাৎ ৰাজহুৱা জীৱনত বাহিৰত এটা আৰু ভিতৰত আন এটা বুলি চলিবলৈ মই ভাল নাপাওঁ।' সেয়ে তেওঁৰ জীৱন-অভিধানত 'গোপনীয়' বুলি কোনো শব্দ নাছিল।

তেওঁৰ বাওঁহাতৰ কেঞা আঙুলিটোৰ এপাৰ নাছিল। বিপ্লৱী দলত যোগ দিওঁতে সেই আঙুলি কাটি শপত নিছিল বুলি মনতে ভাবিছিলোঁ। পাছত জানিলোঁ সেই আঙুলি এদিন উৎসৰ্গীকৃত হৈছিল গভীৰ প্ৰেমৰ বাবেই—অনাসক্ত প্ৰেম যি প্ৰেমে আকাংক্ষিত সপোনৰ বাবে ত্যাগ কৰিব জানে—প্ৰতিদানত একো নিবিচাৰে—যি ত্যাগে শেষত অতীন্দ্ৰিয়ক উপলব্ধি কৰায়। সেয়ে 'তুমি' আৰু 'বীণা' নামৰ তেওঁৰ দুখন সৰ্বশ্ৰেষ্ঠ কাব্য গ্ৰন্থ। বয়সে নগৰকা তেজটোপাই তেওঁক ৮২ বছৰ বয়সতো ডেকা কৰি ৰাখিছিল। ডেকাগিৰী অম্বিকাগিৰীয়ে 'ডেকা অসমৰ' জৰিয়তে সিংহ নিনাদেৰে যি ৰণহুংকাৰ দিছিল—সি আজিও আকাশে-বতাহে প্ৰতিধ্বনিত হৈ নতুন পুৰুষক এন্ধাৰ ভেদিবলৈ জোৰ-বত্তি দেখুৱাই আছে।

# স্মৃতি-গাঁথা

ৰমা বৰঠাকুৰ

অৰ্ধশতাব্দী কাল অতিবাহিত হ'ল যদিও সেই সিদিনাৰ কথা যেন লাগে। ১৯৩২ চনত গুৱাহাটীৰ পাণবজাৰৰ 'জুবিলী গাৰ্ডেন'ত অসম ছাত্ৰ সন্মিলনৰ এখন অধিবেশন বহিছিল। কাৰ্যনিৰ্বাহক সভাৰ সভাপতি আছিল আৰ্ল ল' কলেজৰ অধ্যক্ষ জ্ঞানদাভিৰাম বৰুৱা (জুবিলী গাৰ্ডেনৰ এতিয়া চিন-চাব নাই। পানী কল-টোৱে জুবিলী গাৰ্ডেনত গুৱাহাটী মহানগৰীৰ ৰাইজৰ পানীৰ যোগান ধৰিছে)। সন্ধ্যাৰ অলপ পাছতে পাণবজাৰৰ দোকানীসকল ঘৰাঘৰি যায়; ৰাজপথৰ বিজুলী চাকি আৰু মালিক নোহোৱা কুকুৰবিলাক মাত্ৰ ঘূৰি ফুৰা দেখা যায়। যোৰহাট কলেজৰ পৰা আমি কেইজনমান ছাত্ৰ সেই ছাত্ৰ সন্মিলনলৈ গৈছিলোঁ। বৰ্তমান যোৰহাট কলেজৰ নাম জগন্নাথ বৰুৱা কলেজ। কলেজৰ অধ্যক্ষ আছিল পণ্ডিত-প্ৰবৰ কৃষ্ণকান্ত সন্দিকৈ। প্ৰতিনিধিসকলৰ থকা-খোৱাৰ ব্যৱস্থা কৰিছিল পাণ-বজাৰৰ বৰ্তমান গুৱাহাটী ডায়েৰীৰ কাষত চুনীবাবুৰ ঘৰত। ছাত্ৰ সন্মিলনৰ সম্পাদক আছিল মহেন্দ্ৰ মোহন চৌধুৰী। তেওঁ তেতিয়া আৰ্ল ল' কলেজৰ ছাত্ৰ। পাছত অসমৰ মুখ্যমন্ত্ৰী আৰু পাঞ্জাবৰ ৰাজ্যপালো হয়গৈ। সহকাৰী সম্পাদক আছিল প্ৰভাত চন্দ্ৰ শৰ্মা। কটন কলেজৰ তৃতীয় বাৰ্ষিকৰ ছাত্ৰ। পাছত তেওঁ বেছিক এডুকেশ্যনৰ উচ্চ বিষয়া হয়গৈ। গুৱাহাটীৰ বিখ্যাত অধিবক্তা শ্ৰীডিগম্বৰ কলিতা তেতিয়া তৃতীয় বাৰ্ষিকৰ ছাত্ৰ। কাৰ্যনিৰ্বাহকৰ তেওঁ এজন কৰ্মী সদস্য আছিল। সভাত তেওঁৰ যুক্তিপূৰ্ণ ধেমেলীয়া কথাবোৰে আমাৰ মনত বেচ আমোদ দিছিল। সেই সভাৰ মুকলি অধিবেশনৰ সভাপতি আছিল নীলমণি ফুকন। সেই সভাতে ডেকা অম্বিকাগিৰী ৰায়চৌধুৰীক লগ পাওঁ।

১৯৩৪ চনত নগাঁৱত ভীষণ বানপানী। ৰেল লাইন উটুৱাই নিয়াত গুৱাহাটীলৈ যোৱা পথ বন্ধ হয়। মই আই-এ পাছ কৰি ককিলামুখেদি জাহাজত উঠি দ্বিতীয় দিনা গুৱাহাটী পাওঁগৈ। তেতিয়াৰ দিনত অসমত বি-এ পঢ়িবলৈ হ'লে সকলো গৈ গুৱাহাটীত গোট খাব লাগে। ছাত্ৰাবাসৰ মেছ ডিউজ আছিল ১৩ টকা। ভৰ্তি মাছুল ১৫ টকা। কলেজৰ মাছুল ৬ টকা। নাম লগাবলৈ আজিকালিৰ দৰে ইন্টাৰভিউ নাছিল। ৰেগিঙৰ নামকে শুনা নাছিলোঁ। ককাইদেউ ৰাধানাথ বৰ-ঠাকুৰ ইতিমধ্যে ল' কলেজৰ ছাত্ৰ। আমি দুয়ো পঢ়া-খৰচ যোগাৰ কৰিব নোৱাৰি তেতিয়াৰ অসমীয়া বাতৰি কাকতৰ সম্পাদক শ্ৰীহৰেন্দ্ৰ নাথ বৰুৱা (তেৰোঁ ল' কলেজৰ ছাত্ৰ)ৰ ভাৰা ঘৰত আশ্ৰয় লৈ তাতে থকাৰ ব্যৱস্থা কৰোঁ। কিছুদিন তাতে থকাৰ পাছত পাণবজাৰত মাহে ৪০ টকা ভাড়াত এটা ঘৰ লৈ এটা হোটেল খোলোঁ—১৯৩৪ চনৰ ১ চেপ্তেম্বৰত। এই হোটেল খোলাত উদগনি দিছিল অম্বিকা-গিৰী ৰায়চৌধুৰী আৰু জ্ঞানদাভিৰাম বৰুৱাই। দুবছৰ আগতে ডঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ সভাপতিত্বত এই হোটেলৰ সোণালী জয়ন্তী উৎসৱ হৈ যায়। সিদিনাই



ৰাতি খোৱা-বোৱাৰ পাছত হঠাতে ককাইদেৱে ইহলীলা ত্যাগ কৰে। যোৱা পঞ্চাশ বছৰে আমাৰ হোটেল ব্যৱসায়ত ককাইদেউ আৰু মোৰ জীৱন্ত স্মৃতি হৈ আছিল অম্বিকাগিৰী ৰায়চৌধুৰী।

ককাইদেউ আৰু মই দুয়ো ছাত্ৰ। হোটেলৰ কাৰণে বজাৰ আদি কৰি অতিথি-সকলৰ থকা-খোৱাৰ ব্যৱস্থা কৰি পঢ়া-শুনা কৰোঁহক। প্ৰথমতে বিজুলী চাকি হোটেলত নাছিল। যিদিনা বিজুলী চাকি লোৱা হ'ল সিদিনা হোটেলত ডাঙৰ ভোজ। অধ্যক্ষ বৰুৱাদেৱ আৰু ৰায়চৌধুৰীদেৱ আমাৰ সন্মানিত অতিথি। পাছৰ কালত গুৱাহাটীলৈ গ'লে ৰায়চৌধুৰীক নিমন্ত্ৰণ কৰি আনি হোটেলত একেলগে এসাজ খোৱা এক নিয়মত পৰিণত হৈছিল।

এই হোটেল আৰম্ভ হোৱাত ৰায়চৌধুৰীৰ আমি বেছি ওচৰ চাপিলোঁ। তেওঁ নিতৌ একোবাৰ হোটেলত ভুমুকি মাৰি আমাক উদগনি দি যায়। আমাৰ দৰে তেওঁৰো এটা নিজা উদ্যোগ আছিল। এটা নিজা ছপাশাল—'অৰুণা প্ৰেছ'। তাতে ডেকা অসম কাকত ছপায়। নিজে আখৰ বাচে, মেছিন মাৰে। তাৰ উপৰি আছিল মায়াবিনী তেল আৰু চেনেহী চিয়াঁহী। নিজে তৈয়াৰ কৰে আৰু বিক্ৰীও কৰে। ডেকা অসম নিজ হাতে বিলাই ফুৰিছিল। মাধৱ চন্দ্ৰ বেজবৰুৱা কলেজৰ ছাত্ৰ সভাৰ সম্পাদক আছিল। তেৰোঁ ৰায়চৌধুৰীৰ লগত কাকত বিক্ৰীত সহযোগ কৰিছিল। এই হোটেলতেই নানা জনক লগ কৰি ৰাজনীতি আলোচনা কৰা এটা কেন্দ্ৰ হৈ পৰিছিল। আওপকীয়াকৈ ক'বলৈ গ'লে হেপী ল'জ হোটেল অসম সংৰক্ষিণী আৰু পাছত জাতীয় মহাসভাৰ ঘাই কেন্দ্ৰ হৈ পৰিছিল। ৰায় চৌধুৰীৰ জীৱন কালত শ্ৰীউমেশ চন্দ্ৰ শৰ্মা আৰু মই সোঁহাত স্বৰূপে কাম কৰিছিলোঁ। তেওঁৰ লগত ফুৰি অসমৰ নানা ঠাইত জাতীয় মহাসভা গঠন কৰিছিলোঁ।

ৰায়চৌধুৰী পাণবজাৰৰ পৰা উঠি গৈ উজান বজাৰৰ যোৰপুখুৰীৰ পাৰত এটা ভাড়া ঘৰত অনেক দিন আছিল। চৰকাৰে তেওঁক এডোখৰ মাটি দিছিল। এবাৰ তেওঁ মোক লৈ গৈ মাটিডোখৰ দেখুৱাই কৈছিল— 'এই মাটিৰ খাল পুতি-বলৈ মোৰ টকা ক'ত?' মাটি লোৱা নহ'ল। ইফালে ভাড়া-ঘৰৰ মালিকে তেওঁক ঘৰ এৰিবলৈ বাধ্য কৰিলে। ঘৰৰ বস্তু-বাহানি, প্ৰেছৰ সামগ্ৰী, কাকত-পত্ৰ সকলো মালিকে বৰষুণৰ বতৰতো নৰ্দমাত দলিয়াই পেলালে। ইয়াৰ পাছতে তেওঁ চান্দ-মাৰীৰ ট্ৰিবিউন প্ৰেছৰ কাষত এডোখৰ মুকলি ঠাইত এখন ছালি সাজি থাকিবলৈ লয়। পাছত চৰকাৰে সেই মাটিডোখৰ তেওঁৰ নামতে দিয়ে। সেই মাটিত নতুনকৈ ঘৰ সাজি মোলৈ লিখিছিল—মই 'জমিদাৰ' হ'লোঁ অৰ্থাৎ মাটিৰ মালিক হ'লোঁ।

এবাৰ অসম জাতীয় মহাসভাৰ এটা সজাঁতী দলে প্ৰদেশ কংগ্ৰেছ কমিটিৰ লোকক সাক্ষাত কৰে। শ্ৰীদেবেশ্বৰ শৰ্মা আছিল কংগ্ৰেছ সভাপতি। এই সজাঁতী দলটোত ময়ো আছিলোঁ। বিত্তমন্ত্ৰী বিষ্ণুৰাম মেধিয়ে অভিযোগ কৰি ক'লে— 'ৰায়চৌধুৰীয়ে নেপালী লোকক মাটি দিবলৈ কয় আৰু বঙালীক মাটি নিদিবলৈ কয়।' ৰায়চৌধুৰীয়ে সেই কথাৰ উত্তৰত কয়—'নেপালীসকল অসমৰ মাটিত জীণ গৈ অসমীয়া ভাষা-সংস্কৃতি গ্ৰহণ কৰে আৰু তেনে লোক আমাৰ আপোন।' *

---

* বৰঠাকুৰৰ 'শতিকাৰ অভিলেখ' গ্ৰন্থখনত অম্বিকাগিৰীৰ কেইখনো মূল্যৱান চিঠি প্ৰকাশ পাইছে —সম্পাদক।

# অম্বিকাগিৰীলৈ শ্ৰদ্ধাঞ্জলি

উমেশ চন্দ্ৰ শৰ্মা

মোৰ স্মৰণ কালৰ ভিতৰত এজন মানুহৰ ছবি সদায় চকুৰ আগত ভাঁহি থাকে, যিজনে অসম আৰু অসমীয়া জাতিক দেহে-কেহে ভাল পাইছিল, যিজনে শয়নে-সপোনে অসম আৰু অসমীয়া জাতিৰ মংগল চিন্তা কৰিছিল, যিজনে দল-খেল, জাতি-উপজাতি, পৰ্বত-ভৈয়াম, উচ্চ-নীচ আদি ভেদভাৱ ৰখা নাছিল, যিয়ে অসমীয়া ভাষা-ভাষী মাত্ৰেই সকলোকে ভাই-ভনী বুলি আদৰি লৈছিল, যিয়ে বড়ো আদি ভাষাৰ উন্নতি সাধন কৰি সকলো স্তৰতে ব্যৱহাৰৰ উপযোগী কৰাৰ গোষ-কতা কৰিছিল, যিয়ে আমাক ক্ষুদ্ৰ বাদ-বিসম্বাদবোৰ আঁতৰাই এটা শক্তিশালী অসমীয়া জাতি গঠনৰ আহবান জনাইছিল— তেওঁ হ'ল অসমৰ সিংহ-পুৰুষ অম্বিকাগিৰী ৰায়-চৌধুৰী। অসমীয়া ৰাইজে তেওঁক যথাৰ্থতে 'অসম কেশৰী' উপাধিৰে বিভূষিত কৰিছে।

অম্বিকাগিৰী আছিল ত্যাগৰ জ্বলন্ত নিদৰ্শন। দৰিদ্ৰনাৰায়ণ, সমাজতীৰ্থ দেশসেৱাই আছিল তেওঁৰ জীৱনৰ ব্ৰত। পিতৃ-মাতৃৰ পৰা সেই সেৱাৰ আদৰ্শ পাইছিল। সেয়ে বাল্যকালৰে পৰা সমাজ সেৱাৰ প্ৰতি ধাউতি বাঢ়িছিল। সমাজৰ অনীতি-অনাচাৰবিলাক আঁতৰাই এখন নিকা সমাজ গঢ়ি তোলাই আছিল তেওঁৰ প্ৰধান উদ্দেশ্য। এবাৰ তেওঁৰ মুখত এটা কথা শুনিছিলোঁ। বৰপেটাৰ কোনো কোনো ঠাইত হেনো প্ৰত্যুষতে উঠি বাটৰ দাঁতিত শৌচ কৰা বহুতৰে অভ্যাসত পৰিণত হৈছিল। এদিন তেনে এগৰাকী বয়স্থা মহিলাই আহি বাটৰ কাষত শৌচ কৰিবলৈ বহা দেখা পালে। মানুহগৰাকী উঠি যোৱাৰ পাছত ৰায়চৌধুৰীয়ে লৰালৰিকৈ কোৰ এখন আনি ঠাইখিনি চাফা কৰি পেলালে । সেইদিনাৰ পৰা মানুহগৰাকীয়ে সেই বদ অভ্যাস এৰি পেলালে। ৰায়চৌধুৰীৰ এনেবোৰ কাৰ্যই সমাজত নিশ্চয় গভীৰ ছাপ পেলাইছিল।

কৰ্মই আছিল ৰায়চৌধুৰীৰ ধৰ্ম। সেয়ে তেওঁ কৈছিল--

কথাই কামে এক হৈ তই কামত ধৰ,
কৰ্ম বিজয় শংখ বজাই জীৱনটো তোৰ নতুন কৰ
এলাহ এৰি কামত ধৰ, জীৱনটো তোৰ বিৰাট কৰ।

তেওঁ কৰ্মময় জীৱনত বাৰম্বাৰ আমাক আহবান জনাইছিল দেশ-সেৱা আৰু সমাজ-সেৱাত ব্ৰতী হ'বলৈ। মুহূৰ্তলৈকো তেওঁ দেশ-সেৱাৰ বাহিৰে অইন চিন্তা মনলৈ অনা নাছিল। দেশ-সেৱাৰ মাজেদিয়েই তেওঁ জীৱনটো সাৰ্থক কৰি তুলিব খুজিছিল। তেওঁ কৈছিল--

যাৰ হৃদয়ত দেশ-সেৱনত
আত্মাহুতিৰ অনল শিখা নাই
সেই জীৱনত নাই অবাবত
প্ৰয়োজনৰ উচ্চ দাবী ভাই।



আজিৰ কথা আৰু কামৰ মাজত মিল নথকা ভণ্ড দেশ-সেৱকৰ প্ৰতি অম্বিকা-গিৰীৰ বাণী আছিল--

বিলাস ক্লেদৰ বীভৎসতাক, ক্ষমতা খকৰ ভয়াবহতাক
সেৱা তিয়াগেৰে কৰি বিহ্বল, মানৱতা কৰ উজ্জীৱন।

ৰাজনীতি, সমাজনীতি, ভাষানীতি, অৰ্থনীতি, সংস্কৃতি আদি সকলো দিশতে অসমৰ স্বাৰ্থ কি উপায়েৰে ৰক্ষা কৰিব পাৰি সেই চিন্তাতে তেওঁ অহোৰাত্ৰি মগ্ন আছিল। কৰ্ম-বিমুখ অসমীয়া ডেকা-ডেকেৰীৰ মনত উৎসাহ-উদ্দীপনা জগাই তুলিবলৈ তেওঁ কৈছিল--

তোৰ সৎ সাহিত্য, নৃত্য-গীতৰ বিদ্যুৎ-উজ্জ্বল ভংগী-ঠাটত
ধোদকুলীয়া 'অংগবোৰত
নতুন জীৱন, নৱোৎসাহৰ প্ৰচণ্ডতম কৰ্মধাৰা
চলাই দে চলাই দে।

১৯৫০ চনৰ কথা। মাৰ্ঘেৰিটাত অসম সাহিত্য সভাৰ অধিবেশন বহিছে। আমিও সেই অধিবেশনত উপস্থিত আছিলোঁ। সভাপতিৰ আসনৰ পৰা দিয়া অম্বিকা-গিৰীৰ ভাষণ শুনি প্ৰতিনিধিবৰ্গৰ বহুতেই আপত্তিৰ সুৰত কৈছিল--'এইখন সাহিত্য সভা, অসম জাতীয় মহাসভাৰ অধিবেশন নহয়।' অৱশ্যে সভাপতি ৰায়চৌধুৰীয়ে তেনেবোৰ টুলুঙা মন্তব্যলৈ কৰ্ণপাত নকৰি তেওঁৰ বক্তব্য পাঠ কৰি গৈছিল। তেওঁ কৈছিল--'অসমীয়া ৰাইজ! পৰ্বত-ভৈয়ামৰ অসমীয়া ভাই-ভনী! আজি আপোনাৰ পৈত্ৰিক ঘৰ-ভেটি, ভাষা-সংস্কৃতি, সমাজ, অৰ্থনীতি, অস্তিত্ব সকলো বলি-শালত। সমগ্ৰ অসমৰ পৰ্বত-ভৈয়াম জুৰি কটকটীয়া সংঘবদ্ধতাৰে আত্মৰক্ষাৰ বাবে উঠি-পৰি লাগক। নিজে নিজক ৰক্ষা নকৰিলে আনে কাকো ৰক্ষা নকৰে।' প্ৰতিনিধিবৰ্গৰ তেনে মন্তব্যৰ কাৰণ হ'ল তেতিয়াও তেওঁলোকক স্বাধীনতা আন্দো-লনৰ সৰ্ব-ভাৰতীয় আদৰ্শই মোহাচ্ছন্ন কৰি ৰাখিছিল। আনহাতে প্ৰতিনিধিসকলৰ মাজত বহুত কংগ্ৰেছৰ লোকো নিশ্চয় আছিল।

ৰায়চৌধুৰীৰ আৰ্থিক অৱস্থা ভাল নাছিল। ল'ৰা-ছোৱালী মিলি ছয়-সাতোটিৰ পৰিয়ালৰ কাৰণে অন্ন-বস্ত্ৰৰ যোগাৰ কৰা ৰায়চৌধুৰীৰ পক্ষে দুৰূহ হৈ পৰিছিল। তথাপি তেওঁক কোনো সময়তে ভাগি পৰা দেখা নাছিলোঁ। ধনৰ দুখীয়া হ'লেও তেওঁ মনৰ দুখীয়া নাছিল। তেওঁৰ মতে উপাৰ্জন লাগে, কিন্তু সেই উপাৰ্জন সৎ পথেৰে হ'ব লাগে আৰু উপাৰ্জিত ধন কেৱল ব্যক্তিগত ভোগবিলাসত ব্যয় নকৰি দেশ আৰু সমাজৰ কামত ব্যয় কৰিলেহে সাৰ্থক হয়। গধূলিৰ সাজৰ কাৰণে নিজৰ হাতত থকা একমাত্ৰ সিকিটোকো তেওঁ মগনীয়া এজনক দি পৰি-তৃপ্ত হোৱা দেখিছিলোঁ। কেতিয়াবা হয়তো দুই-চাৰিখন 'ডেকা-অসম' নাইবা দুই-এখন কিতাপ কাৰোবাৰ তাত বিক্ৰী কৰি দিনটোৰ এসাজ ভাত যোগাৰ কৰি-ছিল। এনে অভাৱৰ তাড়নাত থাকোঁতে ৰায়চৌধুৰীক চৰকাৰৰ এজন উচ্চপদস্থ বিষয়াই ৬০০ নে ৭০০ টকা আগবঢ়াই যুদ্ধৰ সপক্ষে প্ৰচাৰ চলাবলৈ অনুৰোধ কৰি-ছিল। অম্বিকাগিৰীয়ে সেই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিছিল আৰু তেনে কাৰ্যৰ দ্বাৰা তেওঁক অপমান কৰা হৈছে বুলি 'প্ৰতিবাদ কৰাত বিষয়াজনে শেষত ক্ষমা খুজিব লগা হৈছিল। এসময়ত অসমত কপাহী সূতাৰ নিয়ন্ত্ৰণ চলিছিল। ৰায়চৌধুৰীৰ

এজন মন্ত্ৰী বন্ধুৱে বুধি দিলে--'সূতাৰ লাইচেন্স লৈ বিক্ৰী কৰিলে কিছু লাভ হ'ব; আপোনাৰ নিজৰ আৰু কাকতখন চলোৱাত কিছু সহায় হ'ব; লওক।' 'মই লাইচেন্স লৈ সূতা কিনিবলৈ ধন পাম ক'ত আৰু বেচিমেইবা ক'ত ?' ৰায়চৌধুৰী-দেৱৰ এই প্ৰশ্নৰো সহজ বুদ্ধি দিলে বন্ধুজনে--'আপোনাৰ টকা-পইচাৰো আৱশ্যক নকৰে, বেচিবলৈকো ক'লৈকো যাব নালাগে। মহাজনে আহি ঘৰৰ পৰাই লাই-চেন্সখন কিনি লৈ যাব।' ৰায়চৌধুৰীয়ে তাত সন্মত নহৈ ক'লে--'দুৰ্নীতি কৰি মই কেতিয়াও ধন উপাৰ্জন নকৰোঁ। এই নীতি বন্ধ কৰা আপোনাৰো কৰ্তব্য।' বন্ধুজনৰ মুখৰ মাত হৰিল। এই কথা সকলোৱে বিদিত যে 'ডেকা অসমত' অসমীয়া জাতিৰ সংৰক্ষণ, সংবৰ্ধন আৰু পৰিপোষণৰ পৰিপন্থী কোনো বিজ্ঞাপন প্ৰকাশ কৰা নহৈছিল।

ৰায়চৌধুৰীৰ লগত আমাৰ সান্নিধ্য দীৰ্ঘদিনীয়া। ১৯৩৬ চনৰ পৰাই আমি তেওঁৰ পৰিয়ালৰে এজন হৈ পৰিছোঁ। ৰায়চৌধুৰীয়ে আমাক অকপট স্নেহ আৰু অটল বিশ্বাস কৰিছিল। সেই স্নেহ আৰু বিশ্বাস এতিয়াও অটুত আছে। আমাৰ কিবা অসুখ-বিসুখৰ বাতৰি পালেই এতিয়াও তেওঁৰ পৰিয়ালৰ কোনোবা দৌৰি যোৰহাট পায়হি।

ৰায়চৌধুৰীৰ সাহস, স্পষ্টবাদিতা, সৰলতা, দয়া, ক্ষমা আৰু নিজৰ ভুল-ত্ৰুটি বিনা দ্বিধাই স্বীকাৰ কৰিছিল। তেওঁ মূলতঃ অসম-প্ৰেমী আছিল। কিন্তু তেওঁৰ সেই প্ৰেম ভাৰত-প্ৰেম আৰু বিশ্বপ্ৰেমলৈও সম্প্ৰসাৰিত হৈছিল। কোনোবাই জানি বা নাজানি, ইচ্ছা বা অনিচ্ছাকৃতভাবে অসম আৰু অসমীয়াৰ প্ৰতি কিবা অপমানসূচক কথা ক'লেই ৰায়চৌধুৰী গৰ্জি উঠিছিল। ভাৰতৰ জাতীয় সংগীতত অসমৰ নাম বাদ পৰাত অম্বিকাগিৰীয়ে কেনেদৰে প্ৰতিবাদ কৰিছিল চাওক ঃ

কোনে কৰে আজি উপলুঙা মোক ? এনে দুৰন্ত সাহস কাৰ ?
শ্বাশ্বত মোৰ স্থিতিৰ ভেটিতো টলাই তুলিছে হাই হুঙ্কাৰ ?
মৰ্যাদা মোৰ ক্ষুণ্ণ কৰিছে, বেদনা জ্বালাত জ্বলিছে প্ৰাণ।
যিয়ে কৰে মোক এনে অৱজ্ঞা তাক কিয় মই মানিম নেতা ?
মানিম বিশ্বকবি বুলি কিয় অৱজ্ঞা যাৰ ইমান এটা ?
স্বীকাৰ কৰিম কিয় মই তাক যিয়ে কৰে মোক অস্বীকাৰ ?
মোৰ শিৰ কিয় নত হ'ব তাত সত্যৰ য'ত নাই বিচাৰ।

ভাৰতৰ জাতীয় সংগীতত অসমৰ নাম নাই, অথচ ভাৰতৰ পৰা আঁতৰি যোৱা এখন ৰাজ্যৰ নাম আমাৰ জাতীয় সংগীতত সন্নিৱিষ্ট কৰা হৈছে। সেই অন্যায়, অনিয়ম, অৱহেলা অম্বিকাগিৰীৰ সহ্য নহ'ল, দৃপ্তকণ্ঠে গীতিকাৰ ৰবীন্দ্ৰনাথক সমা-লোচনা কৰিলে, আনকি স্বয়ং জৱাহৰলাল নেহৰুও এই সমালোচনাৰ পৰা ৰক্ষা নপৰিল। অথচ অসমীয়া নেতৃবৰ্গৰ কথাই নুঠে, কোনো সৰ্বভাৰতীয় নেতাৰ এজ-নেও এই ত্ৰুটিৰ প্ৰতি আপত্তি নুতুলিলে।

অম্বিকাগিৰীয়ে কেতিয়াও অমানৱীয়তাক প্ৰশ্ৰয় দিয়া নাছিল। তেওঁ বাহিৰৰ পৰা আহি অসমত স্থায়ীভাবে বসবাস কৰাসকললৈ আহ্বান জনাইছিল-'আহিছা যদি মোৰ লগত এক হৈ মিলি যোৱা'। কিন্তু বৃহত্তৰ বংগৰ সপোন দেখোঁতাসকলে নানা অভিসন্ধিৰে বংগদেশৰ পৰা অহা পমুৱা, ভগনীয়া লোকসকলক বিপথে পৰি-



চালিত কৰি শান্তিময় অসমৰ বুকুত অশান্তিৰ সৃষ্টি কৰিছিল। অসমীয়া ভাষাক অম্বিকাগিৰীয়ে এটা সমন্বয় সাধনৰ মাধ্যম হিচাপে গ্ৰহণ কৰিছিল। সেয়ে ১৯৫৪ চনৰ ২০ মেইত অসম জাতীয় মহাসভাৰ যোগেদি ৰাজ্য পুনৰ্গঠনৰ আগত যুক্তি দিয়া হৈছিল ঃ

'a peaceful and homogenous linguistic state in Assam can be achieved only on the principle of enforcing the regional language Assamese, as the common medium of communication within the limit of the State and modifying the constitutional provision accordingly. No language of outside origin imported with the immigrants and refugee settlers, however rich and prevalent it may be in other region, can be allowed to play this role in the soil of Assam. The status of the national language Hindi, will not be affected by the rightful recognition accorded to this regional language in the state of Assam.'

গ্ৰুপিঙৰ সময়ত অসমক কি পৰিস্থিতিত পেলোৱা হৈছিল, সেই কথা সকলোৱে কম-বেছি পৰিমাণে জানে। অম্বিকাগিৰীয়ে গ্ৰুপিঙৰ ভয়াৱহতাৰ কথা তাঁৰ-যোগেদি জৱাহৰলাল নেহৰুলৈ পঠাইছিল আৰু দিন-ৰাতি একাকাৰ কৰি গ্ৰুপিং বিৰোধী আন্দোলনত নামি পৰিছিল। এই আন্দোলনৰ ফলতে অসম পাকিস্তানৰ অন্তৰ্ভুক্ত হোৱাৰ পৰা ৰক্ষা পৰিল। স্বাধীনতাৰ পাছতো অম্বিকাগিৰী ভগনীয়া সমস্যাৰ কাৰণে চিন্তিত হৈ পৰিছিল। ১৯৫১ চনত ভাৰতৰ চাইন্টিফিক ৰিচাৰ্চ এণ্ড নেচাৰেল ৰিচোৰ্চেচ বিভাগৰ মন্ত্ৰী আৰু অসম ৰিফিউজী ৰিহেবিলিটেশ্যন ইনকোৱাৰী কমিটিৰ চেয়াৰমেন অসমৰ ভূতপূৰ্ব ৰাজ্যপাল শ্ৰীপ্ৰকাশ গুৱাহাটীলৈ আহোঁতে অম্বিকাগিৰীয়ে পাকিস্তানী ভগনীয়াৰ পৰা হ'ব পৰা সকলো জটিল সমস্যা দাঙি ধৰিছিল।

# দেশ বিক্ৰীৰ খবৰ

কৰুণা কান্ত দাস

অসম জাতীয় মহাসভা, ডেকা অসম আৰু সংৰক্ষিণী গুৰুজনাৰ সৈতে কেনেকৈ মই ঘনিষ্ঠভাবে জড়িত হৈ পৰিলোঁ আৰু তেওঁৰ জীৱন, আদৰ্শ আৰু কীৰ্যাৱলী মোৰ জীৱনজোৰা ৰৰণ-বাণী হৈ পৰিল, সি মোৰ কাৰণে এক ৰোমাঞ্চকৰ কাহিনী। এই শতিকাৰ চতুৰ্থ দশকটো অসম আৰু অসমীয়া জাতিৰ কাৰণে এক দুৰ্যোগৰ কাল আছিল। ১৯৩১ চনত মই দেশৰ সমসাময়িক অৱস্থা, স্থানীয় পৰিস্থিতি আদি বিবৰি অম্বিকাগিৰীৰ লগত চিঠিৰে যোগাযোগ কৰিছিলোঁ। ইতিমধ্যে অসম চৰকাৰে তেওঁক বিহাৰৰ ব্ৰজেন্দ্ৰ প্ৰসাদৰ দৰে পাগল বুলি ইতিকিং কৰিছিল। এইবিলাক কথাই মোক অম্বিকাগিৰীৰ প্ৰতি অধিক আকৃষ্ট কৰি তুলিছিল। ১৯৪০ চনৰ জুন মাহত মই যোৰহাটত থকা কালছোৱাত 'বিষ্টুৰাম হল'ত প্ৰথমে 'ডেকা -অসম' পঢ়ি অসমৰ সমস্যা সৰ্ম্পকে সংৰক্ষিণী গুৰুজনাৰ স্পষ্ট, গভীৰ আৰু উদাৰ দৃষ্টি-ভংগী দেখি মুগ্ধ হওঁ। সেই চনৰে ডিচেম্বৰ মাহত তেওঁক সাক্ষাৎ কৰোঁ। তেতিয়াৰে পৰা মই ৰায়চৌধুৰীৰ আশীষ শিৰত লৈ যি অস্তিত্বৰ সংগ্ৰামত অৱতীৰ্ণ হলোঁ, সেই সংগ্ৰাম নিজৰ অস্থি-চৰ্ম হেৰুৱা সত্বেও ত্যাগ কৰিব পৰা নাই। ১৯৪৫ চনৰ মেই মাহত কটন কলেজৰ ছাত্ৰ দামোদৰ চৌধুৰীৰ হাতত তেওঁলৈ এখন চিঠি দি পঠাওঁ। সেই চিঠিৰে এটা অংশ 'দেশ-দখল আৰু দেশ-বিক্ৰীৰ খবৰ' শিতানত ডেকা-অসমত প্ৰকাশ পায়। পাছত ৰায়চৌধুৰীয়ে সেই প্ৰকাশিত চিঠিখন ছিলঙত তেতিয়াৰ অসমৰ প্ৰধান মন্ত্ৰী চাৰ চাদুল্লা আৰু কলিকতাত মুছলীম লীগৰ নেতা কায়দ-ই-আজম মহম্মদ আলী জিন্নাৰ আগত দাঙি ধৰিছিল। সেই চিঠিখন প্ৰকাশ হোৱাৰ পাছত ৰায়চৌধুৰীয়ে মোলৈ লিখিছিল-'কল্যাণীয় কৰুণা বোপা, বিশেষ পৰি-স্থিতিত জড়িত থাকি মই তোমালৈ লিখিব পৰা নাছিলোঁ। কোনোবাই যদি অসমৰ ৰক্ষাৰ বাবে কিবা কৰিব খুজিছে, তেন্তে এইটোৱেই উচিত মুহূৰ্ত হ'ব। নাইবা অসম অদৃশ্য হ'ব, লুপ্ত হ'ব।

অতি সোনকালে আহি গুৱাহাটীত মোক লগ ধৰিবা। বিশেষ জৰুৰী কামৰ আহবান। আশা কৰো তুমি মোৰ কথাৰ তাৎপৰ্য বুজিব পাৰিবা'। ৰায়চৌধুৰীয়ে মোলৈ লিখা এই চিঠিখনৰ সময়টো আছিল অসমৰ কাৰণে এক দুৰ্যোগপূৰ্ণ কাল। ভাৰত বিভাজনৰ আগে আগে অসমত কংগ্ৰেছ আৰু লীগৰ মাজত ক্ষমতাদখলৰ অঁৰিয়া-অঁৰি, পাকিস্তান পন্থীসকলৰ অসম দখলৰ উদ্যোগ, মৈমনছিঙীয়াৰ অবাধ আমদানিৰে লীগৰ শক্তি বৃদ্ধি আদি ভয়ানক সমস্যাই আমাক হেঁচি ধৰিছে। ইতি-মধ্যে মুছলীম লীগৰ নেতা মৌলানা হামিদ খানে এক লাখ 'মোজাদেহী জওজে ফৌজে'ৰে অসম আক্ৰমণ কৰিবলৈ পৰিকল্পনা কৰিছে। অম্বিকাগিৰীয়েও এই আক্ৰ-মণ প্ৰতিহত কৰিবলৈ অসম জাতীয় মহাসভাৰ অধীনত দুই লাখৰ 'অসম আত্মৰক্ষা বাহিনী' গঠন কৰিবলৈ উঠি-পৰি লাগিছে। অখিল ভাৰত হিন্দু মহাসভাৰ সভাপতি



শ্যামাপ্ৰসাদ মুখাৰ্জীৰ হিন্দু অভিযানকো এই বাহিনীৰে বাধা দিয়া হৈছিল। মই দেখিছিলোঁ গোজ-পোতা স্বাৰ্থৰ যিকোনো বহিঃশক্তিকে ৰায়চৌধুৰীয়ে সুচতুৰ সেনা-নায়কৰ ভূমিকাৰে জীৱন-পণ কৰি বাধা দিছিল। এবাৰ এই অসম আত্মৰক্ষী বাহি-নীৰ সংগঠনত ১৯৪৬ চনৰ ফেব্ৰুৱাৰী মাহত তাৰাবাৰীলৈ গৈছিলোঁ (এতিয়া সেই তাৰাবাৰী নাই, নদীৰ বুকুত জাহ গৈছে)। ব্যৱসায়ী জানকীমোহন চৌধুৰীয়ে মোক ছগনলাল ছেৰাউগীৰ গাদীলৈ মাতি নিলে। গাদীত ছেৰাউগীৰ লগতে শ্ৰীশ্ৰীঅনুকূল ঠাকুৰৰ এগৰাকী শিষ্য চক্ৰপাণি দাসো বহি আছিল। চক্ৰপাণি দাসে মোৰ উদ্দেশ্য ব্যক্ত কৰা মাত্ৰকে ক'লে-'অম্বিকাগিৰী সংকীৰ্ণ মনৰ মানুহ'। মই প্ৰশ্ন কৰিলোঁ-'আপুনি এই কথাটো কি লৈ ক'লে ?' তেওঁ ক'লে-'মই অম্বিকাগিৰীক শ্ৰীশ্ৰীঠাকুৰক দেখা কৰিবলৈ কোৱাত অম্বিকাগিৰীয়ে কৈছিল-অনুকূল ঠাকুৰ অসমীয়া হোৱা হ'লে ভাল আছিল। সংকীৰ্ণ মনা কাৰণে অম্বিকাগিৰীয়ে তেনেকৈ কৈছে'। মই তেওঁক 'ডেকা-ডেকেৰীৰ বেদ'ৰ ডেকাৰ সংজ্ঞাটো পঢ়িবলৈ কলোঁ। ৰায়চৌধুৰী অসম আৰু অসমীয়াৰ কথা ক'লেই জানো সংকীৰ্ণ মনা হৈ যায় ? দেশ বিভাজনৰ ফলত পাবনা পাকিস্তানৰ ভিতৰত পৰাত শ্ৰীশ্ৰীঠাকুৰে তেওঁৰ পৰম অনুগত শিষ্যসকলক তাতে এৰি থৈ বিহাৰৰ দেওঘৰলৈ স্থানান্তৰিত হ'ল। নিজৰ ঠাইখন আনক এৰি দিয়াটো কেনে ধৰণৰ উদাৰতা ? চক্ৰপাণি দাসে পাছত ৰায়চৌধুৰীৰ সংৰক্ষিণী দৰ্শ-নৰ দ্বাৰা অনুপ্ৰাণিত বহখন সভাত সংৰক্ষিণী গুৰুজনাৰ আদৰ্শৰ কথা কৈছিল।

১৯৪৬ চনত যোৰহাটত মৌলবী হেৰাছৎ উল্লাৰ সভাপতিত্বত অসম জাতীয় মহাসভাৰ সক্ৰিয় কৰ্মীসকলৰ অভিৱৰ্তন বহে। এই অভিৱৰ্তনত তেতিয়া ক্ষমতালৈ অহা কংগ্ৰেছ দলৰ বহু কৰ্মীক প্ৰকাশ্যে সমালোচনা কৰা হৈছিল। তাকে দেখি আইনবিদ গোলাপ চন্দ্ৰ হাজৰিকাই প্ৰশ্ন কৰিছিল-'অসম জাতীয় মহাসভাই কংগ্ৰেছৰ কিয় বিৰোধিতা কৰে ?' সাধাৰণ সম্পাদকে উত্তৰ দিছিল-'অসমৰ জাতীয় স্বাৰ্থৰ বিৰুদ্ধে যোৱা কাম হ'লে অকল কংগ্ৰেছেই নহয় ঈশ্বৰৰো বিৰোধিতা কৰা হ'ব।'

১৯৪৬ চনত বৃটিছ মন্ত্ৰী মিছনে আগ বঢ়োৱা অসম-বংগ গ্ৰুপিং আঁচনিৰ বিৰোধিতা কৰি ৰায়চৌধুৰীয়ে ঘোষণা কৰিছিল-'কংগ্ৰেছে গ্ৰুপিং মানি ল'লে মোৰ গোটেইটো পৰিয়ালে আমৰণ অনশন কৰিব।' বৰদলৈ তেতিয়া উভয় সংকটত। এফালে কংগ্ৰেছ, এফালে মন্ত্ৰী মিছন। কংগ্ৰেছ তেতিয়া গ্ৰুপিঙৰ পক্ষপাতী। শেষত বৰদলৈয়ে মহাত্মা গান্ধীৰ উপদেশ মতে অসম-বংগ গ্ৰুপিঙৰ বিৰোধিতা কৰিবলৈ সাহসেৰে থিয় হয়। গ্ৰুপিং বিৰোধী আন্দোলনত অম্বিকাগিৰীয়ে দিছিল বাহুত বল আৰু গান্ধীয়ে দিছিল সাহস।

১৯৫৫ চনত ভাৰতৰ ৰাজ্যসমূহৰ পুনৰ্গঠনৰ কাৰণে আয়োগ গঠিত হয়। ফজল আলি, কেৱলম মাধৱ পানিক্কৰ আৰু হৃদয়নাথ কুঞ্জৰুক লৈ তিনিজনীয়া আয়োগে সেই উদ্দেশ্যে ৰাজ্যসমূহত ভ্ৰমণ কৰে। এই সুযোগতে এটা শ্ৰেণীয়ে ধুবুৰীৰ পৰা প্ৰকাশিত 'বাতায়তন' সংবাদ পত্ৰক অস্ত্ৰ হিচাপে লৈ তেতিয়াৰ গোৱালপাৰা জিলাখন পশ্চিম বংগৰ অন্তৰ্ভুক্ত কৰিবলৈ ব্যাপক প্ৰচাৰ কাৰ্য চলায়। নিজৰ পূৰ্ব -বংগক বিসৰ্জন দি অসমৰ ঐতিহ্যমণ্ডিত অংশ কোচবিহাৰক চলে-বলে নিজৰ ভিতৰত সামৰি তাতো ক্ষান্ত নাথাকি গোৱালপাৰালৈ হাত মেলাটো বংগৰ উৎকট আৰু অমাৰ্জিত জাতীয়তাবাদৰ চানেকি মাথোন। অসম জাতীয় মহাসভা আৰু

অসম আত্মৰক্ষী বাহিনীয়ে পশ্চিম বংগৰ এই অভিযানৰ প্ৰতিৰোধ কৰিবলৈ প্ৰচাৰ-পত্ৰ, পুস্তিকা আদি দি এপ্ৰিল মাহত মোক জিলাখনলৈ পঠায় । এই প্ৰচাৰ আৰু সাংগঠনিক কামত মোক সহায় কৰে চন্দ্ৰশেখৰ বৰুৱা, ঘামেশ্বৰ ভট্টাচাৰ্য, কীৰ্তিনাথ শৰ্মা, প্ৰথমনাথ চক্ৰৱৰ্তী, দীনেশ ৰঞ্জন চৰকাৰ, যামিনী কুমাৰ বৰুৱা, স্বামী যোগানন্দ গিৰি, সুভাষ চন্দ্ৰ চক্ৰৱৰ্তী আদিয়ে । গুৰুজনাই অৰ্পণ কৰা এই কামে মোক প্ৰচুৰ জীৱনী-শক্তি দান কৰে আৰু তাকে লৈয়ে মই অবৰ্ণনীয় দুঃখ-ক্লেশ আৰু লঘু-লাঞ্ছনা সহ্য কৰিও যাত্ৰাপথ ত্যাগ কৰা নাই । সংৰক্ষিণী গুৰুজনাৰ স্বদেশ হিতৈষণা আৰু জাতীয় প্ৰেমৰ প্ৰতি আকৃষ্ট হৈ এদিন দানবীৰ ৰাধাকান্ত সন্দিকৈয়ে অভিভূত হৈ কৈছিল--'অম্বিকাগিৰীয়ে অসমীয়া জাতিৰ শক্তিহীন দুই বাহুত এক অপূৰ্ব দৈৱ শক্তি সঞ্চাৰ কৰিছে । কিন্তু দেখিছোঁ, অসমীয়া মানুহে গুণীৰ গুণগাব নাজানে ।'

মই অসম জাতীয় মহাসভাৰ নীতি-আদৰ্শ প্ৰচাৰ কৰি অসম আৰু অসমীয়া জাতিৰ স্বাৰ্থ সুৰক্ষা কৰিবলৈ যাওঁতে বহুজন বিশেষকৈ কংগ্ৰেছী নেতাসকলৰ পৰা নানা ধৰণৰ উৎপীড়ণ পাইছিলোঁ । ১৯৪৯ চনত মই চাকৰিৰ পৰা নিলম্বিত হৈছিলোঁ । মোক প্ৰাপ্য দৰমহাৰ পৰা বঞ্চিত কৰা হৈছিল । ৰায়চৌধুৰীয়ে বৰপেটা স্কুল বোৰ্ডৰ তেতিয়াৰ সভাপতি অক্ষয় কুমাৰ দাসলৈ লিখা এখন চিঠিত মোৰ সেই অকথ্য নিৰ্যাতনৰ কাহিনী লিপিবদ্ধ হৈছে--'মৰমৰ অক্ষয়, আশা কৰোঁ সৰ্ব-মংগলত আছা । বৰপেটাধামৰ ভৱিষ্যত চিন্তা কৰি আকুল হৈছোঁ যদিও উপায়হীন-ভাবে কেৱল মনোকষ্ট ভুগি আছোঁ । বৰপেটাৰ ভাগ্য তোমালোকৰ হাতত । যি নহওক, সেইবোৰ পুৰণি কথা এই শেষ মুহূৰ্তত উত্থাপন কৰি একো লাভ নাই । মই বিশেষ কথা এটাৰ বাবে তোমালৈ এই চিঠিৰে অনুৰোধ এটা পঠালোঁ ।

ফিঙুৱা-বৰলা প্ৰাইমাৰী স্কুলৰ প্ৰধান শিক্ষক শ্ৰীমান কৰুণা কান্ত দাস জাতীয় মহাসভাৰ এজন একনিষ্ঠ কৰ্মী । অসমত অসমীয়াৰ সৰ্ববিধ স্বাৰ্থ ৰক্ষা কৰা-টোৱেই যে জাতীয় মহাসভাৰ একমাত্ৰ লক্ষ্য সেইটো তোমাক দুনাই বুজাবৰ প্ৰয়োজন নাই । শ্ৰীমান কৰুণাই তোমালোকৰ সহানুভূতি আশা কৰি সেই কামকে সেই অঞ্চলত যথাসাধ্য কৰি আছে । কংগ্ৰেছৰ আদৰ্শও অসমীয়াৰ বিশিষ্ট স্বাৰ্থ ধ্বংস কৰা নহয় । গতিকে শ্ৰীমান কৰুণাই যদি অসমীয়াৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে কাম কৰিছে, সেইটো 'জাতীয় মহাসভা' আৰু 'কংগ্ৰেছ' দুয়োফালৰ আদৰ্শ আগত ৰাখিহে কৰিছে । এনে অৱস্থাত তোমালোক কংগ্ৰেছ নেতাসকলৰ ব্যৱহাৰ তাৰ প্ৰতি কঠোৰ হোৱা অন্যায় । সি প্ৰায় ৭ মাহ স্কুল বোৰ্ডৰ পৰা দৰমহা পোৱা নাই । তাৰ দৰে নিঃকিন লোক এজনে এইদৰে ৭ মাহ দৰমহা নাপালে পেটৰ জ্বালাত কেনে হ'ব পাৰে সেইটো তুমি বুজিবা বুলিয়েই আশা কৰোঁ । তাৰ কিবা ব্যৱ-হাৰত হেনো খুট ধৰি কাম কৰা ৭ মাহৰ দৰমহাতো দিয়া নায়েই, তাক স্কুল-বোৰ্ডে চাচ্‌পেণ্ড কৰিছে । মই নাজানো, তাৰ ব্যৱহাৰটো কিমান গুৰুতৰ আছিল যি বাবে তাৰ প্ৰতি বৰপেটা স্কুলবোৰ্ড ইমান কঠোৰ হৈছে । যদি সি জাতীয় মহাসভাৰ কৰ্মী হোৱা বাবেই তাৰ জগৰ হৈছে, তেন্তে সেই কথাটো খুলি কৈ দিলেও সি মনত শান্তি পাব পাৰে ।

যি নহওক, তাক পুনৰ কামত ভৰ্তি নকৰিলেও আগতে কাম কৰা ৭ মাহৰ দৰমহাখিনি অনুগ্ৰহ কৰি দি যেন ন্যায়পৰতা আৰু সহৃদয়তাৰ পৰিচয় দিয়া ।'



মহাপ্ৰয়াণৰ ১১ দিন আগতে তেওঁৰে সৈতে মোৰ শেষ দেখা-দেখি । মোলৈ তেওঁৰ শেষ বাণীটো হ'ল--'বাপা তই হাজাৰ দুখ-কষ্টৰ মাজতো তোৰ আদৰ্শটো এৰি নেদবি ।' এই বাণীয়ে মোৰ জীৱনৰ সকলো স্তৰতে আৰু সকলো ক্ষেত্ৰতে পালন কৰি চলিবলৈ চেষ্টা কৰিছোঁ ।

ভাৰতৰ স্বাধীনতাৰ আগতেই মই হাতীৰ তাৰি নামৰ এখন গাৱঁত জন-জাতীয় লোকসকলৰ লগত হাবি ভাঙি বসতি কৰিছিলোঁ । প্ৰকৃততে গাওঁখন জন-জাতীয় লোকেৰে ভৰি আছিল । তেওঁলোকক লাইন প্ৰথাৰে ৰক্ষণাবেক্ষণ দিয়া হৈছিল । কিন্তু পাকিস্তান পন্থী পমুৱাসকলৰ অত্যাচাৰত সেই জনজাতীয় গাওঁখন শেষত ভাগি যায় । মোৰ বাহিৰে আন আন থলুৱা লোকসকলো মাটি-বাৰী বিক্ৰী কৰি গুচি আহে । মই অসম জাতীয় মহাসভাৰ শাখা খুলি জনজাতীয় লোকসকলক ৰক্ষণাবেক্ষণ দিয়াৰ চেষ্টা কৰোঁ যদিও বিফল হওঁ । কাৰণ, ইতিমধ্যে চৰকাৰে লাইন প্ৰথা তুলি দিছে । ব্যাপক হাৰত তাত চৰুৱা মুছলমান লোকৰ বসতি হ'বলৈ ধৰে । জনজাতীয়সকলক ৰক্ষণাবেক্ষণ দিয়াৰ কাৰণে মই পমুৱা মুছলমানসকলৰ আক্ৰমণৰ লক্ষ্য হৈ পৰিছিলোঁ । এদিন ৰাতি পমুৱাসকলে মোৰ ঘৰত সোমাই মোক প্ৰাণে মাৰিব খুজিছিল । মোৰ মূৰ ফাটিল যদিও ভাগ্যৰ জোৰত মই নমৰিলোঁ । চৰকাৰী বিষয়া, কেৰাণী-মহৰী, মণ্ডল-কানুনগোসকলেও মোৰ কাৰ্য-কলাপ দেখি বিদ্ৰূপ কৰিছিল । এগৰাকী মণ্ডলে মোক সেই মাটি পমুৱাৰ তাত বিক্ৰী কৰিবলৈ পৰামৰ্শ দিছিল । কিন্তু মই অসম জাতীয় মহাসভাৰ আদৰ্শ শিৰত লৈ নিজৰ স্থিতিত অচল-অটল হৈ থাকিলোঁ । এতিয়াও মই জীৱনৰ শেষ অৱস্থাত সেই জনজাতীয় গাওঁ হেৰাই যোৱাৰ জীৱন্ত সাক্ষী হৈ কাল কটাইছোঁ ।

অসম পাকিস্তানৰ অন্তৰ্ভুক্ত নহ'ল যদিও স্বাধীনোত্তৰ কালত চৰকাৰ আৰু ৰাজনৈতিক নেতাসকলে ভোটৰ আশাত অসমখনক এখন বেনামী পাকিস্তানত পৰিণত কৰিলে । জনজাতীয় বেল্ট-ব্লকবোৰ ভাঙি দিয়া হ'ল । ভগনীয়াৰ কাৰণে চৰণীয়া পথাৰ, ৰিজাৰ্ভবোৰ মুকলি কৰি দিয়া হ'ল । গোজেই গজালি হৈ মেলাৰ দৰে চৰুৱা-পমুৱা-ভগনীয়া সকলেই পাছত অসমৰ ৰাজনৈতিক ক্ষমতা হস্তগত কৰিলে । একপ্ৰকাৰে 'দেশখন' তেওঁলোকৰ হাততেই বিক্ৰী কৰা হ'ল । অম্বিকা-গিৰীৰ জীৱনজোৰা আস্ফালনো অথলে গ'ল ।

# অম্বিকাগিৰীৰ প্ৰসংগ

তিলক দাস

১৯৪৩ চনৰ কথা। কলেজৰ পৰা ওলাবৰ প্ৰায় তিনি বছৰহে হৈছে। 'অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী'ৰ ৰচক, তাহানি 'অসমৰ বায়ৰণ' বুলি জনাজাত শ্ৰীদীনবন্ধু তালুকদাৰৰ লগত তেতিয়া মোৰ নলে-গলে লগা বন্ধুত্ব। কিমানযে আদৰ্শ, কিমানযে পৰিকল্পনা!

ৰায়চৌধুৰীদেৱৰ উজানবজাৰৰ ঘৰত সাহিত্য-সংস্কৃতি, বেহা-বেপাৰ, অতীত-বৰ্তমান-ভৱিষ্যতক লৈ আমাৰ মাজত নানা আলোচনা, জল্পনা-কল্পনা হয়। দীনবন্ধু তালুকদাৰ আৰু মই ৰায়চৌধুৰীদেৱৰ কথাবোৰ শুনি শুনি বিভোৰ হওঁ। তালুকদাৰ থাকে উজান বজাৰত জে, বৰুৱাৰ 'অভিৰাম'ত আৰু মই থাকোঁ টকৌবাৰীৰ 'হোটেল ৰয়েল'ত। দুয়ো এদিন ঠিক কৰিলোঁ, আমি কোনো ঠাইত সৰু ঘৰ এটি ভাড়া কৰি একেলগে থাকি ৰান্ধি-বাঢ়ি খাম। কথা মতেই কাম। যোৰপুখুৰীৰ ওচৰত এজন এডভোকেটৰ এটা সৰু ঘৰ মাহে কুৰি টকাত ভাড়া কৰি ৰায়-চৌধুৰীদেৱৰ অজ্ঞাতেই এদিন সন্ধিয়া গৈ দুয়ো তাত সোমালোঁ। সিদিনা নিশা ৰন্ধা-বঢ়া কৰা নহ'ল। হোটেলত খাই-বই আহি বিছনা-পত্ৰৰ থান-থিত লগালোঁ। বহু ৰাতিলৈকে গল্প কৰি কৰি পঁজাৰ নাম দিলোঁ—'দৰদী-স্বস্তিকা'। পাছদিনা টোপনিৰ পৰা উঠাত অলপমান দেৰি হৈছে। সাতমান বাজিছে। দুয়ো গা তিয়াই তিয়াই (দুয়োৰে ৰাতিপুৱা গা ধোৱা অভ্যাস) উঠি চাহ-পানী খোৱাই নাই। এনেতে বাহিৰত ৰায়চৌধুৰীদেৱৰ কৰ্কশ কণ্ঠস্বৰ শুনি চক খাই উঠিলোঁ।

'ঐ দীনবন্ধু, ঐ তিলক!'

আমাৰ দুয়োৰে তেতিয়া গাত জীউ নাই, ইজনৰ মুখলৈ সিজনে চাইছোঁ।

তেওঁ আহি ঘৰটোৰ দুৱাৰমুখেই পালে আৰু হাতত থকা তেওঁৰ সেই বেতৰ লাঠিডাল দাঙি চকু থিয় কৰি ক'লে—'তহঁত দুটাই মোক নোসোধা কৰি কিয় ইয়ালৈ আহিছ? কিয় এই ঘৰত সোমাইছ? এতিয়াই বাহিৰ হ'।' কথাষাৰ কৈয়ে তেওঁ এডভোকেটজনৰ চ'ৰাঘৰৰ পিনে যেন উৰিহে গ'ল।

মোৰ মনত তৎক্ষণাত এটি ভাৱ হ'ল, খুব সম্ভৱ ইয়াত কোনোবা ভ্ৰষ্টাচাৰী আছে। নহ'লে ইমান খং কৰি খেদি আহিব কিয়? ৰায়চৌধুৰীদেৱে নৈতিক চৰিত্ৰৰ ওপৰত সদায় জোৰ দিছিল। আমি দুয়ো কিবাকৈ নষ্ট হ'ম বুলি হয়তো তেওঁ আশংকা কৰিছে। বন্ধুৰ কি ভাব হৈছিল নাজানো।

আমি দুয়ো লৰালৰিকৈ বিছনা-পত্ৰ আৰু অলপীয়া আন বয়-বস্তু বন্ধাত লাগি গ'লোঁ। সিপিনে ঘৰৰ মালিক এডভোকেটৰ লগত ৰায়চৌধুৰীৰ কথা কটা-কটি চলিছে। আমাৰ দুয়োৰে গা শিয়ঁৰি উঠিল।

'ভাই বৰ ডাঙৰ ঘটনা কিবা।' বন্ধুৱে ক'লে।

মই আগতে ভবা কথাটোকে এই বিপৰ্যয়ৰ কাৰণ বুলি পুনৰ ভাবোঁ।



তেওঁ দুৱাৰমুখত দ্বিতীয়বাৰ আবিৰ্ভাৱ হৈ ক'লে—'ঘোঁৰাৰ গাড়ী এখন লৈ আহিছোঁ, বস্তু-বাবী লৈ তাতে উঠ আৰু মোৰ ঘৰলৈ ব'ল। অমুক উকীলে (নামটো প্ৰকাশ কৰিব পৰা নগ'ল) তহঁতৰ জীৱনৰ মূল্য কি বুজিব?'

দুয়ো ঘটনাৰ একো উৱাদিহ উলিয়াব নোৱাৰিলোঁ। বস্তবোৰ নমোৱাৰ পাছত গাড়ীৱালাক পইচা দিবলৈ বন্ধুৱে চোলাৰ জেপখন লাৰিছে। ইতিমধ্যে ৰায়চৌধুৰীয়ে আগবাঢ়ি আহি 'থ' তোৰ পইচা, জমিদাৰ হ'ব নালাগে' বুলি পইচা উলিয়াই দিলে।

বয়-বস্তুখিনি দাঙি নি আমি ভিতৰত বহিলোঁ। দুয়োৰে মাত-বোল নাই। তেতিয়াও তেওঁৰ মুখলৈ চাব পৰা হোৱা নাই। খঙৰ ৰং মুখখনত কিছু থকা যেনেই পালোঁ। তেওঁ এডভোকেটজনৰ নাম কাঢ়ি পুনৰ ক'লে—'সেই 'অমুকা'ক টকাহে লাগে, তহঁতৰ জীৱনৰ বা মোৰ দেশখনৰ ডেকা-ডেকেৰীৰ জীৱনৰ মূল্য কি বুজি পাব?' কিছু সময় পাছত তেওঁ সৌম্য হৈ পৰিল আৰু চকীখনত বহি ধীৰে ধীৰে ক'বলৈ ধৰিলে—'সেই ঘৰটোত তিনি মাহ আগতে টি-বি ৰোগত ভুগি এজন মানুহ মৰিছে। তহঁতে মোক সুধিব লাগিছিল। ভৱিষ্যতে এনে কাম নকৰিবি।'

তেতিয়াহে আমি দুই বন্ধু সুস্থিৰ হ'লোঁ আৰু দুয়োৰে স্বস্তিৰ নিশ্বাস ওলাই আহিল।

'দুয়ো বহ, ভাত খাই যাবি আৰু যদি অসুবিধা হয়, দুই চাৰিদিন ইয়াতেই থাকিবি। মই অলপ বাহিৰৰ পৰা আহোঁ। তহঁতক চাহ দিব, চাহ খাবি।'

তেওঁ ওলাই যোৱাৰ পাছত মই ভবা কথাখিনি বন্ধুক ক'লোঁ। বন্ধুয়ো হেনো তেনে ধৰণৰ কিবা এটা কথাকেই ক'ব খুজিছিল যদিও বুজা-নুবুজা দেখা-নেদেখা কবিতাৰ উৎকণ্ঠাতহে ভুগিছিল হেনো।

এয়েই অম্বিকাগিৰীৰ মৰম-সাগৰৰ চমু পৰিচয়। সিদিনা বুজি পাইছিলোঁ, তেওঁৰ আমাৰ ওপৰত দেশ-সেৱাৰ বাবে কিমান ভাৰসা! কিন্তু আমিবা কি কৰিব পাৰিলোঁ? বন্ধু তালুকদাৰে অৱশ্যে দেশ-সেৱাৰ পণ কৰি চিৰ-কুমাৰ হৈ থাকিল; কিন্তু বেহা-বেপাৰত লাগি জীৱনৰ পাছৰছোৱাত সাহিত্য-সেৱাৰ পৰা বিৰত থাকিল। তালুকদাৰে কবিতাৰ পুথি 'প্ৰাণৰ গান', 'মানস-গীতি' আৰু বিভিন্ন কবিৰ এশ প্ৰেমৰ কবিতাৰ সংকলন 'প্ৰেমৰ সুৰ' উলিয়ালে। ইয়াৰ উপৰি অৰ্থ-নীতিৰ মাহেকীয়া আলোচনী 'অৰ্থ-নীতি'ৰ মাত্ৰ এটা সংখ্যা উলিয়ালে।ময়ো জজ চাহাবৰ অফিচৰ কেৰাণী পদ ইস্তাফা দি ঘৰলৈ গুচি আহিলোঁ। ইয়াৰ পাছত কলিকতাৰ পৰা অহা 'ইণ্ট ইণ্ডিয়া কমাৰ্চিয়েল বেংক'ত এবছৰ কাম কৰি তাতো ভাল নালাগিল। ইপিনে সংসাৰ প্ৰৱেশো হ'ল। এটা শিক্ষকতাৰ কামত সোমাবলৈ বাধ্য হ'লোঁ। ৰায়চৌধুৰীদেৱক দেখা কৰাত উপদেশ দিলে—'তই চাকৰিৰ জৰিয়তেই দেশৰ কাম কৰ।'

আজি এই সকলোবিলাক কথা মনলৈ আহিছে। ৰায়চৌধুৰীদেৱৰ আদেশ-বোৰ আশীৰ্বাদ স্বৰূপে লাভ কৰিবলৈ মনে-প্ৰাণে হাবিয়াস কৰা হৈছিল যদিও হাবিলাস হাবিলাস হৈয়ে ৰ'ল। সান্ত্বনা এইখিনিতে যে সেই মহান ব্যক্তিৰ সান্নিধ্যই এদিন আমাক সাহিত্য-সংস্কৃতিৰ নানা পৰিকল্পনা, দেশ আৰু সমাজ-সেৱা আৰু মনোমোহা অসমক ভাল পাবলৈ অনুপ্ৰাণিত কৰিছিল।

১৯৪১ চনত ৰায়চৌধুৰীদেৱৰ লগত দীনবন্ধু তালুকদাৰ আৰু মই গুৱালকুছিত বহা আঞ্চলিক ছাত্ৰ-সন্মিলন এখনলৈ গৈছিলোঁ। আমি দুপৰীয়া খাই-বই গুৱা-হাটীৰ কাছাৰী-ঘাটৰ পৰা নাৱেৰে যাত্ৰা কৰিছিলোঁ। নৌ-যাত্ৰাৰ সেই দীঘল বাট-ছোৱা অম্বিকাগিৰীয়ে প্ৰাকৃতিক সৌন্দৰ্যৰ পৰা আৰম্ভ কৰি বুৰঞ্জীৰ বিভিন্ন কাহিনী-লৈ বিৰবিৰ গৈছিল। অসমৰ গৌৰৱমণ্ডিত বুৰঞ্জীৰ কোনো কোনো কথা কওঁতে তেওঁৰ মুখমণ্ডল ৰঙচুৱাহৈ পৰিছিল। মই ভাবিছিলোঁ, অসমৰ বুৰঞ্জী জানে কাৰণেহে তেওঁ সুন্দৰ অসম দেশখনক ইমান ভাল পাব পাৰিছে। নাওখনত এখন সৰু ছৈ দিয়া আছিল যদিও আমি তাত সোমোৱা নাছিলোঁ। বন্ধুৱে তেওঁৰ মূৰৰ ওপৰত এটা ছাতী ধৰি গৈছিল। মাজে মাজে ছাতীৰ ছাঁ মোৰ মূৰৰ ওপৰতো পৰিছিল। মোৰ কৃশ শৰীৰটোৰ ওপৰত ৰ'দ পৰা দেখি তেওঁ মোক সুধিলে-- 'তই ছৈৰ তলতেই বহিবি নেকি ?' মই 'নালাগে, ইয়াতেই ভাল পাইছোঁ' বুলি ক'লো।

'দে বহি থাক, ছৈৰ তলত বহিলে একো সৌন্দৰ্যই দেখা নাপাবি।'

লুইতৰ বালিত সভাৰ ৰভা। ৰভাৰ তলত ছাত্ৰ-ছাত্ৰীসকলৰ দলদোপ-হেন্দোল-দোপ। অসংখ্য ছাত্ৰ-ছাত্ৰীয়ে আমাক আগবঢ়াই নিবলৈ আহিছে। কাৰ ঘৰত আমাক জিৰণি ল'বলৈ দিছিল পাহৰিলোঁ। কিছু সময়ৰ পাছত আমি তাৰ পৰাই এটা দীঘল সমদল-যাত্ৰাৰে সভা-থলীলৈ আগবাঢ়িলোঁ। ঠায়ে ঠায়ে নঙলাবোৰত ৰায়চৌধুৰীদেৱক ফুলৰ মালাৰে আদৰণি জনালে। বিপুল হৰ্ষধ্বনিৰে সভা আৰম্ভ হ'ল। সভাপতিৰ মৌখিক ভাষণত ৰায়চৌধুৰীয়ে তিনিটা কথা ক'ব বুলি ঘোষণা কৰিলে--অসম, ভাৰতবৰ্ষ আৰু পৃথিৱীৰ কথা। তেতিয়া দ্বিতীয় বিশ্বযুদ্ধ চলি আছিল। অসম তথা ভাৰতৰ লগতে পৃথিৱীব্যাপী তয়া-ময়া যুদ্ধৰ ঘমঘন্ট। তেওঁৰ বক্তৃতাৰ শব্দই শব্দই, বাক্যই বাক্যই দেশ-মহাদেশ-পৃথিৱীৰ জটিল আৰু উদভ্ৰান্ত ৰূপৰ পৰিৱৰ্তে শান্তি, সাম্য-মৈত্ৰী আৰু ভ্ৰাতৃবোধৰ বাণী ৰজন্-জনাই উঠিল। অসমীয়া জাতীয়তা, ভাৰতীয় মহাজাতীয়তা আৰু বিশ্ব ভ্ৰাতৃত্বৰ মহা সত্যকেই তেওঁ দাঙি ধৰিলে।

নিশাৰ ভোজনৰ চিতল মাছৰ কথা এতিয়াও মনত আছে। পাছদিনা ঘূৰি আহোঁতে ৰায়চৌধুৰীয়ে চিতল মাছৰ কথাৰ লগতে বহু বছৰ আগতে বৰপেটাৰ সোৱাদ লগা দানা পৰা ঘিউৰ কথাও উলিয়ালে। কথা পাতি আমি যেতিয়া কাছাৰী ঘাটত উঠোঁ, তেতিয়া তাত এজন লোকে কিবা-কিবি যাদু দেখুৱাই আছিল। তেওঁ যাদু দেখুওৱাৰ চলেৰে আচলতে ঔষধ বিক্ৰী কৰিছে। মানুহজনে অসমীয়া মিহলি বাংলা ভাষাত সুন্দৰ বক্তৃতা দিছে। বক্তৃতাই ৰায়চৌধুৰীৰ দৃষ্টি আকৰ্ষণ কৰিলে আৰু আমাক ক'লে--'ইহঁতৰ পৰা বক্তৃতাৰ কিটিপবোৰ শিকিব পাৰি, তহঁতেও শুন, ময়ো অলপ শুনো।' অতি সাধাৰণ লোকৰ পৰাও তেওঁ কথা শিকিবৰ যত্ন কৰিছিল, ই তাৰে এটা উদাহৰণ।

এবাৰ এগৰাকী যোত্ৰৱান লোকে (একালত তেওঁ কবিও আছিল) ডেকা-অসমত তেওঁক কিবা বিৰূপ সমালোচনা কৰা বুলি ৰায়চৌধুৰীদেৱৰ ওপৰত খৰ্গ হস্ত হৈ উঠিল। এদিন সেইজন লোকৰ পদূলিমুখেদি গৈ থাকোঁতে মাত লগালে-- 'হেৰি ৰায়চৌধুৰী, আহকচোন, আহক'। ৰায়চৌধুৰীয়ে হাঁহি মাৰি আগবাঢ়ি গ'ল।



লগে লগে ভদ্ৰলোকজনে কৈ উঠিল--'মোৰ বিৰুদ্ধে লিখিছা, আজি ঘুচিয়াই মাৰিম'। লগে লগে মুষ্টি প্ৰয়োগ। তেতিয়া ৰায়চৌধুৰীয়ে সেই ভদ্ৰলোকজনক কেইটামান ঘোচা মাৰি বগৰাই থৈ আহিল। কবিয়ে আদালতত গোচৰ তৰিছিল। কিন্তু বন্ধু-বান্ধৱৰ মধ্যস্থতাত মিতমাত আৰু মিলা-প্ৰীতি হ'ল। তেওঁ অপ্ৰিয় কথাবোৰ মনত নাৰাখিছিল আৰু সকলোৰে প্ৰতি প্ৰীতি, সহায় আৰু সহযোগহে আগ-বঢ়াইছিল।

পৰলোক গমনৰ দুবছৰমান আগতে (৩০-১-৬৪) ৰায়চৌধুৰীদেৱৰ পৰা এখন চিঠি পালোঁ--'কল্যাণীয় মৰমৰ তিলক. সম্ভৱতঃ 'ডেকা-অসম' সংখ্যা পাইছ। বিশেষ জৰুৰী কাৰণত লিখিলো--তোৰ হাতত যদি তই লিখা 'অম্বিকাগিৰী আৰু তেওঁৰ জীৱন দৰ্শন'ৰ ছপা কপি আছে, তেন্তে এখন এই চিঠি পোৱা মাত্ৰে যেনে-তেনে ৰেজিষ্টাৰ্ড ডাক পাৰ্চেলত পঠাই দিবি। মোৰ হাতত এখনো নাই। বৰ জৰুৰী। নতুন দিল্লীলৈ পঠাব লাগে। এজনে বৰকৈ লিখিছে।

তই এইখন আৰু নতুনকৈ যে লিখিব খুজিছিলি; সোনকালে লিখি উলিয়া-বলৈ কাম হাতত ল'।' গ্ৰন্থখনৰ ২য় খণ্ডটো লিখা নহ'ল। আনকি সেইখনৰে দ্বিতীয় সংস্কৰণ এটাও উলিওৱা নহ'ল। ৰায়চৌধুৰীৰ জীৱনকালত সেই কাম আৰু হৈ নুঠিল।

# অসম কেশৰীৰ সান্নিধ্য

যামিনী কুমাৰ বৰুৱা

অম্বিকাগিৰীৰ লগত মোৰ প্ৰথম পৰিচয় চিঠিৰ যোগেদি । মোৰ কৈশোৰৰ বীৰ-পুৰুষজন আছিল অম্বিকাগিৰী । সেই সময়ত মই তেওঁলৈ ইখনৰ পিছত সিখনকৈ চিঠি দিছিলো । প্ৰতিখন চিঠিৰে তেওঁ উত্তৰ দিছিল । সেই চিঠিবোৰ পঢ়ি মই অনুপ্ৰাণিত হৈছিলোঁ । দুৰ্ভাগ্যৰ কথা, চিঠিবোৰ নষ্ট হ'ল । মোৰ উকুখা পজাঁত পানী সোমাই কেতিয়াযে বাকচ ফুটা কৰি থৈছিল, মই চকু দিয়া নাছিলোঁ । ফুটাৰে উঁই পকুৱা সোমাই অম্বিকাগিৰীৰ আটাইবোৰ চিঠি-পত্ৰ নষ্ট কৰিছিল ।

পোনতে কেতিয়া মই অম্বিকাগিৰীলৈ চিঠি দিছিলোঁ, মনত নাই । সম্ভৱতঃ মেট্ৰিক পৰীক্ষা দিয়াৰ পাছত । মই মেট্ৰিক পৰীক্ষা দিছিলোঁ ১৯৪২ চনত। মোৰ আনুষ্ঠানিক শিক্ষা জীৱনৰ তাতেই ইতি হৈছিল। তেতিয়া আমাৰ গোৱালপাৰা জিলাত কোনো কলেজ নাছিল । গোটেই ব্ৰহ্মপুত্ৰ উপত্যকাত তেতিয়া মাত্ৰ তিনিখন কলেজ- গুৱাহাটীত কটন কলেজ, যোৰহাটত জে-বি কলেজ আৰু বৰপেটাত এম-চি কলেজ । সেই সময়ত আকৌ দ্বিতীয় বিশ্বযুদ্ধৰ ঘমঘন্ট । 'ভাৰত ছোড়ো' আন্দোলনো তুংগত । ভাৰতবাসী জনগণ তেতিয়া মহাত্মা গান্ধীৰ 'কৰেংগে ইয়া মৰেংগে' মহা-মন্ত্ৰত দীক্ষিত।

মেট্ৰিক পৰীক্ষা দিয়াৰ কেইবছৰমান আগতেই মই অসম কেশৰীৰ 'অসম সংৰক্ষিণী সভা' আৰু 'অসম জাতীয় মহাসভা'ৰ আদৰ্শ আৰু নীতি সম্পৰ্কে সাদিনীয়া অসমীয়া বাতৰি কাকতত গভীৰ মনোযোগেৰে পঢ়িছিলোঁ । কেতিয়াবা কেতিয়াবা অসম কেশৰীয়ে অসমীয়াৰ স্বাৰ্থ নষ্ট হোৱা দেখিলে চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ গুৱাহাটীত বিৰাট বিৰাট সমদল উলিয়াইছিল । সেইবোৰ বাতৰি 'সাদিনীয়া অসমীয়াত' ডাঙৰ ডাঙৰ আখৰেৰে ছপা হৈছিল । সেই বাতৰিবোৰ পঢ়ি মোৰ তৰুণ মন আনন্দত ৰোমাঞ্চিত হৈ উঠিছিল ।

এবাৰ 'আৱাহন'ৰ পাতত অম্বিকাগিৰীৰ এটা ফটো দেখা পালোঁ । তেতিয়া কলিকতাৰ পৰা আৱাহন ওলাইছিল । ছবিখন আছিল বক্তৃতা দিয়া ভংগীত । শিৱসাগৰ জিলাৰ টীয়ক নে জাঁজীত (মোৰ এতিয়া ঠিক মনত নাই) কৃষক সভা হৈছিল । সভাত সভাপতি আছিল অসম কেশৰী । তেওঁ বক্তৃতা মঞ্চৰ সন্মুখৰ ফালে আগুৱাই আহি সোঁহাতখন আগ বঢ়াই দি ৰাইজক সম্বোধন কৰি কৈছিল-'দিবানে ? মোক এনে এজন দেশকৰ্মী দিবানে যিজনে অসমৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে প্ৰাণ বলি দিব পাৰে ?' বহুত, পৰলৈ মই ছবিখন তভক লাগি চাই আছিলোঁ । কেনেকুৱা প্ৰাণৰ আবেগত মৰ্মস্পৰ্শী ভাষাৰে তেওঁ বক্তৃতা দিছিল মই কল্পনা কৰিবলৈ ধৰিলোঁ। ছবিখন দেখি মোৰ আন এটা প্ৰতিক্ৰিয়া হৈছিল। দেখিলোঁ, 'অসম কেশৰী' নামেৰে খ্যাত হোৱা নেতাগৰাকী দেখাত চুটি-চাপৰ ! মোৰ কল্পনা অনুসৰি নেতাগৰাকী হ'ব লাগিছিল ওখই-পাখই হটঙা ধৰণৰ মানুহ । মনটো অলপ ক্ষুণ্ণ হ'ল।



তাৰ পাছত হঠাৎ এষাৰ কথা মনত পৰিল । ক'ত জানো শুনিছিলোঁ, পৃথিৱী ওলট-পালট কৰা ব্যক্তিসকল হেনো চুটি-চাপৰ । যেনে-নেপোলিয়ন, হিটলাৰ আৰু আমাৰ মহাত্মা গান্ধী । তেতিয়াহে মোৰ ধাৰণা হ'ল, আমাৰ অসম কেশৰীও তেনে এজন নেতা যি নিজেই এটি আন্দোলন অথবা বিপ্লৱৰ স্ৰষ্টা আৰু পৰিচালক । এনে এগৰাকী নেতাক নিজ চকুৰে চাবলৈ মোৰ প্ৰবল হেপাহ হ'ল ।

১৯৪২ চনৰ শেষ ফালে এদিনাখন মই গুৱাহাটীলৈ যাত্ৰা কৰিলো সেই মহান নেতাগৰাকীৰ দৰ্শন লাভৰ আশাৰে । তাৰ আগতে মই গুৱাহাটী দেখা নাছিলো । গুৱাহাটীলৈ গৈ মই উঠিলোঁ 'হেপী ল'জ' হোটেলত । হেপী ল'জৰ মালিক অসম কেশৰীৰে এগৰাকী একান্ত অনুৰাগী আৰু প্ৰিয় সহকৰ্মী । তেতিয়া হোটেলখন পাণবজাৰৰ চিলং ৰোডত আছিল। আজিকালি য'ত আনন্দ ল'জ তাৰ অলপমান উত্তৰে তেতিয়াৰ হেপী ল'জ হোটেল আছিল বুলি মোৰ অনুমান হয় ।

ৰাতিটো হোটেলত কটাই পুৱাই উজান বজাৰৰ ফালে যাত্ৰা কৰিলোঁ। আকতাক সুধি-পুচি অসম কেশৰীৰ ঘৰটো বিচাৰি উলিয়ালোঁ। অসম কেশৰীৰ আৰ্থিক অৱস্থা ভাল নহয় বুলি মই আগতে শুনিছিলোঁ । তথাপি তেওঁৰ পজাঁটো (যদিও ঘৰত টিনৰ ছাল আছিল) দেখি মোৰ মনত দাৰুণ আঘাত লাগিল । দেশ-বৰেণ্য নেতা এজনক অসমীয়ামখাই এনে দুৰৱস্থাত ৰাখি থৈছে ! বাস্তৱ জগত সম্পৰ্কে অনভিজ্ঞ মোৰ তৰুণ মনটো সমাজৰ বিৰুদ্ধে বিদ্ৰোহী হৈ উঠিল ।

কিন্তু ইয়াতেই শেষ নহয় । আৰু এটা মানসিক আঘাত মোৰ কাৰণে অপেক্ষা কৰি আছিল । ঘৰৰ দুৱাৰ বন্ধ দেখা পাই মই ওচৰতে থকা এখন সৰু গেলামালৰ দোকানত বহিলোঁ । কিছুপৰ বহাৰ পাছত দোকানীয়ে মোক কি লাগে বুলি সুধিলে। মই চমুকৈ উত্তৰ দিলোঁ-ৰায়চৌধুৰীক লগ পাবলৈ আহিছোঁ। দোকানীজনে মোক আকৌ সুধিলে-'আপুনি পাণবজাৰৰ পৰা আহিছে নেকি ?'

মই উত্তৰ দিলোঁ-'নহয়, মই আহিছোঁ গোৱালপাৰা জিলাৰ পৰা। আপুনি কিয় পাণবজাৰৰ পৰা অহা বুলি সুধিলে ?' মই উলটি প্ৰশ্ন কৰিলোঁ।

দোকানীজনে ক'লে-'পাণবজাৰৰ পৰা কেতিয়াবা কেতিয়াবা কোনোবা ভদ্ৰলোক তেওঁৰ ওচৰলৈ টকা সাধিবলৈ আহেতো, সেই বাবে সুধিলোঁ ।'

মই বুজিলোঁ, অসম কেশৰীৰ অভাৱ-অনাটনৰ সংসাৰ। ধাৰ-ঋণ কৰি চলিব লগা হয় । সেয়ে মাজে-সময়ে মহাজনৰ পদাৰ্পণ ঘটে তেওঁৰ পজাঁ ঘৰত। দোকানীজনে মোকো মহাজন শ্ৰেণীৰ বুলি ঠাৱৰ কৰিছিল ।

মই দোকানত বহি বহি গভীৰ চিন্তাত নিমগ্ন হ'লোঁ। আমাৰ দেশৰ নিস্বাৰ্থ দেশসেৱকসকলৰ এনেকুৱাই দুৰৱস্থা । তেওঁলোকে দেশৰ কথাই চিন্তা কৰিব নে ঘৰৰ কথাই চিন্তা কৰিব ? তেওঁলোকে আমাৰ কাৰণেই জীৱন পাত কৰিছে, অথচ আমি তেওঁলোকৰ সংসাৰখনৰ কথা চিন্তা নকৰোঁ ।

সিদিনা পুৱা বেলিকা তেওঁৰ লগত মোৰ দেখা নহ'ল । কাৰণ, তেওঁ ঘৰত নাছিল । সেয়ে আবেলি আকৌ তেওঁৰ তালৈ গ'লোঁ। তেতিয়া বোধহয় চাৰিটামান হ'ব । মই দূৰৈৰ পৰাই লক্ষ্য কৰিলো, তেওঁৰ ঘৰৰ সন্মুখৰ অকণমানি আগচোতালখনত থিয় হৈ কিছুমান ডেকাই অসম কেশৰীৰ লগত তৰ্ক আৰম্ভ কৰি দিছে । ময়ো ওচৰ চাপি গৈ সেই ডেকাদলৰ মাজত সোমাই পৰিলোঁ। বোধহয় কলেজীয়া

ডেকা। অলপ পৰ কাণ পাতি শুনি বুজিব পাৰিলোঁ সেয়া কিবা সমাজবাদ সম্পৰ্কে তৰ্ক-বিতৰ্ক। এজন ডেকাই হাত জোকাৰি জোকাৰি সমাজবাদৰ সমৰ্থনত যুক্তি উত্থাপন কৰিছে আৰু অসম কেশৰীয়ে তেওঁৰ অসম সংৰক্ষিণী সভাৰ প্ৰয়োজনীয়তা সম্পৰ্কে যুক্তি দাঙি ধৰিছে। তেওঁলোকে ইমান জোৰে কথা কৈছিল যে বহুত দূৰৈৰ পৰাই তেওঁলোকৰ তৰ্ক-বিতৰ্কবোৰ কাণত পৰে। কিন্তু সেই তৰ্ক-বিতৰ্কত কোনো তিক্ততা প্ৰকাশ পোৱা নাছিল।

তুমুল তৰ্ক-বিতৰ্কৰ পাছত ডেকাসকল হাঁহি হাঁহি তেওঁৰ পৰা বিদায় লৈ গুচি গ'ল। অকলে তাত থিয় হৈ থাকিলোঁ মই। অসম কেশৰীয়ে মোৰ পিনে চাই সুধিলে-'তোমাৰ কিবা কথা আছে ?'

'মই গোৱালপাৰা জিলাৰ পৰা আহিছোঁ। ফকিৰাগ্ৰামৰ পৰা।' মই উত্তৰ দিলোঁ।

'অ' তুমি তেন্তে যামিনী কুমাৰ বৰুৱা ? আহা আহা ঘৰৰ ভিতৰত বহা।' এই বুলি কৈ তেওঁ আগে আগে ঘৰৰ ভিতৰলৈ গ'ল আৰুময়ো পিছে পিছে যাবলৈ ধৰিলোঁ। মই অবাক হ'লোঁ এই কথা ভাবি যে তেওঁৰ লগত মোৰ আগতে কোনো দেখা-সাক্ষাৎ নাছিল। মই মাথোন তেওঁলৈ কেইখনমান চিঠি লিখিছিলোঁ, তাতেই তেওঁ মোৰ নামটো মনত ৰাখিছে।

ঘৰৰ ভিতৰত গৈ বহাৰ লগে লগে তেওঁ ক'বলৈ ধৰিলে, 'গ'ল গ'ল, অসম দেশখন ৰসাতললৈ গ'ল। অসমত অসমীয়াৰ অস্তিত্ব নাইকিয়া হৈ গ'ল। মই আৰু ৰক্ষা কৰিব নোৱাৰিলোঁ।'

তাৰ পাছত হঠাৎ মোক প্ৰশ্ন কৰিলে-'তোমাৰ উপাধিটো বৰুৱা। তুমি গৌৰীপুৰ আৰু শালকোচাৰ বৰুৱাসকলৰ আত্মীয় নেকি ?'

মই ক'লো-'নহয়, তেওঁলোক হ'ল কায়স্থ আৰু মই ৰাজবংশী।'

অসম কেশৰী মোৰ পিনে কিছুপৰ চাই ৰ'ল। তাৰ পাছত উচ্ছ্বসিত হৈ ক'লে-'তোমাৰ কথাত মই বৰ সন্তুষ্ট হ'লো। তুমিযে জাতিৰ পৰিচয় দিয়াত লাজ নকৰিলা তাৰ বাবে মই বৰ ভাল পাইছোঁ।'

জাতিৰ পৰিচয় দিয়াত লাজ কৰিব লগীয়া কি আছে তেতিয়া মই একো বুজিব পৰা নাছিলোঁ। পাছত মই জানিব পাৰিলো, বহুতো শিক্ষিত ৰাজবংশী ডেকাই তেওঁৰ আগত হেনো নিজকে ৰাজবংশী বুলি পৰিচয় নিদিছিল।

অসম কেশৰীৰ কথাত মই ক'লো, আমি গোৱালপাৰা জিলাত ৰাজবংশী বুলি পৰিচয় দি নৰনাৰায়ণৰ বংশধৰ বুলি গৌৰৱবোধ কৰোঁ।

তেওঁ তেতিয়া ক'লে--'ঠিক কৈছা বোপা ! তোমালোক ৰাজবংশীসকল জাগি নুঠিলে গুৱালপাৰা জিলাক (তেওঁ গুৱালপাৰা বুলিহে কৈছিল) বহিঃশক্তিৰ সৰ্বনাশী গ্ৰাসৰ পৰা কোনোৱে ৰক্ষা কৰিব নোৱাৰিব। এসময়ত মহাৰাজ নৰনাৰায়ণেই আছিল অসমীয়া সংস্কৃতিৰ প্ৰধান পৃষ্ঠপোষক। এতিয়া নৰনাৰায়ণৰ বংশধৰ তোমালোকেই অসমীয়া সংস্কৃতিৰ ধ্বজা উৰুৱাব লাগিব অসমৰ পশ্চিম প্ৰান্তত।'

প্ৰথম পৰিচয়তে কোনো ভূমিকা নোহোৱাকৈ আমাৰ মাজত আলোচনা জমি উঠিল। এজন দেশবৰেণ্য নেতাৰ লগত এজন অখ্যাত অজ্ঞাত তৰুণ যুৱকৰ আলোচনা !

অসম কেশৰীয়ে উদ্দীপ্ত হৈ ক'লে--'তুমি এতিয়া উভতি গৈ তোমাৰ জাতিৰ



ডেকাসকলক জগাই তোলা। তোমালোকেই হ'ব লাগিব অসমৰ পশ্চিম প্ৰান্তৰ জাগ্ৰত প্ৰহৰী।'

মই ক'লো--'কিন্তু আমাৰ ৰাজবংশী ডেকাসকল এতিয়া বেছি ভাগেই যুদ্ধক্ষেত্ৰত। দ্বিতীয় বিশ্বযুদ্ধ আৰম্ভ হোৱাৰ লগে লগে শ শ ৰাজবংশী ডেকা মিলিটাৰীত ভৰ্তি হৈ যুদ্ধলৈ গ'ল। গাঁৱত যিবিলাক ডেকা আছে, সিহঁত মহাত্মা গান্ধীৰ 'কৰেংগে ইয়া মৰেংগে' মন্ত্ৰত দীক্ষিত। আপোনাৰ আদৰ্শ প্ৰচাৰ কৰিবলৈ এতিয়া খুব কমেইহে ডেকা ওলাব।'

তাৰ পাছত আলোচনাৰ গতি সম্পূৰ্ণ সলনি হৈ গ'ল। তেওঁ সুধিলে--'গুৱালপাৰা জিলাৰ ঝাৰোৱা মানুহবোৰহে চিপাহীত ভৰ্তি হয় ?'

মই তেতিয়া ক'লোঁ যে আমাৰ ৰাজবংশী মানুহবোৰকে 'ঝাৰোৱা' বুলি কয়। 'ঝাৰ' শব্দৰ অৰ্থ জাৰনি-কাঠনি। গোৱালপাৰা জিলাৰ ব্ৰহ্মপুত্ৰৰ উত্তৰ অঞ্চলটো হাবি-বননিৰে আৱৰা। সেয়ে এই অঞ্চলত বাস কৰা ৰাজবংশী লোকসকল 'ঝাৰোৱা' নামেৰে পৰিচিত।

মোৰ কথা শুনি অসম কেশৰীৰ মনৰ পৰা এটা ভুল ধাৰণা আঁতৰ হ'ল। তেওঁৰ লগত কথা পাতি মোৰ ভাল লাগিল। মনত দুগুণ উৎসাহ আৰু অনুপ্ৰেৰণা লৈ পাছদিনাখনেই মই ঘৰলৈ উভতি আহিলোঁ।

১৯৪৬ চনত অৰ্থাৎ ভাৰতে স্বাধীনতা লাভৰ আগমুহূৰ্তত গোৱালপাৰা জিলাত প্ৰবল উত্তেজনাই দেখা দিছিল। গোৱালপাৰা জিলাখন ভাৰতত থাকিবনে পাকিস্তানৰ অন্তৰ্ভুক্ত হ'ব এই কথা লৈ গৱেষণাৰ অন্ত নাছিল। নিতৌ নতুন নতুন উৰা বাতৰি শুনি শুনি মানুহবোৰে অনিশ্চয়তা আৰু অশান্তিৰ মাজত দিন কটাবলৈ ধৰিলে। মানুহবোৰক সান্ত্বনা দিবলৈ আৰু নিৰ্ভয়বাণী শুনাবলৈ কোনো নেতা তেওঁলোকৰ মাজলৈ অহা নাছিল। ঠিক এনে সময়তে মই অসম কেশৰীৰ পৰা এখন চিঠি পালোঁ। তেওঁ মোক আমাৰ অঞ্চলত ঠায়ে ঠায়ে ৰাজহুৱা সভাৰ আয়োজন কৰিবলৈ কৈছিল। সেইবোৰ সভাত নিৰ্দিষ্ট দিনত ভাষণ দিব। তেওঁৰ নিৰ্দেশ মতে মই ঠায়ে ঠায়ে ৰাজহুৱা সভাৰ আয়োজন কৰিলোঁ আৰু তেওঁ নিৰ্দিষ্ট তাৰিখত ফকিৰাগ্ৰামত আহি উপস্থিত হ'ল। পূৰ্ব নিৰ্ধাৰিত তাৰিখ মতে তেওঁ দতমা, শক্তি আশ্ৰম, ফকিৰাগ্ৰাম, ফুটকীবাৰী আৰু বিলাসীপাৰাত আয়োজন কৰা ৰাজহুৱা সভাত ভাষণ দিলে।

প্ৰত্যেকখন ৰাজহুৱা সভাতে অসম কেশৰীয়ে উদ্দীপ্ত ভাষাৰে ঘোষণা কৰিলে যে গোৱালপাৰা অসমৰ অবিচ্ছেদ্য অংগ ; অসমীয়াই গোৱালপাৰাক কেতিয়াও পাকিস্তান হ'বলৈ এৰি নিদিয়ে। গোৱালপাৰা মৰিলে গোটেই অসমীয়া মৰিব। তেওঁৰ ভাষণ শুনি ৰাইজে যেনিবা মনৰ বল ঘূৰাই পালে। আমি তেন্তে অকলশৰীয়া নহওঁ ! আমাৰ পিছত গোটেই অসমীয়া জাতিটো আছে।

এনেহেন এগৰাকী মহান নেতাক মই নিজে উপযাচি দিয়া এষাৰ প্ৰতিশ্ৰুতি নিজে ৰক্ষা কৰিব নোৱাৰি পাছত অনুতপ্ত হৈছিলোঁ। মই তেওঁৰ 'তুমি' কাব্যখন পঢ়ি ইমান মুগ্ধ হৈছিলোঁ যে মই ভাবিছিলোঁ, এইখন কাব্য বঙলা ভাষাত অনুবাদ হোৱা উচিত। কিয়নো, বঙালীসকলে অসম কেশৰীক উগ্ৰ বঙালী-বিদ্বেষী নেতা বুলি ভাবিছিল। মই ভাবিলোঁ, 'তুমি' কাব্যখন বঙলা ভাষাত অনুবাদ হ'লে কাব্য-

ৰসিক বঙালী লোকসকলে অসম কেশৰীক নিশ্চয় এটা বেলেগ ৰূপত চাবলৈ আৰম্ভ কৰিব।

মই তেতিয়া নিজেই কাব্যখনৰ ভাব আৰু ছন্দ অক্ষত ৰাখি বঙলা ভাষাত অনুবাদ কৰিবলৈ আৰম্ভ কৰি দিলোঁ। মই অৱশ্যে বঙলা মাধ্যমত স্কুলত পঢ়া নাছিলোঁ। কিন্তু ছাত্ৰ-জীৱনৰে পৰা মই বহুত বঙলা কিতাপ-আলোচনী আদি পঢ়া কাৰণে আৰু বঙালী বন্ধু-বান্ধৱৰ লগত সৰসৰীয়াকৈ বঙলাৰে কথা ক'ব পৰা কাৰণে মোৰ ধাৰণা হৈছিল, 'তুমি' কাব্যখন বঙলা ভাষাত অনুবাদ কৰিব পাৰিম।

সি যি কি হওক, কাব্যখনৰ ৮।৯ পৃষ্ঠামান অনুবাদ কৰা হ'ল। মোৰ হ'লে পঢ়ি ভালেই লাগিল। তাৰ পাছত অনুবাদখিনি ধুনীয়াকৈ লিখি এখন চিঠিৰে সৈতে অসম কেশৰীলৈ পঠিয়াই দিলোঁ। অনুবাদ কৰিবলৈ অনুমতি বিচাৰি চিঠিখন লিখিছিলোঁ। মই পঠিয়াই দিয়া অনুবাদখিনি পঢ়ি তেওঁ বোধহয় ভালেই পাইছিল। সেয়ে তেওঁ সোনকালে মোক অনুবাদ কৰিবলৈ অনুমতি দি চিঠি লিখিলে। কিতাপখন প্ৰকাশৰ দায়িত্ব তেওঁ নিজেই লব বুলিও লিখিলে। চিঠিখন পোৱাৰ পাছত মই দুগুণ উছাহেৰে আকৌ লিখিবলৈ বহিলোঁ। কিন্তু তেতিয়া দেখো মই ভাব, ভাষা আৰু ছন্দৰ মাজত সমন্বয় ঘটাব নোৱাৰা হ'লোঁ। উপযুক্ত বঙলা প্ৰতিশব্দও বিচাৰি নাপাওঁ। মই যেন ঘোৰ অৰণ্যত সোমাই দিশ-বিদিশ হেৰুৱাই পেলালোঁ। অতি কষ্টেৰে আৰু কেইপৃষ্ঠামান লিখি অনুবাদৰ কাম স্থগিত ৰাখিলোঁ। এমাহমান পাছত অসম কেশৰীয়ে চিঠি লিখি সুধিলে মোৰ অনুবাদৰ কাম কিমানদূৰ আগবাঢ়িছে। মই যদিও মুঠেই আগবাঢ়িব পৰা নাই, তথাপি লিখিলোঁ অনুবাদৰ কাম সন্তোষজনকভাৱে আগবাঢ়িছে। এমাহমান পাছত তেওঁৰ আকৌ এখন চিঠি। মই লিখি পঠিয়ালোঁ যে অনুবাদৰ কাম সোনকালে শেষ হ'ব বুলি আশা ৰাখিছোঁ।

কিন্তু এমাহমান পাছতেই অসম কেশৰীৰ মহাপ্ৰয়াণৰ বাতৰি আহিল।

# সেই জ্বলা জুইকুৰা

নৰেন্দ্ৰনাথ পাটোৱাৰী

বোধহয় ১৯৪৬ চনত গ্ৰ্‌প্ৰিঙৰ বিৰুদ্ধে জুবিলী গাৰ্ডেনত অনুষ্ঠিত বিৰাট জনসভা এখনত মই তেওঁক প্ৰথম দেখোঁ। তেতিয়া মই কংগ্ৰেছী; মহাত্মা গান্ধীৰ অনুগামী ১৬ বছৰীয়া ল'ৰা। বৰদলৈৰ প্ৰতিও অটল বিশ্বাস। কাজেই অম্বিকা-গিৰীৰ একেবাৰে নিকটলৈ যোৱা নাছিলোঁ। অৱশ্যে তেওঁৰ বাণী আনৰ আগত ব্যক্ত কৰিছিলোঁ। ১৯৫০ চনত কৰ্মযোগী কামাখ্যা বৰুৱাৰ আহ্বানক্ৰমে ৰঞ্জন কোম্পানীৰ মেনেজাৰ হৈ পুনৰ গুৱাহাটীলৈ যাওঁ। কোম্পানীৰ নামত সোণাপুৰত দহ বিঘা মাটি লৈ উঠি এদিন ৰায়চৌধুৰীক খাটিলোঁ যে সক্ৰিয় ভূমিকাৰে তেওঁৰ কল্পনাক বাস্তৱায়িত কৰিব লাগে। অংশীদাৰৰ নামবোৰ সোধাত এমুৰৰ পৰা কৈ গ'লোঁ। আটাইবোৰ সেই সময়ৰ বিখ্যাত মানুহৰ নাম। মোক ভেকাহি মাৰি উৰাই দি 'ডেকা অসম'ৰ আখৰ বাচিবলৈ ধৰিলে। ময়ো খং কৰি গুচি আহিলোঁ। পাছত বৰুৱাত বাদে বেছিভাগ ডাঙৰ মানুহৰ স্বৰূপ বুজি উঠাত ৰায়-চৌধুৰীলৈ মোৰ শ্ৰদ্ধা উপজিল। তাৰ পাছত অসমৰ য'তে ঘূৰিছোঁ ত'তে ৰায়-চৌধুৰীৰ কথাকে কৈছোঁ। তেওঁ মোক কৈছিল—'বক্তৃতাৰ ফুলজাৰি নামাৰিবা। মানুহক কেবল দুটা কথাহে ক'বা—(১) মাটি নেবেচিবা, (২) যিয়ে যিমান পাৰা যোগ্যতা আজি স্বাৱলম্বী হৈ অনাঅসমীয়াৰ সোঁত বন্ধ কৰা।' গুৱাহাটীৰ লেম্ব ৰোডত থকা সময়ত এদিন দুপৰীয়া মোক ক'লে—'ভাত দুটামান খাই যোৱা, আঞ্জা হ'লে নাই, মহানিমুৰ পাত ভজা।' সশ্ৰদ্ধাৰে স্বীকাৰ কৰিলোঁ। তাৰে কিছুদিন পাছত তেওঁৰ ঘৰ উচ্ছেদ। অমানুষিক কাণ্ড। পাছত চান্দমাৰীত মাটি লৈ নিজা ঘৰ। ঘৰ বান্ধোতে গোটেই পৰিয়ালটোৱে সকলো প্ৰকাৰৰ শ্ৰম নিজহাতে কৰিছিল। জীয়েক শুচিব্ৰতা ৰায়চৌধুৰীয়ে হাকিম-পদ পোৱাৰ পাছতো কায়িক শ্ৰমৰ পৰা ৰেহাই পোৱা নাছিল। ১৯৫৬ চনত সুন্দৰীদিয়াত জয়ন্তী পতাৰ অনুমতি ল'বলৈ অসম কেশৰীৰ কাষ পালোঁ। আকৌ সেই পুৰণি গেৰ-গেৰণি, ধমক, খং, বিৰক্তি, আক্ষেপ। তেওঁৰ নীতি মতে জাতিয়ে কাম নকৰে। ময়ো গেৰ-গেৰাই উঠি কলোঁ—'আপোনাক পাহৰিব খোজা জাতিটোক অলপ সচেতন কৰাৰ প্ৰয়াসহে কৰিছোঁ। ই বহুৱালি নহয়। আপুনি নুবুজে কিয়?' হঠাতে মোক হাতত ধৰি এক প্ৰকাৰ চোচোৰাই ভিতৰলৈ নি যি দেখুৱালে মোৰ কল্পনাতীত। এখন খাটত এজন পংগু ল'ৰা। বেঙা। নানা অংগী-ভংগী কৰি মুখ বিকটাই বহু কিবা-কিবি-বোৰ ক'ব খোজে। ফুটাব নোৱাৰে। মই দুঃখিত, ব্যথিত, হতবাক। মোৰ অৱস্থা বুজি থোকা-থুকি মাতেৰে ক'লে—'ই নৰেন বোপা, ই ভগৱানৰ দান, অসম মাতৃৰ প্ৰতিভূ। ইয়ে মোক অসম আৰু অসমীয়াৰ বৰ্তমান আৰু ভৱিষ্যত দুৰ্দশাৰ কথা দিন-ৰাতি সোঁৱৰাই থাকে। তোমাক এই গভীৰ বেদনাৰ কথা কি বুজাম। এই যন্ত্ৰণাই মোক অসহিষ্ণু কৰে।' মনত পৰিল গান্ধীজীয়ে উৰিষ্যাত দৰিদ্ৰ

নাঙঠ নাৰায়ণৰ দৰ্শন পাই নঙঠা ফকীৰ হোৱা মৰ্মন্তুদ কাহিনীলৈ। অজানিতে বৈ অহা চকুলো মচি দি পুনৰ ক'লে—'তুমি যে মৰ্ম উপলব্ধি কৰিছা, সেয়েই যথেষ্ট।' এটা চৰ্তত তেওঁ মান্তি হ'ল। বৰপেটাত এটা ডেকা কৰ্মী-দল গঠন কৰি দিব লাগিব। আপ্ৰাণ চেষ্টা কৰিম বুলি কথা দি ভাৱাক্ৰান্ত মনেৰে গুচি আহিলোঁ।

মাধৱদেৱৰ পুণ্যস্থান সুন্দৰীদিয়া সত্ৰৰ কলয়াহাটীত ১৫।১।৫৬ তাৰিখে মহা সমাৰোহেৰে জয়ন্তী পালন কৰিলোঁ। জয়ন্তীৰ অভিনন্দনৰ উত্তৰত অম্বিকাগিৰীয়ে কৈছিল—'দেশ-ভগৱানৰ পূজাৰ পৰিৱৰ্তে ব্যক্তি পূজা প্ৰচলনৰ বাবেহে আজি দেশৰ এনে দুৰ্দশা। মোৰ আঁচনি, উপদেশবোৰ কাৰ্যকৰী নকৰি উকা গুণানুকীৰ্তন কৰিলে মোক বেতেৰে কোবোৱা যেন পাওঁ। এতিয়াও সজাগ হৈ ব্যৱস্থা নল'লে অসমীয়াৰ ভৱিষ্যত অন্ধকাৰ।' সভাৰ শেহত মোক কৈছিল—'অকল মান-সন্মান, সুখ-স্তুতিত মোৰ গা জুৰ নপৰে। কালিতেই বৰপেটাত ৰাজহুৱা সভা আহ্বান কৰি এটা ডেকা কৰ্মী-দল গঠন কৰি দিয়া।' পাছদিনা বৰপেটাত ৰাজহুৱা সভা মাতিলোঁ। তেওঁৰ মুখত দেশমাতৃৰ ডাক শুনি খুচি মনেৰে এটা ৬৮ জনীয়া ডেকা দলে দেশৰ কাম কৰিম বুলি প্ৰতিশ্ৰুতি দিছিল। এবছৰমান পাছত তেওঁ দলটোৰ নিষ্ক্ৰিয়তা দেখি পুৰণি বেদনা, আক্ষেপ উদ্গাৰ কৰিছিল। জয়ন্তীৰ পাছতে কৰুণা দাসক কৈছিল—আজিকালি মই আগৰদৰে লৰি-ঢাপৰি চলিব নোৱাৰা হ'লোঁ। নৰেনে আহি মোৰ কামখিনি কৰি দি থাকিলে তেওঁক হাই-স্কুলত পোৱা বেতনখিনি ময়ে দিম।' চাকৰি এৰি তেওঁৰ পৰা বেতন লৈ দেশ-সেৱা কৰিবলৈ মই মান্তি নহ'লোঁ। তেওঁ দিনে দিনে কাহিল হৈ আহিছিল। আনকি লিখিবলৈ বাদ দিছিল। মাজে মাজে গুৱাহাটীলৈ গৈ দেখা দি ঘৰতে বহি বহি বাতৰিত বিবৃতি দি সকলোবোৰ দৈনিক, সাপ্তাহিক, মাহেকীয়া কাকতত লিখি-বলৈ অনুৰোধ কৰি কৈছিলোঁ—'ইয়াকে কৰি সান্ত্বনা লভক।' তেওঁ দুঃখ কৰি কৈছিল—'আজিকালি মোক দেখিলেই আনে পলায়। বাতৰি কাকতবোৰেও মোৰ বিবৃতি ছপাব নোখোজে। মই যোৱা দেখিলেই দুৱাৰ বন্ধ কৰে।'

এবাৰ গৈ দেখিলোঁ নিটোল স্বাস্থ্যৰ ৩০।৩২ বছৰীয়া ধুনীয়া ডেকা এজনক ভোৰ-ভোৰাই আছে—'তই মোৰ মৰ্যাদা নষ্ট কৰিলি। তহঁতেই দেশখন খালি।' মোৰ উপস্থিতিত ডেকাজন গুচি গ'ল। ৰায়চৌধুৰীৰ চকুৰে-মুখে জুই। সোধাত পৰিচয় নিদি ক'লে—'যোগ্যতা আৰু ঘৰৰ দুৰৱস্থা দেখিয়ে খাটি-মেলি এটা ডাঙৰ চাকৰি দিয়াইছিলোঁ। পাছে বপুৰাই ৫ বছৰ নৌহওঁতেই পাখাই-চোখাই খাই নিলম্বিত হৈছে। মই উদ্ধাৰ কৰিব লাগে। কিয় কৰিম? দুখীয়া, ডাঙৰ ডিগ্ৰী থকা বুলিয়েই দুৰ্নীতিক প্ৰশ্ৰয় দিম নে?' এনে দুই-চাৰিটা উদাহৰণ দি পুনৰ ক'লে—'মোৰ চিঞৰ-বাখৰত কেন্দ্ৰীয় আৰু ৰাজ্যিক বহু বিভাগ হ'ল, কিমানক যে চাকৰি দিয়ালোঁ, কিন্তু সুবিধা লৈ উঠি চৰিত্ৰ বিকি ধন-ভোগ-বিলাসত তাঁহে আৰু দেশখনক জাহান্নমে নিয়ে। এনে জাতিৰ উদ্গতি ক'ত?'

অসম কেশৰীৰ ৰাজনীতিত ক্ষমতা লাভৰ লোভ আৰু সুবিধা দুয়োটাই নাছিল। দেশ বা সমাজৰ কামত তেওঁৰ কৰ্মীৰ এলাহ, ভেম, চাতুৰী, অসাধুতাৰো স্থান নাই। ক্ৰাজেই চৰাইখানাৰ পথিকৰ দৰে সাময়িক তাগিদাই লগ কৰি দিয়া সংগী-



বোৰো আঁতৰি আঁতৰি গৈছিল। শাসকীয় আৰু ৰাজনৈতিক দলবোৰৰ দুৰ্বলতাৰ সুযোগ লৈ ঔপনিবেশ আৰু পুঁজিবাদে গা কৰি উঠিল। ক্ৰমান্বয়ে জাতীয় চেতনা হ্ৰাস পাই আহিল কাৰণে অসমৰ জাতীয় সমস্যাবো সংখ্যা বাঢ়ি থাকিল। সেই কাৰণে তেওঁ জাতীয় মহাসভাৰ অধিবেশন বহুৱাই পুনৰজীৱন দিবলৈ ইচ্ছা কৰি-ছিল। মই ৰায়চৌধুৰীৰ সেই ইচ্ছা পূৰণ কৰিবলৈ সোণেশ্বৰ পণ্ডিত, কৰুণা কান্ত দাস আদিৰ সহযোগত বৰপেটা ভৱানীপুৰ-বজালী অঞ্চলত অধিৱেশন পাতি-বলৈ চেষ্টা কৰি বিফল হওঁ। শেষত তেওঁ জাতীয় মহাসভাৰ পৰা নিৰ্বাচনত প্ৰাৰ্থী থিয় কৰাবলৈ উপদেশ দিছিল। মই নিজে সাহস নাপালোঁ আৰু আনকো নাপালোঁ। আনপিনে মই চাকৰি, অন্যান্য সামাজিক কামৰ উপৰি হিন্দী প্ৰচাৰত বৰকৈ লাগি থকাত তেওঁৰ, কাৰণে সময় উলিয়াব নোৱাৰা হ'লোঁ। কেন্দ্ৰই নেফাত হিন্দী জোৰ কৰি জাপি দিয়া বুলি তেওঁ শুনিছিল। তেনেস্থলত মই হিন্দী প্ৰচা-ৰত বৰকৈ জড়িত হোৱা দেখি তেওঁ খং কৰিছিল। তেওঁৰ খং শাম কটাবলৈ মই দুটা কথা কৈছিলোঁ। (১) ইংৰাজী যুগৰ অভিশাপ যাতে হিন্দী যুগতো ভুগিব নালাগে, তাৰ কাৰণে অসমীয়াই আগতীয়াকৈ হিন্দী শিকি জেওৰা দিব লাগে আৰু কেন্দ্ৰত বিভিন্ন সুযোগ লৈ অসমীয়াৰ স্বাৰ্থ ৰক্ষা কৰিব লাগে। (২) শংকৰ-দেৱেতো ব্ৰজবুলিৰ মাধ্যমেৰে ভাৰতীয় সংস্কৃতিৰ ঐক্যৰ প্ৰচেষ্টা কৰিছিল।

কথা দুটা তেওঁৰ মনঃপুত হ'ল আৰু তেতিয়াৰ উপ-শিক্ষাধিকাৰ কৰুণানন্দ দত্তক কৈ মোক হিন্দীৰ উচ্চ শিক্ষাৰ্থে আগ্ৰালৈ পঠিয়ালে। আগ্ৰাত থকা কালত যিমান পাৰোঁ সিমান সুযোগ গ্ৰহণ কৰি অসমৰ ঐতিহ্য আৰু বৰ্তমান অৱস্থা আনৰ আগত দাঙি ধৰিবলৈ মোক সকিয়াই দিছিল। আগ্ৰাত মাজে-সময়ে সৰ্বভাৰতীয় লোকৰ সমাগম হৈছিল আৰু অসমীয়া দলটোৱে তেওঁৰ আজ্ঞা পালন কৰি সুনাম অৰ্জন কৰিছিল।

স্বাধীনতাৰ পাছত অসমীয়া ভাষাক ৰাজ্যিক ভাষাৰ মৰ্যাদা দিবলৈ প্ৰবল দাবী জনোৱা প্ৰথম মানুহজন অম্বিকাগিৰী। অথচ ১৯৬০ চনত এজন আৰ্ত বঙালী ডেকাক প্ৰাণ ৰক্ষা কৰিবলৈ তেওঁৰ ঘৰত আশ্ৰয় দিওঁতে আন্দোলনকাৰীসকলে তেওঁক 'দেশদ্ৰোহী', 'ভণ্ড' বুলি অবাইচ মাতিছিল। ডেকাজন কোনো প্ৰকাৰে অসম-বিদ্বেষী নাছিল আৰু তেওঁলোক অসমলৈ অহাও বহুদিন হৈছে। বহু দিন পাছত এই কথা তেওঁ মোক বিৱৰি কৈছিল। তেওঁ কৈছিল—'গান্ধীৰ আন্দোলন আৰু মোৰ আন্দোলন একে। সংকীৰ্ণতামুক্ত। কিন্তু কোনো পক্ষই মোক ভাল-দৰে নুবুজিলে। আন্দোলনকাৰীয়ে স্বাৰ্থপাৰ্থত শত্ৰু-মিত্ৰ ভালদৰে নিচিনি হুজুগত কাম কৰিলে আন্দোলনৰ মহৎ উদ্দেশ্য ভীষণভাৱে আহত হয়।'

মই বৰপেটা সাহিত্য সভাৰ সম্পাদকৰ দায়িত্ব লোৱা বুলি জানি তেওঁ মোলৈ লিখিছিল যাতে সমগ্ৰ মহকুমাকে সাংগঠনিক দিশত শক্তিশালী কৰোঁ। তেওঁৰ ভয়, অবাৰিত প্ৰব্ৰজনৰ ফলত বৰপেটাই কেতিয়াবা আকস্মিকভাৱে নোৱাখালিৰ দুৰ্দশা ভুগিব লগা হ'ব পাৰে। ১৯৬৪ চনত বৰপেটাৰ প্ৰবীণ অধিবক্তা উপেন্দ্ৰ চন্দ্ৰ দাসে এদিন মোক উদ্বিগ্নতাৰে ক'লে—'নৰেন, ৰায়চৌধুৰীৰ অৱস্থা কাহিল, কেতি-য়াবা চকু মুদিব।' মই ততাতৈয়াকৈ গুৱাহাটীলৈ গৈ দেখিলোঁ তেওঁ শয্যাশায়ী। খবৰ লোৱাত তেওঁ বিৰক্ত হৈ ক'লে—'তুমি মোৰ নশ্বৰ দেহাটোত ইমান গুৰুত্ব

দিছা কিয় ? দেশৰ দুৰ্দশাতে মই ৰুগ্ন, অথিৰ-অবিৰ। তাক জানো দেশে উপলব্ধি কৰিলে ? আজি মই কাকো একো দিব নোৱাৰোঁ, সকলোৱে মোক পাহৰিলে। আনকি মোৰ বৰপেটায়ো। বহু বছৰ আগতে সত্ৰৰ পবিত্ৰতা ৰক্ষা কৰিবলৈ যাওঁতে এদিন বৰপেটাই ৰাজহুৱাভাৱে আলাগ কৰিছিল। উস্ কি যন্ত্ৰণা।' বৰপেটাৰ যন্ত্ৰণাৰ উপশমৰ চেষ্টা কৰিম বুলি সান্ত্বনা দিয়াত তেওঁ ৰাগৰ সলাই হুমুনিয়াহ পেলাই ক'লে—'তুমি সৰু মানুহ। তোমাৰ কথা ধনী বৰপেটীয়াই কিয় শুনিব ?' মই তেওঁক সান্ত্বনা দি আহি বৰপেটা সাহিত্য সভাত কথাটো বহলভাবে উত্থাপন কৰিলোঁ। শেষত বৰপেটা সাহিত্য সভাই সিদ্ধান্ত কৰিলে যে মৃত্যুৰ আগেয়ে তেওঁক বৰপেটালৈ আনি সম্বৰ্ধনা দিব। তেওঁক সন্মত কৰিবলৈ গৈ দেখিলোঁ, তেওঁ আগতকৈ অলপ সকাহ পাইছে। ৰাতি তেওঁৰ তাতে ৰ'লোঁ। খাবৰ সময়ত ক'লে—'কিবা বেছি হৈছে যদি কোৱা। এধানো পেলাব নোৱাৰা। দেশত কৌটি কৌটি মানুহ অনাহাৰে আছে।' মই ভাত-আঞ্জা কমাই দিয়ালোঁ। শুবৰ সময়ত ক'লে—'বিছনাত উঠা। আঠুৱাখন ভালদৰে গুজি দি মই লাইট নুমাম। গুৱাহাটীত মহৰ বৰ উৎপাত।' জনতা জনাৰ্দনৰ প্ৰতি ইমান সজাগ আৰু বাৎসল্য ৰসেৰে ইমান ধনী নেতা কেইজন আছে ? ৰাতি বহু প্ৰশ্নই মোক জুমুৰি দি ধৰিছিল।

ৰাতিপুৱা বৰপেটা সাহিত্য সভাৰ অভিমত জনোৱাত প্ৰথমে কেবাবাৰো আপত্তি কৰাত মই ক'লো—'ইয়াক আপুনি উকা মুখ-স্তুতি বুলি নধৰিব। শেষ বয়সত বৰপেটাৰ যন্ত্ৰণা উপশমৰ প্ৰয়াগ বুলিহে ধৰিব। আপোনাক দহোকুৰি অনুৰোধ, তালৈ গৈ যাতে পুৰণি দুৰ্ঘটনা উকটি পৰিৱেশ নষ্ট নকৰে।' কিছু সময় তলকা মাৰি দুটা চৰ্তত মান্তি হ'ল।

(১) সম্বৰ্ধনাটো দল-উপদল, শ্ৰেণী নিৰ্বিশেষৰ মাধ্যমত হ'ব লাগিব। বেছি মানুহ নহ'লেও হ'ব।

(২) ঘৰৰ ছলি ঘৰক যাম। গতিকে প্ৰাণ-পৰশা অনাড়ম্বৰ, মিতব্যয়ী হ'ব লাগিব।

বৰপেটাত চৰ্ত দুটা মানি চলিবলৈ বৰ অসুবিধা হৈছিল আৰু আমি নানা বাদ-প্ৰতিবাদৰ সম্মুখীন হৈছিলোঁ। ১৩-২-৬৬ ইং তাৰিখে বৰপেটাত অম্বিকাগিৰীক সম্বৰ্ধনা দিয়া হৈছিল। সম্বৰ্ধনা দিবলৈ সকলো শ্ৰেণী আৰু দল-উপদলৰ লোকেৰে বৰপেটা লোকাৰণ্য। জীৱনলতা ছোৱালী হাইস্কুলৰ পৰা তৰুণ ৰাম ফুকন হললৈ পদূলিয়ে পদূলিয়ে পুষ্পবৃষ্টি। বৰপেটাৰ কেউখন হাটীৰ গায়ন-বায়নে তেওঁক আদৰি অনাৰ মনোৰম দৃশ্য ! সেই অপূৰ্ব দৃশ্য দেখি অভিভূত হৈ অম্বিকাগিৰীয়ে ব্যক্ত কৰিছিল-'ভাৰতৰ প্ৰধান মন্ত্ৰীত বাদে এনে সমাদৰ আন কাৰো ভাগ্যত ঘটা নাই। কিন্তু দেশৰ স্বাৰ্থৰ বাহিৰে আন একোৱে মোক সন্তুষ্ট কৰিব নোৱাৰে। মোৰ মানত দেশেই ভগৱান।' কংগ্ৰেছী নেতা অক্ষয় দাস, মহেন্দ্ৰ মোহন চৌধুৰীয়ে মুক্ত কণ্ঠে স্বীকাৰ কৰিছিল যে ৰায়চৌধুৰীৰ দেশ সেৱা নিভাঁজ, নিস্বাৰ্থ। তেওঁৰ নীতি নমনাৰ কাৰণে দেশৰ এই দুৰৱস্থা। আদৰণী সভাৰ সভাপতি প্ৰবীণ সাহিত্যিক সোণাপতি দেৱ শৰ্মায়ো অনুৰূপ মন্তব্যকে কৰিছিল।

সম্বৰ্ধনাৰ পাছত ঘৰলৈ নৱ-উৎসাহেৰে উভতি গৈ বৰপেটাৰ 'বহুতলৈ চিঠি



দুগৰাকী সতীৰ্থৰ সৈতে অম্বিকাগিৰী,
বাওঁফালে শ্ৰীউমেশ চন্দ্ৰ শৰ্মা আৰু সোঁফালে শ্ৰীৰমা বৰঠাকুৰ

ডেকা অসম
**ডেকা অসম**
**Deka Asom**

গুৱাহাটী
..........
2/12/64

[illegible]

[illegible]

[illegible]

বায়চৌধুৰীৰ হস্তাক্ষৰ



লিখিছিল আৰু অনুৰোধ কৰিছিল, এই বিৰাট জনজাগৰণক এনে এটা স্থায়ী সাংগঠনিক ৰূপ দিব লাগে, যিটোৱে বৰপেটাক আধুনিক যুগৰ সকলো দিশতে উন্নত কৰি অসমক নেতৃত্ব দিবলৈ সক্ষম হয়। মোক অনুৰোধ কৰিছিল, বন্ধৰ দিনত তেওঁৰ ওচৰলৈ গৈ চেতনা-যুগৰ পৰা বৰ্তমানলৈ সকলো হাতে লিখা, ছপা কাগজ-পত্ৰবোৰ চিজিল লগাব লাগে আৰু গোটেইখন অসম ঘূৰি পৰিস্থিতিৰ বুজ লৈ জাতীয় জাগৰণ অনাৰ কাৰণে এবাৰ চেষ্টা কৰিব লাগে। মই অপাৰগতা প্ৰকাশ কৰাত তেওঁ ক'লে-'দেখাত তুমি সৰু হ'লেও তোমাৰ যোগ্যতা মই বুজোঁ। বিশেষকৈ ভাল হিন্দী জনা কাৰণে তোমাক বিশেষ দৰ্কাৰ। তোমাতকৈ ভাল হিন্দী জনা মানুহ থাকিলেও সিহঁত মোৰ কামত নাহে।' মই '৪১ চনৰ পৰা নিজক আৰু ঘৰক কঠোৰ ভাবে শাসন কৰি শৰীৰৰ অৱস্থা আৰু ঘৰুৱা পৰিস্থিতি বৰ জটিল কৰি তুলিছিলোঁ। মোৰ অসমৰ্থতাৰ বাবে তেওঁক ভৰিত ধৰি ক্ষমা খোজাত তেওঁ বৰ দুঃখ মনেৰে তলকা মাৰিলে। পাছত মোৰ সকলো ব্যক্তিগত সমস্যা জানি ক'লে-'বৰ্তমান তোমাৰ প্ৰথম কৰ্তব্য নিজক, মনোৰমা আইটিক, অমৰ নাতিটোক সৰ্বতোপ্ৰকাৰে সুস্থ-সবল কৰি তোলা। নহ'লে সময়ত মোৰ দৰেই পস্তাব লাগিব। স্কুল দুখনত বাদে আন সকলো কাম বাদ দিয়া। সেয়েই তোমাৰ দেশ-সেৱা হ'ব। তিনিওৰে বেমাৰৰ বহুল বিৰৱণ লিখি পঠালে মই অধ্যয়ন কৰি হেমিওপেথিক বাছি দিম।'

এসময়ত তেওঁৰ ল'ৰা বাপধন (ভগগিৰী)ৰ লগত নিজৰ ৰাজনৈতিক মতান্তৰ ঘটিছিল। মই তেওঁক সান্ত্বনা দি কৈছিলোঁ—'বাপধনক খং নকৰিব। ই বয়সৰ দোষ। সময়ত আপোনাৰ কথাকে ক'ব।' সৈমান হৈ হুমুনিয়াহ পেলাই কৈছিল— 'সকলো ধৰ্ম বা ৰাজনৈতিক ইজিমৰ উদ্দেশ্য একেটাই—বলী—অত্যাচাৰীৰ পৰা দুৰ্বলীক, ধূৰ্তৰ পৰা ভোদাক ৰক্ষা কৰি মানুহক প্ৰকৃত মানুহ কৰা। তাকে নকৰি ইজিম বা ধৰ্মৰ ধ্বজাবাহীসকলে ছলাহী কথাৰে মতিভ্ৰষ্ট কৰি অসমীয়াখাক অকৰ্মী বুৰ্বক কৰি নিজৰ ঘৰতে ভিকহু কৰিব কিয় ? অসমীয়াখিনিয়ে ঈশ্বৰে দিয়া সম্পদেৰে কৰ্মী, গুণী, চালাক হৈ সসন্মানে বাচিব পাৰে। এই সৰল কথাখিনিকে নিশিকাই নানা বদহজমী কথাৰে পাক লগাই দিশহাৰা কৰে। মোৰ খং তাতেহে। মোৰ কোনো ধৰ্ম, সম্প্ৰদায় বা ইজিমৰ প্ৰতি বিদ্বেষ নাই। অথচ মোক কোনোৱে বুজিব নোখোজে। ঘৰৰ ছলিও নুবুজা হ'ল।'

মই বিভিন্ন সময়ত অসমৰ বহুতো গুণী-মানী লোকৰ সান্নিধ্যলৈ আহি তেওঁলোকৰ মৰম-স্নেহ, সৌহাৰ্দ্য লাভ কৰিছোঁ। কিন্তু অম্বিকাগিৰীৰ দৰে ইমান সৰল, কথাই-কামে একে, মিতব্যয়ী আৰু অনাড়ম্বৰ লোক পোৱা নাই। বিশেষকৈ জনতাৰ চিন্তাত দিনে-ৰাতি দহিমৰা সাহিত্যিক আৰু দেশ-নেতা মোৰ মনত দ্বিতীয়জন নাই। জয়ন্তী আৰু সম্বৰ্ধনাৰ সময়ত অসমৰ বিভিন্ন ঠাইৰ পৰা বিভিন্নজনে আমালৈ বাণী পঠাইছিল। হেম বৰুৱাই লিখিছিল-'অম্বিকাগিৰীৰ বুকুৰ জুয়ে অসমীয়াক জীয়াই ৰাখিছে। অসম আৰু অম্বিকাৰ স্বাৰ্থ অভিন্ন।' ১৯৬৪ চনতো অম্বিকাগিৰীয়ে অনাতাঁৰ কেন্দ্ৰত সেই জুইকুৰাৰ কথা উল্লেখ কৰিছিল-

'মোৰ বুকুতেই দেশৰ বুকুকো একে গথাঁ কৰি জ্বলিছে জুই
নুমাওঁতা নাই নুমাওঁতা নাই-দেশময় আছে নিচালে শুই
দেশো জ্বলিব, জাতিও জ্বলিব, ময়ো জ্বলি যাম ভস্ম হই।'

সেই দেশৰ জুইতে পূৰ্ণাহুতি দি ১৯৬৭ চনৰ ২ জানুৱাৰীত তেওঁ চিৰ নিদ্ৰিত হ'ল। ১ জানুৱাৰীত অম্বিকাগিৰীয়ে সতীশ চন্দ্ৰ কাকতিৰ পৰা এখন মেপ চাবলৈ পাইছিল। কোনো জাৰ্মান বাতৰি সন্থাই হেনো পূৱ পাকিস্তান, পশ্চিম বংগ, অসম আদি একত্ৰিত হৈ এখন সাৰ্বভৌম ৰাষ্ট্ৰ গঠন হ'ব বুলি এখন মেপ প্ৰচাৰ কৰিছিল। সেই মেপখন চাওঁতেই তেওঁৰ মূৰ আচন্দ্ৰাই কৰে। পাছত তেওঁৰ আৰু চেতনা ঘূৰি নাহে।

# লেছেৰি বোটলা

**কৰুণা দত্ত**

এসময়ত অসমত অম্বিকাগিৰী ৰায়চৌধুৰীক **নজনা মানুহ নাছিল**। তেওঁ আছিল অসমৰ সিংহ-পুৰুষ, সদা জাগ্ৰত প্ৰহৰী। **তেওঁৰ জীৱনজোৰা বিস্তৃত কাৰ্য-** সূচী ৰূপদানৰ সময়ত অসমৰ ইমূৰৰ পৰা **সিমূৰলৈ বিভিন্ন লোক তেওঁৰ সান্নিধ্যলৈ** আহিছিল আৰু তেওঁৰ কাৰ্য-সূচীৰ **সহযোগী হৈছিল। আমি তেনে চাৰিগৰাকী** ব্যক্তিক সাক্ষাৎ কৰিছিলোঁ-বৰপেটা **সত্ৰৰ দক্ষিণহাটীৰ শ্ৰীসৰ্বেশ্বৰ ওজা, হাউলীৰ** পঞ্চৰতন ফাৰ্মৰ গৰাকী শ্ৰীযাদৱ চন্দ্ৰ দাস, গুৱাহাটীৰ **ছাত্ৰীবাৰীৰ শ্ৰীদীনবন্ধু তালু-** কদাৰ আৰু পাণবজাৰৰ জনাব মহম্মদ আয়ুবক। **শ্ৰীওজা আৰু আয়ুব অশীতিপৰ** বৃদ্ধ। বৰপেটাত সকলোৱে শ্ৰীওজাক 'সৰ্বেমিস্ত্ৰী' বুলি জানে। তেওঁ সৰুৰে পৰা অম্বিকাগিৰীক লগ পাইছিল। তেওঁৰ ঘৰতে 'জয়দ্ৰথ বধ'ৰ আখৰা চলিছিল। তেওঁ নিজে এই নাটকত উত্তৰাৰ অভিনয় কৰিছিল। তেওঁৰ ককায়েক কালীচৰণ ওজা (কাইলা মিস্ত্ৰী) 'বৰপেটা সনাতন সংগীত সমাজ'ৰ অক্লান্ত কৰ্মী আছিল আৰু তেওঁ 'জয়দ্ৰথ বধ'ত কৰ্ণৰ অভিনয় কৰি সুনাম আৰ্জিছিল। শ্ৰীওজাৰ কণ্ঠ শুকাইছে যদিও এতিয়াও তেওঁ অম্বিকাগিৰীয়ে শিকোৱা 'জয়দ্ৰথ বধ'ৰ গীত সুন্দৰকৈ গাব পাৰে। শ্ৰীদীনবন্ধু তালুকদাৰ অম্বিকাগিৰীৰ সোঁহাত স্বৰূপ আছিল। তেওঁ 'ডেকা অসম'ৰ সহকাৰী সম্পাদকৰ কামো কৰিছিল। এসময়ত মানুহে তেওঁক 'অসমৰ বাইৰণ' বুলি কৈছিল। তেৱেঁই প্ৰথমে অম্বিকাগিৰীৰ জীৱনী ৰচনা কৰে। বহুতেই হয়তো নাজানে যে তেওঁৰ প্ৰথম কবিতা পুথি 'প্ৰাণৰ গান' বৰ জনপ্ৰিয় আছিল। তেওঁ প্ৰথম অসমীয়া অৰ্থনৈতিক আলোচনী 'অৰ্থনীতি'ৰো সম্পাদক আছিল। পাণবজাৰ নিবাসী মহম্মদ আয়ুবে বৰপেটাৰ ডাগঘৰৰ পৰাই ১৯৬৭ চনত পোষ্ট মাষ্টৰ হিচাপে অৱসৰ গ্ৰহণ কৰে। পাণবজাৰত অম্বিকাগিৰীয়ে তেওঁলোকৰ ওচৰতে অৰুণা প্ৰেছ স্থাপন কৰিছিল।

আমাক সাক্ষাৎকাৰ গ্ৰহণত সহায় কৰিছিল শ্ৰীদিলীপ ওজাই।

**সৰ্বেশ্বৰ ওজা ঃ**

অম্বিকাগিৰী ৰায়চৌধুৰীয়ে 'বৰপেটা সনাতন সংগীত সমাজ' নামৰ এটা নাট্য-দল খুলিছিল। দলটোত পঞ্চাশজনমান মানুহ আছিল। ৰায়চৌধুৰী দলটোৰ আছিল মেনেজাৰ। তেওঁ নাট্যকাৰ, পৰিচালক, সংগীত পৰিচালক, গীতিকাৰ সকলো। নিজে গীত লিখি সুৰ দিছিল। দলৰ মানুহবোৰ বৰ বেছি শিক্ষিত নাছিল। কিন্তু তেওঁলোকৰ নিয়ম-শৃংখলা, ব্যৱহাৰ আৰু অভিনয় দক্ষতা দেখি মানুহে তবধ মানিছিল। তেওঁ দলটোৰ সকলোকে নীতি-নিয়ম বান্ধি দিছিল। আমি তেওঁক ভাল পাইছিলোঁ যদিও ভয়ো কৰিছিলোঁ। তেওঁ বৰ খঙাল আছিল আৰু অতিপাত মৰমিয়ালো আছিল। (মহাত্মা গান্ধী প্ৰথম গুৱাহাটীলৈ আহোঁতে আমি বৰপেটাৰ পৰা পঞ্চাশজনমান মানুহ তেওঁক চাবলৈ গৈছিলোঁ। ৰায়চৌধুৰীয়ে তেতিয়া আমাক তেওঁৰ

ঘৰলৈ নি ভালকৈ খুৱাই-বুৱাই ৰাখিছিল।) 'বৰপেটা সনাতন সংগীত সমাজে' প্ৰথমে অম্বিকাগিৰীৰ 'জয়দ্ৰথ বধ' আৰু 'ভক্ত-গৌৰৱ' নাটক দুখন অভিনয় কৰে। তেতিয়া মোৰ বয়স ১০ বছৰমান হ'ব। যিমানদূৰ মনত পৰে এই নাটৰ প্ৰথম আখৰা হৈছিল দক্ষিণহাটীৰ হৰেন্দ্ৰ নাৰায়ণ পূজাৰীৰ ঘৰৰ চোতালত আৰু অভিনয় হৈছিল কীৰ্তন-ঘৰৰ বাহিৰৰ চোতালত। ইয়াৰ পাছত বৰপেটা, ধুবুৰী, বিজনী, গুৱাহাটী, ডিব্ৰুগড়, ডুমডুমা, নলবাৰী, টিহু আদি কিমান ঠাইত কিমানবাৰ নাটক অভিনয় হৈছিল, সীমা-সংখ্যা নাই। অকল বৰপেটাতে বিয়াৰ ৰভা-তলত এই নাটক অভিনীত কৰা নিয়মত পৰিণত হৈছিল। হৰেন্দ্ৰ নাৰায়ণ পূজাৰী এজন ভাল অভিনেতা আছিল। তেওঁ জয়দ্ৰথ বধ নাটকত সদায় অৰ্জুনৰ ভাওত আৰু মোৰ ককাইদেৱে কৰ্ণৰ ভাওত অৱতীৰ্ণ হৈছিল। বিলাস মিস্ত্ৰীৰ বিয়াৰ শুইনত 'জয়দ্ৰথ বধ' নাটকত মই উত্তৰাৰ ভাও লৈছিলোঁ। মোৰ বিয়াতো এই নাটকখন অভিনীত হৈছিল। দলটোৱে বিয়া-বাহৰত নাটক কৰিলে কুৰি-পঁচিশ টকা লৈছিল। একে ৰাতি দুবাৰো 'পালা' কৰাৰ উদাহৰণ আছে।

১৯২৬ চনত ধুবুৰীত অসম সাহিত্য সভাৰ অধিৱেশনত আমি 'জয়দ্ৰথ বধ' আৰু 'ভক্ত-গৌৰৱ' নাটকৰ অভিনয় কৰিছিলোঁ। মই তেতিয়া তাৰাবাৰীত দোকান খুলিছোঁ। দোকান বন্ধ কৰি ময়ো দলটোৰ লগত ধুবুৰী পাওঁ। উভতি আহি খোলা-বান্ধাতো নাটক কৰোঁ। এচাম লোকে অম্বিকাগিৰীৰ অসমীয়া নাটকদুখনৰ অভিনয় ব্যৰ্থ কৰিবলৈ চেষ্টা কৰিছিল। কিন্তু হাজাৰ হাজাৰ দৰ্শক আমাৰ অভিনয় দেখি স্তব্ধ হ'ল। প্ৰথম নিশাৰ 'জয়দ্ৰথ বধ' অভিনয়ত আমি তিনিটা সোণৰ মেডেল পাওঁ। ভীমৰ ভাওত অম্বিকাচৰণ পাটোৱাৰী, সুভদ্ৰাৰ ভাওত পৱন দত্ত আৰু ভাল গীত পৰিবেশনৰ কাৰণে ফটিক ৰায়নে সোণৰ মেডেল পায়। পাটোৱাৰী এগৰাকী ভাল গায়ক আছিল। তেওঁ অম্বিকাগিৰীৰ প্ৰায়বোৰ গা-উঠা গীত গাইছিল। মোৰ আজিও 'ধৰ ঝাৰু ধৰ ভাই' গীতটো ভাল লাগে। আটাইতকৈ অভিভূত হওঁ উত্তৰাৰ ভাওত গোৱা এই গীতটো গাই। মোৰ এতিয়াও দুখত চকুলো ওলায়।

হিয়াৰ যাতনা নধৰে হিয়াত
শুনিব কোনে আছেৰা কোন ?
তোমাকেহে কৃষ্ণ ক'ম প্ৰাণ খুলি
মন পাতি তুমি শুনিবাচোন।
কিয় দীনবন্ধু ! কৰিলানো তুমি
এনুৱা বিলাই অকালতে মোৰ
সুখৰ ফুলনি পাতিছিলোঁ মই
নসহিলে হেনো হিয়াত তোৰ।
তযু চৰণৰ চিৰদাস দেখো
পৰম ভকত পাণ্ডৱকুল
সি কুলৰ মই কুলবধূ হৈ
কিয় পালো এই যন্ত্ৰণা অতুল ?

**দীনবন্ধু তালুকদাৰ ঃ**

তেতিয়া মই কলেজীয়া ছাত্ৰ। মোৰ প্ৰথম কবিতা পুথি 'প্ৰাণৰ গান' প্ৰকাশ



হওঁতে তেওঁক উপহাৰ দিবলৈ গৈছিলোঁ। সেয়ে তেওঁৰ লগত মোৰ প্ৰথম পৰিচয়। পাছত সেই চিনাকি গৈ গুৰু-শিষ্যৰ সম্বন্ধত পৰিণত হয়। কিন্তু ১৯৪২ চনৰ পৰা মই ব্যৱসায়ৰ তাগিদাত অসমৰ বাহিৰলৈ যোৱাৰ পাছত তেওঁৰ লগত মোৰ সম্পৰ্ক একেবাৰে নোহোৱাৰ দৰে হয়।

১৯৪১ চনত মই তেওঁৰ প্ৰতি গভীৰভাবে আকৰ্ষিত হৈ তেওঁৰ এখন জীৱনী লিখোঁ। তেতিয়া মানুহে তেওঁক 'অসমৰ সিংহ', 'অসমৰ হিটলাৰ' আদি আখ্যা দিছিল। মই কিতাপখনৰ নাম দিছিলোঁ 'অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী'। আগতে তেওঁক মই পাণ্ডুলিপিটো দেখুৱা নাছিলোঁ। ছপাশালৰ প্ৰুফ কপি এটাহে তেওঁক দিছিলোঁ। আগতে দেখুৱা হ'লে তেওঁ বহু কথাই বাদ দিয়ালেহেঁতেন। তেওঁ প্ৰুফকপিটো পঢ়ি চাই মিচিকিয়াই কৈছিল-'মোকতো বৰ ডাঙৰ কৰি দিলি। পাছে কিতাপৰ নাম কি দিবা খুজ্‌ছা ?' মই নামটো ক'লোঁ। তেওঁ কিছু সময় মনে মনে ৰৈ ক'লে-'যি ভাল দেখ্‌ছা কৰ। মাৰ্‌লিও মাৰবো, কিললিও তোকহে কিলবো।'

ৰায়চৌধুৰীৰ এষাৰ কথাই মোক অনুপ্ৰাণিত কৰিছিল। তেওঁ প্ৰায়ে কৈছিল— 'দিনটুৰ ২৩ ঘন্টা ৫৯ মিনিট ৫৯ চেকেণ্ড মই দেশৰ কথা ভাবু। সিহঁতে হলি ১ চেকেণ্ডহে দেশৰ কথা ভাবে, ১ চেকেণ্ডতে মোৰ কথাবোৰ উৰে দেই। সিহঁতে হলি ১ চেকেণ্ডহে দেশৰ কথা ভাবে, বাকীখিনি সময় নিজোৰ কথা ভাবে।'

**যাদৱ চন্দ্ৰ দাস ঃ**

১৯৩১ চনত মই শিৱসাগৰত বহা অসম সাহিত্য সভাৰ অধিৱেশনলৈ এটা সাংস্কৃতিক দল লৈ গৈছিলোঁ। তাতে অম্বিকাগিৰীক লগ পাওঁ। আগতে নামহে শুনিছিলোঁ। তেওঁ মোক লগ পাই উপদেশ দিছিল-'বঙালীসকলক অসমীয়া কৰি ল'ব লাগে; তেওঁলোকৰ মাজত অসমীয়া স্কুল স্থাপন কৰি সাংস্কৃতিক বিনিময় কৰিব লাগে। নহ'লে অসমীয়া জাতিৰ ভৱিষ্যত বৰ আন্ধাৰ।' সেয়ে আছিল ৰায়চৌধুৰীয়ে মোক দিয়া দীক্ষা-মন্ত্ৰ। মই তেওঁৰ কথাত আপ্লুত হৈ মই কামত লাগি যাওঁ।

১৯৩৭ চনৰ পৰা চাৰ ছাদুল্লাৰ আঁচনি অনুসৰি অসমলৈ পূৰ্ববংগৰ জনপ্ৰব্ৰজন ব্যাপক আৰু গুৰুতৰ হয়। তেওঁ দেখিছিল যে এই লোকসকলক মনে-প্ৰাণে অসমীয়া কৰিব নোৱাৰিলে অসমৰ বিপদ। তেওঁ লোক-পিয়লৰ সময়ত অসমৰ হিন্দু-মুছলমান বাংলাভাষী সকলৰ মাজত প্ৰচাৰ আৰম্ভ কৰিলে যে তেওঁলোকে লোক-গণনাত নিজকে অসমীয়াভাষী বুলি চিনাকি দিব লাগে। তেওঁ অসমৰ বিভিন্ন স্থানলৈ গৈ মাটিৰ মণ্ডল, গণনাকাৰী, মাটিৰ হাকিম সকলোকে লগ ধৰি অনুৰোধ কৰিছিল যাতে তেওঁলোকে পূৰ্ববংগৰ পৰা অহা বঙালী মুছলমানসকলক অসমীয়া ভাষী বুলি পৰিচয় দিবলৈ বুজায়। সেই চেন্সাচ চক্ৰৰ পৰিণতি স্বৰূপে পূৰ্ব বংগৰ পৰা অহা মুছলমানসকল অসমীয়া ভাষা গ্ৰহণ কৰিবলৈ আগ্ৰহী হ'ল। ৰায়চৌধুৰীক শদিয়াৰ পৰা ধুবুৰীলৈ ঘূৰি এই কাৰ্যত সহায় কৰিবলৈ যোৰহাটৰ জনৈক সদাশয় ব্যক্তিয়ে এখন মটৰ গাড়ী উপহাৰ দিছিল। ৰায়চৌধুৰীৰ এই চেন্সাচ অভিযানৰ কথা নিজে নেদেখাসকলক বুজাবলৈ টান। আমি স্থানীয় কেইজনমান ডেকাই তেওঁক এই কাৰ্যত দেহে-কেহে খাটি দিছিলোঁ। শংকৰ মেম্বৰ, মথুৰা হিতৈষী,

হৰি বৰ্মণ, কৰুণা কান্ত দাস, নৰেন্দ্ৰ নাথ পাটোৱাৰী আদি তেওঁৰ সহযোগী কৰ্মী আছিল।

**মহম্মদ আয়ুব ঃ**

তেতিয়া মোৰ বয়স চৈধ্য-পোন্ধৰ বছৰমান হ'ব। আমাৰ এই হৰি সভাৰ কাষৰ ঘৰটোৰ পৰা অলপ পশ্চিমফালে অম্বিকাগিৰীৰ 'অৰুণা প্ৰেছটো' দেখিছিলোঁ। তেওঁ এই ৰাস্তাটোৰে অহা-যোৱা কৰে নিতৌ। তেওঁক বেছিভাগ দেখিছিলোঁ দোক-মোকালিতে আৰু আবেলি পৰত। তেওঁ আমাৰ এইখিনিৰ সৰু-ডাঙৰ সকলোৰে লগত সমানে কথা পাতিছিল। তেওঁ আমাক নজনা কথাবোৰ শিকাইছিল আৰু পদ্য আবৃত্তি কৰি শুনাইছিল। সেই কাৰণে আমি সকলোৰে তেওঁক অভিভাৱকৰ দৰে জ্ঞান কৰিছিলোঁ। তেওঁ আবৃত্তি কৰি শুনোৱা কবিতাবোৰ আছিল দেশ-প্ৰেমমূলক। দেশখন আছিল তেওঁৰ প্ৰাণস্বৰূপ। মোৰ জীৱনত দেশক প্ৰাণ ভৰি ভালপোৱা মানুহ তেওঁৰ বাদে দ্বিতীয় এজন দেখা নাই। তেওঁ মানুহক মুখৰ আগতে ইমান স্পষ্টকৈ কৈ দিছিল, তাৰ কাৰণে বহুতে তেওঁক বেয়া পাইছিল। বহুতে তেওঁক ভয়ো কৰিছিল। সম্মুখত থিয় হৈ কথা কৈছিল জানোচা সিংহৰ দৰে গাত জপিয়াই পৰে।

আমাৰ কাষতে এখন ডায়েৰী আছিল। এজন বিহাৰী লোকৰ। তেওঁ আমাক প্ৰায়ে সুধিছিল—'তুহন ডায়েৰীত চাহ-তাহ খাৱা নেকি?' আমি 'নাখাওঁ' বুলি ক'লে তেওঁ কৈছিল—'অ' নাখাবি'। এবাৰ এটা ঘটনা ঘটিছিল। এদিন মই তেওঁৰ লগত উলুবাৰীৰ ফালে ওলাই গৈছিলোঁ। সন্ধিয়া সময়। তেওঁ কিবা এপদ বস্তু কিনিবৰ বাবে অসমীয়া যুৱক এজনৰ দোকানত সোমাই ক'লে—'তই থাকিবি। মই তৎক্ষণাত আহিম।' পোন্ধৰ মিনিটমান পাছত আমি উভতি আহি দেখোঁ, অসমীয়া যুৱকজনে দোকান বন্ধ কৰি গ'ল। ওচৰৰ দোকানীবোৰে ক'লে—'তেওঁ আজি পলমকৈহে গ'ল'। ৰায়চৌধুৰীয়ে মোক ক'লে—'দেখিলি, অসমীয়া যুৱকৰ ব্যৱসায়ৰ ধৈৰ্য। এনেকৈ ব্যৱসায় কৰে। এজন অসমীয়া নাপিত, ধোবা, দৰ্জি, মুচিয়াৰ নোলাল। এনেকৈ এটা জাতি জীয়াই থাকবা নৰে।'

অম্বিকাগিৰীৰ জীৱন্ত ছবিখন এতিয়াও মোৰ মনত আছে। তেওঁৰ কথাবোৰে মগজুত খুন্দিয়াই দিয়ে।

# দুগৰাকী প্ৰতিবেশী

বেণুধৰ দাস

অম্বিকাগিৰীয়ে বাতৰি কাকতৰ সম্পাদকৰ খেচ-খেচনিত লিখা আত্ম-জীৱনীমূলক প্ৰবন্ধৰ সংকলন 'মোৰ জীৱন ধুমুহাৰ এছাটি'ত নিজৰ বংশ-পৰিয়ালৰ উপৰি বিভিন্ন স্থান আৰু সময়ত লগ পোৱা, সংঘাত আৰু ঘনিষ্ঠতালৈ অহা বিভিন্ন লোকৰ কথা উল্লেখ কৰিছে। সেইসকলৰ বহুতেই এতিয়া ইহ সংসাৰ ত্যাগ কৰিছে। তেওঁৰ শৈশৱ আৰু কৈশোৰৰো লগৰীয়া এতিয়া নাই বুলিলেই হয়। যি কেইগৰাকী অশীতিপৰ বৃদ্ধ জীৱিত, তেওঁলোকেও অম্বিকাগিৰীক প্ৰৌঢ় অৱস্থাতহে পাইছে। তেওঁৰ ঘনিষ্ঠ সহযোগীৰ সংখ্যা আঙুলিৰ মূৰত লিখিব পাৰি। ৰায়চৌধুৰী তেওঁৰ কৰ্মময় জীৱনত একপ্ৰকাৰ অকলশৰীয়াই আছিল। তেওঁৰ সহকৰ্মীসকলে কোনো জীৱনী-গ্ৰন্থ নিলিখিলে। দীনবন্ধু তালুকদাৰ আৰু তিলক দাসে সেই অভাৱ পূৰণ কৰিবৰ চেষ্টা কৰিছিল যদিও সি পূৰ্ণাংগ নহয়। বাণীকান্ত কাকতিয়েও নিজৰ জীৱদ্দশাত অম্বিকাগিৰীৰ বিষয়ে মাত্ৰ দুটা প্ৰবন্ধহে লিখি থৈ যাব পাৰিলে। এতিয়া অম্বিকাগিৰীৰ সমস্ত ৰচনা, চিঠি-পত্ৰ, স্মাৰক-পত্ৰ, টেলিগ্ৰাম, সভা-সমিতিৰ কাৰ্য-বিৱৰণি, সান্নিধ্যলৈ অহা লোকৰ স্মৃতি-চাৰণ সংগ্ৰহ কৰি প্ৰকাশ নকৰা পৰ্যন্ত তেওঁৰ জীৱনৰ সামগ্ৰিক মূল্যাংকন সম্ভৱ নহ'ব।

পাণ বজাৰত থকা কালত অম্বিকাগিৰীৰ দুগৰাকী প্ৰতিবেশী—শ্ৰীমুজিবুদ্দিন আহমদ আৰু শ্ৰীচন্দ্ৰশেখৰ ভট্টাচাৰ্য। এতিয়া দুয়োৰে বয়স ক্ৰমে ৭৮ আৰু ৮৮ বছৰ। শ্ৰীআহমদ এসময়ৰ অনাতাঁৰ শিল্পী আৰু প্ৰবীণ অধিবক্তা। পাণ বজাৰৰ পুৰণি বাসিন্দা। শ্ৰীভট্টাচাৰ্যও অসমৰ এটা প্ৰাচীন পৰিয়ালৰ অধস্তন পুৰুষ। বুৰঞ্জীত তেওঁলোক পৰ্বতীয়া গোসাঁই, বিদেশী ভট্টাচাৰ্য, টিঙৰামাৰা ভট্টাচাৰ্য নামেৰে জনাজাত। আহোম ৰজা ৰুদ্ৰসিংহই এই পৰিয়ালৰে উৰ্ধতন পুৰুষ কৃষ্ণৰাম ভট্টাচাৰ্যক শাক্ত ধৰ্মগুৰু হিচাপে বংগৰ পৰা মাতি আনিছিল। শিৱ সিংহ, প্ৰমত্ত সিংহ, ৰাজেশ্বৰ সিংহ আদিয়ে পৰ্বতীয়া গোসাঁইত শৰণ লৈ শাক্ত ধৰ্মক ৰাজধৰ্ম কৰি তুলিছিল। আহোম ৰজাসকলে অসমৰ বিভিন্ন ঠাইত বিশেষকৈ কামৰূপত বিস্তৰ মাটি-বৃত্তি দান কৰি পৰ্বতীয়া গোসাঁইক এক প্ৰকাৰ অৰ্ধৰাজ্য ভোগ কৰিবলৈ দিছিল। আহোমৰ ৰাজগুৰু হ'বলৈ পাই পৰ্বতীয়া গোসাঁইসকল ইমান ক্ষমতাশালী হৈ উঠিছিল যে তেওঁলোকে নানা ষড়যন্ত্ৰ আৰু প্ৰজা বিদ্ৰোহত লিপ্ত হৈ ৰজাকো ভঙা-পতা কৰিছিল। অসমৰ আৰ্থ-সামাজিক আৰু ৰাজনৈতিক জীৱনত পৰ্বতীয়া গোসাঁইসকলৰ এক সুদূৰপ্ৰসাৰী প্ৰভাৱ আছে। পৰ্বতীয়া গোসাঁইৰ আগমনৰ লগে লগে অসমত বংগীয় সংস্কৃতিৰ সম্প্ৰসাৰণ আৰম্ভ হয়। কোৱা বাহুল্য, পৰ্বতীয়া গোসাঁইৰ পৰিয়ালত এতিয়াও বাংলা ভাষাহে প্ৰচলিত। প্ৰতিবেশী হিচাপে এটা আত্ম-অভিমানী পৰিয়ালৰ সৈতে আত্ম-সচেতন অসমপ্ৰেমী অম্বিকাগিৰীৰ সম্বন্ধ কেনেকুৱা আছিল, সেয়া নিশ্চয় কৌতূহলৰ বিষয়।

আমি অম্বিকাগিৰীৰ প্ৰতিবেশী বুলি জানি শ্ৰীচন্দ্ৰশেখৰ ভট্টাচাৰ্য আৰু শ্ৰীমুজিবুদ্দিন আহমদক দেখা কৰিছিলোঁ। তলৰ কথাখিনি সেই সাক্ষাৎকাৰৰে ফল।

**চন্দ্ৰশেখৰ ভট্টাচাৰ্য ঃ**

আমি অসমৰ খুব প্ৰাচীন বাসিন্দা। এই ৰাজ্যৰ নাম অসম হোৱাৰ পূৰ্বে আমাৰ পূৰ্বপুৰুষসকল ইয়ালৈ আহিছিল। আমি পোনতে কামাখ্যা মন্দিৰত আছিলোঁ কাৰণে মানুহে আমাক পৰ্বতীয়া গোসাঁই বুলিছিল। আহোম ৰজাই অসমৰ বিভিন্ন ঠাইত শাক্ত মঠ-মন্দিৰ স্থাপন কৰিছিল আৰু সেইবোৰ পৰিচালনাৰ ভাৰ আমাৰ পূৰ্বপুৰুষসকলৰ হাতত অৰ্পণ কৰি ভূমি দান কৰিছিল। সেই কাৰণে আমাৰ মাটি-বাৰী আৰু শিষ্য-প্ৰশিষ্য কামৰূপ, দৰং, শিৱসাগৰ সকলোতে পোৱা যায়। আমাৰ পাণ বজাৰৰ মাটিডোখৰো আহোম ৰজাই দিয়া। মোৰ বাল্যকালত পাণ বজাৰেই আছিল গুৱাহাটীৰ প্ৰাণ-কেন্দ্ৰ। চান্দমাৰীত মানুহ নাছিলেই। কেৱল নল-খাগৰি। গুৱাহাটীত মানুহৰ বসতি বোলোঁতে পাণ বজাৰত বঙালী, উজান বজাৰত অসমীয়া, ফাঁচী বজাৰত মাৰোৱাৰী, উলুবাৰীত কছাৰী আৰু পল্টন বজাৰত নেপালী। এই সম্প্ৰদায়বোৰৰ মাজত কোনো ধৰণৰ হাই-কাজিয়া নাছিল। অম্বিকা বাবু আছিল আমাৰ প্ৰতিবেশী। প্ৰতিবেশী হিচাপে আমাৰ লগত অম্বিকা বাবুৰ সম্পৰ্ক মধুৰেই আছিল। মধুৰ বোলাৰ কাৰণ আছে। সেই সময়ত অম্বিকা বাবু আছিল উগ্ৰ দেশপ্ৰেমী। মই কোনো ৰাজনীতিত নাছিলোঁ। তেওঁ হ'লে ৰাজনীতিত বৰকৈ লাগিছিল। সকলো সময়তে তেওঁ দেশৰ চিন্তাতে থাকে। সমাজত কিবা অন্যায়-অত্যাচাৰ দেখিলে তেওঁ নিৰ্ভীকভাৱে নিজৰ মতামত ব্যক্ত কৰিছিল। আনে বেয়া পালেও কৈছিল। সাধাৰণ মানুহে তেওঁৰ কাষ চপাটো দূৰৰ কথা, চকুলৈ চাবলৈকো ভয় কৰিছিল। প্ৰত্যেক মানুহে তেওঁক শ্ৰদ্ধাৰ চকুৰে চাইছিল। অৱশ্যে সংৰক্ষিণী সভা খোলাত কিছু মানুহে তেওঁক ভুল বুজিছিল। এই লৈ অম্বিকাগিৰীৰ লগত আমাৰ কোনো মতানৈক্য ঘটা নাছিল। কাৰণ, আমি তেওঁৰ সংৰক্ষিণী সভাৰ সপক্ষে আছিলোঁ।

আমাৰ কিছু কাষতে মুজিব চাহাবৰ ঘৰ। মুজিব চাহাবৰ পিতাক ডাক্তৰ আছিল যদিও গান-বাজনাত ৰাপ আছিল। সেয়ে তেওঁৰ ঘৰটো গানৰ আড্ডা আছিল। গান শুনিলেই অম্বিকা বাবু দৌৰি আহে। আমি সেই আড্ডাত দেখা পাইছিলোঁ হৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, দেবেন্দ্ৰ ভট্টাচাৰ্য, গোপীনাথ বৰদলৈ আদিক। আমাৰ পাণ বজাৰ হৈ পৰিছিল সাংস্কৃতিক প্ৰাণকেন্দ্ৰ।

**মুজিবুদ্দিন আহমদ ঃ**

পিতা ডাক্তৰি কৰি নগাৱঁত আছিল কাৰণে মোৰ জন্ম নগাৱঁত। ১৯১৭ চন মানতহে মই পাণ বজাৰৰ ঘৰলৈ আহোঁ। আৰু তেতিয়াৰ পৰাহে মোৰ অম্বিকাগিৰীৰ লগত সম্পৰ্ক। তেতিয়াৰ গুৱাহাটী একেবাৰে সৰু। ৰাস্তা-ঘাট ঠেক আৰু কেঁচা। নলা-নৰ্দমাবোৰ পকী নাছিল। মানুহৰ বসতি পাতল আৰু বেছিভাগ ঠাই জংঘলেৰে ভৰা আছিল। সন্ধিয়া মানুহৰ চলাচল বন্ধ বুলিব পাৰি। অম্বিকাগিৰীৰ ঘৰ বৰপেটীয়া পাৰাত আছিল। তেওঁৰ ঘৰৰ সম্মুখতে চন্দ্ৰশেখৰ ভট্টাচাৰ্যৰ ঘৰ।

১৯২৫ চনৰ মাজ ভাগত মই মেট্ৰিক পাছ কৰি কটন কলেজত নাম লগাওঁ।



আমি কেইজনমানে কলেজত আৰু উজান বজাৰৰ কুমাৰ ভাস্কৰ নাট্য মন্দিৰত গান-নাটক কৰোঁ। আমাৰ ঘৰতো গানৰ আড্ডা বহে। ৰায়চৌধুৰীয়ে প্ৰায়ে আহি আমাৰ লগত বহি গীত গায়। এটা সময়ত তেওঁ আমাৰ পৰিয়ালৰ ব্যক্তি-য়েই হৈ পৰিছিল। তেওঁৰ ঘৰত অৰুণা প্ৰেছটো। তাৰ পৰাই তেওঁ নিজে আখৰ বাছি, শুধৰাই, মেচিন মাৰি চেতনা আলোচনীখন উলিয়ায়। আন কি ঘৰে ঘৰে গৈ বিক্ৰীও কৰে। মাজে মাজে ময়ো চেতনাৰ কামত সহায় কৰি দিছিলোঁ। বহু অভাৱ-অনাটনৰ মাজতো তেওঁ চেতনাখন উলিয়াই আছিল। কিন্তু মোৰ বোধেৰে চেতনাৰ মৃত্যু হৈছিল অভাৱৰ বাবেই।

অম্বিকাগিৰীৰ এই কেইটা কথাই মোক বৰকৈ আকৰ্ষণ কৰিছিল--নিৰ্ভীকতা, স্পষ্টবাদিতা, দেশপ্ৰেম, সংগীত আৰু চৰাইপ্ৰীতি।

মই যিমানেই তেওঁৰ ওচৰ চাপি গৈছিলোঁ, সিমানেই সাহসী আৰু নিৰ্ভীক হ'বলৈ অনুপ্ৰেৰণা পাইছিলোঁ। মই আগতেই কৈ আহিছোঁ, আমাৰ ঘৰত সদায় গানৰ মজলিচ বহে। সেই মজলিচত আহি যোগ দিয়ে অম্বিকাগিৰী, হৰেন্দ্ৰ নাথ ভট্টাচাৰ্য, দেবেন্দ্ৰ ভট্টাচাৰ্য, গোপীনাথ বৰদলৈ, জ্যোতিষ দাস, তীৰ্থ ফুকন আদি। মই আছিলোঁ তবলাত। ১৯২৬ চনত পাণ্ডুত বহা জাতীয় কংগ্ৰেছ মহাসভাত গোৱা ৰায়চৌধুৰীৰ দ্বাৰা ৰচিত সমৱেত উদ্বোধনী গীতটো শুনি দেশৰ সকলো নেতাই তেওঁক ধন্যবাদ দিছিল। সেই সভাত মই স্বেচ্ছাসেৱকৰ কাম কৰিছিলোঁ।

ৰায়চৌধুৰীৰ দেশপ্ৰেমে মোক মুগ্ধ কৰিছিল। তেওঁ মোক লগ পালেই কৈছিল--'মুজিব, কিবা এটা কৰ'। মই তেওঁৰ কথা নুবুজি কওঁ--'কি কৰিব লাগে কওক। আমি সাজু আছোঁ'। তেওঁ তেতিয়া পুনৰ কয়--'এনেকৈ থাকিলে এদিন অসম নাথাকিব। অসমৰ নিজা জাতীয় অস্তিত্বই নাথাকিব। অসমীয়া অসমতে আলহী হ'ব লাগিব'। তেওঁ তেতিয়া কোৱা কথা পাছত আখৰে আখৰে ফলিয়াইছে, যাৰ কাৰণে আমি দুবাৰকৈ ভাষা আন্দোলন কৰিব লগা হ'লোঁ আৰু আজি ছৰছৰীয়া আন্দোলন চলাব লগা হ'লোঁ।

ৰায়চৌধুৰীৰ ঘৰৰ পৰা কিছু দূৰত হাৰিকুৰী নামে এজন বঙালী মিঠাইৱালাৰ দোকান আছিল। তাৰ পৰা তেওঁক প্ৰায়ে মিঠাই আনি খোৱা দেখিছিলোঁ। তেওঁৰ চৰাই প্ৰীতিও উৎকট আছিল। তেওঁ আজৰি সময়ত ঘৰত থকা ভাটৌটোৰ লগত সময় কটাইছিল।

যিদিনা অম্বিকাগিৰীৰ মৃত্যু হ'ল, সিদিনা মই মোৰ পিতাক হেৰুৱা দুখ অনুভৱ কৰিছিলোঁ।

# অগ্ৰজপ্ৰতিম ৰায়চৌধুৰীদেৱৰ সোঁৱৰণত

প্ৰফুল্ল চন্দ্ৰ বৰুৱা

ছবছৰীয়া আন্দোলন, যি আন্দোলনে দেশ-বিদেশৰ ৰাইজৰ বিশেষ দৃষ্টি আকৰ্ষণ কৰিছিল, যি আন্দোলনে পৃথিৱীৰ প্ৰধান ৰাতৰি কাকতসমূহৰ সমৰ্থন লাভ কৰিবলৈ সক্ষম হৈছিল, যি আন্দোলনে মহামানৱ মহাত্মা গান্ধীৰ সত্যাগ্ৰহৰ অমোঘ-নীতিৰ গৌৰৱ ৰচনা কৰিব পাৰিছিল, সেই আন্দোলনৰ পৰিসমাপ্তিৰ পৰা উদ্ভূত সাধাৰণ নিৰ্বাচনৰ হুলস্থুলীয়া পৰিৱেশত আজি আমি সমবেত হৈছোঁ-- এজন ক্ষণজন্মা পুৰুষৰ জন্মশতবাৰ্ষিকী পালনৰ অৰ্থে যিজনৰ ধ্যান-ধাৰণা, চেষ্টা, শ্ৰম, সামৰ্থ্য, সেৱা সকলো অৰ্পিত হৈছিল একমাত্ৰ দেশ-মাতৃকাৰ সেৱাত, দুঃখ ভৰা জীৱন লৈ যিজনে 'জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰিয়সী' মহামন্ত্ৰক সাৰ্থক কৰিবলৈ সততে নিৰ্ভীক পদক্ষেপ আগবঢ়াইছিল, অসমীয়া তথা অসমবাসীৰ কল্যাণৰ হকে যিজনে আজীৱন সংগ্ৰাম কৰি নিজক নিঃশেষ কৰি বিলাই গৈছিল, সেইজন আছিল অসমকেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী।

সাধাৰণতে ৰাজনৈতিক নিৰ্বাচনসমূহ সংঘটিত হয় দলীয়, উপদলীয়, নিৰ্দলীয় আদি প্ৰাৰ্থীসমূহৰ নিজ নিজ চিন্তাধাৰা, দৃষ্টিভংগী মতবাদ, আদিত সীমিত থাকি; কিন্তু বৰ্তমানৰ নিৰ্বাচন হ'ল যেন তাৰ ব্যতিক্ৰম। এই নিৰ্বাচনে এনে এটি ৰূপ পৰিগ্ৰহণ কৰি উঠিছে সি যেন এখন অঘোষিত অস্ত্ৰ-শস্ত্ৰবিহীন দ্বি-পক্ষীয় সংগ্ৰাম। এফালে চৰকাৰ, আনফালে ৰাইজ। এই ৰজাঘৰ-প্ৰজাঘৰ দ্বন্দ্বৰ ফলাফল সুদূৰ প্ৰসাৰী। ইয়াৰ ওপৰত নিৰ্ভৰ কৰিছে অসমীয়া তথা অসমবাসীৰ ভৱিষ্যত সংৰক্ষণ আৰু তাৰ অস্তিত্ব ৰক্ষা--যি আছিল অম্বিকাগিৰীৰ জীৱনৰ ব্ৰত।

শ্ৰীশংকৰ গুৰুৰ বংশোদ্ভৱ ৰায়কুলত জন্মগ্ৰহণ কৰা অম্বিকাগিৰীয়ে ১৪ বছৰ বয়সতে 'সিংহৰ পোৱালী সিংহহে হ'ব'--এই উক্তিৰে প্ৰশংসিত হৈছিল। যুটীয়া-ভাৱে এই উক্তি দিছিল শ্ৰীশংকৰ গুৰুৰ পৰম মিত্ৰ অনন্ত কন্দলিৰ বংশোদ্ভৱ সন্তান ঋষিতুল্য কমলাকান্ত ভট্টাচাৰ্য আৰু মহাপুৰুষীয়া গ্ৰন্থসমূহক লুপ্ত হোৱাৰ পৰা ৰক্ষা কৰা হৰিবিলাস আগৰৱালাদেৱে। এদিন অম্বিকাগিৰীয়ে নিজ সম্বল কিতাপ আদি বোকোচা বান্ধি ১৪ মাইল হাবিতলীয়া বাট-চাপৰি পাৰ হৈ খোলাবান্ধা ঘাটৰ পৰা জাহাজেৰে গুৱাহাটী অভিমুখে আহিছিল আৰু পলাশবাৰী ঘাটত এজন বাবুৱে এজনী পোহাৰীক অমিতা কিনা নৈ মাৰি পলাব খোজা মুহূৰ্তত অম্বিকাগিৰীয়ে জাহাজৰ পৰা লৰি গৈ বাবুজনক উৰাই-ঘূৰাই মাৰি পাঁচ টকা জৰিমনা আদায় কৰি পোহাৰীৰ ওচৰত ক্ষমা-প্ৰাৰ্থনা খোজাইহে এৰি দিছিল। এই দৃশ্য একে জাহাজত অহা ভট্টাচাৰ্যদেৱ আৰু আগৰৱালাদেৱে দেখি উক্ত মন্তব্য কৰিছিল। এবাৰ উজনিৰ পৰা ভাটীলৈ অহা বেগাৰী-নাও এখনে কলেৰাত আক্ৰান্ত হোৱা কাম কৰা ল'ৰা এটাক ব্ৰহ্মপুত্ৰৰ বালিত কামাখ্যা শ্মশানৰ ওচৰত জীয়াই-



জীয়াই পেলাই থৈ যোৱা সংবাদ পোৱা মাত্ৰকে অম্বিকাগিৰীয়ে নিজৰ সকলো কাম এৰি লৰি গৈ সেই ল'ৰাজনক ধুৱাই মেলি শুশ্ৰূষা আৰু চিকিৎসা কৰোৱাই জীৱন ৰক্ষা কৰি সেৱা ধৰ্মৰ অক্ষয় কীৰ্তি ৰাখি গ'ল।

পৰাধীনতাৰ গ্লানিৰ পৰা মুক্ত হ'বলৈ বংগদেশত আৰম্ভ হৈছিল গুপ্তভাৱে 'টেৰ'ৰিষ্ট মুভ্‌মেণ্ট' (Terrorist movement); ১৯০৫ চনৰ বংগ-ভংগই সেই 'মুভ্‌মেণ্ট'-ক তীব্ৰতৰ কৰি তুলিলে। পঞ্জাৱ, মহাৰাষ্ট্ৰত সি বিয়পি পৰিল। সংলগ্ন অসমো তাৰপৰা বাদ নগ'ল। অম্বিকাগিৰীয়ে যোগদান কৰিলে যদিও শীঘ্ৰেই তাৰপৰা ওলাই আহিল এই হেতু যে বংগ-ভংগক কাৰণ হিচাপে লৈ অসমৰ বাবে আন্দোলন চলোৱাৰ কোনো প্ৰয়োজন নাই। তাৰ পৰিৱৰ্তে এই আন্দোলন হ'ব লাগিব অসমক পূৰ্ব বংগৰ লগত জাপি দিয়াৰ বিৰোধিতা কৰাটোহে। এই আন্দোলন অৱশ্যে বহুদিনলৈ নিটিকিল।

অম্বিকাগিৰীয়ে অনুভৱ কৰে যে এখন ৰাতৰি কাকতৰ অবিহনে সুপ্ত-লুপ্ত-প্ৰায় অসমীয়াক জাগ্ৰত কৰিব পৰা টান হ'ব। তাৰ বাবে প্ৰয়োজন এটা ছপা-শালৰ। এই ছপাশাল স্থাপনৰ বাবে তেওঁ সম্বলবিহীন। কিন্তু 'অসাধ্যসাধন কিম্বা শৰীৰ পতন'--এই মহামন্ত্ৰত দীক্ষিত হৈ দুটকা ৰূপ মূলধন লৈ একে-লেঠাৰীয়ে কেইবাসাজো মুড়ি আৰু চাহপানী খাই ব্ৰহ্মপুত্ৰ নৈ-ঘাটৰ পৰা নিজ কান্ধেৰে কঢ়িয়াই বাঁহ-খেৰ গোটাই এটি ঘৰ সাজি লৈ বৰপেটা, গুৱাহাটী আদি ঠাইৰ পৰা অলাগতীয়াল ছপাশালৰ অংশবিশেষ সংগ্ৰহ কৰি 'অৰুণা প্ৰেছ' স্থাপন কৰি 'চেতনা' নামৰ মাহিলী আলোচনী প্ৰকাশ কৰে। ছপাশাল পৰিচালনা, আলো-চনী প্ৰকাশৰ সমস্ত কাম প্ৰায় নিজেই কৰিবলগীয়া হৈছিল। আলোচনীত প্ৰবন্ধ আদি লিখাৰ উপৰি গুৱাহাটীৰ ঘৰে ঘৰে গৈ আলোচনী বিক্ৰী কৰাৰ কামো অম্বিকাগিৰীয়েই কৰিছিল। যুৱ-শক্তিক অনুপ্ৰাণিত কৰিবলৈ তেওঁ 'ডেকা-অসম' নাম দি সাপ্তাহিক সংবাদ-পত্ৰ প্ৰকাশ কৰে--যি প্ৰকাশনে অসমীয়া যুৱকসকলক জনসেৱা, দেশ-সেৱাত ব্ৰতী হ'বলৈ উৎসাহ দিয়াত সফলতা লাভ কৰিছিল।

ক্ৰমান্বয়ে বিদেশী অনুপ্ৰৱেশ, অনা-অসমীয়া ব্যৱসায়ী, বনুৱা, শিল্পী চাকৰিয়াল আদিৰে অসম ভৰি পৰাত দূৰদৃষ্টিসম্পন্ন অম্বিকাগিৰীয়ে শতাব্দীৰ চতুৰ্থ দশকতে 'অসম সংৰক্ষিণী সভা' স্থাপন কৰি অসম তথা অসমীয়াৰ স্বাৰ্থ ৰক্ষাৰ্থে যি পুলি ৰোপণ কৰিছিল সি আজি অশ্বত্থ গছ সদৃশ অসমৰ অস্তিত্ব ৰক্ষা আন্দোলনত পৰিণত হৈছে।

এইসকলোবোৰ কৰ্মৰ উৰ্ধত অম্বিকাগিৰী আছিল এজন অসাধাৰণ পুৰুষ। তেওঁ আছিল একাধাৰে সাহিত্যিক, সংগীতজ্ঞ, গীতৰচক, সুৰশিল্পী, নাট্যকাৰ, গায়ক, মঞ্চাভিনেতা। তেৱেঁই প্ৰথম অসমীয়া নাট্যকাৰ যাৰ নাটকে সেই সময়ত প্ৰচ-লিত বঙলা নাটক অসমৰ ৰংগমঞ্চৰ পৰা বিতাড়িত কৰিবলৈ সক্ষম হ'ল। নাটকখনৰ নাম আছিল 'কল্যাণময়ী'। তেওঁৰ মৰ্মস্পৰ্শী তেজোদীপ্ত ৰচনা সম্ভা-ৰত সকলো সময়ৰ সকলো অসমীয়াৰ চেতনাক উদ্বুদ্ধ কৰিব পৰা শক্তি নিহিত হৈ আছে।

এইজনা পুৰুষৰ সংশ্ৰৱলৈ মই আহোঁ ১৯১৮ চনত কটন কলেজত আই-এচচি পঢ়াৰ সময়ত। নিজেও এজন সংগীতত ৰাপ থকা লোক হিচাপে তেওঁৰে

মোৰে মাজে মাজে গীত আদিৰ কথাৰে দেখা সাক্ষাৎ হয় আৰু আমাৰ সহৃদয়তা বাঢ়ে।

১৯২২ চনৰ অসহযোগ আন্দোলনত তেজপুৰ জেইলত মোৰ কাৰাবাস খটাৰ সময়ত তেওঁকো বৰপেটা জেইলৰ পৰা তেজপুৰ জেইললৈ স্থানান্তৰিত কৰে। আমি দুয়ো প্ৰায় চাৰিমাহ একেলগে থাকোঁ। সেইসময়ত ৰাজনৈতিক বন্দীসকলক দিয়া 'স্পেচিয়েল ট্ৰিট্‌মেন্ট' (special treatment) আমি দুয়ো প্ৰত্যাখ্যান কৰা হেতু আমাৰ থকা-মেলা, বেশ-ভূষা, খোৱা-বোৱা সাধাৰণ বন্দী খিলাকৰে একে আছিল। Hard labour পাই আমি দৈনিক কাম কৰিব লগা হৈছিলোঁ। শিল ভঙা, ঘানিত তেল পেৰা, ধান বনা, Allow pounding আদি কাম কৰিছিলোঁ। অৱশ্যে দৈনিক আমাৰ নিৰ্দিষ্ট কাম আমি ইচ্ছাকৃতভাবেই নকৰিছিলোঁ। আমি ৬ কিউবিক শিল ভাঙিব লাগে, পাছে ৩ কিউবিক শিল ভাঙি বহি থাকোঁ। ইয়াৰ বাবে আমি জেলৰ নিয়ম অনুসৰি দণ্ড পাইছিলোঁ। এই শিল ভঙা সময়ত অম্বিকাগিৰীৰ কণ্ঠৰ পৰা ওলাই আহিছিল—'তই ভাঙিব লাগিব শিল। নোৱাৰোঁ বুলিলে নহ'বযে ভাই কিলতে পৰিব কিল।' কোনো এটা কথাত মই জেইলাৰক মাৰিবলৈ মোৰ ভাতখোৱা লোহাৰ বাটিটো মুখলৈ মাৰি পঠিওৱা অপৰাধত মোৰ মুক্তি নোহোৱালৈকে নিজান ফাটক (solitary imprisonment) দিয়াত আমাৰ দুয়োৰে ভিতৰত আৰু জেলত দেখাদেখি নহ'ল।

১৯২৬ চন। পাণ্ডুত ভাৰতীয় জাতীয় কংগ্ৰেছৰ পূৰ্ণ অধিবেশন বহিব। সভাপতি আছিল শ্ৰীনিবাস আয়েংগাৰ। মহাত্মা গান্ধী, চি-আৰ দাস, মতিলাল নেহৰু, সৰোজিনী নাইডু আদি বহুতো সৰ্বভাৰতীয় নেতা উপস্থিত আছিল। এই সন্মিলনৰ বাবে যি অভ্যৰ্থনা সমিতি গঠিত হৈছিল তাৰ সভাপতি আছিল দেশভক্ত তৰুণৰাম ফুকন, সাধাৰণ সম্পাদক কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ। বিত্ত, প্ৰচাৰ, খাদ্য, পেণ্ডেল আদি ১১ খন 'চাবকমিটি' গঠিত হৈছিল। একাদশ চাব কমিটি খনৰ নাম আছিল— Music, Reception and Procession। মই আছিলোঁ তাৰ সম্পাদক। অম্বিকাগিৰী আছিল এজন প্ৰধান সভ্য। আমি দুয়ো আলোচনা কৰিলোঁ, প্ৰস্তাৱনা তথা আৰম্ভণী গীতটি ৰচনা কৰিব ৰায়চৌধুৰী ডাঙৰীয়াই আৰু মই তাৰ সুৰ দিম। সেই অনুপাতে গীত ৰচনা হ'ল। অম্বিকাগিৰীয়ে মোক মাতি পঠিয়ালে। মোক তেওঁ ক'লে—'প্ৰফুল্ল, এনে এটা সুৰ দিয়া যেন বাহিৰৰ পৰা অহাসকলে সেই সুৰ শুনি মুগ্ধ হয় আৰু অসমীয়া গীতৰ গৌৰৱ বঢ়াব পাৰে'। মই গীতটি পঢ়ি গ'লোঁ আৰু লগে লগে নিজেই আপ্লুত হ'লো-গীতটিৰ শব্দ গাঁঠনিত আৰু তাৰ মৰ্মস্পৰ্শী ভাবত। পঞ্চমবাৰ পঢ়ি শেষ কৰাত আপোনা-আপুনি মোৰ অন্তৰৰ পৰা এটি সুৰ ওলাই আহিল যি সুৰে মোক নিজকে আপোন-পাহৰা কৰিলে। অম্বিকাগিৰীয়েও বিমুগ্ধ হৈ মোক সাবত মাৰি ধৰি ক'লে—'এই সুৰ চিৰদিনীয়া হওক। সুৰ-শিল্পী হিচাপে তোমাক মই আশীৰ্বাদ কৰোঁ'। উত্তৰত ময়ো ক'লোঁ—'দাদা আপোনাৰ এই গীত-ৰচনা যুগমীয়া হওক'। এয়েই আছিল আজিও বহুজন প্ৰশংসিত 'আজি বন্দো কি ছন্দেৰে' গীতৰ জন্ম-কথা। ভাৰতীয় জাতীয় মহাসভাত সমৱেত হোৱা বিৰাট জনতাৰ সন্মুখত যেতিয়া এই গীত পঞ্চাছ গৰাকী সুশ্ৰী পৰিচ্ছদ পৰিহিত সুগায়ক-গায়িকাৰ কণ্ঠেৰে গোৱা



হৈছিল, সকলোৰে মাজত যি আনন্দ-উদ্দীপনা প্ৰবাহিত হৈছিল তাক বৰ্ণনা কৰিবলৈ আমাৰ ভাষা নাছিল। ডঃ বাণীকান্ত কাকতিদেৱে এই গীতৰ ইংৰাজী অনুবাদ কৰি সমাগত সকলোৰে মাজত আগতীয়াকৈ বিলাই দিয়াত গীতৰ মৰ্ম আটায়ে উপলব্ধি কৰিব পাৰিছিল আৰু সেই সময়ৰ ভাৰতবৰ্ষৰ সকলো বাতৰি কাকতত উচ্চ প্ৰশংসিত হৈছিল।

আজি এই জন্ম শতবাৰ্ষিকীৰ সৈতে সংলগ্ন হৈছে ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাৰ জন্ম-শতবাৰ্ষিকী। এই পৱিত্ৰ দিনত মই মোৰ অগ্ৰজপ্ৰতিম, অশেষ গুণেৰে বিভূষিত দাদা অসম কেশৰী অম্বিকাগিৰী ৰায় চৌধুৰীৰ পৱিত্ৰ স্মৃতিত মোৰ সশ্ৰদ্ধ প্ৰণিপাত নিবেদন কৰিলোঁ।

# নৱজাগৃতিৰ দূত

যজ্ঞেশ্বৰ শৰ্মা

স্বদেশী আন্দোলনৰ উপকেন্দ্ৰ এঠাইত হ'লেও সেই ভুঁইকপৰ জোকাৰ গোটেই ভাৰততে বিয়পি পৰিছিল। বহুতৰ প্ৰাণদণ্ড হ'ল, বহুতে দীঘলীয়া কাৰাবাস ভোগ কৰিলে, কলিয়াপানীলৈ গ'ল আৰু অজ্ঞাত বহু দেশ-প্ৰেমিকে নানা নিৰ্যাতন ভোগ কৰিলে। বলৱন্ত ৰাও তিলক নিৰ্বাসিত হৈ মান্দালয়ৰ কাৰাগাৰত কেবা-বছৰো থাকি গীতাৰহস্য জাতিক উপহাৰ দিলে। এনে সময়তে বৰ্তমান শতিকাৰ আৰম্ভণিত এটি কিশোৰে কালপুৰুষৰ আহ্বানত বহল জগতলৈ ওলাই আহিল।

মহাপুৰুষৰ উদাৰ শিক্ষাৰ ঐতিহ্যধাৰী বৰপেটাৰ জলবায়ুৰে পুষ্ঠ হোৱা এটি সাহসী ল'ৰা নিজৰ জন্ম-ঠাইৰ পৰা আঁতৰি বৃহৎ জগতৰ লগত চিনাকি হ'বলৈ ওলাই আহিল। গুৱাহাটীত কেইবছৰমান থাকি তাত যি পাৰিলে শিক্ষা-অভিজ্ঞতা সঞ্চয় কৰি উজনী অসমৰ ডিব্ৰুগড় ওলালগৈ। প্ৰথম মহাযুদ্ধৰ সময়। তেতিয়া ডিব্ৰুগড়ৰ পৰা আসাম বান্ধৱ নামে মাহেকীয়া আলোচনী আৰু টাইমচ্ অব আচাম বোলা ইংৰাজী সাপ্তাহিক প্ৰচাৰ হয়। চিমা তেতালা।

এনে সময়তে এই ডেকাজনৰ 'তুমি' বোলা এখন বৰ্ণনাত্মক গীতিকাব্য প্ৰকাশ পায়। অসমীয়া সাহিত্যত এক নতুন ধৰণৰ কবিতা পুথি। দেহজ প্ৰেমত আৰম্ভ কৰি বিশ্বপ্ৰেমত পৰিণত—ইয়াৰ বিষয়বস্তু। Pilgrims' progress--তীৰ্থযাত্ৰীৰ অগ্ৰগতি, বুলি ইয়াক ক'ব পাৰি। কবিতাপুথিৰ ভাষাও পূৰ্বৱৰ্তীসকলৰ পৰা ভিন্ন। চমজ্‌দাৰ লোকৰ দৃষ্টি আকৰ্ষণ কৰিলে। কবিৰূপে খ্যাতি প্ৰতিষ্ঠা হ'ল।

ইয়াৰ পাছত পুনৰ গুৱাহাটীলৈ প্ৰত্যাৱৰ্তন আৰু সাংবাদিকৰ ভূমিকা। মাজে মাজে কাৰাবাসৰ অভিজ্ঞতা।

মুখেদি ৰক্ত আহিলে বাগৰি
তই ভাঙিব লাগিব শিল।

পাণ বজাৰৰ এটি অতি দৰিদ্ৰ কুটীৰত অৰুণা প্ৰেছ স্থাপন আৰু চেতনাৰ সম্পাদনা। বাঁহী-আলোচনী--উষা ক্ৰমে দুৰ্বল হৈ আহিছে। চেতনাৰ নতুন আদৰ্শ—বাণীকান্ত, সূৰ্যকুমাৰ, শৰৎ গোস্বামী, ৰত্নকান্ত আদিৰ সহযোগ। অৰুণা প্ৰেছ অগ্নিদগ্ধ—কাগজ-পত্ৰ ভস্মীভূত, যন্ত্ৰপাতি প্ৰায় নষ্ট। তাৰ মাজত stoic অবিচলিত মানুহজনৰ হাঁহিমুখে পুনৰ কামত আৰম্ভ।

অসম সাহিত্য সভাৰ বৰপেটা অধিবেশন আৰু পাণ্ডুত বহা ভাৰত জাতীয় কংগ্ৰেছ অধিবেশনৰ আৰম্ভণী গীতৰ ৰচক।

অসমত অভাৰতীয় আক্ৰমণৰ ভয়াৱহতাৰ ভৱিষ্যত দ্ৰষ্টা সংৰক্ষিণীৰ আহ্বান।

ভাড়াঘৰৰ মালিকে ঘৰৰ পৰা উলিয়াই দিয়াত পৰিয়াল আৰু বস্তু-বাহানি কাগজ-পত্ৰ আগত লৈ উজান বজাৰৰ ৰাজপথত বৰষুণত তিতি থকা এজন লোক।

'ডেকা-অসম' সম্পাদনা। অসমৰ অস্তিত্ব ৰক্ষাৰ উদাত্ত বাণী।

কবি, সংগীতজ্ঞ, মিষ্টিক, সাংবাদিক, সমাজসেৱী—অসমৰ নৱজাগৃতিৰ প্ৰতিনিধি।

অম্বিকাগিৰী, তোমাৰ পুণ্যস্মৃতিলৈ সশ্ৰদ্ধ প্ৰণাম।

# আজি ৰায়চৌধুৰীৰ গুৰুত্ব

যোগেশ দাস

জীৱন কালত অম্বিকাগিৰী ৰায়চৌধুৰীয়ে যি জাতীয় ভাবৰ আদৰ্শ অনুসৰণ কৰিছিল আজি আমি তাকেই শুদ্ধ বুলি অনুভৱ কৰিব ধৰিছোঁ। তেওঁৰ সেই আদৰ্শ তেওঁৰ জীৱন কালত, বিশেষকৈ ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ শেষ পৰ্যায়ত ত্ৰিশৰ দশকৰ অসহযোগ আন্দোলন আৰু বিয়াল্লিছৰ পৰা সাতচল্লিছৰ তীব্ৰ হিংস-অহিংস সংগ্ৰামৰ বছৰবোৰত, প্ৰায় সকলো অসমবাসীয়েই ঠেক মনোবৃত্তিৰ পৰিচায়ক বুলি তুচ্ছ-তাচ্ছিল্য কৰিছিল। কিন্তু আজি ৰায়চৌধুৰীৰ নাম বিশেষভাৱে নল'লেও, সকলো অসমীয়াই সেই আদৰ্শ অনুযায়ী দীঘলীয়া আন্দোলন চলাই তেওঁ চিঞৰি চিঞৰি কৈ অহা কথাকে কাৰ্যকৰী কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিছে। অসম কেশৰীৰ জন্ম-শতবাৰ্ষিকী উৎসৱ পালন কৰিবৰ পৰত এইটোৱেই তেওঁৰ জাতীয়তাবাদৰ আটাইতকৈ ডাঙৰ তাৎপৰ্য।

ৰায়চৌধুৰী ডাঙৰীয়া কিয় আৰু কেনেকৈ ইমান অসমীয়া মনোভাৱাপন্ন হৈ উঠিছিল সেই কথা কোৱা টান। বিশেষকৈ তেওঁ এই সম্পৰ্কত তেওঁৰ মনৰ ভাৱ মুকলিকৈ ক'তো কৈ যোৱা নাই। কিন্তু কিছু কিছু কাৰণ আমি অনুমান কৰিব পাৰোঁ। স্বকীয় সমৃদ্ধ ভাষা-সংস্কৃতি থকা সুপ্ৰাচীন প্ৰাগ্‌জ্যোতিষ-কামৰূপ-অসমখনক আপোন দেশ বুলি ভবাটো নিতান্ত স্বাভাৱিক। কিয়নো যি কোনো স্বতন্ত্ৰ জাতি-সত্তাৰ এজন লোকৰ ক্ষেত্ৰতে এই ভাৱ অনুভূত হোৱা স্বাভাৱিক। কিছু দিনৰ আগলৈকে, বৃটিছ ৰাজত্ব চলি থকা সময়ত, আমি প্ৰায়েই অনা-অসমীয়া মানুহক বিদেশী বুলি কৈছিলোঁ। এখন ভাৰতৰ ধাৰণা সৃষ্টি হোৱাৰ পাছত এইদৰে কোৱাটো নিশ্চয় অশুদ্ধ আৰু অনুচিত আছিল। কিন্তু হাজাৰ বছৰ ধৰি ভাৰতবৰ্ষ নামৰ বৃহৎ ভূখণ্ডত অসংখ্য স্বাধীন ৰাজ্য বহু বহু কাল বৰ্তি থকাৰ অতীত বুৰঞ্জী বিবেচনা কৰি চালে তেনেকৈ কোৱাটো একো অস্বাভাৱিক কথাও নাছিল। আজিৰ দিনতো একো একো অংশ ভাৰতবাসীয়ে কাশ্মীৰ আৰু পঞ্জাৱক স্বাধীন ৰূপত প্ৰতিষ্ঠা কৰিবলৈ অপচেষ্টা কৰাৰ দৃষ্টান্ত এই প্ৰসংগত মনলৈ আনিব পাৰি। ৰায়চৌধুৰীয়ে নিশ্চয় অসমক আধুনিক ভাৰতৰ বাহিৰলৈ আৰু নিয়াৰ কল্পনা কৰা নাছিল। তথাপি উক্ত ঐতিহ্য ইতিহাসৰ দৃষ্টিকোণৰ পৰা তেওঁৰ মনত বিশিষ্ট অসমীয়াত্বৰ ভাৱ জাগি উঠাটো একো আচৰিত নহয়।

আন এটা ঐতিহ্যৰ কথাও এইখিনিতে উল্লেখ কৰি যাওঁ-বংশ গৌৰৱৰ ঐতিহ্য। বংশ-পৰিয়ালৰ গুৰুত্ব হওঁতে বৃটিছৰ দিনলৈকেহে আছিল ঃ ইংৰাজে ভাল ঘৰৰ লোকক চাকৰি-বাকৰি দিছিল আৰু আমাৰ কৰ্মপ্ৰাৰ্থীয়েও দৰ্খাস্তত নিজকে ভাল ঘৰৰ লোক বুলি উল্লেখ কৰিছিল। কিন্তু গণতন্ত্ৰ প্ৰতিষ্ঠা হোৱাৰ পাছত, অন্ততঃ আইনৰ চকুত, সেই গুৰুত্বৰ মিয়াদ উকলিল। তথাপি অস্বীকাৰ কৰিব নোৱাৰি যে বংশ গৌৰৱৰ লগত জাতীয়তাবোধ আৰু জাতীয় সংস্কৃতিৰ ধাৰাবাহিকতাও বহু

সময়ত বৰ্তি থাকে । যেনে, সাতাৱন চালৰ প্ৰথম স্বাধীনতা যুঁজৰ (তথাকথিত চিপাহী বিদ্ৰোহ) কেন্দ্ৰ-বিন্দুৰূপে ৰখা হৈছিল বাহাদুৰ শ্বাহ জাফৰক; যেনেকৈ মণিৰাম দেৱান, পিয়লী বৰুৱা আদিয়েও 'ষড়যন্ত্ৰ' কৰোঁতে কন্দৰ্পেশ্বৰ সিংহৰ কথাহে মনত ৰাখিছিল । ৰায়চৌধুৰী ডাঙৰীয়াৰ পিতৃ-মাতৃ উভয় বংশৰ লগতে অসমৰ সাংস্কৃতিক ইতিহাসৰ প্ৰসিদ্ধ ব্যক্তিৰ সম্পৰ্কৰ এনাজৰীৰ বন্ধন আছে ঃ মহাপুৰুষ শংকৰদেৱৰ পৰিয়ালৰ ৰামৰায় আছিল তেওঁৰ পূৰ্বপুৰুষ আৰু তেওঁৰ মাতৃদেৱী আছিল মহাপুৰুষ মাধৱদেৱৰ ভাগিনিয়েক কৰি ৰামচৰণ ঠাকুৰৰ বংশৰ । বৰপেটা ধামত জন্মগ্ৰহণ কৰা কাৰণে তেওঁৰ ওপৰত বৈষ্ণৱ আদৰ্শৰ প্ৰভাৱ পৰা স্বাভাৱিক। তেওঁ যে ডেকাকালত শুৱলাকৈ বৰগীত গাই বহুতকে চমৎকৃত কৰিছিল এই কথা আজি বহুতেই পাহৰিছে । পিতৃ কৃষ্ণৰাম ৰায়চৌধুৰীও বৰপেটাৰ কীৰ্তনঘৰৰ কাৰ্য-কলাপৰ সৈতে ঘনিষ্ঠভাৱে জড়িত আছিল । শ-শ বছৰীয়া অসমীয়া সত্ৰসমূহতো বঙলা যাত্ৰাৰ অনুপ্ৰৱেশ ঘটা দিনত এই বৰপেটাতেই ৰায়চৌধুৰীয়ে ডেকাকালত 'জয়দ্ৰথ বধ' আৰু 'ভক্তগৌৰৱ' নামে দুখন অসমীয়া নাট ৰচনা কৰি নিজে পৰিচালনা আৰু অভিনয় কৰি (তেওঁৰ ভাষাত 'নিজে গাই-বাই-শিকাই') বৰপেটাবাসীক উদ্বুদ্ধ কৰি বঙলা নাট্যাভিনয়ৰ প্ৰভাৱ দূৰীভূত কৰিছিল । এই বৰপেটাতে, মহাত্মা গান্ধীৰ প্ৰথম অসম আগমনৰ পাছত, ভাৰতৰ জাতীয় আন্দোলনৰ দ্বাৰা অনুপ্ৰাণিত হৈ ৰায়চৌধুৰী ডাঙৰীয়াই কাৰাবৰণ কৰিছিল । গতিকে বৰপেটা সত্ৰ আৰু সেই সত্ৰৰে প্ৰভাৱপুষ্ট বংশ-পৰিয়ালৰ পৰা তেওঁ সৰুৰে পৰা জাতীয় ভাৱ অনুভৱ কৰা স্বাভাৱিক বুলি ক'ব পাৰি ।

আজি সৰ্বসাধাৰণ অসমীয়া মানুহৰ জাতীয় চেতনাৰ যিটো স্বৰূপ-তাৰ সামগ্ৰিক গতি-প্ৰকৃতিৰ সৈতে বিবেচনা কৰিলে অম্বিকাগিৰী ৰায়চৌধুৰীৰ জাতীয় চিন্তাৰ লগত মিলি যায় । এই ক্ষেত্ৰত আধুনিক ভাৰতৰ জাতীয় ভাৱৰ কথাহে ক'ব লাগিব। বৃটিছে ভাৰতৰ শাসন নিজৰ হাতলৈ অনাৰ আগলৈকে এখন ভাৰতবৰ্ষৰ ৰাজনৈতিক ধাৰণা কাহানিও নাছিল । ১৮৫৭ চনৰ প্ৰথম বৃটিছ-বিৰোধী সশস্ত্ৰ বিদ্ৰোহে গোনপ্ৰথমে সমস্ত ভাৰতবাসীক এক-ভাৱাপন্ন কৰি তোলে । তাৰ আগে আগে বৃটিছ বনিকসকলে যেনিবা একেটা প্ৰশাসনৰ অধীনলৈ বিশাল দেশখনক অনাৰ প্ৰক্ৰিয়াটো সম্পূৰ্ণ কৰি আনিছিল । মণিৰাম দেৱান, পিয়লী ফুকন, গমধৰ কোঁৱৰ আদিৰ বিদ্ৰোহৰ সময়ত অসমীয়াৰো সৰ্বভাৰতীয় চেতনা সৃষ্টিত অৰিহণা যোগাইছিল । সেই সৰ্বাত্মক চেতনাত পাছলৈ অম্বিকাগিৰী ৰায়চৌধুৰীয়েও সহাঁৰি দিছিল । বংগভংগ আন্দোলনৰ গইনা লৈ বিশেষকৈ বংগ প্ৰদেশত যি সন্ত্ৰাসবাদী আন্দোলন সৃষ্টি হৈছিল তাৰ ঢৌ অসমলৈকো অহাত কুৰি বছৰমানৰ ডেকা অম্বিকাগিৰীয়েও তাত যোগদান কৰিছিল । 'মোৰ জীৱন ধুমুহাৰ এছাটি'ত তেওঁ নিজে চাহাবৰ ক্লাবঘৰত জুই দিয়া আৰু স্বদেশী প্ৰচাৰৰ কামত লগাৰ কথা ভালকৈ বৰ্ণনা কৰি গৈছে । এইখিনিলৈকে তেওঁ মণিৰাম-পিয়লীৰ ঐতিহ্যকে বহন কৰি গৈছিল বুলিব পাৰি । তাৰ পাছত মহাত্মা গান্ধীৰ নেতৃত্বত যেতিয়া ভাৰতৰ জাতীয় আন্দোলনে একৈশ চনৰ পৰা নতুন ৰূপ পৰিগ্ৰহণ কৰিলে আৰু বিশেষৰূপে মহাত্মাৰ অসম আগমনে অসমবাসীৰ মানসত যি নতুন চৈতন্যৰ উদ্ৰেক কৰিলে (বেণুধৰ শৰ্মা, অমিয় কুমাৰ দাস, শ্ৰীদেবেশ্বৰ শৰ্মা আদিৰ লেখাত ইয়াৰ সুন্দৰ বৰ্ণনা আছে) তাৰ প্ৰভাৱ ৰায়-



চৌধুৰীৰ ওপৰতো পৰিল । 'চেতনা' আৰু অৰুণা প্ৰেছৰ কাম এৰি থৈ তেওঁ ভাৰতৰ জাতীয় আন্দোলনত জপিয়াই পৰিছিল । তেওঁৰ ৰাজনৈতিক চেতনাৰ এই পৰিৱৰ্তন এক নতুন গভীৰ বিশ্বাসৰ ফল স্বৰূপে হৈছিল, যি কথা তেওঁ বিস্তৃততৰ মনোভংগীৰ পৰিচায়ক ৰূপে আত্মজীৱনীত উল্লেখ কৰি গৈছে । তেওঁৰ এই পৰিৱৰ্তনক আমি প্ৰতীক ৰূপেও ল'ব পাৰোঁ ঃ সেই সন্ধিক্ষণতে অসমৰ ৰাজনৈতিক ক্ষেত্ৰত প্ৰধান ভূমিকা লোৱা অসম এছ'চিয়েচনৰ অভিজ্ঞ সদস্যসকলেই স্বেচ্ছাই কংগ্ৰেছ মহাসভাত অন্তৰ্ভুক্ত হৈছিলগৈ । তেতিয়াৰে পৰা অসম এছ'চিয়েচনৰ আবেদন-নিবেদনমূলক কাৰ্য-কলাপৰ ওৰ পৰে আৰু সৰ্বভাৰতীয় আৰু সৰ্বাত্মক কংগ্ৰেছ আন্দোলন অসমতো বিয়পি পৰে । প্ৰতীক স্বৰূপে আন এটা কথাও উল্লেখ কৰিব পাৰি । অসম এছ'চিয়েচনৰ কাৰ্য-কলাপ ক্ষীণ হৈ পৰাত অসমৰ জাতীয় অনুষ্ঠানৰূপে ১৯১৭ চনত গঠিত হয় অসম সাহিত্য সভা । শিৱসাগৰত বহা সেই প্ৰথম অধিবেশনলৈ ডিব্ৰুগড়ৰ পৰা সাহিত্য সভাৰ প্ৰতিনিধি হৈ ৰায়চৌধুৰীও আহিছিল আৰু সেই অধিবেশনতে তেওঁ কাৰ্যনিৰ্বাহকৰ সদস্যও নিৰ্বাচিত হৈছিল । ভাষা, ঐতিহ্য, সংস্কৃতিৰ ক্ষেত্ৰত অসমীয়াৰ স্বকীয়তা থকা হেতু সিবিলাকৰ চৰ্চা আৰু বিকাশৰ ভাৰ সাহিত্য সভাই গ্ৰহণ কৰিছিল; কংগ্ৰেছৰ দৰে সৰ্বভাৰতীয় সংঘ এটাৰ দ্বাৰা সেই কাম কৰা সম্ভৱ নাছিল । কিন্তু দুয়োবিধ কাৰ্যৰে তেতিয়া প্ৰয়োজন আছিল । জাতীয় জীৱনৰ লগত ডেকাকালৰে পৰা লিপ্ত ৰায়চৌধুৰীৰ পক্ষে সেই কাৰণে দুয়ো ক্ষেত্ৰতে আত্ম-নিয়োগ কৰাটো স্বাভাৱিক আছিল। গতিকে সৰ্বভাৰতীয় পটভূমিত তেতিয়াৰ দিনত সৰ্বসাধাৰণ অসমীয়া মানুহে কৰা কামকে তেওঁ কৰিছিল।

কিন্তু ১৯২৬ চনমানৰ পৰা ৰায়চৌধুৰীৰ জাতীয় চেতনাত নতুন দিগন্ত উদ্ভাসিত হৈ উঠে । সেয়ে হৈছে তেওঁৰ অসমীয়া জাতীয়তা, যিটোৰ কাৰণে সৰ্বভাৰতীয় স্বাধীনতা আন্দোলনৰ ব্যাপক প্ৰভাৱৰ ফলত অসমৰ সৰহভাগ লোকেই তেওঁক ভুল বুজিছিল নাইবা ঠেক প্ৰাদেশিকতাবাদৰ অভিযোগ তুলি তুচ্ছ-তাচ্ছিল্য কৰিছিল । আমি আমাৰ ছাত্ৰ-কালত এই অৱস্থা প্ৰত্যক্ষ কৰিছিলোঁ; তেওঁৰ 'অসম গ'ল', 'অসম গ'ল' ধ্বনি, দিল্লীলৈ ঘনে ঘনে পঠিওৱা টেলিগ্ৰাম, অসমীয়া সাজ-পাৰৰ ওপৰত দিয়া গুৰুত্ব আদি বিষয়লৈ আমি নিজেও বৰকৈ মন-কাণ কৰা নাছিলোঁ-আজি সেই কথা মনত পৰিলে নিজেই লাজ পাওঁ । অসম সংৰক্ষিণী সভা গঠন কৰি তেওঁ নিজে উপলব্ধি কৰা মতে নতুন দিশত জাতীয় চেতনা জগাই তুলিবলৈ গ'ল। তাৰ পাছত ১৯৩৬ চনত অসম জাতীয় মহাসভা গঠন কৰিও তেওঁ একে জাতীয় আদৰ্শ অনুযায়ী অসমীয়া জাতিক সংগঠিত কৰিবলৈ চেষ্টা চলায় । এই চেতনা একেবাৰে আকস্মিক নহয় । ইয়াৰ উন্মেষ ১৯১৮ চনতে 'চেতনা' উলিয়াবৰ সময়তে হৈছিল । কিয়নো চেতনাৰ উদ্দেশ্য বৰ্ণনা কৰি প্ৰথম সংখ্যাতে তেওঁ লিখিছিল ঃ

'সকলো জাতিৰে ভাগ্যত এনে দুৰৱস্থা ঘটিছে যেতিয়া আমাৰো ঘটিছে বুলি নিশ্চিন্ত হৈ বহি থাকিলে অসমীয়া জাতিৰ দুৰ্বলতা-সম্ভূত এই কলংক নাযাব । পৃথিৱীৰ আন আন প্ৰাচীন সভ্য জাতিবিলাকে কালৰ এই কঠোৰ বিধিৰ শাসনৰপৰা নিজৰখিনি সম্পূৰ্ণকৈ মুক্ত কৰি ল'বৰ নিমিত্তে দুৰ্বলতাৰ বিৰুদ্ধে যি উপায়ে যুঁজি যুঁজি সবল হ'ব ধৰিছে, অসমীয়া জাতিও নিজৰ মান গৌৰৱ সকলো ৰক্ষা কৰি নিজৰ আদৰ্শানুযায়ী সভ্যতাৰ দৃঢ় ভেটি সাজি তুলিবলৈকে সেইবিলাক উপায় অৱ-

লম্বন কৰিব লাগিব । এইদৰে আগুৱাব লাগিলে অসমীয়া জাতীয়ে স্পষ্টকৈ বুজিব লাগিব যে দেশৰ স্বাৰ্থৰ আগত ব্যক্তিগত স্বাৰ্থ অতি হীন, দেশৰ গৌৰৱৰ আগত নিজৰ গাই-গুটীয়া গৌৰৱ নিচেই ঠেক, দেশৰ মংগলৰ তুলনাত নিজৰ মংগল অতি তুচ্ছ । অসমীয়া জাতীয়ে বুজিব লাগিব যে জাতীয় যজ্ঞ সম্পাদনৰ অৰ্থে জীৱন বলি দিয়াটো অতি সহজ কথা-ইয়াত ধৰ্মপ্ৰাণতাৰ সম্পূৰ্ণ গৌৰৱ স্থিৰ থাকে । অসমীয়া জাতিয়ে বুজিব লাগিব যে জাতীয় সম্পদ, জাতীয় ভাব, জাতীয় চিন্তাৰ ওচৰত আন সকলো সম্পদ, সকলো ভাব, সকলো চিন্তা সম্পূৰ্ণ বিজাতীয় ।' ইমান কঠোৰ ভাবে ৰায়চৌধুৰীৰ মনত অসমীয়া জাতীয়ত্ব ১৯১৮ চনতে জাগি উঠিছিল । তাৰ পাছত তেওঁ কংগ্ৰেছৰ কামত আত্মনিয়োগ কৰে । আনকি এখন জিলা কংগ্ৰেছৰ সম্পাদকৰ দায়িত্বও লৈছিল । কিন্তু তথাপি তেওঁৰ মনৰ পৰা অসমীয়া জাতীয়ত্ব কেতিয়াও আঁতৰি যোৱা নাছিল । ইংৰাজৰ বিতাৰণ আছিল নতুন ভাৰতৰ ৰাজনৈতিক প্ৰয়োজন ; তাৰ লগত ৰায়চৌধুৰীৰ বিৰোধিতা নাছিল । কিন্তু সেই ৰাজনৈতিক প্ৰয়োজন সত্বেও অসমীয়াৰ দুৰ্বলতা দূৰ কৰি তাৰ পূৰ্ব গৌৰৱ প্ৰতিষ্ঠা কৰাটো তেওঁৰ কাৰণে অৱশ্যে কৰ্তব্য আছিল । 'আহুতি'ত সন্নিৱিষ্ট এটা প্ৰবন্ধত তেওঁ খোলাখুলিকৈ কৈ গৈছে যে কংগ্ৰেছ আন্দোলনৰ যোগেদি ভাৰতৰ স্বাধীনতা লাভ কৰা হৈ গ'লে তেওঁ আৰু তেওঁৰ পক্ষপাতীসকল আকৌ অসমীয়াৰ উন্নতি বিধানৰ কামলৈ আঁতৰি যাব--সৰ্বভাৰতীয় ৰাজনীতিত চিৰদিনলৈ লিপ্ত হৈ নাথাকে ।

সংৰক্ষিণী সভা আৰু জাতীয় মহাসভাৰ যোগেদি ৰায়চৌধুৰীয়ে সেই কামকে কৰিবলৈ গৈছিল । 'ডেকা অসম'ৰ পাতত তেওঁ অসমীয়াৰ স্বাৰ্থ ৰক্ষাৰ প্ৰয়োজনীয়তাকে প্ৰচাৰ কৰি গৈছিল । অসমীয়া ডেকাই চাকৰি-বাকৰি পাব লাগিব, অসমত উদ্যোগ প্ৰতিষ্ঠা কৰি কাৰিকৰী প্ৰসাৰণ ঘটাব লাগিব, অসমীয়া লোকে কাৰবাৰ কৰিবলৈ গ'লে কৰ্তৃপক্ষৰ পৰা সা-সুবিধা পাব লাগিব--ইত্যাদি দাবী তেওঁ উত্থাপন কৰিছিল । সাম্প্ৰদায়িকতা আৰু গোষ্ঠীগত চিন্তাই তেওঁৰ জাতীয় আদৰ্শত স্থান নাপাইছিল । তেওঁৰ দিনৰ যিখন ডাঙৰ অসম আছিল তাত অতীতৰে পৰা বসবাস কৰি অহা সকলো গোষ্ঠীৰ লোকক লৈ তেওঁ এখন বৃহৎ অসম গঠনৰ সপোন দেখিছিল । পূৰ্ব বংগৰ পৰা অহা লোকসকলক অসমীয়া জাতিৰ অন্তৰ্ভুক্ত কৰি ল'বলৈ তেওঁ মত প্ৰকাশ কৰিছিল । অসমৰ বাহিৰৰ পৰা অহা সকলো ভাৰতীয়কে অসমক আপোন বুলি গ্ৰহণ কৰিবলৈ তেওঁ অহ্বান জনাইছিল ।

ভাৰতৰ বৃহত্তৰ জাতীয় আন্দোলনৰ প্ৰবল সোঁতত পৰি ৰায়চৌধুৰী ডাঙৰীয়াৰ উক্ত দৃষ্টিভংগীয়ে বিশেষ গা কৰিব নোৱাৰিলে । সেই জাতীয় আন্দোলনত অসমৰ নেতৃবৃন্দও চামিল হোৱাটো নিশ্চয় উচিত পন্থাই আছিল । কিয়নো ইতিহাসত পোন প্ৰথমবাৰৰ বাবে একীভূত হোৱা ভাৰতবৰ্ষৰ লগত অসমৰ ভাগ্যকো জড়িত কৰাৰ সেয়ে সুযোগ আছিল । আৰ্য-আৰ্যেতৰ কৃষ্টিৰ সংমিশ্ৰণৰ ফলত যি ভাৰতীয় সংস্কৃতিৰ উদ্ভৱ হৈছিল তাৰে সৈতে অসমৰ নাড়ীৰ সংযোগ আছিল । বৃটিছৰ আগমনত আধুনিক যুগত শাৰীৰিক আৰু ভৌগলিকভাবে ঐক্যবদ্ধ ভাৰতবৰ্ষৰ উদ্ভৱ সম্ভৱ হ'ল । সেইখন ভাৰতবৰ্ষৰ লগত যদি আমি আমাৰ ভাগ্যক সাঙুৰি নল'লোঁহেঁতেন আমাৰ অস্তিত্ব ইমান দিনে অন্তৰ্হিত হৈ গ'লহেঁতেন । কিন্তু নতুনকৈ আহিব ধৰা সৰ্বভাৰতীয় চেতনাৰ মাজত সেই অস্তিত্বক জীয়াই



ৰখাৰ চিন্তাও কৰাৰ প্ৰয়োজন আছিল । সেই চিন্তা অম্বিকাগিৰী ৰায়চৌধুৰীয়ে যিমান শুদ্ধ আৰু গভীৰ ভাবে কৰিছিল অন্যান্য নেতাই তিমান কৰিব পৰা নাছিল । তাৰ কুপৰিণাম অতি সাম্প্ৰতিক কালত আমি বৰ বেয়াকৈ দেখিবলৈ পালোঁ । ৰাজনৈতিক আৰু অন্যান্য স্বাৰ্থজনিত কাৰণত বহুতে অসমৰ অস্তিত্ব বিপন্ন হোৱাৰ বাস্তৱতা স্বীকাৰ কৰা নাছিল । কিন্তু ১৯৮৫ চনৰ ১৫ আগষ্টৰ দিনা সৰ্বভাৰতীয় পৰ্যায়ত সেই বাস্তৱতা স্বীকৃত হ'ল । এই শেহতীয়া ৰাজনৈতিক পৰিস্থিতিয়ে প্ৰমাণ কৰিলে যে অম্বিকাগিৰী ৰায়চৌধুৰীয়ে অসমৰ কাৰণে যি পন্থা অৱলম্বন কৰিছিল সেই পন্থাই শুদ্ধ আছিল । অসমীয়া জাতিৰ অস্তিত্বৰ সংকট এতিয়াও দূৰ হোৱা নাই । ৰায়চেধুৰীৰ পন্থা সময়মতে অৱলম্বন কৰা হ'লে সংকটটো ইমান গভীৰ আৰু জটিল হৈ নপৰিলহেঁতেন । এই কথা উপলব্ধি কৰি আজি আমি সেই অনুযায়ী কাম কৰি যাব লাগে । আজিৰ দিনত অসমৰ ৰাজনৈতিক-সামাজিক জীৱনত ৰায়চৌধুৰী ডাঙৰীয়াৰ সেয়েই গুৰুত্ব ।

বহুতে, বিশেষকৈ অসমৰ বাহিৰত, অম্বিকাগিৰী ৰায়চৌধুৰীক ঠেক প্ৰাদেশিকতাবাদী বুলি সমালোচনা কৰে । কিন্তু ভাৰতীয় আদৰ্শক তেওঁ কোনো দিনেই উলাই কৰা নাছিল । ওপৰত আমি চেতনাৰ পৰা দিয়া উদ্ধৃতি থকা সম্পাদকীয় প্ৰবন্ধটোতে তেওঁ সৰ্বভাৰতীয়তাৰ ভিত্তিত আমাৰ সকলোৰে পুনৰ্জাগৰণৰ বাবে আহ্বান জনাইছিল । 'বঙাল খেদা' আন্দোলন চলোৱা বুলি তেওঁৰ গাত যি দোষ জাপি দিব খোজা হয়, সেইটো যে ভুল ধাৰণা এই কথা কলিকতাৰ আগশাৰীৰ বাতৰি কাকতৰ সম্পাদকসকলে তেওঁৰ লগত মুখামুখী আলোচনা কৰি স্বীকাৰ কৰিছিল--যি কথা প্ৰত্যক্ষদৰ্শী কমলনাৰায়ণ চৌধুৰীয়ে লিখি থৈ গৈছে । 'তুমি' কাব্যৰ প্ৰেৰণা সম্পৰ্কে তেওঁ নিজে যি স্বীকাৰোক্তি কৰি গৈছে, তাৰ পৰাও ক'ব পাৰি যে তেওঁৰ মনত তেনে ধাৰণাই ঠাই পোৱা অসম্ভৱ । 'জগতৰ শেষ আদৰ্শ' ৰচনাখন যিসকলে পঢ়িছে তেওঁলোকে স্বীকাৰ কৰিব যে একেবাৰে বহল অৰ্থত অম্বিকাগিৰী ৰায়চৌধুৰীয়ে মানৱ জাতিৰ উদ্ধাৰৰ কথাহে চিন্তা কৰিছিল ।

# কিবা এটা কৰ

নিবোদ চৌধুৰী

এদিন আবেলি। ব্যস্ত গুৱাহাটীৰ ৰাজপথ ঘৰমুখী জনতাৰে জনাকীৰ্ণ। আসাম ট্ৰিবিউন অফিচৰ আগফালৰ ফুটপাথটোৰে ধীৰ, গহীন খোজেৰে এজন মানুহ আহি আছিল। পিন্ধনত এখন দীঘল গামোচা। গাত চাদৰ। হাতত এডাল লাঠি। ব্যস্ত ফুটপাথৰ ৰং-বিৰঙৰ সাজ-পোছাকৰ মাজত তেওঁক সতকাই চকুত নপৰে। কোনেও ভ্ৰুক্ষেপো কৰা নাই। ফুটপাথৰ বুকুৰেদি হাতৰ লাঠিডাল দি দি তললৈ মূৰকৈ আহি আছিল।

লক্ষ্যস্থান তেওঁৰ আসাম ট্ৰিবিউন অফিচ। এইটো এটা চিনাকি দৃশ্য। ট্ৰিবিউনৰ কিছু দূৰত থকা তেওঁৰ ঘৰৰ পৰা প্ৰায়েই আবেলি বা সন্ধিয়া মানুহজন আহে ট্ৰিবিউন অফিচলৈ। কাৰোফালে নোচোৱাকৈ কিবা এক গভীৰ ভাৱনাত বুৰ গৈ ধীৰে ধীৰে সোমাই যায় ট্ৰিবিউনৰ সম্পাদকৰ কোঠালীলৈ। তাৰ পাছত?

সেইকথা পাছত হ'ব।

১৯৬৭ চন। দুই জানুৱাৰী সোমবাৰৰ কথা। আমি কাম কৰা কাগজৰ অফিচটোত কোনোবাই ফোনত কাৰোবাক কোৱা শুনিলোঁ, 'অম্বিকাগিৰীৰ মৃত্যু হ'ল।'

জপিয়াই আহিছিলোঁ। ঘূৰণীয়া টেবুলখনৰ কাষত বিমৰ্ষ মনেৰে আৰু কেইবাজনো। বিশ্বাস কৰিবলৈ টান লাগে, মূৰ তুলিলেই যেন দুৱাৰৰ ফাকেদি সেই চিৰ পৰিচিত ভংগীৰে অম্বিকাগিৰীক দেখা পাম, যেন সম্পাদকৰ কোঠালীৰ পৰা বিভিন্ন বিষয়ে কৰা তেওঁৰ আবেগপূৰ্ণ অভিযোগ শুনিবলৈ পাম, যেন শুনিবলৈ পাম চিঞৰি চিঞৰি কোৱা সেই শব্দ কেইটাঃ 'দেশখন গেল, গেল'।

'দেশখন গেল' বুলি চিঞৰি উঠা সেইজন মানুহে নিজেই দেশখনক এৰি গুচি গ'ল। সন্ধিয়া অম্বিকাগিৰীৰ মৃতদেহৰ ওচৰ চাপি দেখিছিলোঁ, শান্ত, সমাহিত মুখেৰে শুই আছে। যেন অলপ পছাতেই সাৰ পাই উঠিব। 'অসম কেশৰী' এনেকৈ জানো শোৱে? এয়া হয়তো মিছা টোপনি।

ভুল ভাবিছিলোঁ। গাৰুটোৰ ওপৰত থকা ফুলাম গামোচাখনৰ মাজেদি অম্বিকাগিৰীৰ মুখখন বৰকৈ জিলিকিছিল। কোঠালীটোৰ এখন বেৰত কেলেণ্ডাৰৰ ছবিত ধ্যানস্তিমিত বুদ্ধৰ ছবি। তাৰ ওপৰত ৰুকায়েকৰ ডাঙৰ ছবি এখন। ধূপ-ধূনাৰ সুগন্ধি গোন্ধৰ মাজত নীৰৱে শুই থকা অম্বিকাগিৰী কিন্তু এনেদৰে শুই থকা মানুহ নহয়। কিন্তু কাল ঘুমটি বৰ নিঠুৰ। জীৱনত বহুধৰণে ই মানুহক ঠগে। এইবাৰো ঠগিলে।

আগদিনা অশান্ত মন এটা লৈ শুবলৈ যোৱা অম্বিকাগিৰীক টোপনিয়ে ঠগিলে। সাৰ পাই আৰু নুঠিল। সেয়েহে হয়তো অম্বিকাগিৰীৰ ডাঙৰটো ল'ৰা অধ্যাপক ভগগিৰি ৰায়চৌধুৰীয়ে সন্ধিয়া বাৰান্দাত বহি কান্দি কান্দি কৈছিল: 'দুখ বৈ গ'ল, পিতাৰ মুখৰ শেষ কথাষাৰ নাপালোঁ।'



কিন্তু কথা জানো কোৱা নাই অম্বিকাগিৰীয়ে? ওৰেটি জীৱনত তেওঁ মাত্ৰ কথাকে কোৱা নাই জানো? কি কথা কৈছে? কিহৰ বিষয়ে কৈছে? এয়াতো সকলোৰে জনা কথা, অসম আৰু অসমীয়াৰ হকে অম্বিকাগিৰীৰ অৱদান। নিজৰ দেশখনক ভালপোৱাৰ, নিজৰ দেশৰ মানুহক ভালপোৱাৰ অজস্ৰ উদাহৰণ হয়তো ইতিহাসত আছে, সেইবোৰ বহু সময়ত যেনেদৰে আদৰ্শনীয়, তেনেদৰেই অনুকৰণীয়ও। কিন্তু তাৰ মাজতো অম্বিকাগিৰী যেন ব্যতিক্ৰম। 'মই মোৰ নিজৰ মানুহক ভাল পোৱাটো পাপ হ'ব নোৱাৰে'—কোনোবাই যদি অম্বিকাগিৰীক 'প্ৰাদেশিকতাৰ গোন্ধ' থকা বুলি সমালোচনাও কৰিব খোজে, তাৰ উত্তৰ আছিল সেইটো। অসম আৰু অসমীয়াৰ হকে অম্বিকাগিৰীৰ অবৰ্ণনীয় মৰম এইখন ৰাজ্যৰ ভৱিষ্যতৰ বাবে যুগ-যুগান্তৰলৈ অনুপ্ৰেৰণাৰ উৎস হৈ থাকিব।

মনৰ মাজত বহুবোৰ ছবিৰ ভিৰ। প্ৰতিখন ছবি কিমান স্পষ্ট।

কথা, কবিতা, নাটক, বক্তৃতা সকলোৰে মাজত এজন অম্বিকাগিৰীয়ে প্ৰতিভাত হৈ উঠে যি বিশ্বাস কৰে 'দেশ সেৱাৰ কৰ্ম ধাৰাত জীৱনটো শেষ হ'লেহে ভাই জন্মদাত্ৰী মাতৃৰ তোৰ জীৱন দিয়া ধাৰটো শুজা যায়।' জীৱনৰ সাৰ্থকতাও সেইখিনিতে। মাত্ৰ নিজৰ বাবে নহয়, দহৰ বাবে কিবা এটা কৰাৰ মাজতহে মানুহৰ জীৱনৰ প্ৰকৃত সাৰ্থকতা। 'জীৱনটোৱে কৰ্মগাথাঁ,' তাৰ জ্বলন্ত প্ৰতীক অম্বিকাগিৰী।

বহু ছবিৰ ভিৰ, কিছুমান স্পষ্ট।

আমি তেতিয়া স্কুলত পঢ়োঁ। কলেজিয়েট স্কুলত। অম্বিকাগিৰীৰ ডাঙৰ ল'ৰা ভগগিৰি আমাৰ স'তে একেলগে পঢ়া। স্কুল ছুটীৰ পাছত আমি তেওঁৰ লেম্ব ৰোডত থকা ঘৰত সোমাইছিলোঁ। তেতিয়া অৰুণা প্ৰেছৰ ভগ্নাৱশেষো কিছু আছে। বাহিৰৰ চাপৰ টুল এখনত বহি কিবা লিখি আছিল অম্বিকাগিৰীয়ে। আমি তিনিজন ল'ৰা ভিতৰলৈ নোসোমাই বাহিৰতে আছিলোঁ। দেখা পাই আমাক মাতিলে। নাম সুধিলে, নাম কৈছিলোঁ। আমাৰ হাতত তেতিয়াৰ পাঠ্য পুথি 'ষ্টৰীজ ফ্ৰম চেক্সপীয়েৰ'। সেইখনলৈ চাই অম্বিকাগিৰীয়ে চেক্সপীয়েৰ কোন সুধিলে। ক'লো। তেওঁ লিখা নাটক কেইখনমানৰ নাম সুধিলে। ক'লো। এইবাৰ সুধিলেঃ লক্ষ্মীনাথ বেজবৰুৱা কোন? ক'লো। বেজবৰুৱাই লিখা নাটক কেইখনৰ নাম সুধিলে। এইবাৰ ক'ব নোৱাৰিলোঁ।

আমাক লাজ দিলে। হাততে পোৱা কাগজৰ টুকুৰা এটাত হেণ্ডেলেৰে লিখি দিলে বেজবৰুৱাই লিখা নাটকৰ নাম। সঁচাই আমি লাজ পালোঁ।

নিজৰ দেশখনক চিনাৰ হাবিয়াস আমাৰ কেইজনৰ আছে? আমাৰ দেশৰ সাহিত্য, সংগীত, সংস্কৃতি, কলাৰ বিষয়ে আমাৰ জ্ঞান কিমান? আমি মাথোন বাহিৰলৈ চাওঁ—নিজৰ ঘৰৰ বা-বতাহত যেন দূষিত দূষিত ভাৱ। এইটো সহ্য নকৰিছিল অম্বিকাগিৰীয়ে।

ৰাজহুৱা জীৱনত তেওঁৰ অনুকৰণীয় আদৰ্শ আছে অসংখ্য। দেশৰ স্বাধীনতা সংগ্ৰামত লিপ্ত হৈ সামাজিক জীৱনত প্ৰচণ্ড এক ধুমুহাৰ দৰে কৰি যোৱা অলেখ ঘটনা আজিও মানুহৰ মুখে মুখে গল্পৰ দৰে চলি আছে। অথচ সঁচাকৈয়ে আন্তৰিকতাৰেই তেনেবোৰ কাম অম্বিকাগিৰীয়ে জীৱনব্যাপী কৰি গৈছিল। আদৰ্শ আছিল অবিচল, লক্ষ্য আছিল অকম্পিত।

সাংবাদিক হিচাপে 'চেতনা'ৰ সম্পাদকীয়সমূহে প্ৰমাণ কৰে অম্বিকাগিৰীৰ চিন্তাধাৰাৰ গভীৰতা, প্ৰকাশৰ দুঃসাহসিকতা। কবি হিচাপে 'তুমি' অসমীয়া

কাব্য সাহিত্যৰ নিকুঞ্জত এপাহ শুভ্ৰ গন্ধৰাজৰ দৰে আজিও সুবাসিত কৰি থৈছে। 'তুমি'ৰ প্ৰেমিক কবিৰ চপল-চঞ্চল পৰাপ্ৰেমৰ ভাৱ যি শেষলৈ ব্যক্তি-গতৰ নৈৰ্ব্যক্তিক প্ৰেমলৈ উন্নীত হৈছিল। আকৌ নতুন ৰূপত আবিৰ্ভাৱ হয় 'বন্দো কি ছন্দেৰে'; 'তই স্থাপন কৰ, স্থাপন কৰ' আদি কবিতা পুথিৰ মাজত। মানুহ কিন্তু একেজনেই। লক্ষ্য তেওঁৰ একেটাই। নিজৰ ভাষাতেঃ 'মই নকৰিলে কনককান্তি অসমী আইৰ মহামানৱীয় সম্পদেৰে ভৰি থকা ধূলি, বালিবিলাকত, মোৰ স্বাধীন জাতীয় জীৱনৰ, স্বাধীন মানৱত্বৰ দীপান্বিতা সজাব কোনে?' উল্লেখ-যোগ্য কথা যে সাহিত্যত অম্বিকাগিৰীয়ে নিজস্ব এক জ্বালাময়ী ভাষাৰে তেওঁৰ মনৰ ভাৱ প্ৰকাশ কৰিছিল। বিশেষকৈ শব্দ চয়নৰ বিশেষত্বৰে তেওঁৰ ৰচনা আছিল তীব্ৰ গতিবেগসম্পন্ন, উগ্ৰ মাদকতাপূৰ্ণ।

বহুতো ছবি মনৰ মাজত। আকৌ উভতি আহোঁ, ফুটপাথেৰে খোজ দি অহা মানুহজনলৈ। পাছলৈ কাণেৰে কম শুনা হৈ অহা আৰু চকুৰ দৃষ্টি ক্ষীণ হৈ অহা অম্বিকাগিৰীয়ে আমাৰ দৰে নতুন চাম লেখকৰ লেখা কেনেদৰে লৈছিল? বয়সস্থ বহুতৰে দৰে নাক কোঁচোৱা মানুহ তেওঁ নাছিল। কৈছিলঃ 'তহঁতৰ লেখাত এতিয়া ফেন আছে, ফেন নোহোৱা হ'লে পৰিষ্কাৰ পানী ওলাব।'

'পৰিষ্কাৰ পানী'ৰ বাবে কি কৰিব লাগে সেয়াও অম্বিকাগিৰীয়ে কৈছিলঃ 'প্ৰেমৰ পেনপেননি বৰ বেছি হৈছে, দেশখেন যাওঁ যাওঁ। কলমত কথা ফুটা।' এই কথা বৰ আন্তৰিকতাৰে ভৰা। উল্লেখযোগ্য কথা যে বহুতো প্ৰবীণ সাহিত্যিকৰ আজিৰ নতুন লেখাৰ লগত কোনো পৰিচয় নথকাৰ দৰে অম্বিকাগিৰী কোনোদিন নাছিল। গভীৰ মনোযোগেৰে তেওঁ সকলোখিনি পঢ়িছিল। লগে লগে, আলোচনা কৰিলে সুন্দৰভাৱে তেওঁৰ মনোভাৱ ব্যক্ত কৰিছিল।

সেইজনেই অম্বিকাগিৰী, অদ্ভুত এক জীৱনাদৰ্শৰে যি এই সুদীৰ্ঘ এটা জীৱন কটাই গ'ল। জীৱনৰ শেষ দিনটোলৈ সেই একেটা চিন্তা, অসম আৰু অসমীয়াৰ অস্তিত্ব কেনেদৰে ৰক্ষা পৰে। গতিকেই চঞ্চলতা, উদ্বিগ্নতা। দিনৰ বাতৰি দিনে দিনে লাগে। নিজে দেখিছোঁ, ইমান অসুখৰ পাছতো কেনেদৰে কেতিয়াবা কোনোবা এজনক লৈ, কেতিয়াবা অকলেই আসাম ট্ৰিবিউনৰ সম্পাদক শ্ৰীসতীশ চন্দ্ৰ কাকতীৰ তালৈ লৰৰি অহা অম্বিকাগিৰীক। শ্ৰীকাকতীৰ স'তে চলে গভীৰ আলোচনা। নিজৰ যুক্তিৰে কথা কয়। ভাৱৰ আদান-প্ৰদান কৰে। উদ্বিগ্ন হৈ আকৌ ধীৰে ধীৰে হাতৰ সেই চিৰপৰিচিত লাঠিডাল লৈ আঁতৰি যায়। কৈ যায় এটা কথাঃ 'কিবা এটা কৰ'।

'কিবা এটা কৰ'ৰ মহত্ব আজি নতুনকৈ আমি আকৌ উপলব্ধি কৰিব লাগিব। এজন মানুহে এটা জীৱনত সকলোখিনি কৰিব নোৱাৰে। বাট কাটি লৈ যোৱাজনৰ কষ্ট অপৰিসীম, সেই বাটেৰে খোজ দিয়াজনৰ কষ্ট বহু কম। কিন্তু এলাহ কৰি খোজ দিবলৈও যদি ভয় কৰোঁ, কাটি উলিওৱা বাট আকৌ হাবি বননিয়ে ঢাকি ধৰিব আৰু এবাৰ ঢাকি ধৰিলে এতিয়া অসমৰ সাহিত্য, ৰাজনীতি, সংস্কৃতি জগতত যে সেই বাট আকৌ নতুনকৈ কটা মানুহ নাই, সেই কথা সচেতন মানুহে নুবুজাকৈ আছেনে?

অম্বিকাগিৰীৰ প্ৰতি প্ৰকৃত শ্ৰদ্ধা নিবেদনৰ সাৰ্থকতা কামৰ মাজেদিহে হ'ব, কথাৰে নহয়। পাহাৰে ঘেৰা নৱগ্ৰহৰ সমাধিভূমিৰ পৰা চিৰদিন প্ৰতিধ্বনিত হ'ব সেই একেটা কথাঃ 'কিবা এটা কৰ, কিবা এটা কৰ, কিবা এটা কৰ।'

১

# পিতৃদেৱৰ পিতৃভূমি

শুচিব্ৰতা ৰায়চৌধুৰী

পিতৃদেৱ অম্বিকাগিৰী ৰায়চৌধুৰীৰ পিতৃ-পুৰুষসকলৰ অঘৰী-জীৱনৰ অৱসান ঘটিছিল বৰপেটাত। কিয়নো, বৰপেটাতে তেওঁলোকে স্থায়ীভাৱে বসতি কৰিবলৈ লয়। এই থিতাপিকৰণ প্ৰক্ৰিয়া আৰম্ভ হৈছিল শংকৰদেৱৰ দিনত—যেতিয়া শংকৰ-দেৱে আত্মীয়-স্বজনেৰে সৈতে আহোম ৰাজ্য পৰিত্যাগ কৰি কোচ ৰাজ্যত আশ্ৰয় লয়। ইয়াৰ আগৰ কালডোখৰত চণ্ডীবৰৰ পৰা আৰম্ভ কৰি শংকৰদেৱলৈকে সকলোৱে সামাজিক আৰু ৰাজনৈতিক নিগ্ৰহৰ বলি হৈ থান-থিত হেৰুৱাই ইঠাইৰ পৰা সিঠাইলৈ ঘূৰি ফুৰিব লগা হৈছিল। শংকৰদেৱৰ ককাদেউতাক সূৰ্যবৰৰ ভাতৃ জয়ন্তা আৰু জয়ন্তাৰ নাতি জগতানন্দ বা ৰামৰায় আমাৰ পিতৃদেৱৰ উৰ্ধ্বৰি-পুৰুষ। ৰাম ৰায়ৰ কন্যা ভুৱনেশ্বৰীক সত্ৰশালৰ ৰামৰায় কুঠিত বাহৰ পাতি বীৰ চিলাৰায়লৈ বিবাহ দিয়া হৈছিল। চিলাৰায়ে শহুৰক প্ৰণামি হিচাপে ২৫০ একৰ নিষ্কৰ ভূমি দান কৰিছিল। কিন্তু ৰামৰায়ে 'জামাতাৰ দান গ্ৰহণ নকৰোঁ' বুলি প্ৰত্যা-খ্যান কৰে আৰু বৰপেটা সত্ৰৰ দক্ষিণ হাটীৰ এচুকত থিতাপি লয়। কালক্ৰমত এই ঠাইকে মানুহে ৰায়পাৰা বুলি জনা হ'ল।

এই বংশৰে এজন হ'ল কীৰ্তিৰাম। এওঁ এদিন পৰগণা ফুৰি আহি কেচুৱা পুত্ৰ কৃষ্ণৰামক চুমা খাব খোজোঁতে হৃদৰোগত আক্ৰান্ত হৈ ঠাইতে প্ৰাণ হেৰুৱায়। (মোগলৰ শাসন-প্ৰণালীৰে গঠিত কামৰূপৰ কেখনমান গাওঁৰ সমষ্টিক পৰগণা বুলিছিল। ইয়াৰ বাসিন্দাসকলৰ পৰা খাজনা সংগ্ৰহৰ ভাৰ প্ৰাচীন পৰিয়ালৰ ব্যক্তিসকলৰ ওপৰত ন্যস্ত আছিল। তেনে পৰগণাৰ খাজনা সংগ্ৰহৰ বাবে যোৱা-কে 'পৰগণা ফুৰা' বোলা হৈছিল।) কীৰ্তিৰাম যিদৰে শিশুকালতে পিতৃ-মাতৃহীন হৈছিল, তেওঁৰ একমাত্ৰ পুত্ৰ কৃষ্ণৰামো কেচুৱা অৱস্থাতে ঘাত-মাউৰা হয়। পৰিয়ালৰ আশ্ৰিতা ধাত্ৰীয়ে কৃষ্ণৰামক ডাঙৰ-দীঘল কৰে। কৃষ্ণৰামৰ কোনো নিশ্চিত জীৱিকা নথকাত আন প্ৰকাৰে জীৱন নিৰ্বাহ কৰিব লগা হৈছিল। তেওঁ এটা বিদ্যা আয়ত্ত কৰিছিল—চিলাই কাম। তেওঁ দৰ্জীৰ কাম কৰিয়েই পৰিয়ালটোক পোহপাল দিছিল। এই কৃষ্ণৰামৰ দ্বিতীয় পুত্ৰই আছিল মোৰ পিতৃ অম্বিকাগিৰী। তেওঁ আছিল বংশগতভাৱে অনমনীয়, স্বাধীনচেতা আৰু আত্মনিৰ্ভৰশীল। এই তিনিওটাই বৰপেটাৰ সাংস্কৃতিক গুণ। প্ৰতিজন বৰপেটীয়াৰ গাত কম-বেছি পৰি-মাণে এই চাৰিত্ৰিক বৈশিষ্ট্য আছে। বৰপেটা সত্ৰক কেন্দ্ৰ কৰি তাহানিৰ শংকৰ-দেৱ-মাধৱদেৱ-মথুৰাদাস বুঢ়া আতাৰ দিনৰেপৰা সত্ৰীয়া সামাজিক বান্ধোন আৰু গভীৰ আত্মীয়তাবোধ গঢ়ি উঠিছিল। পিতৃদেৱে এই গুণটোও আহৰণ কৰিছিল পিতৃভূমিৰ পৰাই।

পিতৃদেৱে তেওঁৰ পিতৃ-বিয়োগৰ পাছত চেদেলি-ভেদেলি হৈ পৰা পৰিয়ালটোৰ পৰা চ্যুত হৈ বৰপেটা ধাম এৰি পৰৱৰ্তী কালত গুৱাহাটীকেই কৰ্ম-ভূমি হিচাপে

বাছি ল'ব লগা হ'ল যদিও বৰপেটা ধামৰ প্ৰতি তেওঁৰ অন্তৰৰ টান আছিল অপৰিসীম। আমি মন কৰিছিলোঁ, পিতাই বৰপেটাৰপৰা কোনো মানুহ আহিলেই বৰপেটাৰ সকলো বা-বাতৰি খুটি-নাটিলৈকে জানি লয়। বৰপেটাৰ কোনো লোকৰ সুকীৰ্তিৰ কথা শুনিলেই পিতাৰ চকু-মুখ আনন্দত উজ্জ্বল হৈ উঠে। বৰপেটাৰ কাৰো কু-কীৰ্তিৰ কথা শুনিলে ক্ৰোধ আৰু ধিক্কাৰত জ্বলি উঠে। বৰপেটা ধামক সামগ্ৰিকভাবে প্ৰাণঢালি ভালপোৱা বাবেই এনে হৈছিল। পিতৃদেৱৰ এই চাৰিত্ৰিক বৈশিষ্ট্য দেখিছিলোঁ অসম আৰু অসমীয়া তথা বিশ্ব-মানৱতাৰ ক্ষেত্ৰতো একেদৰে। পিতৃদেৱৰ সম্বাত দেখা পাইছিলোঁ সৌহাৰ্দ আৰু মহানুভৱতা। পিতাৰ নিচেই ওচৰলৈ সংবেদনশীল অন্তৰ লৈ অহা প্ৰতিজন ব্যক্তিয়েই তেওঁৰ হৃদয়ৰ এই উম আন্তৰিকতাৰে অনুভৱ কৰিব পাৰিছিল।

ৱৃটিছ চৰকাৰৰ বোষত পৰি ডেকাকালত পিতৃদেৱ বৰপেটাত অন্তৰীণ বন্দী হৈ কটায়। এই সময়ছোৱাকে জাতীয় সংস্কৃতিৰ নৱজাগৰণৰ উন্মেষৰ কাল বুলি ক'লে হয়তো ভুল কোৱা নহ'ব। পিতৃদেৱৰ বহুমুখী প্ৰতিভাৰ স্ফুৰণ-ক্ষেত্ৰ আছিল এই বৰপেটা ধাম। এটা জাতিয়ে স্বাধীনভাবে মূৰ তুলি নিজৰ ভৰিৰ ওপৰত সগৌৰৱে থিয় হৈ থাকিব লাগিলে সংসাৰৰ সকলো ক্ষেত্ৰতে প্ৰতিযোগিতাত নমাৰ শক্তি অৰ্জন কৰি ল'ব লাগিব আৰু সেই জাতিয়েহে শাৰীৰিক, মানসিক, বৌদ্ধিক, সাংস্কৃতিক, চাৰিত্ৰিক সকলো ক্ষেত্ৰতে নিজৰ জাতীয় অৱক্ষয় ৰোধ কৰিব পাৰিব। সেই কাৰণে তেওঁ কালৰ দাবীৰ প্ৰতি সহাঁৰি দি জনতাৰ মনোৰঞ্জন কৰিব পৰাকৈ অসমীয়া যুৱকেৰে 'শংকৰদেৱ চাৰ্কাচ পাৰ্টি' এটা বৰপেটাত আৰম্ভ কৰিছিল। সেই সময়তে বৰপেটাত জয়দ্ৰথ বধ, শিখীধ্বজৰ দান পৰীক্ষা, কল্যাণময়ী আদি নাট লিখি কলিকতীয়া যাত্ৰা-পাৰ্টিৰ বিৰুদ্ধে সাংস্কৃতিক যুদ্ধ কৰিছিল। পিতৃদেৱৰ যাত্ৰাদলত বৰপেটাৰ সংগীত অভিনয়প্ৰেমী প্ৰায়বোৰ ডেকা ল'ৰাই সোমাইছিল। সেই যাত্ৰাদলত নাচনী ছোৱালী (ছোৱালীৰ বেশত ল'ৰা চোক্ৰা)ৰ ভাও লৈছিল কৃষ্ণ দৰ্জী আৰু বিলাস মিস্ত্ৰীয়ে। হৰেণ শৰ্মা, অম্বিকা পাটোৱাৰী আদি পিতাৰ কেইগৰাকীমান অন্তৰংগ বন্ধু সেই যাত্ৰাদলৰ স্থায়ী অভিনেতা আছিল। দেবেন্দ্ৰ নাথ উজীৰ আছিল অভিনয় আৰু সংগঠন উভয় ক্ষেত্ৰতে সহযোগী। তেতিয়াৰ সেই দলটোৰ মানসিক পটভূমিতে পাছৰ কালত গঢ় লৈ উঠিছিল--বৰপেটাৰ মিলন-মন্দিৰ এটা যুগান্তকাৰী নাট্যগোষ্ঠী। পিতাই গঠন কৰা যাত্ৰাদলটোৰ এনিশাৰ বানচ হেনো তেতিয়াৰ দিনত আছিল ষাঠি টকা আৰু পিতাই নিজে বেহেলা বজালে আৰু গান গালে বানচৰ পৰিমাণ আশী টকালৈ উঠিছিল। সেই সময়ত আঢ্যৱন্ত মানুহৰ ঘৰত বিয়া-বাৰু হ'লে যাত্ৰাভিনয় হৈছিল। পিতৃদেৱৰ থিয়েটাৰ দলেও বিয়াৰ ঘৰত অভিনয় কৰি মানুহৰ মনোৰঞ্জন কৰিছিল।

বৰপেটাৰ প্ৰতি শ্ৰদ্ধা আৰু আনুগত্য থকা হেতুকেই পিতৃদেৱে বৰপেটা সত্ৰত শৰণ লৈছিল। জাতীয় ঐতিহ্য আৰু মৰ্যাদাৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা আছিল অপৰিসীম। সেইকাৰণে ইংৰাজ লাটবাহাদুৰে যেতিয়া জোতাৰে বৰপেটা সত্ৰত প্ৰৱেশ কৰাৰ উদ্যোগ লৈছিল, পিতৃদেৱে তেওঁক জোতাৰে প্ৰৱেশ নকৰিবলৈ সতৰ্ক কৰি দিছিল। সকলো কালতে সকলো স্থানতে সমাজত শুভ আৰু অশুভ বোলা 'দুটা শক্তিয়ে কাম কৰে। চিন্তাৰ দোষত মানুহে তেতিয়াবা অশুভক শুভ আৰু শুভক অশুভ



চেতনাৰ সম্পাদনা আৰু অন্যান্য কামত সহায় কৰি দিয়া আইনৰ ছাত্ৰকেইজনমানেৰে সৈতে অম্বিকাগিৰীঃ বাওঁফালৰ পৰা (বহি) গিৰীশ চন্দ্ৰ চৌধুৰী, অম্বিকাগিৰী, সদানন্দ দাস, (থিয় হৈ) যাদৱ চন্দ্ৰ দাস, গৰ্গনাৰায়ণ চৌধুৰী।

১ (বহি) অম্বিকাগিৰী আৰু পত্নী কৌশল্যা দেৱী ৰায়চৌধুৰী, কোলাত শুচিব্ৰতা বাওঁফালৰ পৰা (থিয় হৈ) পৰমানন্দ ৰায়চৌধুৰী, গিৰিৰী অপেশ্বৰী, শ্ৰেহ কৰ্মী হৰি
২ পিতৃ-ভেটিত অম্বিকাগিৰীৰ শেষ পদাৰ্পণ, ১৯৬৬
৩ ৰবীন্দ্ৰ সম্বৰ্ধনা, ১৯১৯, বাওঁফালৰ পৰা (বহি) সত্যনাথ বৰা, হেমচন্দ্ৰ গোস্বামী, ৰবীন্দ্ৰনাথ ঠাকুৰ, ভোলানাথ দাস, জ্ঞানদাভিৰাম বৰুৱা, (থিয় হৈ) মুক্তাধৰ শৰ্মা, বেণুধৰ শৰ্মা, চন্দ্ৰনাথ শৰ্মা, বাণীকান্ত কাকতি, সূৰ্যকুমাৰ ভূঞা, অম্বিকাগিৰী, দুৰ্গানাথ বৰুৱা

৪ নিখিল কবি-সন্মিলনত অম্বিকাগিৰী, অনুবত বহি ৰাধাকৃষ্ণণ



১



2



৩ ৪



বুলি ভাবে । সেই সময়ত বৰপেটাতো এনে দুটা দ্বন্দ্বই দেখা দিছিল আৰু শেষত অৱশ্যে শুভ শক্তিৰেই জয় হৈছিল । তথাপি সেই ঘটনাই বৰপেটা সত্ৰৰ বুৰঞ্জীত এটা মচিব নোৱাৰা কলংক থৈ গ'ল । এই কথা লৈ পিতৃদেৱে আমাৰ আগত আক্ষেপ প্ৰকাশ কৰিছিল । তেওঁ কৈছিল বৰপেটাৰ সন্তান হৈয়ো অৱশেষত তেওঁ বৰপেটা ধামৰ সম্মান ৰক্ষা কৰিব নোৱাৰিলে ।

পিতৃদেৱৰ বৰপেটা ধাম আছিল শংকৰী কলা-কৃষ্টিৰ গৌৰৱময় কেন্দ্ৰ, সংস্কৃতিসম্পন্ন চৰিত্ৰৱান ডেকা-গাভৰুৰ চাৰণভূমি । তেওঁৰ ইচ্ছা, বৰপেটাই দেশৰ আৰু জাতিৰ প্ৰতিটো সংকট কালতে উদ্ধাৰকৰ্তাৰ বা ৰক্ষাকৰ্তাৰ মুখ্য ভূমিকা গ্ৰহণ কৰিব লাগিব । গতিকে তেওঁ স্বাধীনতা আন্দোলনৰ সময়ত বৰপেটাৰ ডেকাসকলৰ দ্বাৰা সেৱাদল গঠন কৰি লাঠিখেলা, কুছকাৱাজ, শৰীৰ-চৰ্চাৰ প্ৰশিক্ষণ দিছিল । আনকি আত্মৰক্ষাৰ সময়ত বোমা-বাৰুদ যাতে ব্যৱহাৰ কৰিব পাৰে তাৰো প্ৰশিক্ষণ দিছিল । ওস্তাদ শ্ৰীখগেন্দ্ৰ দাসৰ পিতৃ সেই বোমা-বাৰুদ ব্যৱহাৰৰ প্ৰশিক্ষণ প্ৰাপ্ত-সকলৰ এজন আছিল । ১৯৪২ চনৰ পাছত মুছলীম লীগে ধৰ্মৰ ভেটিত ভাৰতবৰ্ষ ভাগ কৰাৰ আন্দোলনৰ পৰিপ্ৰেক্ষিতত মৌলানা ভাসানীৰ সহায়ক হামিদখানে পূৰ্বৰ গোৱালপাৰা জিলাৰ মানকাচাৰ আৰু দক্ষিণ শালমাৰাত সংগঠন কৰি ৰচদ-পাতি যোগাৰ কৰি সংগ্ৰামৰ বাবে সাজু হোৱা বুলি লোক-মুখে শুনি আৰু কৰিমগঞ্জৰ ডেকা চাৰেং এজনে ব্ৰহ্মপুত্ৰত চলাচল কৰা জাহাজ এখনৰ পৰা চুৰি কৰি অনা এখন মেপত মৌলানা ভাছানীৰ আঁচনিত বৰপেটা, বাঘমাৰা আদি অন্তৰ্ভুক্ত বুলি চিহ্নিত দেখা পাই পিতৃদেৱে ১৯৪৫-৪৬ চনত বৰপেটাৰ কীৰ্তন-ঘৰৰ চৌহদত সভা পাতি বৰপেটাৰ শ্ৰীমথুৰা হিতৈষী আৰু নাটগুৰু ব্ৰজ শৰ্মাক হাতত লৈ 'অসম আত্মৰক্ষা বাহিনী' গঠন কৰিছিল । সৌভাগ্যৰ কথা, তেনে কোনো দুৰ্ঘটনা নহ'ল ।

ইয়াৰ আগতেও ১৯৪৩-৪৪ চনত বৰপেটা মহকুমাৰ গোলিবান্ধা, ফিঙুৱা আদি ঠাইত বৰপেটীয়া মানুহে চৰকাৰী পতিত মাটিত গাম পাতি থাকোঁতে পূৰ্ববংগীয় পমুৱাৰ পৰা যথেষ্ট বাধা-বিপত্তি পাইছিল । তেতিয়াও পিতাই সেই অঞ্চললৈ গৈ দুই পক্ষৰ মাজত সম্প্ৰীতি, বুজাবুজি আৰু সহ-অৱস্থানৰ ব্যৱস্থা কৰি আহিছিল । সেই সময়তে পিতৃদেৱে সমগ্ৰ অসমতে চক্ৰৰ কৰি সভা-সমিতি পাতি ফুৰিছিল যাতে পূৰ্ব-বংগৰ পৰা অহা হিন্দু-মুছলমান সকলে অসমৰ বুকুত মনে-প্ৰাণে ভাষাই-সংস্কৃতিয়ে অসমীয়া হৈ জাহ গৈ অসমৰ পূৰ্বৰ ঐতিহ্য ৰক্ষা কৰে । এই নতুনকৈ অহা লোকসকলে অসমীয়াৰ লগত মিলি যাবলৈ পিতাক প্ৰতিশ্ৰুতি দিছিল আৰু সেই সম্পৰ্কে পিতালৈ জাপ জাপ চিঠি দিছিল 'ৰক্ষাকৰ্তা' বুলি ।

পিতৃদেৱৰ নিজৰ কোনো ৰাজনৈতিক ক্ষমতা লাভৰ আকাংক্ষা নাছিল । তেওঁ মাত্ৰ অসম আৰু ভাৰতৰ সাৰ্বভৌমত্ব আৰু আৰ্থ-সাংস্কৃতিক নিৰাপত্তা ৰক্ষাৰ কাৰণে তীক্ষ্ণ সতৰ্ক দৃষ্টি ৰাখিছিল আৰু সেই উদ্দেশ্যে সদায় ৰাজনৈতিক জনমত আৰু সচেতনতা গঢ়ি তোলাত একান্তভাবে মনোযোগ দিছিল । পিতৃদেৱে বুজিছিল যে অসমৰ দৰে কৃষিভিত্তিক সমাজত ভূমিয়েই একমাত্ৰ সম্পত্তি আৰু তাৰ খিলঞ্জীয়া সন্তানে এই ভূমিৰ পৰা বঞ্চিত হ'ব লাগিলে এদিন ক্ষোভ গৈ দাবানলত পৰিণত হ'ব । সেই কাৰণে তেওঁ অসমত খিলঞ্জীয়া ভূমিহীনৰ জৰীপ আৰম্ভ কৰিছিল আৰু এই সমস্যা সম্পৰ্কে সদায় চৰকাৰৰ ওচৰত আবেদন-নিবেদন কৰিছিল ।

এই আবেদন-নিবেদনৰ খচৰা প্ৰস্তুত কৰোঁতে যিসকলে তেওঁক সহায় কৰিছিল, তেওঁলোকৰ বেছিভাগে আছিল বৰপেটাৰ সন্তান। ১৯৩৭ চনত নেহৰু অসমলৈ আহোঁতে অসম জাতীয় মহাসভাৰ হৈ পিতৃদেৱে মৈমনসিং-ৰংপুৰ আদিৰ পৰা অহা জন-প্ৰব্ৰজন ৰোধ কৰিবলৈ ভাৰতীয় জাতীয় কংগ্ৰেছে আগভাগ ল'ব লাগে বুলি যিখন স্মাৰক-পত্ৰ দিছিল, সেইখন বৰপেটাৰ শ্ৰীপ্ৰাণগোপাল চন্দ্ৰ দাসে লিখিছিল আৰু পাছত শোৱালকুছিৰ শ্ৰীগোবিন্দ দাসেৰে লগ লাগি পিতাই সাজু কৰিছিল। ইয়াৰ পাছতো পিতৃদেৱে বহু স্মাৰক-পত্ৰ আৰু তাঁৰ-বাৰ্তা দিল্লীৰ চৰকাৰ আৰু ভাৰতীয় জাতীয় কংগ্ৰেছলৈ পঠিয়াইছিল। সেইবোৰৰো খচৰা প্ৰায় বৰপেটাৰ মানুহেই কৰিছিল (বনমালী শৰ্মা, কেশৱ নাৰায়ণ দত্ত আদি)। তেতিয়াৰ আৰ্ল ল কলেজৰ বহু ছাত্ৰ পিতৃদেৱৰ এইবোৰ কামৰ সক্ৰিয় অংশীদাৰ আছিল।

বৰপেটাৰ জনমানসত পিতৃদেৱৰ প্ৰভাৱ কিমান গভীৰ আছিল নাজানো। কিন্তু ডং কাকতিৰ দৰে এগৰাকী মেধাৱী পণ্ডিতক আকৰ্ষণ কৰাটো মন কৰিবলগীয়া কথা। আগতেই কৈ আহিছোঁ, বৰপেটাৰ কিবা কুকীৰ্তি দেখা পালে পিতা থিৰেৰে থাকিব নোৱাৰিছিল। বৰপেটাৰ ডেকাচামৰ জুৱা, মদ, ভাং সেৱনৰ অভ্যাস, চৰিত্ৰহীনতা আৰু বৰপেটাত প্ৰচলিত অশ্লীল মাত-কথাৰ বিৰুদ্ধে তেওঁ মনৰ সকলো অসন্তুষ্টি প্ৰকাশ কৰিছিল আৰু আমাৰ বৰদেউতা গিৰীশচন্দ্ৰ ৰায়চৌধুৰীৰ নেতৃত্বত চলা মাদক দ্ৰব্য আৰু অশ্লীলতা বৰ্জন আন্দোলনত অকুণ্ঠ সহযোগ আগবঢ়াইছিল। সেই আহ্বানতে বহুতে মদ-ভাং-জুৱা আৰু অশ্লীলতা বৰ্জন কৰিছিল।

বৰপেটাবাসীয়ে পিতৃদেৱক জীৱনৰ বিয়লিত সম্বৰ্ধনা দিছিল। সেই সম্বৰ্ধনা-উৎসৱৰ আনন্দ তেওঁৰ জীৱনৰ এক পবিত্ৰ স্মৃতি আছিল। সেই স্মৃতিয়ে তেওঁৰ জীৱনৰ সকলো দুখ-দাৰিদ্ৰ্য, বঞ্চনা আৰু ব্যৰ্থতাও পাহৰাই ৰাখিছিল।

# অম্বিকাগিৰীৰ ৰাজনৈতিক চিন্তাধাৰা

অজিত কুমাৰ শৰ্মা

অৰ্ধ শতাব্দীজোৰা সংগ্ৰামী জীৱনত অম্বিকাগিৰী ৰায়চৌধুৰীয়ে 'দাৰ্শনিক, বৈজ্ঞানিক, সাহিত্যিক, কাব্যিক আদি নানা যুক্তি-আলোচনাৰে একেটা মাত্ৰ বিষয়কে চিন্তা কৰি এই সংসাৰ এৰি গ'ল। তেওঁৰ নিজৰ ভাষাতে এই বিষয়টি হ'ল 'স্বাধীনতাৰ পাছতো কোনো প্ৰকাৰৰ বহিৰ্শোষণ আৰু ঔপনিৱেশিক আক্ৰমণত পৰাকৈ ভাৰতৰ নিবিড় অংগ অসমৰ লোক সংঘই নিজস্ব পৈতৃক ভেটিত তাৰ আৰ্থিক, সাংস্কৃতিক, ভাষিক, ৰাজনৈতিক অধিকাৰেৰে শক্তিমন্ত হৈ বৰ্তি থাকি ভাৰতৰ পূৰ্বাঞ্চলৰ নিৰাপত্তা ৰক্ষাৰ কঠোৰ কৰ্তব্য আৰু দায়িত্ব পালন কৰি তাত শাশ্বত গৌৰৱ অক্ষুণ্ণ ৰখা বিষয়ত সি (অসমৰ লোক সংঘই) কিমান পৰিমাণে অগ্ৰগামী বা পশ্চাদপদ হৈ চলিছে'? [১] অৰ্থাৎ, ভাৰতৰ ভিতৰত অসম আৰু অসমীয়াৰ অস্তিত্ব নিৰাপদ কৰি ৰখাৰ চিন্তাই অম্বিকাগিৰীৰ একমাত্ৰ চিন্তা। তেওঁৰ ৰাজনৈতিক চিন্তাধাৰাৰ শিপাডালো হ'ল এই চিন্তা বা দুশ্চিন্তাই। তাতেই তেওঁৰ জাতীয়তাবাদী মতবাদ আৰু আদৰ্শৰ উৎপত্তি। এই আদৰ্শৰ নিচান জোকাৰি অম্বিকাগিৰীয়ে জীৱনভৰ যুঁজিলে আৰু সেই যুঁজলৈ অসমীয়া ডেকা-গাভৰুক আহ্বান দিয়েই জীৱনপাত কৰিলে।

ছাত্ৰ অৱস্থাতেই অম্বিকাগিৰীয়ে স্কুল বৰ্জন কৰি কলিকতীয়া এনাৰ্কিষ্ট দলত ভুক্ত হৈ অসমৰ পৰা বৃটিছ শাসন উচ্ছেদ কৰিবলৈ বংগ-ভংগ আন্দোলনত যোগ দিয়ে। কিন্তু সেই আন্দোলনত দেহেকেহে লাগি থকা অৱস্থাতো তেওঁ যেতিয়াই গম পালে যে বংগ-ভংগ আন্দোলনত বঙালীৰহে স্বাৰ্থ পূৰণৰ কথা আছে তেতিয়াই তাৰ লগত সকলো সম্পৰ্ক ছেদ কৰি অসমক পূব বংগৰ লগত সাঙুৰি দিয়াৰ বিৰুদ্ধে স্বাধীনভাবে এনাৰ্কিষ্ট দল এটা গঠন কৰাত লাগি গ'ল; কিন্তু এনাৰ্কিষ্ট অভিজ্ঞতাই তেওঁক এটা কথা শিকালে— হিংসানীতি সফল হ'ব নোৱাৰে। লগে লগে তেওঁ হিংসাৰ পথ ত্যাগ কৰি অহিংসাৰ পথ গ্ৰহণ কৰিলে। ১৯২১ চনত যেতিয়া মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতৰ স্বৰাজ লাভৰ বাবে অহিংস সংগ্ৰামৰ আহ্বান আহিল, অম্বিকাগিৰীয়েও তেতিয়া সেই আহ্বানত আন্তৰিকতাৰে সহাঁৰি দি অসহযোগ আন্দোলনত জপিয়াই পৰিল। কংগ্ৰেছৰ এজন নিৰ্ভীক নিষ্ঠাৱান সেৱক হৈ তেওঁ জেল জীৱনৰ সকলো নিৰ্যাতন মূৰ পাতি ল'লে। কিন্তু, কংগ্ৰেছৰ আদৰ্শত বিশ্বাস হেৰাই নগ'লেও ক্ৰমাৎ অম্বিকাগিৰীৰ আশংকা হ'ল কংগ্ৰেছৰ মাধ্যমত ভাৰতৰ স্বৰাজৰ পথ মুকলি হ'লেও অসমীয়াৰ স্বৰাজৰ পথ সুগম নহ'বগৈ। বৰঞ্চ, তেওঁ দেখিলে অসমীয়া ৰাইজৰ মন অকল ইংৰাজৰ গোলামীতেই ভাৰাক্ৰান্ত হোৱা নাই, ভাৰতৰ আঁন আন প্ৰদেশৰ উৎসাহী যোগ্য কৰ্মীসকলৰ দ্বাৰাও সি অধিকৃত হৈছে। অসমত এইসকল ভাৰতীয়ই হৈ পৰিছে ধনে-

জনে, বুদ্ধি-কৌশলে শক্তিশালী আৰু এই সকলেই ইংৰাজৰ সহযোগী হৈ অসমীয়া মানুহৰ মনোবৃত্তিত যি তিনি-চাৰি তৰফীয়া গোলামীয়ে দখল লৈছে, তাৰপৰা মুক্ত কৰিব নোৱাৰিলে স্বৰাজ যুদ্ধৰ গধূৰ দায়িত্ব অসমীয়াই আন্তৰিকভাবে হৃদয়ংগম কৰিব নোৱাৰিব।' এই উপলব্ধিৰ পাছত তেওঁ অসহযোগৰ পন্থা এৰি সংৰক্ষিণীৰ নীতি গ্ৰহণ কৰিলে।[২]

ৰাজনীতিৰ ক্ষেত্ৰত পোন প্ৰথমে এনাৰ্কিজমৰ হিংসা পথত খোজ পেলোৱাৰ পাছত অহিংস অসহযোগীৰ অভিজ্ঞতা লৈ শেহান্তৰত অম্বিকাগিৰীয়ে অহিংস সংৰক্ষিণী নীতিৰ অৱলম্বনত দীঘলীয়া সংগ্ৰামৰ যাত্ৰাপথ বাছি ল'লে। তেওঁৰ ৰাজনৈতিক চিন্তাধাৰা তথা অসমীয়া জাতীয়তাবাদেও সেই যাত্ৰাপথতে গঢ় ল'লে।

কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা আৰু অম্বিকাগিৰী ৰায়চৌধুৰীৰ যুটীয়া সম্পাদনাত প্ৰকাশ হোৱা 'চেতনা' কাকতত অম্বিকাগিৰীয়ে পোন প্ৰথমে অসমীয়া জাতীয়তাবাদৰ কথা দাঙি ধৰিছিল। তেওঁৰ সংজ্ঞা অনুসৰি উপনিষদৰ 'উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্যবৰান্নিবোধত' মহাবাণীসিক্ত ভাৰতীয় মহাজাতীয়তাৰ লগত অসমীয়া জাতীয়তাবাদৰ সামঞ্জস্য আছে। উল্লেখযোগ্য যে ভগৱান শ্ৰীকৃষ্ণৰ আবিৰ্ভাৱ, শ্ৰীমন্ত শংকৰদেৱৰ তিৰোভাৱ ঘটা পৱিত্ৰ ভাদমাহতে 'চেতনা' কাকত প্ৰকাশ কৰাত অম্বিকাগিৰীয়ে বিশেষ গুৰুত্ব দিছিল। ভাৰতীয় আদৰ্শৰ ভিত্তিত অসমীয়া জাতীয়ত্ব ৰক্ষা আৰু ভাৰতীয় চেতনাৰ সৈতে অসমীয়া চেতনাৰ সামঞ্জস্য স্থাপন কৰিবলৈ বিভিন্ন সময়ত অম্বিকাগিৰীয়ে চেষ্টা কৰিলে—প্ৰথমে সন্ত্ৰাসবাদৰ আশ্ৰয় লৈ, দ্বিতীয়তে কংগ্ৰেছৰ অসহযোগ পন্থাৰে, তৃতীয়তে সংৰক্ষিণী নীতি অনুসৰণ কৰি আৰু চতুৰ্থতে জাতীয় মহাসভা সংগঠন কৰি।

১৯১৯ চনৰ পৰা ১৯৬৭ চনলৈকে এই সুদীৰ্ঘ কালছোৱাত প্ৰকাশ হোৱা অম্বিকাগিৰীৰ ধাৰাবাহিক লেখা বিশ্লেষণ কৰিলে তেওঁৰ ৰাজনৈতিক চিন্তাধাৰাত এই কেইটা বৈশিষ্ট্য দেখা যায়—(৪) সমগ্ৰ ভাৰতৰ মহাজাতীয়তাৰ অন্তৰ্গত অসমীয়া জাতীয়তাৰ সংৰক্ষণ, সংগঠন আৰু সংবৰ্ধন দৰ্শন; (২) সাত খলপীয়া ভাৰতীয় মহাজাতীয় স্বাধীন পঞ্চায়ত তথা ভাৰতীয় যুক্তৰাষ্ট্ৰৰ আঁচনি; (৩) সকলো প্ৰকাৰৰ ভিতৰুৱা আৰু বাহিৰা শোষণ, অন্যায়, সাম্প্ৰদায়িকতা, ধৰ্মবিদ্বেষ, পুঁজিবাদ, সাম্ৰাজ্যবাদ আৰু ঔপনিৱেশিকতাৰ বিৰুদ্ধে বিদ্ৰোহ; (8) ভাৰতীয় চিন্তাৰ আদৰ্শত অসমীয়া সমাজবাদৰ পৰিকল্পনা আৰু (৫) মহামানৱতা তথা বিশ্বজনীনতা তথা ভৱিষ্যত মানৱতন্ত্ৰৰ কল্পনা।

অম্বিকাগিৰীৰ মতে অতীজৰ ভাৰতীয় মহাজাতিৰ বিশিষ্ট বিৰাট ঠেঙুলি অসমীয়া (কামৰূপী) জাতিয়ে ভাৰতীয় সভ্যতাৰ আদৰ্শেৰে এদিন উচ্চ আসনত বহিছিল যদিও এতিয়া সেই গৌৰৱ লুপ্ত হৈ পৰিছে। এতেকে অসমীয়া জাতিয়ে সেই পূৰ্ব-গৌৰৱ উদ্ধাৰ কৰি নিজস্ব আদৰ্শানুযায়ী সভ্যতাৰ সুদৃঢ় ভেঁটি সাজিবলৈ চেষ্টা কৰিব লাগিব। অসমীয়া জাতিয়ে বুজিব লাগিব যে জাতীয় ভাৱ-সম্পদ, চিন্তা-সম্পদ, সংস্কৃতি-সম্পদৰ ওচৰত আন সকলো ভাৱ, চিন্তা, সংস্কৃতিৰ ধাৰা সম্পূৰ্ণ বিজাতীয়। সেইবোৰত অৰ্থাৎ এই বিজাতীয় ভাৱ-চিন্তা সংস্কৃতিৰ ধাৰাত অনুপ্ৰাণিত হৈ চলিলে অসমীয়াই নিজত্ব হেৰুৱাই বিজাতীয় হৈ পৰিব। অসমীয়া জাতিয়ে বুজিব লাগিব, জাতীয় মংগলৰ নিমিত্তে সমাজ-নীতিৰ দৰ্কাৰ, জাতীয় মংগলৰ বাবে ৰাজনীতিৰ



প্ৰয়োজন, জাতিৰ মেৰুদণ্ড শক্তিশালীকৈ ৰাখিবলৈকে কৃষি-শিল্প-শ্ৰম-বাণিজ্য-ব্যৱসায় প্ৰধান অস্ত্ৰ, জাতীয় সম্পদ বঢ়াবলৈ দৰ্শন, বিজ্ঞান, সাহিত্য জ্যোতিৰ্বিদ্যা মূল্যৱান অলংকাৰ। সেইবাবে সমাজনীতি, কৃষি, শিল্প, বাণিজ্য, ব্যৱসায়, বিজ্ঞান, দৰ্শনৰ সহায়েৰে অসমীয়াৰ জাতীয়ত্ববোধৰ আহল-বহল, ডাঙৰ-দীঘল ৰাজআলি বান্ধি তুলিব লাগিব।[৩] এনে এক ৰাজআলি বান্ধিবৰ উদ্দেশ্যেৰেই তেওঁ ১৯২৬ চনত সংৰক্ষিণী সভা গঠন কৰিলে। সংৰক্ষিণী সভাৰ লক্ষ্য হ'ল অসমত সকলো বিষয়তে অসমীয়াৰ জাতীয় সত্বাৰ প্ৰাধান্য সাব্যস্ত কৰি অসমত পৰ্বত-ভৈয়ামৰ অসমীয়া জাতিৰ পূৰ্ণ স্বৰাজ স্থাপন কৰা আৰু সংৰক্ষিণী সভাৰ সংজ্ঞা মতে (অৰ্থাৎ অসমক যি সকলে মাতৃভূমি বুলি লয় আৰু অসমীয়া ভাষা গ্ৰহণ কৰে সেই সকলোৰেই অসমীয়া বুলি) গঠিত হোৱা অসমীয়া ৰাইজ শক্তি আৰু ৰাজ-শক্তিৰ সহযোগত এই লক্ষ্যত উপনীত হোৱা। এই ক্ষেত্ৰত চৰকাৰৰ লগত সহযোগ আৰু অসহযোগ দুইটাই থাকিব। যেতিয়া সভাৰ এই উদ্দেশ্যত চৰকাৰে সহযোগ কৰে তেতিয়া সহযোগ আৰু যেতিয়া সেই সহায়তা নকৰে তেতিয়া অসহযোগ।[৪]

সংৰক্ষিনী নীতিৰ ব্যাখ্যা প্ৰসংগত কংগ্ৰেছৰ ভূমিকাৰ লগত সংৰক্ষিণী সভাৰ ভূমিকাৰ তুলনা কৰি অম্বিকাগিৰীয়ে কৈছে যে অসমত সুসংগঠিত হৈ উঠা সবল অসমীয়া জাতিক এফালে ভাৰতীয় স্বৰাজতন্ত্ৰৰ এজন সবল সদস্য কৰিবৰ আৰু আনফালে অসমত বিভিন্ন স্বাৰ্থসম্ভূত বিৰোধৰ সুসমাধান কৰিবৰ উদ্দেশ্য লৈ গঢ়ি তোলা একমাত্ৰ ৰাজহুৱা বস্তু কংগ্ৰেছে যিদৰে মুখ্যভাবে সমূহ ভাৰতীয় জাতীয়তাৰ বাবে কাম কৰিছে সেইদৰে সংৰক্ষিণী সভায়ো সমূহ অসমীয়া জাতীয়ত্বৰ বাবে কাম কৰিছে। কংগ্ৰেছে যিদৰে এই লক্ষ্যত উপনীত হ'বলৈকে যথাসৰ্বস্ব ত্যাগ কৰিবলৈ প্ৰস্তুত আছে, সেইদৰে সংৰক্ষিণী সভায়ো তাৰ লক্ষ্যত উপনীত হ'বলৈকে যথাসৰ্বস্ব প্ৰস্তুত থকাৰ অনুপ্ৰেৰণা আছে।[৫]

অম্বিকাগিৰীৰ আবেগময় ভাষাত 'অসমৰ পৰ্বত-ভৈয়ামৰ খিলঞ্জীয়া অধিবাসী আৰু পূব-পশ্চিম-উত্তৰ-দক্ষিণৰ পৰা আহি থিতি হোৱা জনস্ৰোতৰ সম্মিলনতেই অসমীয়া জাতীয় সংস্কৃতিৰ খৰস্ৰোতা পুং অসমীয়াৰ পৰ্বত-ভৈয়াম সমষ্টিগত সংস্কৃতি আৰু বিশাল ভাৰতীয় বা মহামানৱীয় সংস্কৃতিৰ যোগসূত্ৰ বা সমন্বয় ৰক্ষা কৰি প্ৰাকৃতিক গঠন-প্ৰণালীৰে সৃষ্টি হোৱা এটা বিশিষ্ট বস্তু।[৬] বিভিন্ন ঠাইৰ পৰা আহি অসমত থিতাপি লোৱা মানুহক অম্বিকাগিৰীয়ে খেদাই দিয়াৰ কথা ভবাতকৈ সেইবোৰ মানুহ অসমীয়া হৈ অসমীয়া জাতিৰ অংগ হৈ যোৱাৰ কথাহে চিন্তা কৰিছিল। একে কথাকে ১৯৫০ চনত অসম সাহিত্য সভাৰ মঞ্চতো দোহাৰি কৈছিল- 'আমি অসমীয়া। হিন্দু-বৌদ্ধ-ট্ৰাইবেল-খৃষ্টিয়ান-মুছলমান মিলি আমি অসমীয়া জাতি। অসম অসমীয়াৰ দেশ। বিৰাট ভাৰতীয় পৰিয়ালৰ এটা পৰিয়াল অসমীয়াৰ অসম দেশখন নিজৰ—যিদৰে ভাৰতমাতাৰ বঙালী পৰিয়ালটোৰ নিজৰ কোঠা বা ঘৰ বংগ, বিহাৰী পৰিয়ালটোৰ কোঠা বিহাৰ।'[৭]

অম্বিকাগিৰীৰ অসমীয়া জাতীয়তা আক্ৰমণাত্মক দৰ্শন নহয়। তেওঁৰ জাতীয়তাৰ ধৰ্ম হ'ল আত্মৰক্ষা আৰু আত্মপ্ৰতিষ্ঠা। জাতীয়তাৰ সেৱক হৈ অসমীয়াই আনৰ ন্যায়সংগত খিলঞ্জীয়া অধিকাৰত 'আক্ৰমণ-উপদ্ৰৱ, শোষণ-লুণ্ঠণৰ ধল যোৱাৰ খোজা নাই। 'আমি খুজিছোঁ আমাৰ নিজৰ ঘৰ-চোতালৰ, বাট-পথৰ, হাট-বজাৰৰ,

ভূঁই-পথাৰৰ, ভাষা-সংস্কৃতিৰ খিলঞ্জীয়া অধিকাৰ আক্ৰমণ কৰি আমাৰ জাতীয় জীৱন ধ্বংস কৰিব খোজা শোষণ-লুণ্ঠনৰ উপদ্ৰৱী আস্ফালন প্ৰতিৰোধ কৰি আত্ম-ৰক্ষা কৰিবলৈহে। নিজৰ জাতীয় সত্বাৰ স্বাধীনতাটো নিৰুপদ্ৰৱ, নিৰাপদ আৰু অক্ষত ৰখাটো প্ৰকৃত কৰ্মীৰ ধৰ্ম, অৰ্থাৎ ধৰ্মবীৰৰ কৰ্ম আৰু কৰ্মবীৰৰ ধৰ্ম।[৮] আত্মৰক্ষা আৰু আত্মপ্ৰতিষ্ঠাৰ লগতে অসমীয়া জাতীয়তাৰ আৰু এক ধৰ্মৰ কথা তেওঁ কৈছে। অসমীয়া জাতীয়তাই সকলো ধৰণৰ শোষণ-ক্ৰিয়া, সি বাহিৰৰ পৰাই হওক বা ভিতৰৰ পৰাই হওক, জাতীয় জীৱনৰ পৰা নিশ্চিহ্ন কৰিব লাগিব।

অম্বিকাগিৰীয়ে ভাৰতবৰ্ষক দেশ বুলি নধৰে, ভালেমান দেশৰ (প্ৰদেশৰ) সমষ্টি এখন মহাদেশ বুলিহে গণ্য কৰে। মহাদেশৰ অন্তৰ্গত প্ৰত্যেক প্ৰদেশেই একোটা জাতি আৰু এই জাতিসমূহৰ সম্মিলনতে গঢ়ি উঠিছে ভাৰতীয় মহাজাতি। এনে মতবাদকে পোষণ কৰি ১৯২০ চনতেই অম্বিকাগিৰীয়ে কৈছিল: 'আজি সমগ্ৰ ভাৰত সমানে একেটি মাত্ৰ বিদেশী প্ৰবল শক্তিৰ অধীনতাত পৰি সমব্যথাৰ ভুক্তভোগী হৈ থকাৰ কাৰণেহে সকলো প্ৰদেশে একেটা ভাৰতীয় স্বাৰ্থত বান্ধ খাই একেলগে ভাৰতৰ স্বাধীনতাৰ উদ্দেশ্যে চেষ্টা কৰিবলগীয়াত পৰিছে। কিন্তু যেতিয়া ভাৰতত স্বাধীনতা প্ৰতিষ্ঠিত হ'ব তেতিয়া এই প্ৰাদেশিক বৈশিষ্ট্যবিলাক নিজ নিজ মূৰ্তি লৈ নিশ্চয় মূৰ দাঙি উঠিব। এইটো ভৱিশ্যদ্বাণী আমি এতিয়াই কৰি থ'লোঁ।'[৯] স্বাধীন ভাৰতৰ ইতিহাসত এই ভৱিষ্যদ্বাণী ফলিওৱা দেখা গ'ল।

প্ৰাদেশিক জাতীয়তাৰ অধিকাৰ স্বীকৃত হোৱাৰ পাছত ভাৰতৰ এখন প্ৰদেশৰ অধিবাসী আন এখনলৈ যাব পাৰিব নে নোৱাৰে আৰু নিগাজীকৈ থাকিব পাৰিব নে নোৱাৰে, এই প্ৰশ্নৰ সমিধানত অম্বিকাগিৰীৰ এই প্ৰসংগত স্পষ্ট মত হ'ল যে অসমীয়াও ভাৰতীয় আৰু আন আন প্ৰদেশৰ লোকসকলো ভাৰতীয়। কিন্তু সেইবুলিয়েই যে অন্যান্য প্ৰদেশৰ মানুহ আহি অবাধে অসমত সোমোৱাত আপত্তি নাথাকিব তেনে নহয়। আন প্ৰদেশৰ লোকসকলে অসমলৈ আহোঁতে নিজ নিজ সুকীয়া প্ৰাদেশিক পৰিচয়ৰ দাবীৰ বোজা লৈ আহিবলৈ দিব নোৱাৰি। ভাৰতীয়ৰ পৰিচয়েৰে ভাৰতীয় হিচাপে আহি অসমীয়াৰ মাজত সোমাই সেইসকলে ভাষা-সংস্কৃতি, জাতীয়তা, আশা-আকাঙ্ক্ষা আদি সকলো বিষয়তে অসমীয়াৰ লগত সনাসনি তানেৰে একেটা হৈ পৰিব লাগিব। সেয়ে নহ'লে, বহল ভাৰতীয়তাৰ দোহাই দি প্ৰাদেশিক পৰিচয়ৰ ক্ষুদ্ৰতাৰে প্ৰাদেশিক জাতীয়তাৰ গুৰুপাকী স্বাৰ্থ এটা আন এটা প্ৰাদেশিক জাতীয়তাৰ বুকুত গজাই লৈ স্থানীয় লোকৰ লগত চিৰ-সংঘৰ্ষ চলাই থাকিবলৈ দিহা কৰাহে হ'ব আৰু তেনে অৱস্থাত ভাৰতৰ মহাজাতীয় একতা কোনো কালেই সম্পাদিত নহ'ব।[১০]

উক্ত বিষয়ত মহাত্মা গান্ধীৰ মতৰো অম্বিকাগিৰীৰ লগত সম্পূৰ্ণ মিল দেখা যায়। গান্ধীজীয়েও কৈছে, ভাৰতীয় এজনে ভাৰতৰ নাগৰিক হিচাপে দেশৰ সকলো অঞ্চলতে সমান অধিকাৰ উপভোগ কৰিব। এতেকে বিহাৰত থকা বঙালী এজনেও সকলো অধিকাৰ পাব, কিন্তু বিহাৰত বিহাৰী হৈহে। বিহাৰত থকা বঙালীয়ে বিহাৰৰ সমাজত মিলি যাব লাগিব। বিহাৰী সকলক শোষণ কৰা দোষত বঙালীজন দোষী হ'ব নোৱাৰিব নাইবা বিহাৰত তেওঁ এজন বিদেশী বুলি ভাবিব নেলাগিব অথবা বিদেশীৰ দৰে আচৰণ কৰিব নেলাগিব। সেইদৰে, বংগত থকা গুজৰাটী



এজনে যদি গুজৰাটী সংস্কৃতি আনি বংগ প্ৰদেশত জাপি দিবলৈ চেষ্টা কৰে তেন্তে বঙালীসকলে তেওঁক বংগৰপৰা খেদাই দিবলৈ হক থাকিব।[১১]

অসমীয়া জাতীয়তাক নিৰাপদ কৰাৰ চিন্তায়েই অম্বিকাগিৰীৰ ঘাই চিন্তা আছিল হয়, কিন্তু তাতেই সীমাবদ্ধ হৈ থকা নাছিল। ভাৰতীয় মহাজাতি আৰু মহামানৱতাৰ কথাও তেওঁ চিন্তা কৰিছিল। জাতীয়তাবাদৰ আদৰ্শ দাঙি ধৰাৰ লগতে তাক প্ৰতিষ্ঠিত কৰিবৰ বাবে মহাজাতীয় ৰাষ্ট্ৰগঠনৰ আঁচনিও তেওঁ প্ৰস্তুত কৰিছিল। ১৯৪২ চনত অসম জাতীয় মহাসভাৰ হৈ যি 'স্বাধীন পঞ্চায়তৰাজ'ৰ পৰিকল্পনা তেওঁ প্ৰস্তুত কৰিছিল সিয়েই তেওঁৰ ৰাজনৈতিক কল্পনাশক্তিৰো পৰিচয় দিয়ে। অম্বিকাগিৰীৰ সূত্ৰমতে মানৱ প্ৰগতিৰ মূল শিপা গাঁৱত। এতেকে এই মূল ভেটিৰ ওপৰতেই ৰাষ্ট্ৰৰ গাথঁনি থিয় দিব লাগিব। গাঁৱক কেন্দ্ৰ কৰি মানৱাত্মাৰ বিকাশ প্ৰসাৰিত হ'ব লাগিব আৰু গাঁৱৰ ভিতৰেদিয়েই প্ৰদেশ বিলাকৰ জাতীয় জীৱনৰ সংগঠন হ'ব লাগিব। এই সম্পৰ্কত তেওঁ যি সাতখলপীয়া ৰাষ্ট্ৰব্যৱস্থাৰ প্ৰাথমিক আঁচনি কৰিছে সিয়েই হ'ল স্বাধীন পঞ্চায়ত ৰাজৰ আঁচনি। তেওঁৰ আঁচনিত সমগ্ৰ ভাৰতৰ ৰাষ্ট্ৰব্যৱস্থা হ'ল এক স্বাধীন মহাজাতীয় ৰাষ্ট্ৰপৰিষদৰ। এই ৰাষ্ট্ৰব্যৱস্থাৰ সাতোটা অংগ হ'ল-(১) সৰ্বনিম্ন স্তৰত প্ৰতিখন গাৱঁত একোখন স্বাধীন প্ৰাথমিক পঞ্চায়ত ৰাষ্ট্ৰপৰিষদ; (২) পাঁচখন বা ততোধিক প্ৰাথমিক পঞ্চায়ত গোট খাই এখন স্বাধীন গাৱঁলীয়া পঞ্চায়ত ৰাষ্ট্ৰপৰিষদ; (৩) পাঁচখন গাৱঁলীয়া পঞ্চায়ত লগলাগি একোখন স্বাধীন জন-পঞ্চায়ত ৰাষ্ট্ৰপৰিষদ; (৪) পাঁচখন জন-পঞ্চায়ত লগলাগি এখন স্বাধীন সমূহ পঞ্চায়ত ৰাষ্ট্ৰ-পৰিষদ; (৫) পাঁচখন সমূহ পঞ্চায়ত মিলি এখন স্বাধীন সাধাৰণ পঞ্চায়ত ৰাষ্ট্ৰপৰিষদ; (৬) পাঁচখন সাধাৰণ পঞ্চায়ত মিলি এখন স্বাধীন জাতীয় পঞ্চায়ত ৰাষ্ট্ৰপৰিষদ আৰু (৭) সকলোবোৰ জাতীয় পঞ্চায়ত গোটখাই স্বাধীন মহাজাতীয় পঞ্চায়ত ৰাষ্ট্ৰপৰিষদ। স্বাধীন জাতীয় পঞ্চায়তৰ স্তৰত স্বাধীন উপ-ৰাষ্ট্ৰৰ ব্যৱস্থাও ৰখা হৈছে। জাতীয় পঞ্চায়ত ৰাষ্ট্ৰপৰিষদৰ ভিতৰত থকা যি কোনো মূল অধিবাসীয়ে তেওঁবিলাকৰ ইচ্ছামতে জাতীয় পঞ্চায়তৰ অংশ স্বৰূপে স্বাধীন পঞ্চায়ত উপৰাষ্ট্ৰ পৰিষদ গঠন কৰি তেওঁলোকৰ ভাষা, সংস্কৃতি, অৰ্থ, সমাজনীতিৰ সম্পূৰ্ণ স্বাধীনতা উপভোগ কৰিব। পঞ্চায়ত ৰাষ্ট্ৰপৰিষদৰ আঁচনিত প্ৰাথমিক স্তৰত গাৱঁৰ সকলো প্ৰাপ্ত-বয়স্ক মুনিহ-তিৰোতাই ভোটদান কৰি পৰিষদ নিৰ্বাচন কৰিব। বাকী ছয় স্তৰৰ পৰিষদৰ প্ৰত্যক্ষ নিৰ্বাচনৰ পৰিৱৰ্তে পৰোক্ষ নিৰ্বাচনৰ ব্যৱস্থা ৰখা হৈছে। এই প্ৰসংগত দুটা অভিনৱ প্ৰস্তাৱ অম্বিকাগিৰীৰ আঁচনিত দেখা পোৱা যায়। এটা হ'ল, সকলো নিৰ্বাচনতেই প্ৰচাৰকাৰ্য নিষেধ কৰা হৈছে। দ্বিতীয়তে, প্ৰতিজন ভোটদাতাই ভোট দিয়াৰ আগতে স্বাধীন পঞ্চায়ত ৰাষ্ট্ৰৰ শাসন, আদেশ সৰ্বতঃ মানি চলিম বুলি শপথ গ্ৰহণ কৰিব লাগিব। অন্যথা ভোটদাতাজন 'বিশ্বৰ দ্ৰোহী, ধৰ্মদ্ৰোহী, সমাজদ্ৰোহী, ৰাইজদ্ৰোহী পাপত' পৰিব লাগিব আৰু তেনে ভোটদাতাই পঞ্চায়ত পৰিষদে দিয়া শাস্তি বিনা আপত্তিৰে গ্ৰহণ কৰিব লাগিব। এনেবিধ গণতন্ত্ৰবিৰোধী প্ৰস্তাৱ কিয় ৰখা হ'ল আৰু সাতখলপীয়া পঞ্চায়ত ব্যৱস্থাৰ যুক্তি কি সেইটো অৱশ্যে অম্বিকাগিৰীয়ে ব্যাখ্যা কৰা নাই। কিন্তু এই আঁচনিৰ যোগে অম্বিকাগিৰীয়ে গাওঁবিলাক সংগঠন কৰি ভাৰতত মহাজাতীয় স্বাধীনতা আৰু অসমত অসমীয়াৰ জাতীয় স্বাধীনতা সংস্থাপনৰ কাম

সুদৃঢ় ভিত্তিত কৰিব পাৰিব বুলি আৰু ব্যক্তি-পৰিয়াল-খেল-সম্প্ৰদায়-জাতিগত জীৱনৰ ওপৰত সকলোবিধ সাম্ৰাজ্যবাদী আৰু পুঁজিবাদী শোষণ লোপ পাব বুলি কল্পনা কৰে।

অম্বিকাগিৰীৰ ৰাজনৈতিক দৰ্শনত প্ৰবল সমাজবাদী চেতনা আৰু মহাজাতীয় আদৰ্শ বিদ্যমান। তেওঁৰ আদৰ্শ ভাৰতীয় মহাজাতীয় স্বাধীনতা আৰু অসমীয়া জাতীয় স্বাধীনতাৰ মাজত পাৰস্পৰিক একো বিৰোধ নাই। যেতিয়া দেশৰ প্ৰত্যেক-জনেই শাৰীৰিক আৰু মানসিক পৰিপুষ্টি আৰু পৰিবেশনৰ বাবে প্ৰয়োজনীয় খাদ্য, বাসগৃহ, শিক্ষা, চিকিৎসা, যাতায়ত আৰু আন আন যাৱতীয় ব্যৱহাৰ্য বস্তুৰ একো অভাৱবোধ নকৰিব, দেশৰ প্ৰত্যেকজন নৰনাৰীৰ কেন্দ্ৰবদ্ধ আশা-আকাংক্ষাৰ তৃপ্তি-সাধন কৰাত কাৰো লগত কোনো ধৰণৰ সংঘৰ্ষ নলগোৱাকৈ পাৰস্পৰিক সহযোগ-সহানুভূতিৰে নিজ নিজ বিকাশৰ পথত স্বাধীনচিতীয়া খোজ লৈ আত্মস্থিত বিবাটত্বক মুকলি কৰাত একো বাধা নিষেধৰ আঘাত নাপাব, যেতিয়া এই ফালৰ পৰা সুস্থ নিৰ্মল আৰু উচিত বিবেচনাৰে দেশৰ সমাজ শাসনৰ আৰু জন-সমষ্টি নিয়ন্ত্ৰণৰ নিৰ্বিঘ্ন বিধি-ব্যৱস্থাৰে গঠিত হৈ প্ৰত্যেক নৰ-নাৰীকেই নিজ নিজ বিবেক বুদ্ধিৰ সুশৃংখলিত স্বাধীনতাৰে চলি যোৱাৰ আনন্দ দিব-সেয়ে হ'ল অম্বিকাগিৰীৰ স্বাধীনতা সম্বন্ধীয় ধাৰণা আৰু লক্ষ্য। এই বিষয়ত তেওঁৰ মতে মহামানৱীয়তা, ভাৰতীয় মহাজাতীয়তা আৰু অসমীয়াৰ জাতীয়তাৰ কোনো প্ৰকাৰৰ বিৰোধ নাই। ১২

অসমীয়া সংস্কৃতিতো বিশ্বজনীনতাৰ যোগসূত্ৰ আছে। এই প্ৰসংগতো অম্বি-কাগিৰীয়ে কৈছে যে অসমীয়া পৰ্বত-ভৈয়ামৰ সমষ্টিগত সংস্কৃতিও বিশাল ভাৰতীয় বা মহামানৱীয় সংস্কৃতিৰ সমন্বয় ৰক্ষা কৰি প্ৰাকৃতিক গঠন প্ৰণালীৰে সৃষ্টি হোৱা এটা বিশিষ্ট বস্তু। নানা সময়ত নানান ফালৰপৰা নৰ-সংঘৰ সংমিশ্ৰণ আৰু আদান-প্ৰদানজাত সনাসনি আৰু সমন্বয়ৰ ভিতৰেদি খিলঞ্জীয়া লোকসমষ্টিৰ উদাৰ ভিত্তিত বিশিষ্ট ৰূপেৰে পৰিস্ফুট হৈ উঠিছে। গতিকে অসমীয়া সংস্কৃতিৰ ক্ষেত্ৰত বিশ্বমানৱীয়তাৰ ধাৰা প্ৰবাহিত হৈ আছে। ১৩ এনে অসমীয়া সংস্কৃতিকে শক্তিশালী কৰিবলৈ অম্বিকাগিৰীয়ে ভৈয়ামৰ অসমীয়াক আকুল আহ্বান দিছে। তেওঁৰ ক্ষোভ হ'ল এইটোৱেই যে ভৈয়ামৰ অসমীয়াই উচ্চাভিকাৰ গৰ্বাভিমানেৰে পৰ্বতবাসী অসমীয়া ভাই-ভনীসকলক দূৰলৈ ঠেলি থৈ দিছে।

ওপৰত অম্বিকাগিৰীৰ ৰাজনৈতিক চিন্তাধাৰাৰ চমু পৰিচয় দাঙি ধৰা হ'ল। তেওঁ চিন্তা যেনেকৈ কৰিছিল, প্ৰকাশো ঠিক তেনেকৈ কৰিছিল। যি সময়ত যিহকে যেনেদৰে ভাৱে তাকেই সেইদৰে দাঙি ধৰিছিল। এনে হোৱাৰ ফলত বহু ক্ষেত্ৰত আবেগপূৰ্ণ আৰু সংগতিবিহীন কথাও আহি পৰিছে। কিন্তু এনে ত্ৰুটি-বিচ্যুতিয়ে তেওঁৰ মূল চিন্তাধাৰাত ব্যাঘাত জন্মাব পৰা নাই। এইটোও মন কৰিব লগীয়া যে আধুনিক যুগত অম্বিকাগিৰী অবিহনে আন কোনোৱে অসমীয়া জাতীয়তা ৰক্ষাৰ কাৰণে ৰাজনৈতিক দৰ্শন আৰু কাৰ্যক্ৰম দাঙি ধৰা নাই। তেওঁৰ জাতীয়তাবাদী দৰ্শন হ'ল প্ৰাদেশিক জাতীয়তাৰ দৰ্শন; এই দৰ্শনত এফালে সমাজবাদ আৰু মান-ৱতাৰ সমন্বয় আৰু আনফালে সাম্ৰাজ্যবাদ আৰু ঔপনিৱেশিকতা-বিৰোধিতা দেখা যায়। বৃটিছ সাম্ৰাজ্যবাদৰ যেনেকৈ তেওঁ বিৰোধিতা কৰিছিল, তেনেকৈ ভাৰতীয় সাম্ৰাজ্যবাদৰো বিৰোধিতা কৰিছিল। অসমীয়া ভাষা-সংস্কৃতি, জাতীয় সভ্যতা ধ্বংস কৰি অসমক এখন বৃহত্তৰ বংগদেশ কৰি গঢ়ি তুলিবলৈ বঙালীসকলৰ এটা প্ৰচ্ছন্ন



চেষ্টা আছে বুলি অম্বিকাগিৰীয়ে বিশ্বাস কৰিছিল আৰু এই বিশ্বাসেই তেওঁৰ ভাৰ-তীয় সাম্ৰাজ্যবাদ-বিৰোধিতা তীব্ৰ কৰি তুলিছিল।

অম্বিকাগিৰীৰ ৰাজনৈতিক চিন্তা আৰু কাৰ্যৰ আলোচনা কৰিলে স্বভাৱতে এটা প্ৰশ্ন উদয় হয়-অসমীয়া জাতিৰ হকে গোটেই জীৱন চিন্তা কৰা আৰু সেই চিন্তা ইতিহাসে শুদ্ধ বুলি প্ৰমান কৰা সত্বেও জীৱনকালত এই আশাশুধীয়া বিপ্লৱী-জনক অসমীয়া মানুহে মানি চলিবলৈ আৰু তেওঁৰ নিৰ্দেশত সমবেত হৈ কাম কৰিবলৈ টান পালে কিয়? এই প্ৰশ্নৰ একপ্ৰকাৰ উত্তৰ অম্বিকাগিৰীয়ে নিজেই দি গৈছে—'কিছুমানে কয়, মোৰ আদৰ্শ আৰু মতটো সকলোৱে ভাল পায়। কিন্তু মই বাক্যবাণেৰে জৰ্জৰিত কৰোঁ বাবে ভাল পায়ো বেয়া পায়। সেইবাবে মোৰ লগত সহযোগ নকৰে। ইয়াৰ উত্তৰ মই কি দিম? বাক্যবাণেৰে লোকক জৰ্জৰিত কৰাটোৱেই মোৰ স্বভাৱ বা ব্যৱসায় নহয়। মোৰ আদৰ্শ লাভৰ বেগটো আনসকলৰ দুৰ্বলতাসম্ভূত নিৰুৎসাহৰ শুকান বালিত খুন্দা খাই নিৰাশজনিত যি দাৰুণ আৰ্তৰাৱৰ কৰ্কশ শব্দ উঠে, সেইবিলাককে স্বাৰ্থসৰ্বস্ব দলে অৰ্থাৎ যিসকলৰ অন্তৰত কোনো আদৰ্শ নাই, মনত গণশোষণৰ বাহিৰে গণপোষণ, গণসেৱনৰ উমান নাই, সেইসকলে তাকেই মোৰ বাক্যবাণ বুলি অভিহিত কৰি মোৰ ওপৰত দোষ দি নিজৰ চাৰিত্ৰিক দুৰ্বলতা আৰু কলুষ-ক্লেদ ঢাকিবলৈ প্ৰয়াস কৰে'।[১৪] কিন্তু এইটোৱেই সম্পূৰ্ণ উত্তৰ নহয়। স্বাধীনতাৰ পৰৱৰ্তী যুগত কংগ্ৰেছ দল আৰু চৰকাৰৰ জৰিয়তে গঢ়ি উঠা অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ স্বাৰ্থৰ কথাও ইয়াৰ লগত জড়িত আছে। অম্বিকাগিৰীৰ সংৰক্ষিণী সভা আৰু জাতীয় মহা-সভায়ো কংগ্ৰেছৰ সৈতে 'অসহযোগৰ বিৰোধ'ৰ পথত যাবলৈ 'নাৰাজ' হোৱাত বৈপ্লৱিক অসমীয়া জাতীয়তাৰ-সংগঠনে লাগতিয়াল শক্তি আহৰণ কৰিব নোৱাৰিলে। কংগ্ৰেছৰ ছত্ৰ-ছায়াত পুঁজিবাদী ঔপনিৱেশিক স্বাৰ্থই যিমানে প্ৰাধান্য পালে সিমানে অসমীয়া স্বাৰ্থৰ কথা তল পৰি গ'ল আৰু অম্বিকাগিৰীও অকলশৰীয়া হৈ পৰিল। কিন্তু অম্বিকাগিৰীৰ ভৱিষদ্বাণী ফলিওৱা দেখা গ'ল অসমৰ ছবছৰীয়া বিদেশী বহিষ্কাৰ আন্দোলনটোত।

**প্ৰসংগ সূচী:**

১। মোৰ জীৱন ধুমুহাৰ এছাটি, পৃঃ ১৭৩।
২। আৱাহন, ফাগুন, ১৮৫৮ শক।
৩। আহুতি, পৃঃ ১০৫।
৪। আৱাহন, ৮ম বছৰ, ৩য় সংখ্যা, ১৯৩৬ চন।
৫। দৈনিক বাতৰি, ১০ নৱেম্বৰ, ১৯৩৫, ডেকা অসমৰ সম্পাদকীয়ৰ উদ্ধৃতি।
৬। আহুতি, পৃঃ ৭১।
৭। অসম সাহিত্য সভাৰ মাৰ্ঘেৰিটা অধিবেশনৰ সভাপতিৰ অভিভাষণ।
৮। আহুতি, পৃঃ ৫১।
৯। ঐ পৃঃ ৮৩।
১০। ঐ পৃঃ ৮৭।
১১। মহাত্মা টেণ্ডুলকাৰ, ৮ম খণ্ড, পৃঃ ১১৯।
১২। আহুতি, পৃঃ ১০১-১০২
১৩। ঐ পৃঃ ৭১
১৪। বাণী বিদ্যুৎ, পৃঃ ১৭।

# অসমীয়া জাতীয়তাবাদৰ উজ্জ্বল প্ৰতীক

অতুলচন্দ্ৰ হাজৰিকা

উপক্ৰমণিকা

যোৱা ১৫ আগষ্টৰ ৰাতিপুৱা (১৯৮৫) দিল্লীৰ লালকিল্লাৰ ৰাজকীয় ঘোষণাত অসম চুক্তি স্বাক্ষৰিত হোৱা বুলি জানিব পাৰি মোৰ চেৰেং চেৰেংকৈ অসমপ্ৰাণ অম্বিকাগিৰী ৰায়চৌধুৰীলৈ মনত পৰিছিল এইবাবেই যে যি উদ্দেশ্য সাধনৰ বাবে ৰায়চৌধুৰী ডাঙৰীয়াই ওৰে জীৱনে চিন্তাচৰ্চা কৰিছিল, বক্তৃতা দিছিল, ৰচনা লিখিছিল, সদ্যহতে সেই উদ্দেশ্য সফল হোৱাৰ ৰেঙণি দেখা পোৱা গৈছে। অৱশ্যে মই এনে কথা ক'ব খোজা নাই আৰু এনেদৰে ভবাও নাই যে এই ঐতিহাসিক অসম চুক্তিয়ে অসমৰ ৰাইজৰ, অসমীয়া ৰাইজৰ মনোবাঞ্ছা সম্পূৰ্ণভাবে সফল কৰিবলৈ সক্ষম হৈছে। তথাপি বৰ্তমান দেশৰ জটিল পৰিস্থিতিলৈ লক্ষ্য ৰাখি এই আংশিক সফল চুক্তিকে মই ওলগ জনাইছোঁ। নাই মোমাইতকৈ কণা মোমায়েই ভাল। সেইকাৰণে চুক্তিক আদৰণি জনাই মই লিখিছিলোঁ ঃ

হাঁহিছে জাতিৰ পিতা শ্ৰীমন্ত শংকৰে
গোপীনাথে, লক্ষ্মীনাথে, সংৰক্ষিণী বীৰে।
আৰু হাঁহিছে কোনে?
সন্তাপিতা জননীয়ে হৰিষে-বিষাদে
যিসকলে অৰ্পিছিল সপিল বেদীত
ৰক্তজবা, ৰক্তঅৰ্ঘ্য, তপ্ত শোণিত।

মূলত আজিৰ অসম আন্দোলনৰ আদৰ্শ আৰু উদ্দেশ্য ৰায়চৌধুৰী ডাঙৰীয়াৰ সংৰক্ষিণী আন্দোলনৰ কাৰ্যপন্থাতকৈ বেছি পৃথক নাছিল। হয়তো অমিল আছিল। অমিল থাকিলেও যৎসামান্য আছিল। সেয়েহে কবি ৰায়চৌধুৰীয়ে গাইছিল ঃ

ব'লা ভাই আগুৱাই
অতি উচ্চ, অতি উন্নত, অতি সুন্দৰ ঠাই।

এই সুন্দৰ ঠাইখনেই আছিল কবিৰ পৰিকল্পিত অসমীয়াৰ নিজা বাসস্থান অসম ৰাজ্য। ভাৰতীয় হৈয়ো অসমীয়া হোৱাটো আছিল তেওঁৰ জীৱনজোৰা সপোন। কিন্তু পৰিতাপৰ বিষয়, একশ্ৰেণী ঠেক বঙালী মানুহে, বিশেষকৈ কলিকতীয়া কাকতবিলাকে ৰায়চৌধুৰীক অসমত বঙাল খেদা আন্দোলনৰ নায়ক বুলি ভাবিছিল। তাহানি অসমলৈ বঙালী প্ৰব্ৰজন হোৱাৰ দিনৰে পৰা আজি পৰ্যন্ত অসমলৈ অবাধ গতিৰে বঙালী প্ৰব্ৰজন হৈ আহিছে। সাহিত্যৰথী বেজবৰুৱাই ৰচনা কৰা 'অসমীয়া ভাষা আৰু সাহিত্য' নামৰ গ্ৰন্থত বঙালীয়ে অসমীয়া ভাষা-সংস্কৃতিক দাস কৰাৰ অপচেষ্টাৰ ধাৰাবাহিক বিৱৰণ লিপিবদ্ধ হৈছে। এসময়ত অম্বিকাগিৰী ৰায়চৌধুৰীয়ে সংৰক্ষিণী আন্দোলন চলোৱাৰ বাবে কলিকতাৰ 'বজাৰ'-



কেইখনত কাউৰীৰ ৰাহত জুই লাগিছিল। অহেতুকভাৱে অসমীয়া বিদ্বেষৰ তিক্ততা ইমান বেছি হৈছিল যে উদাৰমনা কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ নিচিনা এগৰাকী দেশবৰেণ্য নেতায়ো নীৰৱ হৈ থাকিবলৈ টান পাইছিল। তেখেতে আনন্দবাজাৰ কাকতত 'আসামে বাঙাল খেদা আন্দোলন' নামৰ এটা যুক্তিপূৰ্ণ সাৰুৱা প্ৰবন্ধ লিখি অপপ্ৰচাৰকাৰী জোকৰ মুখত চূণ দিছিল। কিন্তু সেয়ে হ'লেও মৰিলেও নুগুচে ধনঞ্জয় বায়ু।

বৰ্তমানে সাহিত্য-সংস্কৃতিৰ লগত ৰাজনীতিও যোগ হৈছে। এই ৰাজনীতিয়ে ইতিমধ্যে আমাৰ সকলোৰে যথেষ্ট অপকাৰ সাধন কৰিলে। মুখেৰে ভাৰতত একভাষী ৰাজ্যৰ কথা কোৱা হ'লেও এই কথা অসমৰ বেলিকা প্ৰযোজ্য হোৱা নাই। তাহানিৰ দৰে এতিয়াও কলিকতীয়া কাকতবোৰে আৰু বিশেষকৈ ঠেকমনা বংগবাদী, সমাজবাদী নেতাসকলে এই অসম চুক্তিৰ প্ৰকাশ্য বিৰোধিতা কৰি অমংগলৰ সূচনা কৰিছে। যাওক বাৰু এই কথা।

ৰায়চৌধুৰী ডাঙৰীয়াই নিজৰ ব্যক্তিগত পৰিচয় নিজে লিখি থৈ গৈছে এনেদৰেঃ 'মোৰ প্ৰায় গোটেইটো জীৱন দেশৰ গাওঁ-ভূঁই, চহৰ-নগৰ, নদী-পৰ্বত, বাট-ঘাট, ঘৰ-চোতাল খলক লগাই শান্তি ভংগ কৰা কথাবিলাক, লেখাবিলাক, প্ৰচাৰবিলাক কোনোৱে কয় বলিয়াৰ বলকনি, কোনোৱে কয় বহুৱাৰ ভাও, কোনোৱে কয় কাণ্ডজ্ঞানহীন মহামূৰ্খৰ চিঞৰ-বাখৰ, কোনোৱে কয় দায়িত্বহীন চেলেপুৰ অসভ্যালি, উভতালি, অশিষ্টাচাৰ। কিন্তু কাৰো এই মন্তব্যবোৰলৈ কেৰেপ নকৰি মই কেৱল দিন-ৰাতি তাকেই গাই-বজাই ফুৰিছোঁ।' হ'ব পাৰে এইটো ৰায়চৌধুৰীৰ বাহিৰক ৰূপ, দূৰৰপৰা দেখা পোৱা মানুহজনৰ এখন অস্পষ্ট ছবি। কিন্তু শুকান নাৰিকল এটাৰ বাহিৰৰ ৰূপ আৰু ভিতৰৰ ৰূপ যেনেকৈ একে নহয়, সম্পূৰ্ণ বিপৰীত, ঠিক তেনেকৈ ৰায়চৌধুৰী মানুহজনৰো বাহ্যিক ৰূপ আৰু ভিতৰৰ প্ৰকৃত ৰূপ আছিল সম্পূৰ্ণ বেলেগ। তেওঁৰ বলিষ্ঠ ব্যক্তিত্ব আছিল স্বকীয় ভাৱধাৰাৰে পৰিপুষ্ট।

তেওঁ আকৌ লিখিছে ঃ 'সাহিত্য কি আৰু কেনে বস্তু, বৰণ ক'লা নে ব'গা, সোৱাদ মিঠা নে তিতা, দেখিবলৈ মোহলগা নে ঘিণালগা, শুনিবলৈ কেৰ্কেৰিয়া নে সুখলগা লৰনু, তাৰো মোৰ জ্ঞান নাই।' লেখকৰ এই উক্তিও সঁচা বুলি মানি ল'ব নোৱাৰি। তেওঁ হয়তো সাহিত্যৰ ব্যাকৰণ নাজানিছিল, প্ৰকৃত সাহিত্য কি সেই বিষয়ে ভু-ভতং নাপাইছিল, তথাপি তেওঁ যে এজন অসমীয়া সাহিত্যত পাকৈত খনিকৰ নাছিল এনে কথা কোনেও ক'ব নোৱাৰে। গীতিকাৰ হিচাপে, কাব্যকাৰ হিচাপে, নাট্যকাৰ হিচাপে, গদ্যকাৰ হিচাপে অসমীয়া সাহিত্য-মন্দিৰত তেওঁৰ স্থান কম-বেছি পৰিমাণে সুপ্ৰতিষ্ঠিত। এই সম্পৰ্কত ডঃ কাকতিয়ে ৰায়চৌধুৰীৰ বিষয়ে লিখি থৈ যোৱা মন্তব্য বিশেষভাৱে প্ৰণিধানযোগ্য।

মই এই নিবন্ধত অসমকেশৰী ৰায়চৌধুৰীৰ ৰাজনৈতিক ৰূপটোহে সামান্যভাৱে লিৰিকিবিদাৰি চাব খুজিছোঁ। তেওঁৰ সাহিত্য-সংস্কৃতি আৰু অন্যান্য দিশ বাদ দি। কবি ৰায়চৌধুৰী তেওঁৰ 'বেদনাৰ উল্কা' নামৰ দেশপ্ৰেমমূলক কবিতাপুথিখনৰ বাবে সাহিত্য একাডেমীৰ দ্বাৰা পুৰস্কৃত হৈছিল। এই কথা নিসন্দেহে ক'ব পাৰি যে কেৱল এই পুথিখনেই নহয়, স্বদেশপ্ৰেমী ৰায়চৌধুৰীৰ সমগ্ৰ জীৱনটোৱেই আছিল কমবেছি পৰিমাণে বেদনাৰ উল্কা।

### বেদনাৰ উল্কা

অম্বিকাগিৰীৰ জীৱনৰ আদিছোৱাত অসমত কোনো চৰকাৰবিৰোধী অনুষ্ঠান বা আন্দোলন নাছিল। তেতিয়াৰ অসম এছোচিয়েচনৰ আছিল চিমা তেতেলা সুৰ, তাত চৰকাৰ বিৰোধৰ কোনো প্ৰশ্নই নাছিল। অম্বিকাগিৰীৰ মনটোত আছিল সৰুৰে-পৰা বিপ্লৱৰ বীজ। সেইকাৰণে তেওঁ বংগদেশত জাগি উঠা সেই সময়ৰ স্বদেশী আন্দোলনৰ লগত সুৰ মিলাই জীৱনৰ পাতনি মেলিছিল। ৰাজনৈতিক জীৱনৰ প্ৰথম প্ৰশিক্ষণ লৈছিল। বংগদেশীয় স্বদেশী আন্দোলনত আছিল হিংসাত্মক ৰাজনীতি। সেই আন্দোলনত যোগ দি ক্ষুদিৰাম প্ৰভৃতি উগ্ৰপন্থীসকলে ডিঙিত চিপজৰী লৈছিল। কিন্তু নোপোৱাৰ গোসাঁয়ে চেংপোৱা খোৱাৰ নিচিনাকৈ অম্বিকাগিৰীয়ে অলপ দিন হিংসাত্মক ৰাজনীতিৰ সমৰ্থক হৈছিল যদিও পাছলৈ মহাত্মা গান্ধীৰ অহিংসাবাদ আৰু শংকৰ গুৰুৰ সাম্যবাদী একশৰণ ধৰ্মই তেওঁৰ মনৰ গতিধাৰা সম্পূৰ্ণ সলাই পেলালে। ১৯২১ চনৰ অসহযোগ আন্দোলনত জপিয়াই পৰি তেওঁ ভাৰতৰ এজন প্ৰকৃত মুক্তিযুঁজাৰু হ'ল। সেই উপলক্ষ্যে কাৰাগাৰত সোমাই অমানুষিক যমৰ জীয়াতু নিৰ্বিকাৰচিত্তে বৰণ কৰি লৈছিল। কাৰাগাৰৰ ভিতৰত তেওঁ মুখে মুখে ৰচনা কৰি গোৱা জেল-সংগীতবোৰ আৰু ১৯২৬ চনত পাণ্ডু কংগ্ৰেছত আদৰণি জনাই যুগুত কৰা 'আজি বন্দো কি ছন্দেৰে' নামৰ ঐতিহাসিক গীতটি অসমীয়া কাব্য-সাহিত্যৰ মূল্যৱান সম্পদ। এই কথা উল্লেখযোগ্য যে তেওঁ কংগ্ৰেছী ৰাজনীতি সাময়িকভাবে গ্ৰহণ কৰিছিল যদিও অসমীয়াৰ আত্মৰক্ষাৰ সংৰক্ষিণী নীতি সদায় মনৰ মাজত পুহি ৰাখিছিল। তাৰ প্ৰথম উকমুকনি বা মূৰ্ত প্ৰকাশ দেখা গৈছিল পাণ্ডু কংগ্ৰেছ মহাসভাৰ ৰভাৰ তলতে গড়মূৰীয়া সত্ৰাধিকাৰ পীতাম্বৰ দেৱ গোস্বামীৰ পৌৰোহিত্বত অনুষ্ঠিত হোৱা অসম জাতীয় মহাসভাৰ (সংৰক্ষিণী সভা) প্ৰথম জাতীয় অভিৱৰ্তনত। এই কথাও মন কৰিবলগীয়া যে ৰায়চৌধুৰীয়ে ভাৰতীয় কংগ্ৰেছৰ নেতাসকলে অসমৰ স্বাৰ্থ, অসমীয়াৰ স্বাৰ্থ অৱহেলাৰ চকুৰে চোৱাৰ বাবে ক্ৰমাৎ তেওঁৰ কংগ্ৰেছৰ লগত ৰাহিযোৱা নহা হৈছিল। প্ৰায় অকলশৰীয়াভাবে হ'লেও মৃত্যুৰ দিনলৈকে তেওঁ অসমৰ জাতীয় স্বাৰ্থ ৰক্ষাৰ বাবে সংৰক্ষিণী নীতিতে খামোচ মাৰি ধৰি আছিল। তেওঁ নিজে উদ্দেশ্য সাধন আৰু অসমীয়া জাতীয় আন্দোলন চলাবৰ বাবে সভাৰ মুখপত্ৰ প্ৰথমতে 'চেতনা' আৰু পাছত 'ডেকা অসম' নামৰ কাকতদুখনকে ব্ৰহ্মাস্ত্ৰ স্বৰূপে হাতত তুলি লৈছিল। তেওঁৰ ৰাজনীতি আৰু কৰ্মপন্থা যে সকলো সময়তে শুদ্ধ আছিল তেনে কথা ক'ব পৰা নাযায়। ঘোৰ কংগ্ৰেছী নেতাসকলৰ কথা বাদ। জাতীয়তাবাদী ধৰ্মগুৰু গড়মূৰীয়া সত্ৰাধিকাৰ, বিহগী কৱি ৰঘুনাথ চৌধাৰী, অসমীয়াবাদী জ্ঞাননাথ বৰা, বাগ্মীবৰ নীলমণি ফুকন, ডেকাফুকন মহেন্দ্ৰনাথ, ডেকাবেজ মাধৱচন্দ্ৰ বেজবৰুৱা প্ৰভৃতি বিশিষ্ট ব্যক্তিসকল কোনো কোনো সময়ত অম্বিকাগিৰীৰ চিন্তাধাৰা আৰু আন্দোলনৰ সমৰ্থক হৈছিল যদিও কোনোজনে আদ্যোপান্ত তেওঁৰ লগত লিপিট খাই পৰা নাছিল। মই ভাবোঁ, প্ৰকৃত অসমীয়াৰ জাতীয়তাবাদৰ ত্ৰিমূৰ্তি তিনিগৰাকী পুৰোহিত হৈছে মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্য; সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা আৰু অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী।



অসমৰ ৰাজ্যভাষা সম্পৰ্কত অম্বিকাগিৰীৰ বৰঙণি জাকতজিলিকা। তেওঁ ওৰে জীৱনে সভাই-সমিতিয়ে, ভাষণে-বচনে, ৰাজ্যভাষা ৰাজ্যভাষাকৈ চিঞৰ-বাখৰ কৰি ফুৰিছিল অৰ্থাৎ অসম চৰকাৰৰ শাসকীয় ভাষা বা চৰকাৰী ভাষা হ'ব লাগে একমাত্ৰ অসমীয়া ভাষা। এইটোৱেই আছিল তেওঁৰ, বিহগী কৱিৰ, বাগ্মীবৰৰ আৰু অসম সাহিত্য সভাৰ দৃঢ় অভিমত। এই সংক্ৰান্তত বহুত তিতাকেঁহা, বহুত যুঁজবাগৰ, বহুত তিক্ততাৰ সৃষ্টি হৈছিল। অৱশেষত অসম চৰকাৰৰ দ্বাৰা অসমীয়া ভাষাই ৰাজৰাণীৰ স্বীকৃতি পালে। কিন্তু ৰায়চৌধুৰী আৰু তেওঁৰ সতীৰ্থসকলৰ মনোবাঞ্ছা সম্পূৰ্ণভাবে ৰূপায়িত নহ'ল। বঙলাপ্ৰেমী প্ৰাক্তন মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাই কাছাৰত জিলা পৰ্যায়ত বঙলা ভাষাক স্থান দি সাপ মাৰি নেগুৰত বিষ এৰাৰ নিচিনাকৈ ভাল কাম নকৰিলে।

এসময়ত গুৱাহাটীৰ যোৰপুখুৰী পাৰত স্বভাৱ বিজ্ঞানী লক্ষীনাথ দাসৰ বাসগৃহত এটা সৰু অসমীয়াপ্ৰেমী গোষ্ঠীৰ সমাৱেশ ঘটিছিল। সেই আনুষ্ঠানিক ঘৰুৱা আলোচনী-মেলৰ সদস্যসকল আছিল স্বভাৱ বিজ্ঞানী লক্ষীনাথ দাস, প্ৰত্নতাত্ত্বিক ৰাজমোহন নাথ, প্ৰতিধ্বনিৰ কবি উমেশ চন্দ্ৰ চৌধাৰী, কমলা কান্ত ভট্টাচাৰ্যৰ বৰজোঁৱাই শৰৎ চন্দ্ৰ বৰুৱা, জয়ন্তীৰ অন্যতম প্ৰাক্তন সম্পাদক গিৰিশ চন্দ্ৰ বৰুৱা আৰু সাংবাদিক শ্ৰীহৰেন্দ্ৰ নাথ বৰুৱা। অসম সম্পৰ্কীয় কোনো আউলীয়া সমস্যাৰ উদ্ভৱ হ'লে ৰায়চৌধুৰীয়ে ততালিকে তাৰ প্ৰতিবাদত এখন আবেদন বা স্মাৰক-পত্ৰ যুগুত কৰি ওপৰত উল্লেখ কৰা অসমপ্ৰেমী গোষ্ঠীটোৰ ওচৰ চাপে আৰু সেই দীঘলীয়া দৰ্খাস্তখন ডাক যোগে নহয় টেলিগ্ৰাফ্ যোগে তেতিয়াৰ ভাৰতৰ প্ৰধান মন্ত্ৰী নেহৰুলৈ পঠায়। ৰায়চৌধুৰীৰ মন থাকিলেও ধন নাই! সেই টেলিগ্ৰাফৰ খৰচ কমেও ৭০।৮০ টকা বহন কৰে শৰৎ চন্দ্ৰ বৰুৱা আৰু গিৰিশ চন্দ্ৰ বৰুৱাই। এই দৰে এই অনামী অসমপ্ৰেমী দুজনৰ আৰ্থিক সাহায্যত ৰায়চৌধুৰীয়ে তেওঁৰ মনৰ হেপাহ পূৰ্ণ কৰে।

# অসমত জনপ্ৰব্ৰজন আৰু অম্বিকাগিৰী

ভুবন বৰুৱা

কলেজীয়া ছাত্ৰ হৈ থকা দিনত অম্বিকাগিৰী আমাৰ বাবে আছিল এটি ভীতি সঞ্চাৰ কৰা নাম। এবাৰ তেখেতৰ স'তে মুখামুখি হোৱাৰ সৰু অভিজ্ঞতা এটাৰ কথা কাহানিও নাপাহৰোঁ। আমি কেবাজনেও কলেজৰ সভা এখনৰ বাবে তেখেতক নিমন্ত্ৰণ কৰিবলৈ গৈছিলোঁ-আটাইকেউজনৰে ভয়ে কম্পমান হিয়া; কিজানিবা গালি-শপনি পাবে। তথাপি মৰণত শৰণ দি গৈছিলোঁ। জাৰৰ দিন, বাহিৰত ৰ'দ লৈ পিঠি দি বহি আছিল, গিন্ধনত হাতকটা খদ্দৰৰ চোলা, আঠুমূৰীয়া ধুতি আৰু কান্ধত গৰম আলোৱান। চকীৰ হেণ্ডেলতে সকলোৰে পৰিচিত লাঠিডাল। চুচুক-চামাককৈ আমি সোমোৱা বোধকৰো দৃষ্টিগোচৰ হৈছিল; চকীখন ঘূৰাই লৈ বহিল আৰু আমি কিবা কোৱাৰ আগেয়েই আৰম্ভ হৈ গ'ল অগ্নিক্ষৰা উদগীৰণ। বোধকৰোঁ কথাবোৰ মানুহজনৰ ভিতৰখনত দগ্‌মগাই আছিল। শব্দ-বাক্যবোৰ মনত নাই, কিন্তু বক্তব্য আছিল 'দেশখেন গেল, চাৰিও ফালৰ পৰা হেঁচি ধৰিছে নানা ষড়যন্ত্ৰই আৰু ডেকা ল'ৰাবোৰ ৰংধেমালিতে মছগুল।' আমাৰ আগমনৰ উদ্দেশ্য শুনি এৰে আষাৰে প্ৰত্যাখ্যান কৰিলে-'সভা সমিতি কৰিয়েই জীৱনটো কটালোঁ, অকলে অকলে যুঁজি আছোঁ, মোৰ কথা শুনোতা নাই, কি হ'ব।' তেখেতৰ বিষাদযুক্ত মুখমণ্ডলত স্পষ্টভাবে দেখিলোঁ নিৰাশাৰ ঘোৰ অৱসাদ। আমাৰ নিমন্ত্ৰণ ৰক্ষা কৰাৰ বাবে পুনৰ্বাৰ ক'বলৈ সাহসে নুকুলালে। অসমৰ বিৰুদ্ধে ষড়যন্ত্ৰ সম্পৰ্কে অম্বিকাগিৰীৰ মনৰ মাজত কিবা আগতীয়া আশংকা (premonition) উপজিছিল নেকি ক'ব নোৱাৰোঁ, কাৰণ এই ঘটনাৰ প্ৰায় এবছৰমানৰ ভিতৰতে আৰম্ভ হৈছিল অসমত ভাষা-আন্দোলন।

নিজক ৰিক্ত সৰ্বস্বান্ত কৰি অসম আৰু দেশখনক ভালপোৱা এইজনা সিংহ-পুৰুষৰ বিষয়ে শুনা আন এটি প্ৰাণস্পৰ্শী সৰু ঘটনা। ঘটনাটো মৃত্যুৰ কেইমাহমান আগৰ। সেই সময়ত সদৌ গুৱাহাটী আন্তঃ কলেজ ছাত্ৰ ইউনিয়ন তথা কটন কলেজৰ তেতিয়াৰ সাধাৰণ সম্পাদক সুশীল গোস্বামীৰ নেতৃত্বত অসমৰ ছাত্ৰ প্ৰতিনিধিৰ দল এটাই প্ৰধানমন্ত্ৰী আৰু কেন্দ্ৰীয় চৰকাৰক ৰাজ্যখনৰ বিভিন্ন সমস্যাৰ বিষয়ে অৱগত কৰাবলৈ নতুন দিল্লীলৈ যোৱাৰ আগমুহূৰ্তত আকস্মিকভাবে পালে বাট-খৰচ বুলি পাঁচ টকাৰ প্ৰতীক বৰঙণি সহ হিয়া উবুৰাই দিয়া আশীষ কঢ়িয়াই অনা এখনি মণিঅৰ্ডাৰ; প্ৰেৰক অম্বিকাগিৰী। সেই সময়ত তেখেত অৱসাদগ্ৰস্ত, হতাশা জৰ্জৰিত জীৱনৰ এটি কৰুণ পৰ্যায়ত উপনীত। এনে এটি কথাই যাত্ৰাৰ প্ৰাককালত দলটোক অভিভূত কৰিলে; টকা পাঁচোটা শিৱৰ নিৰ্মালি হ'ল। ইয়েই প্ৰমাণ কৰে জীৱনৰ প্ৰায় অন্তিম পৰলৈকে অম্বিকাগিৰীৰ মনত দগ্‌মগাই জ্বলি থকা অসমৰ জ্বলন্ত সমস্যাৰ অগ্নিশিখা।

এনাৰ্কিষ্ট দলৰ সদস্য হিচাপে নিজৰ ৰাজনৈতিক জীৱন আৰম্ভ কৰা অম্বিকাগিৰীয়ে এটা সময়ত কংগ্ৰেছ দলত যোগদান কৰিছিল আৰু ১৯২৬ চনত পাণ্ডুত



বহা কংগ্ৰেছ মহাসভাত নিজে ৰচি উদাত্ত কণ্ঠেৰে গাইছিল 'আজি বন্দো কি ছন্দেৰে সমাগত বিৰাট নৰনাৰায়ণ।' তথাপি তেখেতৰ ৰাজনৈতিক জীৱন, চিন্তা, কৰ্মধাৰাক সৰ্বক্ষণে আৱৰি ৰাখিছিল অসমৰ জ্বলন্ত সমস্যাইহে। প্ৰতিটো ঘটনাৰ ঐতিহাসিক পটভূমিত বিচাৰ কৰি চালে পৰিষ্কাৰভাবেই দেখা যাব সকলোবোৰ সমস্যাৰ লগতে অসমৰ অস্তিত্বৰ সংকটৰ কথাটো সাঙোৰথাই আছিল। অসমৰ আৰু অসমীয়া জাতিৰ অস্তিত্বৰ সংকটৰ কথাই তেখেতৰ সকলো চিন্তা চৰ্চাক সৰ্বগ্ৰাসীধৰণে আচ্ছন্ন কৰি পেলাইছিল। তাৰে এটি আভাস আছে ১৯২৬ চনত সাহিত্যিক বন্ধু দেৱানন্দ ভঁৰালীলৈ লিখা চিঠি এখনত ঃ

"মোৰ জীৱনৰ সাহিত্যৰস গোটেই টুপি শুকাই গৈছে। আজি যি লৈ অলপ লাৰাচাৰা কৰি আছোঁ সি ৰূপ-ৰসহীন দগ্ধ কিছুমান ক'লা এঙাৰ মাথোন। সাহিত্য সাধনা সম্পৰ্কে বৰ্তমান অৱস্থা মোৰ এনেকুৱা। তাৰ পাছতে জ্বলজ্বল পটপটকৈ চকুত পৰি যাব ধৰিলে দেশৰ সংকটজনক অৱস্থাবিলাক, অসমীয়া জাতিৰ ঘোৰ অন্ধকাৰখিনি আৰু তাৰ লগে লগে অসমীয়া জাতি সম্বন্ধে এটা নিৰাশাৰ ঘোৰ অৱসাদ।" তেখেতে আক্ষেপৰ সুৰত লিখিছিল "মই জানো অসমীয়া জাতি জধামূৰ্খ, অসমীয়া জাতিৰ দূৰদৰ্শিতা নাই, অসমীয়াই জাতীয় পতনৰ তীব্ৰ গতি মনিব পৰা নাই, অসমীয়াই নিজ জাতীয় স্বাৰ্থ কি নাজানে, কিন্তু সেই বুলি তাক অকল দোষ দি থাকিলেই আমাৰ কৰ্তব্য সমাধা কৰা হ'বনে?" সকলো শক্তি-বুদ্ধি দি অসমীয়া জাতিক উদ্ধাৰ কৰি জগতত তিষ্ঠি থাকিব পৰা কৰিবলৈ অম্বিকাগিৰীয়ে ত্ৰিশৰ দশকতে নিজৰ কৰ্তব্য থিৰ কৰি লৈছিল।

নৱোপলব্ধ চিন্তাচেতনাৰ স্পষ্ট পৰিণতি দেখা গ'ল অম্বিকাগিৰীৰ কথা, কাম, আদৰ্শৰূপায়ণৰ অহনিশ প্ৰয়াসত। 'বন্দো কি ছন্দেৰে সমাগত বিৰাট নৰনাৰায়ণক আহ্বান কৰাৰ বছৰতে তেওঁ আৰম্ভিলে 'অসম সংৰক্ষিণী সভা', যি অনুষ্ঠান কাল-ক্ৰমত ৰূপান্তৰিত হ'ল অসম জাতীয় মহাসভালৈ। সাহিত্য-সাংবাদিকতাৰ মাধ্যম 'চেতনা'ই (১৯১৯) ৰূপ পালে 'ডেকা অসম'ত (১৯৩৫) আৰু তাতেই উদগীৰণ হ'ল তেখেতৰ জ্বালাময়ী অগ্নিকণাৰ। অম্বিকাগিৰীৰ ধ্যান-জ্ঞান চিন্তা-চেতনা সকলো একমুখী হ'ল। অসমৰ জ্বলন্ত সমস্যা হৈ পৰিল সৰ্বক্ষণৰ সংগী; অক্লান্তভাৱে নিজকে নিয়োজিত কৰিলে 'অসম দেশ আৰু অসমীয়া জাতিটোক ৰক্ষা কৰা, শক্তিবন্ত কৰা ভাৰত বৰেণ্য কৰা, জগত বৰেণ্য কৰা'ৰ আদৰ্শ ৰূপায়ণত।

অম্বিকাগিৰীৰ সংগ্ৰামী জীৱনৰ আদিকালছোৱা অসমৰ বাবে আছিল সচাঁকৈয়ে সংকটময়। চিলেটৰ বিচ্ছেদ, গোৱালপাৰা আৰু কাছাৰক কেন্দ্ৰ কৰি অসমৰ অংগচ্ছেদৰ অপচেষ্টা, পূৰ্ববংগৰ পৰা অবাৰিত গতিত পমুৱাৰ প্ৰব্ৰজন, অসমীয়া ভাষাক ন্যায়সংগত মৰ্যাদা দানৰ বাবে চলা টনা-আজোৰা ইত্যাদি ধৰণৰ ঘটনাৱলীয়ে সেই কালতো ৰাজ্যখনৰ ৰাজনৈতিক পৰিৱেশ অস্থিৰ কৰি তুলিছিল। প্ৰতিটো সমস্যাক লৈ বিভিন্ন স্বাৰ্থান্বেষীলোকে লোৱা ভূমিকাই বিপন্ন কৰিছিল অসমৰ সামূহিক স্বাৰ্থক। পমুৱা প্ৰব্ৰজনৰ সমস্যাটোক কেন্দ্ৰকৰি অসমৰ ৰাজনৈতিক পৰিস্থিতিয়ে এনে এটি মোৰ লৈছিল, যাৰ ফলত ৰাজ্যখনলৈ আহিছিল এছাটি বিষবাষ্প-সাম্প্ৰদায়িক ৰাজনীতিৰ দূষিত বতাহ। ক্ৰমাত অৱনতি ঘটা সংকট সন্ধিক্ষণত অম্বিকাগিৰীৰ দৰে জাতীয় চেতনাৰে উদ্বুদ্ধ ব্যক্তিয়ে লোৱা ভূমিকাৰ বিষয়ে সঠিকভাৱে অনুধাবন

কৰিব পাৰিলেহে এতিয়াৰ চামৰ মানসিকতাৰ পৰা পুৰণিচামৰ প্ৰতি তাচ্ছিল্যসূচক মনোভাব আঁতৰিব। অম্বিকাগিৰীৰ দৰে সচেতন ব্যক্তিয়ে অসমীয়া জাতিটোক আত্ম সচেতন কৰি তুলি, আত্মৰক্ষাৰ পথ অন্বেষণৰ কাৰণে বহুসময়ত প্ৰায় অকলশৰে কিদৰে যুঁজিছিল, সেইকথা স্মৰণ কৰাটো আৱশ্যক। আজি আমাক বিদেশী নাগৰিকৰ যিটো সমস্যাই চেপি ধৰিছে তাৰ এটি সুদীৰ্ঘ অতীত আছে, গতিকে এতিয়া বিদেশী নাগৰিকৰ সমস্যাৰূপে চিহ্নিত সমস্যাটোৰ গুৰি গছ বিচাৰিবলৈ অলপ উজাই গৈ অসমলৈ হোৱা পমুৱা প্ৰব্ৰজনৰ সমস্যাটো চোৱা উচিত হ'ব।

অসমৰ সুজলা-সুফলা মাটিৰ অন্বেষণত বৰ্তমান শতিকাৰ প্ৰথম ভাগৰ পৰাই ঘাইকৈ পূৰ্ববংগৰ পৰা পমুৱা প্ৰব্ৰজন আৰম্ভ হৈছিল। অসমৰ বন জংগল, পতিত মাটি চৰ-চাপৰিলৈ আহিছিল এই জন-স্ৰোত। আৰম্ভণিত সমস্যাটোৱে বৰ জটিল ৰূপ লোৱা নাছিল, পাছে ই একেদৰে নাথাকিল। মৈমন্‌সিং আদি জিলাৰ পৰা অহা পমুৱাৰ সংখ্যা ক্ৰমাগতভাৱে বাঢ়িবলৈ ধৰিলে আৰু ই অসমৰ জনসংখ্যাৰ গাথঁনি থৰক-বৰক কৰি তুলিলে। সমস্যাটো তাতে সীমাবদ্ধ হৈ নৰ'ল। বুভুক্ষ কৃষকৰ আগ্ৰাসী গ্ৰাসত পৰিল অসমৰ চৰ, অৰণ্য আৰু খিলঞ্জীয়ালোকৰ বসতি অঞ্চল। এনেদৰে হোৱা অবাধ প্ৰব্ৰজনে আৰ্থসামাজিক সমস্যাৰ সৃষ্টি কৰিলে, পমুৱা আৰু খিলঞ্জীয়া লোকৰ মাজত সংঘৰ্ষৰ সম্ভাৱনাও ক্ৰমাৎ বৃদ্ধি পালে। সমস্যাই জটিল ৰূপ ললে বৰপেটা, মঙলদৈ, নগাৱঁৰ ব্যাপক অঞ্চলত। এটা সময়ত চৰকাৰে 'লাইন প্ৰথা' প্ৰৱৰ্তন কৰি পমুৱা সকলক একোটা অঞ্চলৰ নিৰ্দিষ্ট পৰিধিত আৱদ্ধ কৰি ৰখাৰ কথা ভাবিব লগীয়া হ'ল আৰু প্ৰথমে নগাওঁ জিলাতে প্ৰৱৰ্ত্তিত হ'ল লাইন প্ৰথাৰ।

পিয়লৰ তথ্যপাতি চালে দেখা যায় যে ১৯১১-২১ ৰ দশকত অসমৰ জনসংখ্যা ৩৮'৪৯ লাখৰ পৰা ৪৬'৩৭ লাখলৈ বাঢ়ে, বৃদ্ধিৰ দশকীয় হাৰ উক্ত কালছোৱাত সৰ্বভাৰতীয় (-) ০'৩ শতাংশৰ বিপৰীতে অসমত আছিল ২০'৪৭ শতাংশ। জনসংখ্যা বৃদ্ধিৰ অস্বাভাৱিক গতিবেগ অধিক প্ৰত্যক্ষ হৈছিল বৰপেটা, নগাওঁ, মঙলদৈ মহকুমাৰ অঞ্চল বিশেষত। উল্লেখযোগ্য যে এনে প্ৰব্ৰজনৰ ফলত পূৰ্ববংগৰ পৰা অহা জনস্ৰোতটোত আছিল ঘাইকৈ মুছলমান সম্প্ৰদায়ৰ লোক আৰু এই কথাই অসমৰ জন গাথনিত সুস্পষ্টভাৱে প্ৰভাৱ পেলাবলৈ ধৰিলে। ১৯১১ চনত বৰপেটা মহকুমাৰ মুঠ জনসংখ্যাৰ ০'১ শতাংশ লোকহে মুছলমান সম্প্ৰদায়ৰ আছিল, তিনি-দশকৰ পাছত ১৯৪১ চনত এই সংখ্যা ৪৯ শতাংশলৈ বাঢ়িল। পমুৱা লোকসকলক নিৰ্দিষ্ট সীমাৰ পৰিধিত আবদ্ধ কৰি ৰখাত লাইন প্ৰথাও সফল নহ'ল, বৰঞ্চ ইয়াৰ বিৰুদ্ধে অভিযানহে চলিবলৈ ধৰিলে। তদুপৰি দুৰ্নীতিপৰায়ণ ৰাজহ বিষয়াৰ প্ৰশ্ৰয়, মাৰোৱাৰী মহাজন, মাটিৰ মালিক, দালালৰ স্বাৰ্থই পমুৱাসকলক প্ৰৰোচিত কৰিলে। ফলত এওঁলোকে অসমৰ খিলঞ্জীয়ালোকৰ বসবাস-অঞ্চল আৰু চৰকাৰী পতিত মাটি বেদখল কৰিবলৈ ধৰিলে। ইতিমধ্যে ৰাজহৰ আশাত সেই সময়ৰ চৰকাৰে ১৯২৮ চনত আৰম্ভ কৰা colonisation আঁচনিৰে ৰাজ্যখনৰ বিভিন্ন অঞ্চলত পমুৱাৰ বাবে মুকলি কৰি দিলে গ্ৰেজিং বনাঞ্চল, গাৱঁৰ ৰিজাৰ্ভ অঞ্চল। ইয়াৰ ফলত ১৯৩৬ চনৰ ভিতৰত কেবল নগাওঁ জিলাৰে ৫'৪১ লাখ একৰ মাটিৰ ২ লাখ একৰৰো অধিক মাটি পমুৱালোক সকলে দখল কৰি ল'লে। তথ্যপাতি মতে ১৯৪০-৪১ চনলৈ অসমৰ যি ১'১ নিযুত একৰ মাটি বিভিন্ন প্ৰদেশৰপৰা অহা লোকৰ



মাজত পট্টন দিয়া হৈছিল তাৰে আধাতকৈ বেছি পূৰ্ববংগৰ পৰা অহা পমুৱাসকলেই অধিকাৰ কৰিলে। গতিকে অধিক শস্য উৎপাদন আৰু ৰাজহ বৃদ্ধিৰ বাবে চৰকাৰী নীতি, মহাজন, মাটিৰ মালিকৰ স্বাৰ্থ আৰু কম মজুৰিৰ কামলাৰ লালসা, ৰাজনীতি কৰোঁতাসকলৰ দল-উপদল, সংকীৰ্ণ সাম্প্ৰদায়িক স্বাৰ্থ সকলোবোৰ কথাই অসমৰ বিগদ ঘনীভূত কৰি তুলিলে।

ইতিমধ্যে ১৯৩১ চনৰ পিয়লৰ তথ্যপাতিয়ে প্ৰমাণ কৰিলে, ভিন্ন প্ৰদেশৰ পৰা অহা প্ৰব্ৰজনে অসমৰ খিলঞ্জীয়া লোকৰ কাৰণে এক ভয়াবহ বিপদ কঢ়িয়াই আনিলে। পমুৱা সকলে ইতিমধ্যে নগাওঁ জিলাত আধিপত্য বিস্তাৰ কৰিছিল ক্ৰমাৎ দৰং জিলা আৰু বৰপেটা মহকুমাও তেওঁলোকৰ গ্ৰাসত পৰিল। এটা সময়ত কেৱল শিৱসাগৰ জিলাখনেই অসমীয়াভাষী লোকৰ আৱাসস্থলী হ'ব বুলি ১৯৩১ চনৰ পিয়ল চুপাৰিনটেণ্ডেণ্ট চি, এচ, মুলানৰ উক্তি আৰু ভৱিষ্যতবাণীৰ তাৎপৰ্য ৰাজনৈতিকভাৱে প্ৰখৰ দৃষ্টিসম্পন্ন ব্যক্তি অম্বিকাগিৰীয়ে তৎক্ষণাত হৃদয়ংগম কৰিব পাৰিছিল। এনে এটি পৰিস্থিতিত তেখেতে নিৰ্ধাৰণ কৰি ললে নিজৰ কৰ্ত্তব্য পথ আৰু তীব্ৰগতিৰে জপিয়াই পৰিল অসমীয়া জাতিটোক জোকাৰি দিবলৈ, আত্মৰক্ষাৰ বাবে একেলগে থিয় কৰাবলৈ। সেই সময়ত অম্বিকাগিৰীয়ে লোৱা ভূমিকাক নাইবা অসমীয়া জাতি বিপন্ন বুলি তোলা আৰাৱক পৰৱৰ্তীকালৰ বহুজনে প্ৰাদেশিকতাগন্ধী, উগ্ৰজাতীয়তাবাদী চিন্তাৰ পৰিচায়ক বুলি সমালোচনা কৰিলেও সমসাময়িক ঘটনাৱলীয়ে পাছে অসম কেশৰীৰ দূৰদৰ্শিতাৰহে আভাস দিয়ে। অম্বিকাগিৰীয়ে আৰম্ভিলে আত্মৰক্ষাৰ সংগ্ৰাম; অসমীয়া সংৰক্ষণী সভাত তেখেতৰ সাৰথি হ'ল নীলমণি ফুকনৰ দৰে বাগ্মীৰৰ। উজনিত 'বাতৰি', নামনিত 'ডেকা অসমে' জনচেতনা বঢ়াবৰ বাবে সকলো প্ৰয়াস চলাবলৈ ধৰিলে।

অম্বিকাগিৰীয়ে অসমৰ আত্মৰক্ষাৰ সংগ্ৰাম ক্ৰমাৎ ব্যাপক কৰি তুলিলে আৰু পমুৱা প্ৰব্ৰজনে উদ্ভৱ কৰা সমস্যাৰ বিষয়ে কংগ্ৰেছৰ উৰ্ধতন মহলকো অবগত কৰিবলৈ অব্যাহত ভাবে প্ৰচেষ্টা চলালে। তাৰে এটা উদাহৰণঃ ১৯৩৭ চনত তেখেতে নীলমণি ফুকনৰ স'তে সন্মিলিত ভাবে জৱহৰলাল নেহৰুক এখনি স্মাৰকপত্ৰৰ যোগেদি অসমৰ পমুৱা প্ৰব্ৰজনে সাম্প্ৰদায়িক ৰাজনীতি উজাৰি দিয়া সমস্যাৰ কথা স্পষ্ট ভাবে পেশ কৰিলে। দুয়োগৰাকী নেতাই সম্পূৰ্ণভাৱে স্থানীয় আৰু জাতিগত প্ৰশ্নক মুছলীম লীগ পন্থীসকলে সাম্প্ৰদায়িক ৰূপ দিয়া কথাৰ প্ৰতি এনেদৰে দৃষ্টি আকৰ্ষণ কৰিছিল ঃ 'অসমীয়া জাতিক অস্তিত্বৰ সংকটৰ পৰা ত্ৰাণ কৰাৰ বাবে অসমৰ বুজন সংখ্যক বুদ্ধিমান লোকে অসমক ভাৰতৰ পৰা বিচ্ছিন্ন কৰাৰ কথাৰ সপক্ষেও মত প্ৰকাশিছে।' (......as a means of saving the Assamese race from extinction a considerable section of the Assamese intelligensia has even expressed their mind in favour of the secession of Assam from India)।

পৰৱৰ্তীকালত কিছুমানে ৰায়চৌধুৰীৰ এনেধৰণৰ মতবাদক বিচ্ছিন্নতাবাদী চিন্তাৰ পৰিচায়ক বুলি চিহ্নিত কৰিব খুজিলেও আচলতে তেখেতে সমস্যাৰ গভীৰতা আৰু গুৰুত্ব সৰ্বভাৰতীয় পৰ্যায়ত প্ৰমাণ কৰাৰ বাবেহে তেনে হুংকাৰ দিয়া বুলি ধাৰণা হয়। ৰায়চৌধুৰীৰ দৰে লোকে অনা-অসমীয়াৰ গ্ৰাসৰ পৰা অসমীয়া মানুহৰ ভাষা সংস্কৃতি অৰ্থনীতি ৰচোৱাৰ কথাটো যুক্তি-তৰ্কৰে প্ৰতিপন্ন কৰিব পৰা বাবেই নেহৰুৱে চিলেটৰ বিচ্ছেদ সাধনত সন্মতি দিয়াৰ উপৰি ৰাজ্যখনলৈ হোৱা পমুৱা প্ৰব্ৰজন সঠিকভাৱে নিয়ন্ত্ৰিত কৰাৰ কথাৰ ওপৰত গুৰুত্ব দিবলৈ বাধ্য হৈছিল।

মূঠতে অসমলৈ পূৰ্ববংগৰ পৰা হোৱা পমুৱা প্ৰব্ৰজন আৰু তাৰ ফলত উদ্ভৱ হোৱা অশুভ আৰ্থসামাজিক সমস্যাৰ বিষয়ে সঠিকভাৱে উপলব্ধি কৰা অম্বিকাগিৰীয়ে ইয়াৰ বিৰুদ্ধে সৰব প্ৰতিবাদৰ জোৱাৰ তুলিছিল। সেইসময়ত অম্বিকাগিৰীৰ দৰে লোকে এনে বলিষ্ঠ ভূমিকা নোলোৱাহলে আজি অসমৰ ৰাজনৈতিক ভাগ্যও হয়তো ভিন্নধৰণৰ হ'লহেঁতেন। অন্ততঃ দেশ বিভাজনৰ সময়ত হোৱা ঘটনাৱলীয়ে তাৰেই ইংগিত দিয়ে।

অম্বিকাগিৰীয়ে পমুৱা প্ৰব্ৰজন সম্পৰ্কে লোৱা মনোভাৱ আৰু দৃষ্টিভংগীক বহুজনে বিৰূপ সমালোচনা কৰি তেখেতক 'বঙাল খেদা আন্দোলনৰ নেতা' হিচাপে চিহ্নিত কৰিলেও এনেমত কিমান শুদ্ধ সেই সম্পৰ্কে সন্দেহ ওপজে। এই সমালোচক সকলে প্ৰায়েই পাহৰি যায় যে অম্বিকাগিৰীৰ সংৰক্ষিণী সভাই অসমলৈ পমুৱা প্ৰব্ৰজন সীমিতকৰণতহে জোৰ দিছিল আৰু ইয়ালৈ অহাবোৰে স্থানীয় ভাষা সংস্কৃতিৰ সতে সনাপোতোকা কৰাটোকে বিচাৰিছিল। এনে কথাত অসম উপত্যকাৰ বহু সংখ্যক মুছলমান লোকেও সমৰ্থন দিয়াৰ তথ্য প্ৰমাণো আছে। বৰপেটা অঞ্চলত মাটিবাৰী সম্পৰ্কীয় বিবাদত বহুক্ষেত্ৰত হিন্দু মুছলমান একেলগ হৈ পমুৱা সকলৰ বিপক্ষে থিয় হোৱাৰ দৃষ্টান্তৰ কথাও অসমৰ ৰাজনৈতিক ইতিহাসে সোঁৱৰায়। অসমৰ স্বাৰ্থ-ৰক্ষাকাৰী মতৰ অন্যতম প্ৰবক্তা অম্বিকাগিৰীয়ে "যিয়ে যি ঠাইলৈ স্থায়ীভাৱে বসবাস কৰিবলৈ উঠি যায়, তেওঁ সেই স্থানৰ লগত সম্পূৰ্ণভাৱে মিলিযোৱাৰ" মত পোষণ কৰিছিল। মানুহক মানুহৰ লগত এক স্বাৰ্থযুক্ত হৈ বসবাস কৰা ঠাই বা দেশক নিজৰ দেশ বুলি গ্ৰহণ কৰি মাতকথাকো নিজৰ অন্তৰৰেই অভিব্যক্তি বুলি গ্ৰহণ কৰিবলৈ মত দোহাৰা অম্বিকাগিৰীক জীৱনকালত আমি বোধকৰো নিচিনিলোঁ, বুজিও নুবুজিলোঁ। অসমৰ নানা সমস্যা, অনা-অসমীয়াই অসমক গ্ৰাস কৰাৰ ষড়-যন্ত্ৰ, অসমীয়া ডা-ডাঙৰীয়াৰ অসমৰ হক আৰু অস্তিত্ব ৰক্ষাৰ ক্ষেত্ৰত উদাসীনতা, অসমীয়া ডেকাৰ শ্ৰম বিমুখতাৰ মনোভাৱত সদায় অস্থিৰ হৈ থকা অম্বিকাগিৰীক আমি সেয়ে উগ্ৰ জাতীয়তাবাদী, চ্যুভেনিষ্ট, সংকীৰ্ণ প্ৰাদেশিকতা মনোভাৱৰ ব্যক্তি ৰূপেই চিনিলো। অসমৰ হকে আজীৱন যুঁজ কৰা এই বিৰল ব্যক্তিজনাৰ জীৱনৰ সেইটোৱে বোধকৰো আছিল চৰম ট্ৰেজেদি।

অম্বিকাগিৰী শতবাৰ্ষিকী উছৱত বাৰে বাৰে মনলৈ আহিছে তেখেতৰ এখনি স্মৰণীয় চিঠিৰ কথা। চিঠিখন তেখেতে লেখিছিল প্ৰায় দেৰকুৰি বছৰৰ আগেয়ে ১৯৫৫ চনৰ ১৭ ফেব্ৰুৱাৰীত। সম্প্ৰতি শতবাৰ্ষিকী পালনৰ কেন্দ্ৰস্থল বৰপেটাত সেই সময়ত অম্বিকাগিৰী জয়ন্তী পাতিবলৈ আয়োজন কৰাৰ বিষয়ে তেখেতে মন্ত্ৰ-শিষ্য তিলক দাসলৈ এনেদৰে লেখিছিল ঃ

"......... কিন্তু মোৰ জয়ন্তীতকৈ মোৰ আদৰ্শটোৰ জয়ন্তী পাতিলেহে দেশখন আৰু জাতিটো জী থকাৰ যোগ্যতা আছেনে নাই স্থিৰ হ'লহেঁতেন। যদি মই দেখি-লোহেঁতেন যে অসমদেশ আৰু অসমীয়া জাতিক ৰক্ষা কৰা, শক্তিবন্ত কৰা, ভাৰত-বৰেণ্য কৰা, জগত বৰেণ্য কৰা মোৰ আদৰ্শটোৰ প্ৰতি মোৰ দেশীয় ভাইসকল উদগ্ৰীৱ হৈ উঠিলহেঁতেন, তেতিয়াহে মই আনন্দ পালোহেঁতেন। মোৰ আদৰ্শক তল-পেলাই মই ওপৰলৈ উঠিব নোখোজো। মোৰ আদৰ্শতে মোৰ অস্তিত্ব। আদৰ্শক বাদ দি মই এক মুহূৰ্তও জী থাকিব নোখোজোঁ। মোৰ আদৰ্শৰ মৰ্মটো মোৰ দেশ-বাসীয়ে উপলব্ধি কৰা নাই।".........

# গ্ৰুপিং বিৰোধী আন্দোলন আৰু অম্বিকাগিৰী

খনীন্দ্ৰ চন্দ্ৰ বৰুৱা

ভাৰত স্বাধীন হ'বৰ আজি ৩৮ বছৰ হ'ল। কিন্তু অসমে আজিও স্বাধীনতাৰ সোৱাদ সম্পূৰ্ণৰূপে ভোগ কৰিব পৰা নাই। বৃটিছে অসম তথা ভাৰতক উপনিৱেশ হিচাপে ব্যৱহাৰ কৰিছিল। অসম আজিও সেইদৰে ভাৰতৰ উপনিৱেশ হিচাপে ব্যৱহৃত হৈ আছে। ইয়াৰ উৎপাদিত তেল-সামগ্ৰী আদি কৰি কেঁচা সামগ্ৰীবোৰ অসমৰ বাহিৰলৈ নি শোধন কৰে বা পৰিণত অৱস্থালৈ আনে। ইয়াৰ উৎপাদিত মৰাপাট পশ্চিম বংগৰ মিললৈ নি বস্তা আদি তৈয়াৰ কৰে। এইদৰে আমি বৃহৎ উদ্যোগৰ পৰা বঞ্চিত হৈ আছোঁ; আৰু প্ৰাকৃতিক সম্পদত চহকী হৈয়ো অসম উদ্যোগৰ ক্ষেত্ৰত পিছপৰা হৈ আছে আৰু অৰ্থনৈতিক ক্ষেত্ৰত আমি অতি দুখীয়া।

অসম ভাৰতৰ এটা অবিচ্ছেদ্য অংগ। সংবিধানতো এই কথা স্পষ্ট কৰি দিয়া আছে আৰু কাগজে-পত্ৰে সৰ্বভাৰতীয় নেতাসকলেও এই কথা স্বীকাৰ কৰি আহিছে। কিন্তু কাৰ্যক্ষেত্ৰত সৰ্বভাৰতীয় নেতাসকলে ভাৰতৰ স্বাৰ্থৰ দোহাই দি অসমক সদায় বলি দিবলৈ প্ৰস্তুত থকা দেখা যায়। সেই মনোভাৱ লৈয়েই সৰ্ব-ভাৰতীয় নেতাসকলে অসমক গ্ৰুপিং অৰ্থাৎ প্ৰকাৰান্তৰে পাকিস্তান বা বৃহত্তৰ বাংলাৰ অন্তৰ্ভুক্ত কৰিবলৈ আগবাঢ়িছিল। আকৌ ১৯৬১-৬২ চনত চীনৰ আক্ৰমণৰ সময়ত অসমক পৰিত্যাগ কৰিবলৈ ওলাইছিল। আৰু সেই একে মনোভাৱৰ বশৱৰ্তী হৈয়েই কংগ্ৰেছ প্ৰমুখ্যে ভাৰতীয় ৰাজনৈতিক দলসমূহে ভোটৰ লোভত অসমলৈ অহা বিদে-শীৰ সোঁত বন্ধ কৰা দূৰতে থাকক বৰং উৎসাহ দিহে আহিছিল। অসমৰ এনে-কুৱা সংকট কালত যিসকল লোকে অসমৰ স্বাৰ্থৰ হকে অশেষ নিকাৰ ভুজিয়ো মাত মাতিছিল আৰু জনজাগৰণ কৰি এই সংকটবোৰৰ পৰা সম্পূৰ্ণভাবে নহ'লেও আংশিকভাবে পৰিত্ৰাণ কৰিবলৈ সমৰ্থ হৈছিল তেওঁবিলাকৰ ভিতৰত অম্বিকাগিৰী ৰায়চৌধুৰীয়েই আছিল আগৰণুৱা। প্ৰাদেশিকতাবাদী, সংকীৰ্ণমনা, অশান্তিৰ সৃষ্টি কৰা, ভণ্ড আদি নানা বিশেষণেৰে বিভূষিত হৈয়ো তেওঁ নিজ আদৰ্শৰ পৰা কেতি-য়াও বিচলিত নহৈছিল।

গ্ৰুপিং বস্তুটোনো কি আছিল আৰু তাৰ দ্বাৰা কেনেকৈ অসমক গ্ৰাস কৰি অসম আৰু অসমীয়াৰ চিনচাব নাইকিয়া কৰিবলৈ ওলাইছিল আৰু সেই সন্দৰ্ভত ৰায়চৌধুৰীৰ অৱদান কিমান আছিল তাৰ অলপ আভাস দিওঁ।

দ্বিতীয় মহাসমৰৰ পাছত ১৯৪৫ চনত বৃটেইনৰ সাধাৰণ নিৰ্বাচনত লেবাৰ পাৰ্টি জয়লাভ কৰি ক্ষমতাত অধিষ্ঠিত হয়। পূৰ্বৰ প্ৰতিশ্ৰুতিমতে প্ৰধান মন্ত্ৰী এটলিয়ে ১৫।৩।৪৬ তাৰিখে ভাৰতলৈ কেবিনেট মিছন গঠোৱাৰ আগে আগে এই বুলি ঘোষণা কৰে-'ভাৰতে যিমান সোনকালে পাৰে আৰু পূৰ্ণভাবে পাৰে স্বতন্ত্ৰতা লাভ কৰাত পাৰ্ঢমানে সহায় কৰাৰ উদ্দেশ্যে মোৰ সহকৰ্মীসকল ভাৰতলৈ যাবলৈ ওলাইছে। বৰ্তমানৰ চৰকাৰৰ সলনি কি ধৰণৰ চৰকাৰ গঠন কৰিব তাক ভাৰতীয়

সকলেই নিৰ্ণয় কৰিব। এই নিৰ্ণয়ৰ কাৰণে তৎকালিনভাবে আৱশ্যকীয় যন্ত্ৰপাতি সাজু কৰাত ভাৰতক সহায় কৰাই হ'ল আমাৰ ঐকান্তিক ইচ্ছা।'

১৬।৫।৪৬ তাৰিখে কেবিনেট মিছনৰ হৈ লৰ্ড পেথিক লৰেন্স আৰু তাৰ পাছত ভাইচৰয়ে এটা ঘোষণাত গ্ৰুপিঙৰ আঁচনি দাঙি ধৰে। ঘোষণাটোৰ সাৰমৰ্ম হ'ল এইযে বৃটিছ প্ৰধান মন্ত্ৰীয়ে দিয়া গুৰুভাৰ বহন কৰি তেওঁলোকে ভাৰতৰ অখণ্ডতা ৰক্ষা কৰি ক্ষমতা হস্তান্তৰ কৰাৰ চেষ্টা কৰিছিল। কিন্তু অশেষ যত্ন কৰিও প্ৰধান ৰাজনৈতিক দলদুটাক অৰ্থাৎ কংগ্ৰেছ আৰু মুছলীম লীগক একমত কৰিব নোৱাৰিলে। জিন্নাই উত্তৰ-পশ্চিম সীমান্তৰ আৰু উত্তৰ-পূব সীমান্তৰ মুছলীম প্ৰধান অঞ্চল দুটা লৈ আৰু লগতে মুছলীম সংখ্যা লঘিষ্ঠ অঞ্চলো কিছু লৈ এখন সাৰ্বভৌম পাকিস্তান বিচাৰে। কংগ্ৰেছে মুছলমান সকলৰ কৃষ্টি আৰু ৰাজনৈতিক আৰু সামাজিক জীৱন সংখ্যাগৰিষ্ঠ হিন্দু সম্প্ৰদায়ত বিলীন হৈ যাব বুলি কৰা অহেতুক আশংকা দূৰ কৰাৰ কাৰণে প্ৰদেশবোৰক সম্পূৰ্ণ স্বায়ত্ত শাসন দি এখন অখণ্ড ভাৰতৰ প্ৰস্তাৱ আগবঢ়ায়। এই প্ৰস্তাৱমতে বৈদেশিক, প্ৰতিৰক্ষা, যোগাযোগ আদি কৰি কেইটামান বিষয় কেন্দ্ৰীয় চৰকাৰক দি বাকী সমুদায় বিষয় প্ৰদেশবোৰৰ হাতত থাকিব। পাছত ইচ্ছা কৰিলে যি কোনো প্ৰদেশে তেওঁলোকৰ হাতত থকা আৰু কিছুমান বিষয় কেন্দ্ৰক অৰ্পণ কৰিব পাৰিব। কেবিনেট মিছনে জিন্নাৰ ভাৰত বিভাজন কৰি পাকিস্তান গঠন কৰা প্ৰস্তাৱ আৰু কংগ্ৰেছৰ বিকল্প প্ৰস্তাৱ দুয়োটাতে সাংবিধানিক আৰু প্ৰশাসনিক অসুবিধা থকা বুলি, আৰু তাৰ ফলত বহুত খেলিমেলিৰ সৃষ্টি হ'ব বুলি কয়; আৰু ভাৰতৰ অখণ্ডতা ৰাখি গ্ৰুপিং অৰ্থাৎ সমষ্টি গঠনৰ আঁচনি দাঙি ধৰে। তেওঁলোকৰ ৰিপোৰ্টৰ ১৫ আৰু ১৯ দফাত মূল কথাখিনি তলত দিয়া দৰে বৰ্ণোৱা আছে।

জিন্নাই বিচৰা পাকিস্তানৰ উত্তৰ পশ্চিম আৰু উত্তৰ পূৱ অঞ্চলৰ ১৯৪১ চনৰ লোক-পিয়লমতে জনসংখ্যা এনে ধৰণৰ-

উত্তৰ পশ্চিম অঞ্চল

| | মুছলমান | অমুছলমান |
|---|---|---|
| পাঞ্জাৱ | ১৬,২১৭,২৪২ | ১২,২০১,৫৭৭ |
| উত্তৰ-পশ্চিম সীমান্ত | ২,৭৮৮,৭৯৭ | ২৪৯,২৭০ |
| সিন্ধু | ৩,২০৮,৩২৫ | ১,৩২৬,৬৮৩ |
| বৃটিছ বেলুচিস্তান | ৪৩৮,৯৩০ | ৬২,৭০১ |
| | ২২,৬৫৩,২৯৪ (৬২·০৭%) | ১৩,৮৪০,২৩১ (৩৭·৯৩%) |

উত্তৰ পূৱ অঞ্চল

| | মুছলমান | অমুছলমান |
|---|---|---|
| বংগদেশ | ৩৩,০০৫,৪৩৪ | ২৭,৩০১,০৯১ |
| অসম | ৩,৪৪২,৪৭৯ | ৬,৭৬২,২৫৪ |
| | ৩৬,৪৪৭,৯১৩ (৫১·৬৯%) | ৩৪,০৬৩,৩৪৫ (৪৮·৩১%) |



মন কৰিবলগীয়াযে অসমৰ বাহিৰে বাকীকেইখন প্ৰদেশত যদিও মুছলমানৰ সংখ্যা বেছি, অসমত কিন্তু কম। আৰু উত্তৰ পশ্চিম অঞ্চলৰ মুঠ মুছলমান জনসংখ্যাতকৈও অকল বংগদেশতে অমুছলমানৰ সংখ্যা বেছি।

কেবিনেট মিছনৰ প্ৰস্তাৱমতে ততালিকে কন্‌ষ্টিটুৱেন্ট এছেম্‌বলী অৰ্থাৎ সংবিধান ৰচনা কৰা গণপৰিষদ বহিব; আৰু সংবিধান ৰচনা নোহোৱা পৰ্যন্ত একমাত্ৰ ভাৰতীয় সদস্য লৈ এক মধ্যকালীন চৰকাৰ গঠন কৰা হ'ব। অতি সোৰ্মকালে সংবিধান ৰচনা কৰি উলিওৱাৰ কাৰণে সদ্যহতে নতুন নিৰ্বাচন নাপাতি বৰ্তমানৰ নিৰ্বাচিত প্ৰাদেশিক বিধানসভাৰ সদস্যসকলে প্ৰদেশবোৰৰ জনসংখ্যা অনুপাতে তলত দিয়া দৰে গণপৰিষদলৈ সদস্য নিৰ্বাচন কৰিব। এই উদ্দেশ্যে মাত্ৰ তিনিটা সম্প্ৰদায় অৰ্থাৎ মুছলমান, শিখ আৰু সাধাৰণ (মুছলমান আৰু শিখৰ বাহিৰে বাকী সকলোকে লৈ) ক স্বীকৃতি দিলে। ১৯১৯ চনত পোন প্ৰথমবাৰৰ বাবে মুছলমান সম্প্ৰদায়ক পৃথক কৰি তেওঁলোকৰ কাৰণে সুকীয়া আসনৰ ব্যৱস্থা কৰি বিভাজনৰ বীজ ৰোপণ কৰাৰ ফলত আজি পাকিস্তানৰ অৱতাৰণা। সেই দৰে শিখ সম্প্ৰদায়ক ভাৰতৰ ঘাই সুঁতীৰ পৰা পৃথক কৰা প্ৰস্তাৱৰ ফলত আজি সুকীয়া **খালিস্তানৰ** দাবী উত্থাপিত হৈছে। যি হ'ক, প্ৰাদেশিক বিধান সভাবোৰৰ পৰা গণপৰিষদলৈ নিৰ্বাচন কৰাৰ কাৰণে ভাৰতক তিনিটা শাখাত ভাগ কৰি তলত দিয়া দৰে সদস্য সংখ্যা নিৰ্ণয় কৰিলে।

'ক' শাখাত থাকিল মাদ্ৰাজ, বোম্বে, যুক্ত প্ৰদেশ, (বৰ্তমানৰ উত্তৰ প্ৰদেশ), বিহাৰ, মধ্যপ্ৰদেশ আৰু উৰিষ্যা। মুঠ সদস্য নিৰ্ধাৰণ কৰিলে--সাধাৰণ ১৬৭, মুছলমান ২০, সৰ্বমুঠ ১৮৭।

'খ' শাখাত পাঞ্জাৱ, উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ আৰু সিন্ধু প্ৰদেশ। মুঠ সদস্য— সাধাৰণ ৯, মুছলমান ২২, শিখ ৪, সৰ্বমুঠ ৩৫।

'গ' শাখাত ঃ

| | সাধাৰণ | মুছলমান | মুঠ |
|---|---|---|---|
| বংগ দেশ | ২৭ | ৩৩ | ৬০ |
| অসম | ৭ | ৩ | ১০ |
| | ৩৪ | ৩৬ | ৭০ |

দেশীয় ৰাজ্যবোৰৰ হৈ প্ৰাথমিক অৱস্থাত এটা সংমন্ত্ৰণ কমিটি (Negotiating Committee) য়ে প্ৰতিনিধিত্ব কৰিব।

গণপৰিষদৰ প্ৰাথমিক বৈঠকত সভাপতি আৰু অইন বিষয়-ববীয়া নিৰ্বাচনৰ পাছতে প্ৰাদেশিক প্ৰতিনিধিসকল ওপৰত উল্লেখ কৰামতে নিজ নিজ শাখাত বহিব। অৰ্থাৎ অসম 'গ' শাখাত বহিব। এই শাখাবোৰে শাখাভুক্ত প্ৰদেশবোৰৰ কাৰণে সংবিধান ৰচনা কৰিব আৰু গ্ৰুপ সংবিধান ৰচনা কৰাৰ কথাও এই শাখাবোৰেই থিৰ কৰিব। এইখিনিয়েই আছিল অসমৰ কাৰণে মাৰাত্মক বিধান। আমি আমাৰ নিৰ্ধাৰিত গ শাখাত বহিবই লাগিব; য'ত মুঠ ৭০৪ লাখ জনসংখ্যাৰ ভিতৰত অসমৰ জনসংখ্যা আছিল ১০২ লাখ। আৰু তাৰে ভিত্তিত মুঠ ৭০ জন সদস্যৰ ভিতৰত অসমৰ সদস্যৰ সংখ্যা মাত্ৰ ১০ জন। মুছলমান সকলে যেনেকৈ অসমক

পাকিস্তানৰ অন্তৰ্ভুক্ত কৰিবৰ চেষ্টা কৰিছিল, তেনেকৈ বঙালী সকলেও অসমক পাকিস্তানৰ অন্তৰ্ভুক্ত কৰিবৰ চেষ্টা কৰিছিল। এনে অৱস্থাত এবাৰ শাখাত বহিলে আমাৰ অৱস্থায়ে কি হ'লহেঁতেনগৈ ভাবিলে এতিয়াও গা শিয়ৰি উঠে।

২৪।৮।৪৬ তাৰিখে এটা চৰ্কাৰী ঘোষণাত কোৱা হয়যে সম্ৰাটে ভাইচৰয়ৰ কাৰ্যনিৰ্বাহক কাউঞ্চিলৰ সদস্যসকলৰ ইস্তাফা পত্ৰ গ্ৰহণ কৰিছে আৰু পণ্ডিত জৱহৰলাল নেহৰু প্ৰমুখ্যে নতুন সদস্যসকলক লৈ নতুন কাউঞ্চিল গঠন কৰিছে। পাছত আৰু দুজন মুছলমান সদস্য লোৱা হ'ব। (এই মধ্যৱৰ্তী চৰকাৰত মুছলীম লীগে অংশ গ্ৰহণ কৰা নাছিল)। ২।৯।৪৬ তাৰিখে মধ্যৱৰ্তী চৰকাৰ গঠন কৰাৰ পাছত ৭।৯।৪৬ তাৰিখে নেহৰুৱে কাউঞ্চিলৰ ভাইচ প্ৰেচিডেণ্ট হিচাপে এটা অনাতাঁৰ ভাষণ দিয়ে। অইন অইন নীতিৰ কথা উল্লেখ কৰাৰ লগতে কয়যে 'শাখা আৰু গ্ৰুপিং সম্পৰ্কে গণপৰিষদত বহুতো উত্তপ্ত আলোচনা হৈ গৈছে। এই বিষয়ত আমি সম্পূৰ্ণভাবে সাজু হৈছোঁ আৰু প্ৰস্তাৱিত শাখাত বহা কথা মানি লৈছোঁ। এই শাখাবোৰেই গ্ৰুপ গঠন কৰা কথা বিবেচনা কৰি চাব।' জুলাই মাহতে অসমে গণ পৰিষদলৈ এটা ৭ জনীয়া প্ৰতিনিধিদল নিৰ্বাচন কৰি পঠিয়ায়। তেওঁলোকে গ্ৰুপিং আঁচনিৰ বিৰোধিতা কৰে। কিন্তু সৰ্বভাৰতীয় কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে অসমৰ বিৰোধিতা উপেক্ষা কৰিলে আৰু চেপ্তেম্বৰত নেহৰুৱে কাউঞ্চিলৰ ভাইচ প্ৰেচিডেণ্ট হিচাপে শাখাত বহাৰ কথা উল্লেখ কৰিলে। তেওঁৰ মতে শাখাত বহিলেও প্ৰদেশবোৰে গাইগুটীয়া ভাবে গ্ৰুপিঙত সোমাব নে নোসোমাব তাক নিৰ্ণয় কৰিব। কিন্তু ভাইচৰয়ৰ মতে শাখাৰ সংখ্যা গৰিষ্ঠৰ অভিমততেহে গ্ৰুপিঙত সোমোৱা-নোসোমোৱাৰ সিদ্ধান্ত কৰিব। ইয়াৰ পাছত লণ্ডনত আলোচনা হয় আৰু তাত ৬।১২।৪৬ তাৰিখে বৃটিছ চৰকাৰে শাখা পৰিষদত বহাটো আৰু তাৰ সিদ্ধান্ত মানি লোৱাটো প্ৰদেশবোৰৰ কাৰণে বাধ্যতামূলক বুলি সমিধান দিয়ে। তেতিয়া নিৰুপায় হৈ বৰদলৈয়ে বিজয় ভাগৱতী আৰু মহেন্দ্ৰ চৌধুৰীক মহাত্মাজীৰ ওচৰলৈ উপায় বিচাৰি পঠিয়ায়। মহাত্মাই কয়যে অসমৰ মানুহ যদি প্ৰকৃত মানুহ হয় তেনেহ'লে এই অসম বিনষ্টকাৰী গ্ৰুপিং আঁচনি নিশ্চয় ব্যৰ্থ কৰিব। তেওঁৰ এই উৎসাহ বাণীত উদ্দীপ্ত হৈ অসম কংগ্ৰেছে গণআন্দোলন আৰম্ভ কৰে আৰু দৰকাৰ হ'লে সৰ্বভাৰতীয় কংগ্ৰেছৰ পৰা ওলাই আহিব বুলিও কেন্দ্ৰীয় নেতৃবৰ্গক জানিবলৈ দিয়ে। তাৰ আগেয়ে অসম কংগ্ৰেছে মেল মিটিং বা গণ সমাবেশ পাতি ৰাজহুৱাভাবে গ্ৰুপিং আঁচনিৰ প্ৰতিবাদ কৰা নাছিল। অসম কংগ্ৰেছ কমিটিয়ে কেন্দ্ৰীয় কংগ্ৰেছ কমিটিক ঘৰুৱা ভাবে আৰু ভিতৰুৱা ভাবেহে প্ৰতিবাদ জনাই আছিল আৰু কেন্দ্ৰীয় কমিটিয়ে তাত কৰ্ণপাত কৰা নাছিল। ১৮।১১।৪৭ তাৰিখে দৈনিক অসমীয়া'ত কংগ্ৰেছৰ ফালৰ পৰা দিয়া বিবৃতিতো সেই কথাই প্ৰকাশ পাইছে। কিন্তু অম্বিকাগিৰীয়ে গ্ৰুপিং আঁচনি দাঙি ধৰা দিন ধৰি তেওঁ জাতীয় মহাসভাৰ নামত ইয়াৰ ঘোৰ প্ৰতিবাদ কৰি টেলিগ্ৰাম কৰিছিল আৰু ৰাইজক জানিব দিছিল। 'ডেকা অসম'ত জাউৰিয়ে জাউৰিয়ে প্ৰবন্ধ লিখি অসমৰ জনসাধাৰণক সজাগ কৰি তুলি গ্ৰুপিঙৰ বিৰুদ্ধে থিয় দিবলৈ সাজু কৰাইছিল। লগতে সমাজতন্ত্ৰী দল আৰু অসম ছাত্ৰ কংগ্ৰেছেও অসমক নিশ্চিহ্ন কৰি পেলাব খোজা আঁচনিৰ তীব্ৰ বিৰোধিতা কৰি অসম বাসীক এই



আহবানৰ সমুখীন হ'বলৈ প্ৰস্তুত কৰিছিল। ৰায়চৌধুৰী আৰু এই অনুষ্ঠানবোৰে ৰাজহুৱাভাবে কৰা বিৰোধিতাই অসমত তীব্ৰ আন্দোলন গঢ়ি তোলে। অসম কংগ্ৰেছৰ সদস্যসকলে গ্ৰুপিঙৰ বিৰোধিতা কৰিছিল যদিও নিয়মানুৱৰ্তিতাৰ খাতিৰত খোলা[illegible] সৰ্বভাৰতীয় কংগ্ৰেছ কমিটিয়ে লোৱা সিদ্ধান্তৰ বিৰোধিতা কৰিবলৈ সাহ নাপাইছিল। মহাত্মাই সেই সাহৰ যোগান ধৰাতহে তেওঁলোকে নেহৰুৱে ৭।৯।৪৬ তাৰিখে কৰা স্পষ্ট উক্তিৰ বিৰোধিতা কৰিব পাৰিছিল। কিন্তু ৰায়চৌধুৰীৰ কাৰণে তেনে কোনো বাধ্য-বাধকতাৰ প্ৰতিবন্ধক নাছিল। আৰু কিবা প্ৰতিবন্ধক উপস্থিত হ'লেও অসমৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে তেওঁ বেপৰোৱা ভাবে যি কোনো বিপদৰ সম্মুখীন হ'ব পাৰিছিল। দৈনিক অসমীয়াৰ এটা বিবৃতিত কোৱা হৈছিল যে 'সেই সময়ত কংগ্ৰেছ নিৰ্বিকাৰ আছিল আৰু জাতীয় মহাসভা, সমাজতন্ত্ৰী দল আৰু ছাত্ৰ কংগ্ৰেছেহে আন্দোলন চলাইছিল।'

এই সন্দৰ্ভতে এইটো পৰিষ্কাৰ হৈ পৰে যে সৰ্বভাৰতীয় যি কোনো ৰাজনৈতিক দলতে থাকি অসমে সুবিচাৰ পাব নোৱাৰে। সৰ্বভাৰতীয় স্বাৰ্থৰ দোহাই দি অসমৰ স্বাৰ্থ সদায় বলি দিয়া হয়। বৰ্তমানৰ বিদেশী নাগৰিক বহিষ্কাৰ আন্দোলনতো সেয়ে হৈছিল। জনতা, বি, জে, পি আদি কিছুমান সৰ্বভাৰতীয় দলে আমাক সহায়-সহানুভূতি দেখুৱাইছিল হয়, কিন্তু কোনোটো দলেই আমাৰ লগত প্ৰত্যক্ষ সংগ্ৰামত জপিয়াই পৰা নাছিল। আৰু আমি নিজৰ তৰিত নিজে থিয় দি সংগ্ৰাম চলাই যাব লগা হৈছিলোঁ।

# অম্বিকাগিৰী আৰু সংৰক্ষিণী সভা

ভূপেন্দ্ৰ ৰায়চৌধুৰী

বংগ-ভংগ স্বদেশী আন্দোলনৰ লৈতে নিবিড়ভাবে জড়িত হৈ পৰাৰ পাছৰে পৰা কুৰি বছৰীয়া অম্বিকাগিৰী ৰায়চৌধুৰীৰ হৃদয়ত যি জোৱাৰ উঠিল, সিয়ে তেওঁক আজীৱন আপ্লাৱিত কৰি ৰাখিলে। 'অসম সেৱা সংঘ', 'এনাকিন্ট দল' প্ৰভৃতি গঠন কৰি ৰাষ্ট্ৰীয় আন্দোলনৰ লগত গা উজান দিয়া ৰায়চৌধুৰীয়ে অমৃত-মন্থনৰ ফলত উদ্ভৱ হ'ব পৰা দুৰ্লভ সম্পদৰাজিৰ আশা পৰিত্যাগ কৰি নীলকণ্ঠৰ দৰে হলাহল পান কৰিলে আজীৱন। মহাত্মা গান্ধীৰ নেতৃত্বত দেশ জুৰি চলা স্বতন্ত্ৰতা-সংগ্ৰামৰ এজন আশাশুধীয়া কংগ্ৰেছ কৰ্মীৰূপে দেশ সেৱাত আত্মোৎসৰ্গ কৰা অম্বিকাগিৰী ৰায়চৌধুৰীয়ে যেতিয়া উপলব্ধি কৰিলে যে কংগ্ৰেছে অসম-অসমীয়াৰ জাতীয় স্বাৰ্থৰক্ষা কৰিব পৰা নাই, ক্ৰমশঃ অসমৰ ভাষা-সংস্কৃতি বিপদাপন্ন, ইয়াৰ থলুৱা নিবাসীসকলৰ স্থিতি আৰু অধিকাৰ ৰাছৰ গৰাহত, তেতিয়া এজন সচেষ্ট দেশ-সেৱকৰূপে তেওঁ সময়ে সময়ে বিভিন্ন সংগঠন কৰি একোটা জাতীয় আন্দোলন গঢ়ি ৰাষ্ট্ৰীয় আন্দোলনৰ ঘাই সুঁতিক আৰু অধিক শক্তিশালী কৰি তুলিলে। 'অসমীয়া সংৰক্ষিণী সভা' এনে এক জাতীয় সংগঠন।

ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাৰ এজন একনিষ্ঠ সেৱক হৈ ১৯২৬ খৃঃত ইয়াৰ গুৱাহাটীত আয়োজিত ৪৬তম অধিবেশনত সমৱেত ৰাষ্ট্ৰীয় কৰ্মীসকলক 'আজি বন্দো কি ছন্দেৰে, সমাগত বিৰাট নবনাৰায়ণ ৰূপ' স্বৰচিত গীতেৰে আদৰা অম্বিকাগিৰীয়ে 'অসমীয়া সংৰক্ষিণী সভা' গঠন কৰাৰ গইনা লৈ এচাম কংগ্ৰেছীয়ে তেওঁক প্ৰাদেশিক মনোভাৱাপন্ন বা সংৰক্ষিণীক কংগ্ৰেছৰ বিৰোধী অনুষ্ঠান বুলি ঠৈক অতীষ্ঠ কৰি তুলিবলৈ যত্ন কৰে। কিন্তু অসমৰ আগ শাৰীৰ কংগ্ৰেছ কৰ্মী আৰু বৰেণ্য সাহিত্যিকসকলৰ নেতৃত্ব আৰু সহযোগত সংৰক্ষিণী অসমৰ নগৰ-চহৰ, গাৱঁ-ভূঁই ছাটি পৰে। কংগ্ৰেছৰ ৰাষ্ট্ৰীয় আন্দোলনৰ বাতৰি প্ৰচাৰ কৰা অম্বিকাগিৰীৰ 'চেতনা', বাগ্মীবৰ নীলমণি ফুকন সম্পাদিত 'দৈনিক বাতৰি', বেণুধৰ শৰ্মাৰ 'তৰুণ অসম' ইত্যাদি বাতৰি কাকতবোৰে সংৰক্ষিণীৰ প্ৰচাৰ-প্ৰসাৰত তেল-বন্তিৰ কাম কৰে। সংৰক্ষিণীৰ বিজয়-দুন্দুভিয়ে অসমবাসীৰ সুপ্ত চেতনা জগাই তুলি সকলোৰে প্ৰাণত এক নতুন উদ্যম সঞ্চাৰ কৰে, কৰ্ম-প্ৰেৰণাৰে পুলকিত কৰে।

'অসমীয়া সংৰক্ষিণী সভা'ৰ শুভাৰম্ভ হয় ১৯২৬ খৃঃৰ ছয় এপ্ৰিল তাৰিখে। সেইদিনা আবেলি চাৰে পাঁচবজাত অম্বিকাগিৰীৰ 'চেতনা কাৰ্যালয়'ত (গুৱাহাটী) মৌলবী চাহ চৈয়দ মহিবুল হক, বি,-এল ডাঙৰীয়াৰ সভাপতিত্বত অনুষ্ঠিত সভাত অসম আৰু অসমবাসীৰ জাতীয় অস্তিত্ব ৰক্ষাৰ সংকল্প লৈ এই অনুষ্ঠান স্থাপন কৰা হয়। এই সন্দৰ্ভত যি দলীল (চেতনা, ৭ম বছৰ, ৭ম সংখ্যাত) আগবঢ়োৱা হয়। তাত অসমৰ ঐতিহ্য আৰু বাৰেবৰণীয়া সংস্কৃতিৰ কথা দোহাৰি অসমবাসীৰ দুৰ্গতি আৰু দুৰ্ভাগ্যৰ কথা নিবেদন কৰা হয়ঃ অসমীয়াৰ নিজ দেশতে অসমীয়া



অসম জাতীয় মহাসভাৰ ৩য় অধিবেশনঃ বাওঁফালৰ পৰা (বহি) ডাঃ ঘনশ্যাম দাস, হেৰাছৎ উল্লা, নীলমণি ফুকন, ৰায়চৌধুৰী, (থিয় হৈ) জনৈক সদস্য, শ্ৰীতিলক দাস, শ্ৰীদীনবন্ধু তালুকদাৰ, বিপিন দাস, প্ৰতাপ তালুকদাৰ



অসম সংৰক্ষিণী সভা, বৰপেটা, ১৯৩০



বৰপেটাত সম্বৰ্ধনাৰ শোভাযাত্ৰা, ১৯৬৬, বিক্ৰাত ৰায়চৌধুৰী



গুৱাহাটী সাহিত্য সভাই দিয়া সম্বৰ্ধনাত অম্বিকাগিৰী, বেণুধৰ শৰ্মা, সোঁফালে ডঃ প্ৰমোদ ভট্টাচাৰ্য



লোক আজি পৰাধীন। অসমীয়াৰ একোৱে নাই। ইংৰাজ ৰাজৰ অনুগ্ৰহত, অসমীয়া জাতিৰ দুৰ্ভাগ্য গুণে, নানা দূৰ দেশৰপৰা অসংখ্য অসমীয়াৰ স্বাৰ্থ বিৰোধী লোক আহি অসমত সোমাই, সকলো বিষয়তে আজিলৈকে অসমীয়া জাতিৰ স্বাৰ্থ কিমান পৰিমাণে হানি কৰি আছে, তাক নজনা লোক অসমীয়াৰ ভিতৰত এজনো নাই। গৱৰ্ণমেণ্টৰ ডাঙৰ চাকৰি এটা খালী হ'লে অসমীয়াৰ ভাগত নপৰে, অসমৰ গোটেই-বিলাক চহৰতে আৰু গাওঁবিলাকতো অসমীয়া লোকৰ মাটিবিলাক ক্ৰমে অসমীয়াৰ স্বাৰ্থ-বিৰোধী লোকবিলাকৰ হাতত পৰিব ধৰিছে; চহৰে-চহৰে, গাৱেঁ-গাৱেঁ এই লোকবিলাকে অসমৰ সকলো বেহাবেপাৰ হাত কৰি অসমীয়া লোকক ভিকহ কৰিব ধৰিছে।... তাতে আৰু আজি কিছুমান বছৰৰপৰা গৱৰ্ণমেণ্টৰ অনুগ্ৰহত বংগদেশৰ মৈমনছিং আদি ঠাইৰপৰা লাখ লাখ অসভ্য দুৰ্বৃত্ত মানুহ আহি অসমৰ গাওঁ-ভূঁই বিলাক দখল কৰি অসমীয়া জাতিৰ সন্তানবিলাকক পৈতৃক সম্পত্তিৰপৰা বঞ্চিততে কৰিব ধৰিছেই, ওপৰঞ্চি অসমীয়া জী-বোৱাৰীৰ সতী-ধৰ্ম নাশ কৰি, অসমীয়া মানুহক হানি-খুছি-মাৰি-কাটি, অসমীয়া মানুহৰ ঘৰবাৰী চুৰি-ডকাইতি কৰি, অসমীয়া জাতিক নানাভাবে ধ্বংসও কৰিবৰ দিহা কৰিছে। ... ইত্যাদি।

ভাৰতবৰ্ষৰ দৰে এখন বিশাল ৰাষ্ট্ৰক শক্তিশালী-সমৃদ্ধিশালী কৰিবৰ কাৰণে ইয়াৰ বিভিন্ন প্ৰাদেশিক সমস্যাবোৰৰ, অভাৱ-অভিযোগবোৰৰ সমাধান নিতান্তই অপৰিহাৰ্য। গান্ধীজীয়ে সেয়ে ৰাষ্ট্ৰৰ একক গাওঁবোৰৰ উন্নতিৰ আধাৰত দেশৰ উজ্জ্বল ভৱিষ্যতৰ সপোন দেখিছিল। দেশ জুৰি চলা স্বতন্ত্ৰতা-সংগ্ৰামৰ লগতে অম্বিকাগিৰীয়ে উপলব্ধি কৰিছিল যে ভাৰতবৰ্ষত এক স্বকীয় গৰিমাৰে অধিষ্ঠিত হৈ অসম জিলিকি থাকিবলৈ হ'লে ইয়াৰ থলুৱা সমস্যাবোৰৰ সমাধান অৱশ্যম্ভাৱী। এই প্ৰদেশৰ বিভিন্ন আহকাল আঁতৰ কৰিবলৈ প্ৰয়োজন এক মঞ্চৰ—এক জাতীয় সংগঠনৰ, যাৰ আদৰ্শ আৰু আহ্বানত সমৱেত প্ৰচেষ্টাৰে অসমবাসীয়ে নিজৰ সমস্যা সমাধানত অগ্ৰগণী ভূমিকা গ্ৰহণ কৰিব পাৰে। এই কথা ভিতৰি ভিতৰি বহুতে ভাবিলেও কোনো লোকে অসমৰ থলুৱা সমস্যা নিবাৰণাৰ্থে কোনো জাতীয় সংগঠন প্ৰতিষ্ঠা কৰা নাছিল--যিটো অম্বিকাগিৰীয়ে সংৰক্ষিণীৰ মাজেৰে কৰিলে। বহুতে এই সংগঠনক সংকীৰ্ণ প্ৰাদেশিকতাবাদী বা কেৱল অসমৰ থলুৱা লোকৰ সংগঠন বুলি বিৰূপ মন্তব্য প্ৰকাশ কৰাত সংৰক্ষিণীৰ সাধাৰণ সম্পাদক অম্বিকা-গিৰী ৰায়চৌধুৰীয়ে ইয়াৰ দ্বিতীয় অধিবেশনত এইদৰে সংগঠনৰ উদ্দেশ্য স্পষ্ট কৰি দিছিল : আমি কোনো লোকৰ বা কোনো সম্প্ৰদায়ৰ মনত কিবা আঘাত বা সন্দেহ দিবৰ মনেৰে 'অসমীয়া সংৰক্ষিণী সভা' সংগঠন কৰা নাই। কোনো লোকৰ বা কোনো সম্প্ৰদায়ৰ বা গৱৰ্ণমেণ্টৰ মনত কিবা সন্দেহ দিবৰ তিলমানো মতলব মনত নৰখাকৈ কেৱল অসমীয়া জাতিৰ আত্মৰক্ষাৰ উপায় আৰু চেষ্টা কৰিব-লৈকেহে উক্ত সভা সংগঠিত হৈছে। আমাৰ আত্মৰক্ষাৰ এই চেষ্টা সফল কৰিব-লৈকে গৱৰ্ণমেণ্টৰ আৰু অসমত বহুকালৰ পৰা কাম কৰি থকা বঙালী, মাৰো-ৱাৰী, পাঞ্জাৱী ভাইসকলৰ সহানুভূতি আমি নিশ্চয় ল'ম। যিদৰে গৱৰ্ণমেণ্টকো আমি ক'ম যে অসম দেশৰ, অসমীয়া জাতিৰ আচল স্বাৰ্থ সংৰক্ষণৰ ফালে লক্ষ্য ৰাখি অসমীয়া জাতিক ধ্বংসৰপৰা ৰক্ষা কৰাৰ অনুকূল ভাঁৱ লৈ আইন-কানুন, নিয়ম-প্ৰণালী গঠন কৰিহে অসম-গৱৰ্ণমেণ্ট চলাওক, কাৰণ দেশৰ নিতাঁজ লোকৰ

শুভ স্বাৰ্থ ৰক্ষা কৰি দেশ শাসন কৰাটোৱে গৱৰ্ণমেণ্টৰ শুভ ইচ্ছা আৰু আচল উদ্দেশ্য হ'ব লাগে। সেইদৰে অসমবাসী বঙালী, মাৰোৱাৰী, পাঞ্জাৱী ভাইসকলকো ক'ম যে আপোনালোকে অসমীয়া জাতিৰ প্ৰকৃত স্বাৰ্থৰ লগত আপোনালোকৰ স্বাৰ্থ সমান কৰি লৈ অসমত বৃহৎ অসমীয়া জাতি সংগঠিত হৈ উঠাত সহায় কৰক— আপোনালোকে অসম দেশক নিজ দেশ বুলি ধৰি লওক, আপোনালোকে অসমীয়া জাতিৰ অন্তৰ্ভুক্ত হৈ ভাৰতত অসমীয়া জাতিৰ বিশিষ্টতা দভাৱে প্ৰৱৰ্তাবৰ দিহা কৰক। ...ইত্যাদি।

আজি অসম জুৰি যি বিদেশী-বিতাৰণ আন্দোলনে গা কৰি উঠিছে, সেই সম্বন্ধে অম্বিকাগিৰীয়ে ১৯২৬ খৃঃতে সংৰক্ষিণীৰ যোগেৰে অসমীয়া ৰাইজৰ আগত উত্থাপন কৰিছিল। সংৰক্ষিণী সভাৰ তৃতীয় নিবেদনত এই সম্বন্ধে বহলভাৱে আলোচনা কৰি অসমবাসী ৰাইজক ৰায়চৌধুৰীয়ে সতৰ্ক কৰি দিছিল যে কিদৰে লাখ লাখ বিদেশী (মৈমনছিঙীয়া) আহি অসমৰ সাৰুৱা মাটি বেদখল কৰি, ব্যৱসায়-বাণিজ্যত গা লাগি দি অসমৰ ভৱিষ্যত অন্ধকাৰ কৰি পেলাইছে। গোজেই গজালি হৈ এদিনাখন এই বিদেশীৰ কৱলত যে অসম বাসীয়ে নিজৰ অস্তিত্ব হেৰুৱাব তাৰ সতৰ্কবাণী প্ৰচাৰ কৰি সংৰক্ষিণীৰ নানান কাৰ্য সূচী হাতত লৈছিল। অসমীয়া ৰাইজলৈ দিয়া এটা গোহাৰিত ৰায়চৌধুৰীয়ে কৈছিল ঃ অসমীয়াই চকুৰ আগতে দেশ লাহে লাহে বিদেশীয়ে গ্ৰাস কৰিবলৈ ধৰা দেখিও এই বিষয়ে কোনো যত্ন আজিলৈকে কৰা নাই। যেতিয়ালৈকে জাতিৰ জীৱন-মৰণ সমস্যা খণ্ডন কৰিবলৈ কোনো ব্যৱস্থা কৰা নাযায়, তেতিয়ালৈকে যি কামেই কৰক সি ভ্ৰষ্ট হ'বই। এই কাৰণে অসমীয়াক সংৰক্ষণ কৰা অসমীয়াৰ প্ৰধান কৰ্তব্য। এই কাম উজু নহয়। ইয়াৰ অৰ্থে অসমীয়াই প্ৰাণ-পণে চেষ্টা কৰিব লাগিব, অসমীয়াৰ যি শক্তি-সামৰ্থ্য আছে আটাইকে উছৰ্গি ইয়াত নালাগিলে এই কাৰ্য কেতিয়াও সম্পাদন নহ'ব।

## সংৰক্ষিণী সভাৰ উদ্দেশ্য

অসমীয়া সংৰক্ষিণী সভাই আদৰ্শগতভাৱে কেনেধৰণৰ উদ্দেশ্য গ্ৰহণ কৰিছিল সেই বিষয়ে এটা সম্যক ধাৰণা হ'বৰ কাৰণে সংৰক্ষিণী সভাৰ নিয়মাৱলীৰ পৰা নিম্নাংশ উদ্ধৃত কৰা হ'ল ঃ

(ক) অসমীয়া হিন্দু-মুছলমান, খৃষ্টিয়ান আৰু অসমীয়া মহা জাতিৰ অন্তৰ্গত কছাৰী, মিৰি, লালুং, মিকিৰ, ৰাভা, গাড়ো, খাছিয়া, নগা, আবৰ, মিছিমি, ডফলা, চিংফৌ আদি পৰ্বতীয়া জাতি সংঘবদ্ধ হৈ বহুকালৰেপৰা বা অলপ কালৰপৰা নানা ঠাইৰপৰা অসমলৈ আহি অসমত মাটি-বাৰী লৈ স্থায়ীভাৱে কাম কৰি থকা লোকবিলাকৰ লগত সম্ভাৱ বৰ্ধন কৰি আৰু অসমীয়া জাতিৰ স্বাৰ্থৰ লগত এই-বিলাকৰ স্বাৰ্থ এক কৰি লৈ অসমীয়া জাতীয় সংঘ স্থাপন কৰাটোৱে এই সভাৰ মুখ্য উদ্দেশ্য।

(খ) 'অসম দেশ অসমীয়াৰহে' এই কথা আৰু নীতি অসমীয়া ৰাইজৰ আৰু গৱৰ্ণমেণ্টৰ সহযোগ লৈ সভাই প্ৰতিপাদন কৰিব।

(গ) এই সভাই অসমীয়া জাতিৰ অভ্যুত্থান আৰু উন্নতিৰ অৰ্থে আৰ্থিক, সামাজিক, ৰাজনৈতিক, স্বাস্থ্য ইত্যাদি সকলো বিষয়তে আৱশ্যকীয় উপায় অৱলম্বন কৰিব।



(ঘ) অসমীয়াৰ সামাজিক, আৰ্থিক, ৰাজনৈতিক জাতীয় স্বাৰ্থত বাহিৰৰপৰা কিবা আঘাত পৰিলে বা পৰিব খুজিলে এই সভাই সৰ্বতোভাৱে তাৰ প্ৰতিকাৰ বিধান কৰিব।

(চ) অসমীয়া বা অসমীয়াৰ সামাজিক আৰু জাতীয় স্বাৰ্থত জড়িত থকা যি কোনো মুনিহ-তিৰোতা, ল'ৰা-ছোৱালী যদি কেতিয়াবা কোনো বাহিৰা মানুহৰ হাতত লাঞ্চিত হৈ অসমীয়া সমাজৰ পৰা বিচ্ছেদ হ'বলগীয়া হয়, তেনেহ'লে সেই লাঞ্চিত মুনিহ-তিৰোতা বা ল'ৰা-ছোৱালীক উদ্ধাৰ কৰি অসমীয়া সমাজত গ্ৰহণ কৰিবলৈ এই সভাই সৰ্বোতভাৱেই চেষ্টা কৰিব।

(ছ) এই সভাই অসমীয়া খেতিয়ক ৰাইজৰ সুবিধা-সুযোগৰ পিনে লক্ষ্য ৰাখি সেই বিষয়ে আন বাহিৰা লোকৰ আৰু গৱৰ্ণমেণ্টৰ কাৰ্যকলাপ আলোচনা কৰিব, কোনো অসমীয়া লোক মতা বা মাইকী যিকোনো বিপদত পৰিলে তেতিয়াই অসমীয়া মাত্ৰেই সেই মতা-তিৰোতাক সৰ্বপ্ৰকাৰে সেই বিপদৰপৰা উদ্ধাৰ কৰিবলৈ চেষ্টা কৰা ভাব এই সভাই অসমীয়াৰ ভিতৰত সৃষ্টি কৰিব।

## সংৰক্ষিণীৰ সংগঠন

বিভিন্ন ৰাজনৈতিক নেতা, সমাজসেৱী আৰু বৰেণ্য সাহিত্যিক-সাংবাদিক-সকলৰ নেতৃত্বত অসম জুৰি সংৰক্ষিণীৰ সংগঠন কাৰ্য চলে। বিভিন্ন নগৰ আৰু গাঁও অঞ্চলত ব্যাপকভাৱে সংৰক্ষিণীৰ প্ৰচাৰ চলে আৰু ফলত সংৰক্ষিণীৰ শাখা সভাৰ উত্তৰোত্তৰ শ্ৰীবৃদ্ধি ঘটে। ইয়াৰ সংগঠন সম্বন্ধে উনুকিওৱাৰ লগতে এটা কথা স্পষ্ট কৰি দিয়া ভাল যে সংৰক্ষিণীয়ে কেতিয়াও সংকীৰ্ণ মনোভাৱ গ্ৰহণ কৰা নাছিল। অসমৰ থলুৱা লোকে মাটি-ব্যৱসায়ৰ ক্ষেত্ৰত বিদেশী লোকৰ অনুপ্ৰৱেশৰ বাবে আশংকাগ্ৰস্ত হোৱাৰ কথা দোহাৰিলেও সনাতন ভাৰতীয় সংস্কৃতিৰ উদাৰ মনোভাৱ কেতিয়াও সংৰক্ষিণীয়ে বিসৰ্জন দিয়া নাছিল। সভাই এনে মত পোষণ কৰিছিল যে ১৯২৬ খৃঃৰ পূৰ্বে যিসকল বিদেশী লোক অসমত মাটি-বাৰী লৈ নিগাজিকৈ বসবাস কৰিছে তেওঁলোকে ভাৱে-ভাষাই, প্ৰকৃতি-চৰিত্ৰেৰে, আচাৰ-ব্যৱহাৰেৰে সম্পূৰ্ণ অসমীয়া হৈ অসমীয়া বৃহত্তৰ জাতিৰ লগত আত্মজাহ গ'লে তেওঁলোকক লৈ অসমবাসীৰ দুশ্চিন্তা নহয়। সেইবাবে এইসকল লোককো সংৰক্ষিণীৰ সভ্য কৰাৰ এইদৰে বিধান দিয়া হৈছিল ঃ যিবোৰ বিদেশী মানুহে বহু বছৰ ধৰি মাটি-বাৰী লৈ নিগাজীকৈ অসমত বসতি কৰি অসমীয়া ভাষাক নিজ ভাষা কৰি লৈ অসমীয়াৰ জাতীয় স্বাৰ্থৰ লগত নিজৰ স্বাৰ্থ এক কৰি ল'ব, তেনে বিদেশী মানুহেও নিৰ্দিষ্ট বৰঙণি দি--'মই অসমীয়া ভাষাক মোৰ নিজ ভাষাৰূপে গ্ৰহণ কৰি লৈ আজিৰপৰা মই অসমীয়া জাতিৰ অন্তৰ্ভুক্ত হ'লোঁ' বুলি সভ্য হ'ব পাৰিব।

সংৰক্ষিণীৰ শাখা-সভাৰ সংগঠন শদিয়াৰপৰা ধুবুৰীলৈ কৰা হয়। সংৰক্ষিণীৰ কৰ্মীদলৰ সভাপতি বাগ্মীবৰ নীলমণি ফুকন, সাধাৰণ সম্পাদক অম্বিকাগিৰী ৰায়চৌধুৰী, কৰ্মীদল সংগঠক মাধৱ চন্দ্ৰ বেজবৰুৱা আৰু মহেন্দ্ৰ নাথ ডেকা ফুকনে উজনি-নামনিৰ বিভিন্ন নগৰ-গাঁও অঞ্চলত ভ্ৰমণ কৰি ৰাজহুৱা সভাৰ আহ্বান কৰি সংৰক্ষিণীৰ বাণী প্ৰচাৰ কৰিছিল আৰু বিভিন্ন শাখা সংগঠন কৰিছিল। এই দৃষ্টিৰে ১৯৩৪ খৃঃক সংৰক্ষিণী-সংগঠনৰ ভৰপক বুলি ক'ব পাৰি।

এই বছৰৰে নৱেম্বৰ মাহৰ পঁচিশ তাৰিখে বৰপেটাৰ কীৰ্তনঘৰৰ আগত অনুষ্ঠিত এক ৰাজহুৱা সভাত ৰায়চৌধুৰীয়ে সংৰক্ষিণীৰ উদ্দেশ্য ব্যাখ্যা কৰি এখন কাৰ্য-নিৰ্বাহক গঠন কৰি দিয়ে এই সকলেৰেঃ লোহিত চন্দ্ৰ নায়ক, বি-এল (সভাপতি), দেবেন্দ্ৰ নাথ ৰায়চৌধুৰী, বি,-এল (সম্পাদক) আৰু ধ্যানলাল মজুমদাৰ (সভ্য)। সংৰক্ষিণী কৰ্মীদলৰ খতিয়ন টোকাৰপৰা জনা যায় যে ১৯৩৬ খৃঃৰ ৯ মাৰ্চ সোমবাৰে হেমচন্দ্ৰ মেধীৰ সভাপতিত্বত বৰপেটাৰ কীৰ্তনঘৰৰ সম্মুখত কেবা হাজাৰো ৰাইজৰ উপস্থিতিত অনুষ্ঠিত সংৰক্ষিণীৰ ৰাজহুৱা সভাত বাগ্মীবৰ নীলমণি ফুকনে সংৰক্ষিণীৰ নীতি, উদ্দেশ্য আৰু কৰ্মপদ্ধতি সম্বন্ধে ওজস্বী ভাষণ দিয়ে।

আঞ্চলিক-প্ৰাদেশিক অভাৱ, অভিযোগ, সমস্যা বা চৰকাৰৰ নীতিত অসন্তোষ প্ৰকাশ কৰি প্ৰতিবাদ জনাবলৈকে সেই সময়ত সংৰক্ষিণী হৈ পৰিছিল এক আপুৰুগীয়া মাধ্যম। সমকালীন বাতৰি-কাকতবোৰ অধ্যয়ন কৰিলে সংৰক্ষিণী সম্বন্ধীয় বাতৰি আৰু ইয়াৰ যোগেৰে সদৰি হোৱা ৰাইজৰ অভাৱ-অভিযোগৰ বিষয়ে ভালদৰে বুজ ল'ব পাৰি। স্থানীয় শাখা-সভাবোৰৰ বিভিন্ন সভা-সমিতি হোৱাৰ উপৰি ৰাজ্যিক ভিত্তিত গোৱালপাৰা, নগাওঁ, মঙলদৈ প্ৰভৃতি ঠাইত কেবাখনো সম্মিলন অনুষ্ঠিত হৈছিল। এই সম্মিলনবোৰ বিপুল সংখ্যক ৰাইজে যোগদান কৰি সাফল্যমণ্ডিত কৰি তুলিছিল। মন কৰিবলগীয়া যে এই সভাবোৰত অসমীয়াৰ উপৰি মৈমনছিঙীয়া, হিন্দুস্তানী, নেপালী প্ৰমুখ্যে অনাঅসমীয়া প্ৰতিনিধিয়েও সক্ৰিয় ভাবে অংশ গ্ৰহণ কৰিছিল।

ৰায়বাহাদুৰ পদ্মনাথ গোহাঞিবৰুৱা, বিহগী কবি ৰঘুনাথ চৌধাৰী, ৰত্নকান্ত বৰকাকতী, বাগ্মীবৰ নীলমণি ফুকন, মহীচন্দ্ৰ বৰা, জ্ঞাননাথ বৰা, বিৰিঞ্চি কুমাৰ বৰুৱা, ডঃ ললিত কুমাৰ বৰুৱা, কেশৱ নাৰায়ণ দত্ত, তৰুণৰাম ফুকন, নবীন চন্দ্ৰ বৰদলৈ, বিষ্ণুৰাম মেধী, মৌলবী তৈয়বউল্লা, সিদ্ধিনাথ শৰ্মা, প্ৰমথ নাথ চক্ৰৱৰ্তী, পদ্মধৰ চলিহা, অন্নদা কুমাৰ পদ্মপতি, যোগসিং ছেত্ৰী, গহন চন্দ্ৰ গোস্বামী, কিছনধাৰী কৰ্মকাৰ, শ্ৰীৰাম প্ৰসাদ আগৰৱালা, গোবিন্দলাল উপাধ্যায়, মাধৱ চন্দ্ৰ বেজবৰুৱা, মহেন্দ্ৰ নাথ ডেকাফুকন প্ৰমুখ্যে সমাজৰ নেতৃস্থানীয় আৰু কৃতী সাহিত্যিক-ৰাজনীতিবিদ-সমাজসেৱীসকলৰ সহযোগত সংৰক্ষিণীৰ সংগঠন শক্তিশালী হৈ পৰে আৰু ৰাইজৰ আস্থাভাজন হৈ পৰা এই অনুষ্ঠানে অসম-অসমবাসীৰ অস্তিত্ব ৰক্ষাৰ অৰ্থে বিপুল বৰঙণি আগবঢ়ায়।

### সংৰক্ষিণী আৰু কংগ্ৰেছ

যদিও অসমৰ আগশাৰীৰ কংগ্ৰেছ কৰ্মীসকলে সংৰক্ষিণীৰ নীতি আৰু কাৰ্য-প্ৰণালী সমৰ্থন কৰিছিল আৰু সক্ৰিয় অংশ গ্ৰহণ কৰি ইয়াক এক জাতীয় অনুষ্ঠানৰ ৰূপ দিয়াত উল্লেখযোগ্য বৰঙণি আগবঢ়াইছিল, কিন্তু এচাম কংগ্ৰেছীয়ে সদায় সংৰক্ষিণীৰ বিৰোধিতা কৰিবলৈ এৰা নাছিল। অমূলক অভিযোগ তবি সংৰক্ষিণীক কংগ্ৰেছৰ বিৰোধী বা প্ৰতিদ্বন্দ্বী অনুষ্ঠান বুলি গণ্য কৰি ৰাইজৰ চকুত ইয়াক হেয় প্ৰতিপন্ন কৰিবলৈ উঠিপৰি লাগিছিল। অসমীয়া আৰু অনা-অসমীয়াৰ মাজত ভেদভাৱ বঢ়োৱা বুলি অসমৰ সমস্যাতকৈ ভাৰতৰ সমস্যা আগ বুলি অসম কংগ্ৰেছে সংৰক্ষিণীৰ নীতিৰ প্ৰতি বিৰূপ মনোভাৱ প্ৰচাৰ কৰিবলৈ এৰা নাছিল। কিন্তু অসমৰ সুৰমা উপত্যকাৰ ছিলেট কংগ্ৰেছে বংগদেশৰ অন্তৰ্ভুক্ত হৈ কাৰ্য কৰাত



সংৰক্ষিণীৰ বিৰোধী কংগ্ৰেছীসকল নিমাত আছিল। সংৰক্ষিণীৰ মূল নীতি হৃদয়ংগম কৰিব নোৱাৰা কাৰণে এনে ভেদ-নীতিৰ প্ৰচাৰকসকলৰ কাৰ্যৰ জাউৰিয়ে জাউৰিয়ে প্ৰতিবাদ টোকা প্ৰকাশ পায় আৰু সংৰক্ষিণীৰ অনুগামীসকলে সেইসকলৰ প্ৰচেষ্টা বিফল কৰি তুলিবলৈ সক্ষম হয়। এই প্ৰসংগত সময়ে সময়ে 'দৈনিক বাতৰি'ত প্ৰকাশিত হোৱা প্ৰতিবাদ টোকাসমূহ মনকৰিবলগীয়া। এই বাতৰিতে 'কংগ্ৰেছ আৰু সংৰক্ষিণী' শিৰোনামাৰে প্ৰকাশিত (১৭ জুন, ১৯৩৬) সম্পাদকীয় বিশেষভাবে প্ৰণিধানযোগ্য।

এই সন্দৰ্ভত জ্ঞান নাথ বৰা, বি.-এল ডাঙৰীয়াই কংগ্ৰেছ আৰু সংৰক্ষিণীৰ নীতি স্পষ্ট কৰি 'অসমীয়া সংৰক্ষিণী আৰু কংগ্ৰেছ' শিৰোনামেৰে 'দৈনিক বাতৰি'ত লিখা প্ৰবন্ধ এটিৰ কেইটামান উল্লেখযোগ্য মন্তব্য উদ্ধৃত কৰিব পাৰি—

এইটো স্বীকাৰ কৰিব লাগিব যে অসমীয়া সংৰক্ষিণী নীতিৰ লগত কংগ্ৰেছৰ নীতিৰ মিল নাই। সংৰক্ষিণীয়ে অসমীয়া জাতিক উদ্ধাৰ কৰাটো মূল কৰ্তব্য বুলি ভাবে। শ্ৰীহট্ট বিচ্ছেদ, অসমীয়াৰ হাতলৈ দেশৰ বেহা-বেপাৰ অনা, অসমীয়া ভাষাত বাদে আন ভাৰতীয় ভাষাত স্কুল-পঢ়াশালীত শিক্ষা নিদিয়া, যিবিলাক বিদেশী আহি আমাৰ দেশত নিগাজীকৈ বসতি কৰিছে তেওঁলোকক সৰ্বপ্ৰকাৰে অসমীয়া কৰা, যাতে নতুন পৰদেশী পমুৱা মানুহ আহি বসতি কৰিব নোৱাৰে তাৰ ব্যৱস্থা কৰা ইত্যাদি সমস্যাবিলাক অসমীয়াৰ জীৱন-মৰণ সমস্যা বুলি সংৰক্ষিণীয়ে ভাবে। এইবিলাক যতন নকৰিলে আমাৰ জাতি জগতত তিষ্ঠা টান।০০০

প্ৰাদেশিক কংগ্ৰেছ কমিটি কিমানবাৰ বহি গৈছে, তাত অসমত বঙলা স্কুল স্থাপন, গৱৰ্ণমেন্টৰ চাকৰি আৰু আন আন কোম্পানীৰ কাম আমাৰ হাতলৈ অনা, নিগাজীকৈ বসতি কৰা, বিদেশীক অসমীয়া কৰা, বিশ্ববিদ্যালয় স্থাপন কৰা ইত্যাদি কথাৰ কোনো প্ৰস্তাৱ আজিলৈকে কৰা নাই। অৰ্থাৎ যিবিলাক কথা লৈ বৰ্তমান আন্দোলন হ'বলৈ ধৰিছে, সেইবিলাক কথাত কংগ্ৰেছে যোগ দিয়া নাই।০০০

সংৰক্ষিণীয়ে খোলোচাকৈ ৰাইজক এটা কথা কৈ দিয়া উচিত যে আমাৰ অনুষ্ঠান কংগ্ৰেছৰ তলতীয়া নহয়। কংগ্ৰেছ যেনেকুৱা ভিন্ন স্বতন্ত্ৰ অনুষ্ঠান আমাৰো তেনেকুৱা। সংৰক্ষিণী কংগ্ৰেছৰ সহযোগীও নহয়। দুয়োটা যেনে বেলেগ অনুষ্ঠান, দুয়োৰে তেনে ভিন ভিন নীতি। কংগ্ৰেছে ক'ব চৰকাৰী চাকৰিৰ কাৰণে অসমীয়া ডেকাই চেষ্টা কৰিব নালাগে। কাৰণ তেনে কৰিলে অসমীয়া আৰু বিদেশীৰ প্ৰভেদ কৰা হয়। আমি ক'ম এয়ে আমাৰ মাই কাম, অসমীয়াৰ হাতলৈ বেপাৰ-বাণিজ্য আনিব নোৱাৰিলে আমি বেগেতে লয় পাম। কংগ্ৰেছে ক'ব দেশত বঙলা স্কুল স্থাপন কৰি নিগাজীকৈ বসতি কৰা বিদেশীসকলক অসমীয়া কৰা ইত্যাদি কথা তুচ্ছ, আমাক লাগে ভাৰতৰ স্বাধীনতা, সংকীৰ্ণ প্ৰাদেশিক কথা লৈ অসমীয়াই কাল কটোৱা উচিত নহয়। আমি ক'ম এইবিলাকেই আমাৰ জীৱন-মৰণ সমস্যা, এইবিলাক নকৰি ভাৰতৰ স্বৰাজৰ সপোন দেখিলে বংগভাষা আৰু বঙালীয়ে আমাৰ দেশ তেনেই গ্ৰাস কৰি ল'ব। কংগ্ৰেছে ক'ব কোনো কাৰ্যতে অসমীয়া আৰু বিদেশীৰ প্ৰভেদ নকৰিবা, তেনে কৰিলে প্ৰদেশবিলাকৰ ভিতৰত মিছাই কাজিয়া সৃষ্টি কৰা হ'ব আৰু আমি ক'ম যে সকলো কাৰ্যতে আমি সেই প্ৰভেদ কৰিব লাগিব।নহ'লে অসমীয়াৰ অস্তিত্ব সংকটপূৰ্ণ।

এই পৰিপ্ৰেক্ষিতত গিৰীশচন্দ্ৰ বৰুৱাৰ 'কংগ্ৰেছৱালাৰ আক্ৰোশমূলক আক্ৰমণ' (দৈনিক বাতৰি, ১৫ জুন, ১৯৩৫ খৃঃ) শীৰ্ষক প্ৰতিবাদ টোকাৰ অংশবিশেষ উল্লেখ কৰিব পাৰি ঃ কংগ্ৰেছীসকলৰ মূল নীতি হৈছে ভাৰতীয় সমাজ বা স্বাধীনতা আগ, সংৰক্ষিণীৰ হৈছে অসমীয়া জাতিৰ জীৱন-মৰণ সবাতোকৈ আগ—আনকি ভাৰতীয় স্বাধীনতাতকৈও সি আগ কথা। অসমীয়া জাতিৰ অস্তিত্বৰ চিনাকি দিবলৈ নোহোৱা হৈ যাওক লাগিলে, তথাপি কংগ্ৰেছীসকলক লাগে ভাৰতীয় স্বাধীনতা। কিন্তু সংৰক্ষিণীয়ে কয় ভাৰতীয় স্বাধীনতা লাগিলে দুদিন পলমে আহক, তেও আমি অসমীয়া আগেয়ে জাতি হিচাপে জীয়াই থকাৰ দিহা কৰি লওঁহক।

## সংৰক্ষিণীৰ স্কীম

গুৱাহাটীৰ কাৰ্জন হলত (বৰ্তমান নবীন বৰদলৈ হল) ৯ এপ্ৰিল, ১৯২৬ খৃঃ শুকুৰবাৰৰ দিনা আবেলি মৌলবী চাহ চৈয়দ মহিবুল হক ডাঙৰীয়াৰ সভাপতিত্বত অনুষ্ঠিত সংৰক্ষিণীৰ প্ৰথমখন সাধাৰণ সভাত বিভিন্ন প্ৰস্তাৱ গৃহীত হোৱাৰ উপৰি সংৰক্ষিণীৰ কাৰ্য-প্ৰণালী সুচিন্তিতভাবে থিৰাং কৰিবলৈ এখন উপসমিতি গঠন কৰা হৈছিল—মৌলবী চাহ চৈয়দ মহিবুল হক, বি-এল, উপেন্দ্ৰ নাথ বেজ-বৰুৱা, বাৰ-এট-ল, জ্ঞান নাথ বৰা, বি-এল, প্ৰাণেশ্বৰ দাস (বৰপেটা) আৰু অম্বিকা গিৰী ৰায়চৌধুৰীৰে। এই উপসমিতিয়ে অসমৰ আৰ্থ-সামাজিক জীৱনক ভেটি কৰি এক বিস্তৃত আঁচনি যুগুতাই উলিয়ায়।

সংৰক্ষিণীৰ প্ৰস্তাৱিত আঁচনিত লাখ লাখ বিদেশী খেতিয়কে বেদখল কৰা খেতিৰ মাটিৰ বিষয়ে প্ৰয়োজনীয় ব্যৱস্থা গ্ৰহণ, ১৯২৬ খৃঃৰ পূৰ্বে অসমত বসতি কৰা বহিৰাগত সকলক অসমীয়া সমাজ-সংস্কৃতিৰ লগত জীণ যোৱাৰ বাবে আহ্বান, ভৱিষ্যতে বিদেশীৰ প্ৰব্ৰজন বন্ধ কৰাৰ উদ্দেশ্যে চৰকাৰলৈ এখন ইমিগ্ৰেছন বিল গৃহীত কৰাবলৈ গোহাৰি, অসমৰ পঢ়াশালীত অসমীয়া ভাষাৰ প্ৰচলন, বিদেশী পমুৱাৰ বসতি অঞ্চলত অসমীয়া পঢ়াশালী স্থাপন, ব্যৱসায়-বাণিজ্যত অসমীয়াসকলে অগ্ৰাধিকাৰ লাভ কৰা আৰু এই ক্ষেত্ৰত অসমীয়া ব্যৱসায়ীক উৎসাহিত কৰা, অঞ্চল বিশেষত সমবায় সমিতি, নেছনেল বেংক স্থাপন, অসমীয়া ছাত্ৰৰ কাৰণে কাৰিকৰী শিক্ষা-প্ৰতিষ্ঠান, অসমৰ চৰকাৰী-বেচৰকাৰী আৰু কেন্দ্ৰীয় কাৰ্যালয়-সমূহত অসমীয়া লোকৰ মকৰল ইত্যাদি বিভিন্ন বিষয় সামৰা হয়। সংৰক্ষিণী সভাৰ পাছৰ বিভিন্ন অধিবেশনত আঁচনিত উল্লেখ কৰা বিষয়সমূহৰ ওপৰত বিশদ আলোচনা আৰু কাৰ্যকৰী কৰিবলৈ বিভিন্ন প্ৰস্তাৱ আদি গ্ৰহণ কৰা দেখা যায়।

## কৰ্কালত টঙালি বান্ধি

সংৰক্ষিণীয়ে যদিও বিদেশী খেতিয়কৰ প্ৰব্ৰজন আৰু অসমবাসীৰ ভৱিষ্যত সম্বন্ধে বিভিন্ন প্ৰস্তাৱ আদিৰ যোগেৰে উদ্বেগ প্ৰকাশ কৰিছিল কিন্তু বিচাৰিছিল যে এইসকল লোকে অসমৰ পৰিস্থিতি ভালদৰে হৃদয়ংগম কৰক। ঢাকা, মৈমনছিং, চিলেট ইত্যাদিৰ (বৰ্তমানৰ বাংলাদেশ) পৰা অহা লোকসকলে অসমীয়া ভাষা-সংস্কৃতিৰ লগত জাহ গৈ অসমভূমিক নিজৰ বুলি গ্ৰহণ কৰঁক। অসমতে থাকি অসমৰ স্বাৰ্থ-বিৰোধী কাম কৰা লোকসকলৰ প্ৰতিহে সংৰক্ষিণীয়ে অসন্তুষ্টি প্ৰকাশ কৰিছিল। সংৰক্ষিণীৰ প্ৰতিবেদনসমূহত ইয়াৰ স্পষ্ট আভাস দেখিবলৈ



পোৱা যায়। সংৰক্ষিণীয়ে নিজৰ এনে নীতিত সফলতা লভিবলৈ সক্ষম হয়। বহুতো এনে প্ৰব্ৰজিত লোকে অসমক নিজৰ বুলি আঁকোৱালি লৈ অসমৰ কল্যাণৰ হকে কাম কৰিছিল। উদাহৰণস্বৰূপে ১৯৩৬ খৃঃৰ পহিলা ফেব্ৰুৱাৰীত তেজপুৰত অনুষ্ঠিত সংৰক্ষিণীৰ মুকলি অধিবেশনত মৈমনছিঙীয়া সম্প্ৰদায়ৰ অন্যতম প্ৰতিনিধি মুঞ্চি ইব্ৰাহীম ছেখে এইদৰে অসমৰ প্ৰতি নিজৰ আনুগত্য প্ৰকাশ কৰিছিল ঃ অসমীয়াসকলে আমাক সাদৰেৰে গ্ৰহণ কৰিছে। অসম দেশত আমি চিৰকাল থাকিম যেতিয়া ইয়েই আমাৰ আচল মাতৃভূমি। আমি যেতিয়া বংগদেশ ত্যাগ কৰিব পাৰিছোঁ, বংগ ভাষাও ত্যাগ কৰি অসমীয়া ভাষা গ্ৰহণ কৰিব পাৰিম। বৰ্তমানে মোৰ মাতৃভাষা অসমীয়াহে। মই মৈমনছিঙীয়াৰ মাজত স্কুল পাতি অসমীয়া ভাষাৰ প্ৰচাৰ কৰাত ব্ৰতী আছোঁ।

অসমত ডমিছাইলডৰ প্ৰশ্নটো আৰু তেওঁলোকৰ অসম বিৰোধী কাৰ্যকলাপ-সমূহৰ বাবে সংৰক্ষিণীয়ে ভালেখিনি যুঁজ-বাগৰ কৰিব লগাত পৰিছিল। অসমৰ ডমিছাইলডৰ সঠিক সংজ্ঞা নিৰ্ণয় নোহোৱাৰ ফলত এক সুবিধাবাদী শ্ৰেণীয়ে কুঠাৰাঘাতমূলক কাৰ্যত লিপ্ত হৈ অসমৰ বহুখিনি ক্ষতি কৰিছিল। সংৰক্ষিণীয়ে 'ডমিছাইলড'ৰ সংজ্ঞা এইদৰে নিৰ্ণয় কৰিছিল—'যিসকলে অসমত স্থায়ীভাবে বাস কৰি থাকে বা যিসকলে অসমত স্থায়ীভাবে বাস কৰিবৰ ইচ্ছা কৰে তেওঁলোককেই ডমিচাইলড বুলি কোৱা হয়।' ৰত্নাবালা বড়ানীৰ সভানেতৃত্বত গুৱাহাটীৰ কাৰ্জন হলত অনুষ্ঠিত এখন সভাত ডমিচাইলডসকলৰ অন্যায় দাবীৰ প্ৰতিবাদ কৰি অম্বিকা-গিৰীয়ে কৈছিল—'ডমিছাইলড বঙালীসকলৰ আবদাৰ হৈছে যে সুৰমা উপত্যকা আৰু ধুবুৰী মহকুমাত অকল বঙালী ভাষা চলিব লাগে আৰু অসম উপত্যকাৰ বাকী খণ্ডত অসমীয়া, বঙালী, হিন্দুস্তানী তিনিওটা ভাষা চলিব লাগে। অৰ্থাৎ সুৰমা উপত্যকা আৰু ধুবুৰী মহকুমা অঞ্চল বঙালীৰ বাবে লাগে, অসম উপত্যকাৰ বাকী খণ্ড লাগে বঙালী, হিন্দুস্তানী আৰু অসমীয়া তিনিওৰো বাবে।' ৰায়চৌধুৰীয়ে 'অসমীয়াৰ আসন্ন বিপদ' শীৰ্ষক বাতৰিৰ (দৈনিক বাতৰি, ১৫ জুন, ১৯৩৫ খৃঃ) যোগেৰে দেশবাসীক সকিয়াই দিছিল-'গুৱাহাটীৰ ৰায়বাহাদুৰ কালীচৰণ সেনৰ সভাপতিত্বত ধুবুৰীত বঙালীসকলৰ 'অসম ডমিছাইলড এণ্ড ছেট্‌লাৰছ এচ'চিয়েশ্যন' (The Assam Domiciled peoples and settlers Association) স্থাপিত হৈ (১) অসমৰ সকলো স্কুলতে বংগ ভাষাৰ ভিতৰেদি শিক্ষা দিয়া, (২) অসমত নিজৰ ঘৰ-বাৰী নোহোৱাকৈ মাত্ৰ পাঁচ বছৰ থাকিলেই ডমিছাইলডৰ সুবিধা লাভ, (৩) অসমৰ গাৱেঁ-ভূয়েঁ বসতি কৰা মৈমনছিঙীয়া, চাহ-বাগিচাৰ কুলী আৰু আন বঙালী সকলক একগোট খুৱাই অসমত নতুন বংগ এখন স্থাপন কৰিবৰ উদ্দেশ্যে 'প্ৰচাৰ সমিতি' (Propagation committee) গঠন, (৪) অসম কাউঞ্চিলত এওঁলোকৰ প্ৰতিনিধি, (৫) চৰকাৰী কাম-কাজ আদিত তেওঁলোকৰ সদস্য ইত্যাদিৰ দাবী আৰু প্ৰস্তাৱ গ্ৰহণ কৰি জোৰেৰে কামত লাগি গৈছে।' সংৰক্ষিণীয়ে ইয়াৰ বিভিন্ন সভা-সমিতিত ডমিছাইলডৰ সংজ্ঞা নিৰ্ণয় কৰিবলৈ প্ৰস্তাৱ আদি দিয়াৰ লগতে প্ৰতিবাদ সভাৰো আয়োজন কৰিছিল। কিন্তু প্ৰস্তাৱ আৰু প্ৰতিবাদতে আবদ্ধ নাথাকি বুজাপৰাৰ মাজেৰে সংৰক্ষিণীৰ নীতি আৰু আদৰ্শেৰে নিজৰ লক্ষ্যত উপনীত হ'ব পাৰিছিল। সংৰক্ষিণীৰ সাফল্যৰ এনে এক নিদৰ্শন ঃ ২৯ ডিছেম্বৰ, ১৯৩৪ খৃঃত বাতিপুৱা চাৰে সাত বজাত মঙলদৈৰ অসম সাহিত্য সভাৰ সভা-

ঘৰত প্ৰায় চাৰি হাজাৰমান দৰ্শকৰ উপস্থিতিত প্ৰমথ নাথ চক্ৰৱৰ্তীৰ (ধুবুৰী) সভাপতিত্বত অনুষ্ঠিত সংৰক্ষিণীৰ বিশেষ অধিবেশনত মঙলদৈৰ প্ৰতিভাশালী উকীল ৰায়চাহেব ৰত্নেশ্বৰ দাসগুপ্ত ডাঙৰীয়াই নিজৰ মনোভাৱ এইদৰে সদৰি কৰে ঃ মোৰ আজি চাৰি পুৰুষ এই অসমতে হ'ল। মই যদিও বঙালী, মোৰ ল'ৰা-ছোৱালীক আৰু মোক বংগদেশত কোনেও নাজানে। এই ব্ৰহ্মপুত্ৰৰ পাৰতে মোৰ পিতৃপুৰুষসকলৰ দৰে মোৰো সমাধি হ'ব। মোৰ অস্থি-সজ্জা অসম মাতৃৰ ৰসেৰে পৰিবৰ্ধিত। মই আৰু মোৰ ল'ৰা-ছোৱালীয়ে যদি অসম মাতৃক নিজ মাতৃভূমি বুলি সেৱা নকৰোঁ, অসমীয়াৰ জাতীয় স্বাৰ্থৰক্ষাত সৰ্বতোভাবে সহযোগ নকৰোঁ, তেনেহ'লে মই আৰু মোৰ ল'ৰা-ছোৱালীবিলাক অকৃতজ্ঞ, অধম বুলি জনসমাজত নিন্দাৰ পাত্ৰ হ'ম। মই আজি বঙালী নহওঁ, মই ৰক্ত-মাংসে আজি অসমীয়া।

আৰ্থ-সামাজিক আৰু ৰাজনৈতিক দৃষ্টিৰে শ্ৰীহট্ট জিলা অসমৰ বাবে ভালুকৰ সাঙী স্বৰূপ হৈ পৰিছিল। অসমৰ সকলোবোৰ প্ৰগতিশীল কামৰ কাৰণে এই জিলাখন হৈ পৰিছিল বাধাৰ প্ৰাচীৰ স্বৰূপ। সংৰক্ষিণীয়ে সেইবাবে কঁকালত টঙালি বান্ধি ওলাইছিল যাতে ভাৰত চৰকাৰে শ্ৰীহট্ট জিলাখন অসমৰ পৰা বাদ দিয়ে। বিষ্ণুৰাম মেধী, যোগেন্দ্ৰ নাথ বৰুৱা, মৌলবী তৈয়বউল্লা, সিদ্ধিনাথ শৰ্মা, উমেশ চন্দ্ৰ চৌধুৰী প্ৰমুখ্যে সংৰক্ষিণীৰ সক্ৰিয় সদস্যসকলে বিভিন্ন ঠাইত সভা-সমিতিৰ আয়োজন কৰি জনমত গঠন কৰিছিল। এই ক্ষেত্ৰত অম্বিকাগিৰীৰ বেদনা আছিল সৰ্বাধিক। সংৰক্ষিণীৰ মাধ্যমেৰে তেওঁ কৰিব পৰা কোনো সুকুঙা বাদ দিয়া নাছিল। শ্ৰীহট্ট জিলাই অসমৰ অৰ্থনৈতিক প্ৰগতিত কিদৰে বাধাৰ সৃষ্টি কৰিছে, অসমবাসী ৰাইজৰ সা-সুবিধা কাঢ়ি নিছে, শিক্ষা-বাণিজ্য প্ৰভৃতিৰ ক্ষেত্ৰত কেনেদৰে হেঙাৰ স্বৰূপ হৈ পৰিছে ইত্যাদি বিষয় লৈ ৰায়চৌধুৰীয়ে 'আত্মৰক্ষা কৰিবলৈ আত্মীয়ৰ আহবান—শ্ৰীহট্টবাদ আৰু বিলাতলৈ প্ৰতিনিধি—সুবিধা ভোগ কৰোঁতে অসমীয়া আৰু গৌৰৱ কৰোঁতে বঙালী' শিৰোনামেৰে এখন এঘাৰ দফীয়া চনদ প্ৰচাৰ কৰিছিল। ছিলেট জিলা অসমৰ পৰা বাদ দিয়া সংক্ৰান্তত বৰলাটলৈ পঠাইছিল জৰুৰী বাৰ্তা ঃ

His Excellency Viceroy, Simla 19.6.31

Assamiya Sanrakshini Sabha respectfully demands reconstruction of Assam on Linguistic basis by seperation of Sylhet to Bengal forming compact financially stronger federal unit and representation of Federal structure committee and Boundary and franchise commissions and Assam Boundary Enquiry. Pray take early steps.

'অল ইণ্ডিয়া কংগ্ৰেছ কমিটি'ৰ অনুষ্ঠিত হ'লগীয়া বৈঠকত বংগনেতা মি, জে, এম, সেনগুপ্তই শ্ৰীহট্টৰ লগতে কাছাৰ আৰু গোৱালপাৰা জিলা দুখন বংগদেশৰ অন্তৰ্ভুক্ত কৰিবলৈ পঠিওৱা প্ৰস্তাৱৰ বিৰোধিতা কৰি সংৰক্ষিণীৰ সাধাৰণ সম্পাদক ৰায়চৌধুৰীয়ে তৎকালীন কংগ্ৰেছৰ সভাপতিলৈ তাঁৰবাৰ্তা প্ৰেৰণ কৰে ঃ শ্ৰীহট্টবাসী বংগদেশলৈ যাবৰ স্বাভাৱিক ইচ্ছাটো এই সভাই সৰ্বান্তঃকৰণে সমৰ্থন কৰে যদিও, কাছাৰ জিলা আৰু জয়ন্তীয়া পৰগণা অসমৰ অবিচ্ছেদ্য অংশ কাৰণে এই দুখন ঠাইও শ্ৰীহট্টৰ লগতে বংগদেশলৈ নিবৰ চেষ্টাত সমগ্ৰ অসমীয়া জাতিয়ে একেযোগে বাধা দিব। গুৱালপাৰা জিলাখন বংগদেশলৈ নিব খোজাটো একেবাৰে



কদৰ্য কথা। এনে কথা উঠিবই নোৱাৰে। গুৱালপাৰা বাসী, যিসকল নিখুঁট অসমীয়া, তেওঁলোকে এনে আপচু প্ৰস্তাৱত মৰ্মাহত আৰু আচৰিত হৈছে। এই বিষয়ত অজ্ঞতাই (wrong conception) মি, জে, এম, সেনগুপ্তৰ এনে প্ৰস্তাৱৰ ভিত্তি।

'এলাহাবাদ ঐক্য সন্মিলনী' (দৈনিক বাতৰি, ২ পুহ, ১৮৫৪ শক) শীৰ্ষক বাতৰিৰ পৰা জানিব পাৰি যে ৰায়চৌধুৰীয়ে দুটা বিবৃতি (প্ৰথম, ৭ টা প্ৰস্তাৱ ঃ শ্ৰীহট্টৰ সৈতে বৰ্তমানৰ অসম লৈ আৰু দ্বিতীয়, ৬ টা প্ৰস্তাৱ ঃ শ্ৰীহট্টক বাদ দি সংগঠিত অসম প্ৰদেশ লৈ) সংৰক্ষিণীৰ হৈ পণ্ডিত মদন মোহন মালব্যৰ জৰিয়তে এলাহাবাদ ঐক্য সন্মিলনলৈ পঠিয়ায়। ইয়াত জনসংখ্যা গঠনৰ প্ৰণালী, ভোটাধিকাৰপ্ৰাপ্ত লোকসমষ্টি আৰু পৰিকল্পিত শাসন-পদ্ধতি সম্পৰ্কে ফঁহিয়াই দেখুওৱা হয়। এই সম্বন্ধে সংৰক্ষিণীৰ এটা প্ৰতিনিধি দলে ৯ আগষ্ট, ১৯৩৪ খৃঃ তাৰিখে অসমৰ ৰাজ্যপালক এখন স্মাৰকপত্ৰ প্ৰদান কৰি ভৱিষ্যতে শ্ৰীহট্টক বাদ দিব পৰাৰ অনুকূলে নতুন শাসন-তন্ত্ৰত এটা ধাৰা কৰাৰ বাবে আবেদন জনায়। এই সংক্ৰান্তত 'বিলাতত সংৰক্ষিণী সভাৰ প্ৰতিনিধিৰ কাম' শীৰ্ষক বাতৰি (অসমীয়া, ১ ফেব্ৰুৱাৰী, ১৯৩৫ খৃঃ) উল্লেখ কৰিব পাৰি ঃ সংৰক্ষিণী সভাৰ প্ৰতিনিধি শ্ৰীৰোহিণী কান্ত বৰুৱাই, এম,-এ, (এডিন) বিলাতত শ্ৰীহট্টক বাদ দিয়া সম্বন্ধে নানান ধৰণৰ প্ৰচেষ্টা কৰে। শ্ৰীবৰুৱাই ভাৰতৰ ষ্টেট ছেক্ৰেটৰি ছাৰ ছেমুৱেল হোৰৰ নিৰ্দেশমতে আণ্ডাৰ ছেক্ৰেটৰি আৰু লৰ্ড কিনেল, ছাৰ ৱাল্টাৰ স্মাইলছ আদি পাৰ্লেয়ামেণ্টৰ বহুজন সদস্যক সাক্ষাৎ কৰে আৰু শ্ৰীহট্ট সম্বন্ধীয় আমাৰ দাবীটো দক্ষতাৰে বুজাই দি এই বিষয়ত তেওঁলোক সকলোৰে সমৰ্থন লাভ কৰে।

অসমৰ পৰা শ্ৰীহট্ট বিচ্ছেদৰ কাৰণে সকলো ধৰণৰ প্ৰচেষ্টা বিফল হোৱাৰ পাছত অম্বিকাগিৰীয়ে সংৰক্ষিণীৰ তৰফৰপৰা বিলাতলৈ উপযুক্ত প্ৰতিনিধি পঠিওৱাত বিশেষ গুৰুত্ব আৰোপ কৰিছিল। ইয়াৰ বাবে ৰাইজৰ পৰা ৰৰঙণি সংগ্ৰহ কৰাত আৰু জনমত গঠন কৰাৰ কাৰণে যত্নৰ ত্ৰুটি কৰা নাছিল। এই সম্বন্ধে তেওঁৰ দৃঢ় যুক্তি আৰু সুদূৰপ্ৰসাৰী দৃষ্টিৰ আভাস পাব পাৰি এই মন্তব্যত ঃ ইয়াৰ আগতে এই বিষয়ত, অসমীয়াৰ জাতীয় মংগলৰ প্ৰতি দায়িত্বহীন অৱহেলাৰ বাবে আমি আত্মহত্যা কৰিছোঁ তিনিবাৰ। এইবাৰ এই কৰ্তব্যৰ আহবান অৱহেলা কৰিলে, পূৰা চাৰিবাৰ আত্মহত্যা কৰি, আমি অসমীয়া জাতি জগতত নিষ্কৰ্মা, বুদ্ধিহীন, অপদাৰ্থ বুলি সম্পূৰ্ণকৈ পৰিচিত হ'ম। এই বিষয়ত আমাৰ যুক্তি, প্ৰমাণ, নজীৰ-নঠিবিলাক ইমান অনুকূল যে আন প্ৰদেশৰ হোৱা হ'লে বহুদিন আগতে এই বিষয়ে এটা মীমাংসা হ'লহেঁতেন।

'প্ৰথমবাৰ আত্মহত্যা ঘটিছে ১৯২৮ চনত অসম উপত্যকাৰ কেজনমান সদস্য কাউন্সিলত উপস্থিত নাথাকি, শ্ৰীহট্ট অসমত থাকিব লাগে বুলি সুৰমা উপত্যকাৰপৰা দিয়া প্ৰস্তাৱটো পাছ হ'বলৈ দিয়াত। দ্বিতীয়বাৰ আত্মহত্যা ঘটিছে, সেই চনতে, শ্ৰীহট্ট অসমৰ পৰা বাদ দি অসমৰ পুনৰ্গঠন কৰিব লাগে বুলি চাইমন কমিশ্যনৰ ওচৰত দাবী কৰিব খোজা 'সংৰক্ষিণী সভা'ৰ চেষ্টা পণ্ড হোৱাত। তৃতীয়বাৰ আত্মহত্যা ঘটিছে, ৰাউণ্ড টেবিল কন্‌ফাৰেন্সত এই দাবী উচিতভাৱে উত্থাপিত নোহোৱাত।

'এতিয়া সকলো পথ বন্ধ হৈ একমাত্ৰ পথ খোলা আছে, বিলাতলৈ ভাল প্ৰতিনিধি পঠাই নতুন ভাৰত-শাসন আইনখনত এটা ধাৰা সন্নিবিষ্ট কৰিবলৈ 'চেষ্টা

কৰা। সেই ধাৰাটো হৈছে এই যে ভৱিষ্যতে কোনো প্ৰাদেশিক কাউঞ্চিলত সৰহ-সংখ্যক সদস্যৰ দ্বাৰা প্ৰস্তাৱ গৃহীত হ'লে, বিলাতৰ পাৰ্লেয়ামেন্টৰ অনুমতি সাপেক্ষ নোহোৱাকৈয়ে ভাৰত গৱৰ্নমেন্টৰ অনুমোদন লৈ কোনো অংশ বাদ দি, নাইবা কোনো অংশ যোগ দি সেই প্ৰদেশৰ পুনৰ্গঠন কৰিব পৰা হ'ব।' এইদৰে সুদীৰ্ঘ এঘাৰ বছৰ ধৰি সংৰক্ষিণীয়ে এই বিষয়ে নানান ধৰণৰ প্ৰচেষ্টা চলায়। ৰায়চৌধুৰীয়ে 'অসম ছাত্ৰ সন্মিলন'কো 'সদৌ অসম শ্ৰীহট্ট বিচ্ছেদ দিন' উদ্‌যাপন কৰাৰ নিমিত্তে গোহাৰি জনাইছিল।

মৌঃ আব্দুল মতিন চৌধুৰীয়ে অসম উপত্যকাৰ মৈমনছিঙীয়া অসমীয়া লাইন উচ্ছেদৰ বাবে এচেমব্লীৰ সভাত উৎথাপন কৰিবলৈ ওলোৱা প্ৰস্তাৱৰ প্ৰতিবাদৰ অৰ্থে সংৰক্ষিণীয়ে প্ৰতিবাদ সভাৰ আয়োজন কৰে। অম্বিকাগিৰী ৰায়চৌধুৰীয়ে এনেবোৰ সভাত সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰি লাইন প্ৰথাৰ সৰ্বনশীয়া ৰূপ দাঙি ধৰে। এই প্ৰসংগতে উল্লেখ কৰিব পাৰি যে এছেমব্লীৰ চিলেটীয়া সদস্য বসন্ত কুমাৰ দাসে 'অসম'ৰ নাম সলনি কৰিবলৈ প্ৰস্তাৱ আগবঢ়োৱাৰ কথা জানি সংৰক্ষিণীৰ সম্পাদক ৰায়চৌধুৰীয়ে পাৰ্লিয়ামেন্টৰী দলৰ নেতা ভোলাভাই দেশাইলৈ এটা জৰুৰী তাঁৰবাৰ্তা পঠিয়ায়।

অসমৰ শিক্ষা-ব্যৱস্থাৰ ক্ষেত্ৰত সংৰক্ষিণীয়ে অগ্ৰণী ভূমিকা গ্ৰহণ কৰে। অসম উপত্যকাত অসমীয়া ভাষাৰ ক্ষতি সাধন কৰি 'অসম উপত্যকা টেক্সট বুক কমিটি'ৰ সলনি 'প্ৰাদেশিক টেক্সট বুক কমিটি' গঠন, 'প্ৰাদেশিক প্ৰাইমাৰী শিক্ষা বোৰ্ড' গঠন, চিলঙৰ শিক্ষা-সন্মিলনত অসম উপত্যকাৰ স্কুল-সমূহত বাংলা ভাষাৰেও শিক্ষা দিব লাগে প্ৰভৃতি বিষয়ে চৰকাৰে লোৱা আঁচনিসমূহৰ তীব্ৰ প্ৰতিবাদ জনোৱা হয়। ২৮ চেপ্তেম্বৰ, ১৯৩৫ খৃঃত ৰঘুনাথ চৌধাৰীৰ সভাপতিত্বত গুৱাহাটীৰ কাৰ্জন হল প্ৰাংগনত অনুষ্ঠিত সভাৰ গৃহীত প্ৰস্তাৱসমূহ ইয়াৰ নিদৰ্শন স্বৰূপে আঙুলিয়াব পাৰি। ইয়াৰ উপৰি অসমত উচ্চ শিক্ষাৰ অৰ্থে গুৱাহাটীত বিশ্ববিদ্যালয় এখন স্থাপন কৰাৰ উদ্দেশ্যে সংৰক্ষিণীয়ে সভা-সমিতি পাতি জনমত গঠন কৰে। বাগ্মীবৰ নীলমণি ফুকনৰ সভাপতিত্বত ৯ ফেব্ৰুৱাৰী, ১৯৩৬ খৃঃত বজালীত 'অসম বিশ্ববিদ্যালয় আৰু সংৰক্ষিণী সভা' সম্পৰ্কে অনুষ্ঠিত সভাত কটন কলেজক কেন্দ্ৰ কৰি গুৱাহাটীতে এখন বিশ্ববিদ্যালয় স্থাপনৰ দলীল আগবঢ়োৱা হয়।

ব্ৰহ্মপুত্ৰ আৰু ইয়াৰ উপনৈসমূহৰ বানে প্ৰতি বছৰে অসমবাসীক জীয়াতু ভোগায়। এই উদ্দেশ্যে বান বিধ্বস্ত অঞ্চলত সাহায্যৰ বাবে এই সংগঠনে 'সংৰক্ষিণী চেন্ট্ৰল ফ্লাড ৰিলিফ কমিটি' আৰু অঞ্চল বিশেষত শাখা সমিতি গঠন কৰে। কামৰূপ, নগাওঁ, শিৱসাগৰ প্ৰভৃতি ঠাইত সংৰক্ষিণীৰ কৰ্মীসকলে জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে সেৱা আগ বঢ়োৱাৰ পৱিত্ৰ দায়িত্ব সম্পাদন কৰে।

খাজনা বৃদ্ধিৰ ফলত সাধাৰণ ৰায়তৰ দুখ-দুৰ্গতি কুলাই-পাচিয়ে নধৰা হয়। খাজনা পৰিশোধ কৰিব নোৱাৰাৰ ফলত পৈতৃক মাটি-ভেটিও হেৰুৱাব লগাত পৰে। সংৰক্ষিণীয়ে ইয়াৰ প্ৰতিও মন দিছিল। সম্ৰাট-সম্ৰাজ্ঞীৰ চিলভাৰ জুবিলী উৎসৱ উপলক্ষ্যে অম্বিকাগিৰী ৰায়চৌধুৰীয়ে টকাত আঠ অনাকৈ খাজনা মাফ দিবলৈ গোহাৰি জনাই গৱৰ্ণৰ ৰায়বাহাদুৰলৈ এইদৰে আবেদন জনাইছিল: অসম গৱৰ্ণমেন্টৰ ওচৰত অবিদিত নাই যে অতিৰিক্ত নিৰিখত লগোৱা মাটিৰ খাজনাৰ বোজা বহন কৰিবলৈ অসমৰ্থ হোৱাৰ ফলত অসমীয়া ৰায়তৰ সাতামপুৰুষীয়া পট্টাৰ মাটি হাজাৰে হাজাৰে প্ৰকাশ্য আদালতত নাম মাত্ৰ বা কুৰিভাগৰ এভাগ মূল্যত প্ৰতি বছৰে নীলাম হৈয়ে আছে। আৰু শই শই পট্টাৰ মাটি নীলাম কৰিলেও নামেই সেই মাটি ৰাখি তাৰপৰা আন নানা উপায়ে খাজনা আদায়ৰ চেষ্টা চলিয়েই আছে। অকল এয়ে নহয়, অসমীয়া ৰায়তৰ ভাত-পানী খাবলৈ যি দুই-এখন সাজ-বাচন, পিন্ধি লাজ-সম্মান ৰক্ষা কৰিবলৈ যি দুই-এখন কাপোৰ, দুই-একপদ গহনা, মাটি চহাবলৈ যি দুই একহাল গৰু আছিল সকলোখিনিৰ ওপৰতেই খাজনা দায়ৰ নিৰ্মম শাসন প্ৰহাৰত অসমীয়া ৰায়ত আজি জুৰুলা-জুপুৰা, নিঃস্ব, নিঃসম্বল। অসমৰ গাৱেঁ-গাৱেঁ ঘৰে-ঘৰে সেইবাবে আজি মৰ্মভেদী ত্ৰাহি ত্ৰাহি আৰ্তনাদ।

'সেইবাবে মহামান্য ভাৰত-সম্ৰাজ্ঞীৰ চিলভাৰ জুবিলী উপলক্ষ্যে ৰাজভক্ত প্ৰজাৰ এই আনন্দৰ দিনত গাৱেঁ-ভূয়েঁ, সভাই-সমিতিয়ে, বাতৰি-কাকতে, কাউঞ্চিলে, সকলোতে একে মুখে ওলাই থকা অসমীয়া ৰায়তৰ মৰ্মভেদী প্ৰাৰ্থনাৰ প্ৰতি অসম গৱৰ্ণমেণ্টে সহৃদয়তাৰে মন দি মাটিৰ খাজনা টকাত আঠ অনাকৈ কমাই দি এফালে জৰ্জৰিত ৰায়তৰ ৰাজভক্তি ঘণীভূত আৰু সুগভীৰ কৰি, আনফালে অসমীয়া ৰায়তৰ অন্তৰত ৰাজ-প্ৰতিনিধি চাৰ মাইকেল কীণৰ প্ৰতি অক্ষয় কৃতজ্ঞতা সৃষ্টি কৰিবলৈ প্ৰাৰ্থনা জনালোঁ।'

ব্যৱসায়-বাণিজ্যৰ ক্ষেত্ৰত অসমীয়া ব্যৱসায়ীক উৎসাহ-উদ্দীপনা যোগোৱাৰ উপৰি সংৰক্ষিণীয়ে চৰকাৰী, বে-চৰকাৰী, কেন্দ্ৰীয় কাৰ্যালয়সমূহত অসমীয়া লোকৰ মকৰলৰ ওপৰত গুৰুত্ব আৰোপ কৰে। এই উদ্দেশ্যে সংৰক্ষিণীৰ কৰ্মীদলে চৰকাৰৰ প্ৰতিটো বিভাগত, ৰেলৱে, তেল-কোম্পানী, চাহ-বাগিচা, কয়লা কোম্পানী, ডাক-তাৰ বিভাগ ইত্যাদিত অসমীয়া কৰ্মচাৰীৰ বিৱৰণ সংগ্ৰহ কৰে। থলুৱা লোকে যাতে চাকৰিৰপৰা বঞ্চিত নহয় তাৰ বাবে সংৰক্ষিণীয়ে জনমত গঠন কৰি সময়ে সময়ে সংশ্লিষ্ট কৰ্তৃপক্ষক হেচাঁ দিয়ে। এই ক্ষেত্ৰত ৰায়চৌধুৰীয়ে এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল। তেওঁ দৃঢ়ভাৱে বিশ্বাস কৰিছিল সংৰক্ষিণীৰ এই তন্ত্ৰৰ ওপৰত: সংৰক্ষিণীয়ে আজি ভালদৰে বুজিছে যে অসমীয়া জাতিৰ জাতীয়তা নিৰ্ভৰ কৰিছে আত্মবিশ্বাস আৰু অসাম্প্ৰদায়িক হিচাপে কাম কৰিব পৰা ক্ষমতাৰ ওপৰত।

## সংৰক্ষিণীৰ উত্তৰণ

অম্বিকাগিৰী ৰায়চৌধুৰী আছিল সংৰক্ষিণীৰ প্ৰাণকেন্দ্ৰস্বৰূপ। ১৯২৬ খৃঃৰপৰা ১৯৩৬-৩৭ খৃঃলৈকে অসমৰ জাতীয় আৰু জ্বলন্ত সমস্যাবোৰ সংৰক্ষিণীৰ মাধ্যমেৰে সমাধান কৰিবলৈ অহোপুৰুষাৰ্থ কৰা অম্বিকাগিৰীয়ে, 'চেতনা' আৰু ১৯৩৫ খৃঃৰপৰা সংৰক্ষিণীৰ মুখপত্ৰ ৰূপে 'ডেকা অসম' প্ৰকাশ কৰা ৰায়চৌধুৰীয়ে সংৰক্ষিণীৰ সমাপ্তি ঘটাই 'অসম জাতীয় মহাসভা'ৰ সংগঠন কৰাৰ কাৰণ কি সেই বিষয়ে কৌতূহল হোৱা স্বাভাৱিক। কিন্তু সংৰক্ষিণী আৰু জাতীয় মহাসভাৰ উদ্দেশ্য বা লক্ষ্য পৃথক নহয়, বৰং ক'ব পাৰি 'জাতীয় মহাসভা' সংৰক্ষিণীৰেই বহল কাৰ্যক্ষেত্ৰ।

ৰায়চৌধুৰীয়ে বিচাৰিছিল সৎ আৰু আন্তৰিক প্ৰচেষ্টাৰে সংৰক্ষিণীয়ে জাতীয় জীৱনৰ সমস্যাবোৰৰ সমাধানাৰ্থে যত্নপৰ হওক। কিন্তু এক সুবিধাবাদী শ্ৰেণীয়ে সংৰক্ষিণীৰ নামত ভুল প্ৰচাৰ, গাঁৱৰ ৰাইজৰপৰা বৰঙণি আদি সংগ্ৰহ কৰি আত্মসাৎ

কৰা, ইয়াক ৰাজনৈতিক মঞ্চৰূপে ব্যৱহাৰ কৰি নিজকে প্ৰতিষ্ঠা কৰাৰ সপোন দেখা কাৰণে ৰায়চৌধুৰীয়ে গভীৰ মনোবেদনা পাইছিল। ফলত সংৰক্ষিণীৰ সমাপ্তি ঘটাবলৈ তেওঁ বাধ্য হৈ পৰিছিল। এই বিষয়ে সমকালীন বাতৰি কাকত-বোৰত নানান তথ্যমূলক বাতৰি পৰিবেশিত হৈছিল।

জাতি-বৰ্ণ, ধৰ্ম, উচ্চ-নীচৰ শৃংখলা ছিগি অসমত বাস কৰা প্ৰতিজন নিবাসীয়ে অসমক জাতীয় ঘৰৰূপে গ্ৰহণ কৰি ইয়াৰ সৰ্বতোভাবে কল্যাণ সাধনত ব্ৰতী হোৱাটোকেই ৰায়চৌধুৰীয়ে সংৰক্ষিণীৰ দৰ্শন ৰূপে গণ্য কৰিছিল। সংৰক্ষিণীৰ জাতীয় সংগঠনৰ বিষয়ে এঠাইত (তৰুণ অসম, ২৫ জানুৱাৰী, ১৯৪২ খৃঃ) তেওঁ এইদৰে কৈছেঃ অসমত অসমীয়াৰ জাতীয় ধৰ্ম হিন্দু-বৌদ্ধ, মুছলমান, খৃষ্টিয়ান, ট্ৰাইবেল বুলি একো নাথাকিব। অসমীয়াৰ একমাত্ৰ ধৰ্ম হ'ব দেশাত্মবোধক 'অস-মীয়া ধৰ্ম', অসমীয়াৰ একমাত্ৰ সাধনা হ'ব অসম দেশ আৰু সৰ্বাৱয়ৱ পৰিপুষ্ট অসমীয়াৰ জাতীয়-জীৱন, অসমীয়াৰ একমাত্ৰ লক্ষ্য হ'ব প্ৰখৰ দেশাত্মবোধ, জাতি-বৰ্ণ নিৰ্বিশেষে অসমৰ মাটি-পানীত জীৱন-মৰণ ওত-প্ৰোত হৈ থকা বিৰাট অসমীয়া জাতিৰ কঠোৰ শৃংখলিত সংঘবদ্ধতা; অসমীয়া মাত্ৰকৰে ভিতৰত একাত্মবোধ; নাথাকিব ইয়াত উচ্চ-অনুচ্চ, ধনী-নিৰ্ধনী, ডাঙৰ-সৰুৰ জন্মগত আৰু সুবিধাগত বিবেচনা। নিজ জাতীয় ঘৰত হিন্দু, বৌদ্ধ, মুছলমান, খৃষ্টিয়ান, ট্ৰাইবেল, চিডি-উল্ড আদি ধৰ্মগত নামবিলাক প্ৰত্যেক অসমীয়াই ব্যক্তিগতভাৱে নিজৰ ভিতৰত আবদ্ধ ৰাখি, জাতীয়ভাবে আহোম, কছাৰী, কোচ, বামুণ, কলিতা, কেওট, কায়স্থ, নমোশূদ্ৰ আদি সকলোৱে হ'ব মাত্ৰ অসমীয়াৰ জাতীয় পৰিয়ালত অসম মাতৃৰ একোজন সহোদৰ ভাই। সেইবাবে, চিৰকাল ধৰ্ম আৰু জন্মগত বিধানৰ নামত চলি থকা যি ঘৃণা-বিদ্বেষে ইমান দিনে অসমীয়াৰ জাতীয় শক্তিৰ ওপৰত অভিশাপ বৰষি তাক জুৰুলা কৰিছিল, সেই ধৰ্ম আৰু জন্মগত জাতি-খেলৰ কলুষিত ক্ষেত্ৰৰ-পৰা টানি আনি দেশখনৰ মুকলি উৰ্বৰ মাটি-পানী, সৰস বা-বতাহৰ নাড়ীৰ লগত তাৰ নিবিড় সম্বন্ধ স্থাপন কৰি দেশাত্মবোধক কৰি ল'লে, সেই দেশ আৰু সেই জাতিৰ গৌৰৱসম্পন্ন স্থিতি সম্বন্ধে নিখুঁতকৈ নিশ্চিন্ত হ'ব পাৰি। কাৰণ দেশখনৰ মাটি-পানীৰ লগত ওতঃপ্ৰোত হৈ থকা দেশাত্মবোধকধৰ্মী জাতি এটা হিংসা-ঘৃণাৰে নিজৰ ভিতৰত ছিন্-ভিন্ হৈ দুৰ্বল হৈ আনৰ আক্ৰমণত সেও হৈ পৰাৰ সম্ভাৱনা অতি কম। এয়ে 'সংৰক্ষিণী ফিলছফী'ৰ ঘাই তত্ত্বৰ এডোখৰ।

শ্ৰীহট্টবাদ, অবাধ ইমিগ্ৰেছন বন্ধ, ডমিছাইল্ড, লাইন প্ৰথা, অসমৰ সৰ্ববিভা-গত অসমীয়াৰ অধিকাৰ প্ৰতিষ্ঠা প্ৰভৃতি সমস্যাবোৰৰ সমাধান আৰু জাতি-সং-গঠনৰ প্ৰচেষ্টাবোৰ সংৰক্ষিণীৰ মাজেৰে কাৰ্যকৰী কৰিবলৈ গৈ আংশিকভাবে সফল নোহোৱা নহয়, কিন্তু ইয়াৰ লগে লগে ৰায়চৌধুৰীয়ে লাভ কৰিছিল অনেক তিতা-কেহা অভিজ্ঞতাও। অসম আৰু অসমীয়া জাতিৰ কল্যাণৰ হকে প্ৰাণ আহু-তি দিয়া অম্বিকাগিৰীয়ে বিফলতাৰ মাজতো কেতিয়াও সফলতাৰ স্বপ্ন ভংগ হ'ব দিয়া নাছিল। 'বাহিৰৰ আক্ৰমণ আৰু নিজৰ ভিতৰৰ নীচ-হীনতাৰ দুৰ্বলতাত নিৰাশ হোৱা অসমীয়া জাতিক সংগঠিত কৰি লোৱাৰ বাহিৰে অসমত তাৰ আত্ম-ৰক্ষা আৰু আত্মপ্ৰতিষ্ঠাৰ আন একো পথ নাই' বুলি বিশ্বাস কৰা অম্বিকাগিৰীয়ে সেয়ে সংৰক্ষিণীৰ আধৰুৱা কামৰ পূৰ্ণ ৰূপ দিব বিচাৰিছিল 'অসম জাতীয় মহা-



সভা'ৰ যোগেৰে। সেয়ে তেওঁ পৰম বিশ্বাসেৰে অসমবাসীৰপৰা বিচাৰিছিল অকুণ্ঠ সহায়-সহযোগঃ গন্তব্য লক্ষ্যত গৈ উপস্থিত হ'বলৈকে অসমীয়া ৰাইজৰপৰা আৱশ্যক ধন-শক্তি আৰু কৰ্ম-শক্তিৰ অকাতৰ ত্যাগৰ ভিত্তিৰ ওপৰতেই বিস্তীৰ্ণ ভূমি একোডোখৰত জাতি একোটাৰ সৰ্বাৱয়ৱ পৰিপুষ্ট জাতীয় জীৱন একোটা গঢ়ি উঠে; প্ৰতিষ্ঠিত হয় আৰু একমাত্ৰ সেই ত্যাগশক্তিৰেই আনৰ আক্ৰমণৰপৰা তাক ৰক্ষা কৰিব লাগে। (তৰুণ অসম)। ইয়াৰ পাছত সংৰক্ষিণীয়ে 'অসম জাতীয় মহাসভা'ৰ মাজেৰে কিদৰে উত্তৰণ কৰিলে, সেয়া এক বেলেগ অধ্যায়।

# অম্বিকাগিৰী আৰু অসম জাতীয় মহাসভা

ভগগিৰী ৰায়চৌধুৰী

অসমত অসমীয়া জাতি-সত্তাৰ মহিমামণ্ডিত স্থিতি অবিচল ৰখাৰ কাৰণে ইং ১৯২৬ চনত অসম কেশৰী অম্বিকাগিৰীয়ে যি সংৰক্ষিণী সভা গঠন কৰিছিল, সেই সভাৰ পৰা তেওঁ নিজে ১৯৩৬ চনত ওলাই আহে প্ৰধান সম্পাদকৰ পদ ত্যাগ কৰি। সংৰক্ষিণী সভাৰ অত্যুৎসাহী কৰ্মী একাংশৰ নিয়মানুৱৰ্তীতাহীন আচৰণেই তেওঁৰ সংৰক্ষিণী সভা ত্যাগৰ কাৰণ আছিল। ইয়াৰ কাৰণ ব্যাখ্যা কৰি দ্বিতীয় বছৰ ২৫শ সংখ্যা 'ডেকা অসম'ত ৰায়চৌধুৰীয়ে 'সংৰক্ষিণীৰ ভাৰ কিয় এৰি দিলোঁ' শিতানেৰে লিখিছিল--'ইং ১৯২৪ চনত গৱৰ্ণমেণ্টৰ দ্বাৰা মোৰ 'শতধাৰ' নামৰ পুথিখনি বাজেয়াপ্ত হৈ জৰিমনাৰে সৈতে দ্বিতীয়বাৰ জেল হোৱাৰ পাছত, অসমৰ কেইখনমান ঠাই ফুৰি দেখিলোঁ যে যিবিলাক ঠাইত ১৯২০ চনত 'অসহযোগ-যুদ্ধ'ৰ বক্তৃতা দি ৰাইজক উতলা কৰি তুলিছিলোঁ সেই ৰাইজে কংগ্ৰেছৰ নামকে শুনিব নোখোজা হৈছে, মহাত্মা গান্ধীৰ নামত অৰুচি জন্মিছে, গাওঁত আৰু নিজ নিজ ঘৰত ভলণ্টিয়াৰসকলৰ শেষ নোহোৱা দুৰ্দশা আৰু আমাৰ প্ৰতিও অ-সহনীয় অনাদৰ ঘটিছে। তেতিয়া চিন্তা হ'ল যে ৰাইজে এই তিনি বছৰ আগতে কংগ্ৰেছ আৰু মহাত্মা গান্ধীৰ নামত হাজাৰে হাজাৰে হাঁহিমুখে জেললৈ গৈছিল, সেই ৰাইজৰ আজি এনে হ'ল কিয়? কাৰণ অনুসন্ধান কৰি বুজিলোঁ, ১৯২০ চনৰ ভাৱটো, উপকৰুৱাকৈ ক্ষণিকৰ উত্তেজনা হিচাপেহে অসমীয়া ৰাইজৰ মনত সোমাইছিল, অন্তৰৰ গভীৰতাৰ লগত সি চিনাকি হ'ব পৰা নাছিল। সেইবাবেই এই প্ৰতিক্ৰিয়া অনুসন্ধান কৰোঁতে কৰোঁতে ক্ৰমে স্পষ্ট হৈ আহিল যে অসমীয় ৰাইজৰ মনোবৃত্তিটো অকল ইংৰাজ-ৰাজৰ গোলামিতে ভাৱাক্ৰান্ত হোৱা নাই, ভাৰতৰ আন প্ৰদেশৰ উৎসাহী যোগ্য কৰ্মী লোকসকলৰ দ্বাৰাও সি অধিকৃত হৈছে আৰু এইসকল ভাৰতীয় হৈছে ধনে-জনে, বুদ্ধি-কৌশলে অসমৰ শক্তিশালী আৰু অসমীয়া ৰাইজৰ গোলামি মনোবৃত্তি পৰিপুষ্ট কৰি ৰখাত ইংৰাজ-ৰাজৰ সহযোগী। তেতিয়া আৰু এই চিন্তাত মোৰ মন বিশেষ জোৰেৰে আকৃষ্ট হ'ল যে এই তিনি চাৰি তৰপৰ গোলামি মনোবৃত্তিৰ পৰা অসমীয়া ৰাইজক মুক্ত কৰিব নোৱাৰিলে স্বৰাজ-যুদ্ধৰ গধুৰ আৰু কঠোৰ দায়িত্বটো অসমীয়াই কেতিয়াও আন্তৰিকতাৰে হৃদয়ংগম কৰিব নোৱাৰিব, সেই ১৯২০ চনৰ দৰে উপকৰুৱা ভাৱেই থাকিব। তেতিয়া মই বিশেষ চেষ্টাৰে অসমীয়া মানুহবিলাকৰ আৰ্থিক-অৱস্থা, কৰ্ম-প্ৰৱণতা, বেহা-বেপাৰ, মাটি-বাৰী, আত্মৰক্ষাৰ যোগ্যতা, দায়িত্বজ্ঞান, জাতীয়-জীৱন, জাতীয়-ভাৱ, দৃঢ়তা, অসমীয়া ভাষাৰ ভৱিষ্যত, অসমীয়াৰ লোকসংখ্যা, স্বভাৱ-চৰিত্ৰ, ভৱিষ্যত অসমত অসমীয়াৰ ঠাই, অসমীয়াৰ কাৰবাৰ-ব্যৱসায়, চাকৰি-বাকৰি, জাতীয় আকাংক্ষা সকলোবিলাক সাধ্যানুসাৰে জুখি-মাখি চাই পালেঁ, অসমৰ মাটি-বাৰীৰ আচলতে আঠভাগৰ প্ৰায় পাঁচভাগেই আনৰ, মাত্ৰ তিনি ভাগহে অসমীয়াৰ।



অসমৰ বেহা-বেপাৰ আৰু শ্ৰম-শিল্পৰ ক্ষেত্ৰত অসমীয়া লোকৰ ধন আৰু শ্ৰমৰ পৰিমাণ শতকৰা মাত্ৰ দুভাগ। অসম গৱৰ্ণমেণ্ট, ৰেলৱে, জাহাজ, তেল-পুং, চাহ-বাগিছা আদি সকলোতে অসমীয়াৰ সংখ্যা শতকৰা মাত্ৰ প্ৰায় ২৫ জন আৰু সকলোৰে ওপৰত জাতীয় চেতনা, জাতীয়-চৰিত্ৰ আৰু জাতীয়-আত্মসম্মানত অসমীয়া দুৰ্বল। তেতিয়া, অসমীয়াৰ এইবিলাক জাতীয়-সমস্যা সমাধানৰ উপায়-স্বৰূপে, এইকেইটা কথা বিশেষ দকৈ মোৰ মনত সোমাল--কথাকেইটা হৈছে--(১) শ্ৰীহট্ট বাদ দিয়া (কাৰণ ভাষিক হিচাপে ই বংগদেশৰ প্ৰতিভূ) (২) অসমীয়াৰ ভৱিষ্যত সতি-সন্ততিৰ বাবে যথেষ্ট পৰিমাণে মাটি ৰিজাৰ্ভ কৰি ৰাখি ইমিগ্ৰেছন বন্ধ কৰা (৩) স্থায়ী বিদেশীসকলক (অনা-অসমীয়া) তেওঁলোকৰ দ্বাৰা অসমক নিজ মাতৃ-ভূমি বুলি গ্ৰহণ কৰাই তেওঁলোকৰ স্বাৰ্থ অসমীয়াৰ জাতীয় স্বাৰ্থৰ লগত সংশ্লিষ্ট কৰি লোৱা আৰু সৰ্বোপৰি (৪) কৰ্মৰ প্ৰতি অনুৰাগ বঢ়াই অসমীয়াৰ স্বাভাৱিক এলেহুৱা স্বভাৱ নষ্ট কৰা (৫) জীৱিকা-নিৰ্বাহৰ উন্নত আদৰ্শ গ্ৰহণ কৰোৱা (৬) উন্নত জাতীয়-চৰিত্ৰ গঠনৰ ভিতৰেদি অসমীয়াৰ মাজত প্ৰৱল জাতীয় ভাৱ জগাই তোলা আৰু (৭) দাঁতি-কাষৰীয়া পৰ্বতীয়া জাতিসমূহক লৈ সবল অসমীয়া জাতি সংগঠন কৰি তোলা আৰু এইকেইটা সমস্যাৰ সমাধান নহ'লেযে অসমত অসমীয়া জাতিৰ ভৱিষ্যত ঘোৰ অন্ধকাৰ, তাকো পৰিষ্কাৰকৈ বুজি পালোঁ।'

অসমীয়াৰ জাতীয়-জীৱনৰ ভৱিষ্যত সম্পৰ্কে এনেদৰে হৃদয়ংগম কৰিয়েই ৰায়চৌধুৰীয়ে 'অসম সংৰক্ষিণী সভা' স্থাপন কৰি অসমত অসমীয়াৰ আঞ্চলিক ৰাজ্যিক অধিকাৰ সংৰক্ষণৰ কাৰণে অহোপুৰুষাৰ্থ কৰিছিল। সেই একেদৰেই সংৰক্ষিণী সভাৰ কাৰ্যভাৰ এৰি দিয়াৰ পাছত যেতিয়া দেখা গ'ল যে অসমীয়াৰ জাতীয় অধিকাৰ, জাতীয়-স্বাৰ্থ ইত্যাদি ৰক্ষাৰ হকে মাত মাতোঁতা ৰাজহুৱা অনুষ্ঠান-প্ৰতিষ্ঠান ক্ৰমে ক্ৰমে এটাও নোহোৱা হ'ল অথচ অসমীয়াৰ জাতীয়-ভৱিষ্যতটো সৰ্ববিপদমুক্ত কৰি ৰাখিবলৈ সংৰক্ষিণী সভাৰ জৰিয়তে অতন্দ্ৰ প্ৰহৰীৰ দৰে সজাগ-সচেতন হৈ থকা অম্বিকাগিৰীৰ নিচিনা ব্যক্তিত্ব আন কোনোৱেই ক'তো মূৰ তুলি থিয় নিদিলে, তেতিয়া অসমীয়া ৰাইজৰ একান্ত আগ্ৰহত অসম কেশৰী ৰায়চৌধুৰী আকৌ ওলাই আহিল ৰাইজৰ মাজলৈ, তেওঁৰ 'সংৰক্ষিণী-দৰ্শন'ৰ মন্ত্ৰ উচ্চাৰি প্ৰতিষ্ঠা কৰিলে নতুন এটি জাতীয় সংগঠন--'অসম জাতীয় মহাসভা'। ব্যাখ্যা অনুসাৰে এই মহাসভা কোনো ৰাজনৈতিক দল নাছিল। ই আছিল অসমৰ সন্মিলিত অসমীয়া মহাজাতীয়তাৰ প্ৰতীক স্বৰূপ, এটি কালজয়ী জাতীয় সংগঠন।

ডেকা অসমৰ ৬ষ্ঠ বছৰ, ১৯শ সংখ্যাত 'অসম জাতীয় মহাসন্মিলন' শিতানেৰে এই বিষয়ে অম্বিকাগিৰীয়ে লিখিছিল এইদৰে--'অসমৰ কছাৰি, মিৰি, লালুং, খাছিয়া, গাৰো, নগা, কলিতা, চুতিয়া, কোচ, মণিপুৰী আদি মূল জাতি আৰু আহোম, বামুণ, কায়স্থ আদি পাছত আহি ৰাজক্ষমতা বা সমাজ-ক্ষমতা চলাই মিলি থকা লোক-সংঘ আৰু তাৰ পাছত আহি নেপালী, মৈমনছিঙীয়া, পাঞ্জাবী, বিহাৰী, মাৰোৱাৰী আদি স্থায়ী হোৱা লোক-সমষ্টিৰ, অসম দেশ আৰু অসমীয়া ভাষাক কেন্দ্ৰ কৰি গঠিত হোৱা সমগ্ৰ সংঘবদ্ধতাৰ বাহিৰে যে অসমত অসমীয়াৰ জাতীয় স্বাৰ্থ সংৰক্ষণ, পৰিপালন আৰু সংগঠনৰ আন একো উপায় নাই, সেই-কথা সৰ্বতোভাৱে উপলব্ধি কৰি সংৰক্ষিণী সভাই নিয়মতন্ত্ৰ আৰু নীতি ৰচনা

কৰি ১৯২৬ চনৰ পৰা ১৯৩৫ চনলৈ পূৰা দহবছৰ নেৰানেপেৰাকৈ কাম কৰে। কিন্তু কু-গ্ৰহৰ উপদ্ৰৱত ১৯৩৬ চনত সংৰক্ষিণীৰ কাৰ্য প্ৰণালী কিছুদিনলৈ বন্ধ ৰাখি ডেকা অসমৰ জৰিয়তে তাৰ তত্ত্ব আৰু সত্য প্ৰচাৰ কৰি, সেই উদ্দেশ্য আৰু কৰ্ম-পদ্ধতিকে গ্ৰহণ কৰি সেই চনতে কবি বন্ধু ৰত্নকান্ত বৰকাকতী ডাঙৰীয়াৰ যত্নত নগাৱঁৰ ঢিং অঞ্চলত আঠখন মৌজাৰ যি বিৰাট সভা পতা হয়, তাতেই গুৱাহাটীত হেড্ অফিচ ৰাখি 'অসম জাতীয় মহাসভা' নামে অনুষ্ঠানখন পতা হয়।

অসম জাতীয় মহাসভাত উৎসাহী কৰ্মীৰূপে যোগদান কৰা গোবৰ্দ্ধনৰ বত্নধৰ শৰ্মাৰ যত্নত অতি সোনকালেই অসমৰ, বিশেষকৈ কামৰূপ আৰু দৰঙৰ গ্ৰামাঞ্চলত অসম জাতীয় মহাসভাৰ ভালেমান শাখা গঠিত হ'বলৈ ধৰে। সেই সময়ছোৱাত অসমৰ ১৯৪১ চনৰ লোকপিয়ল বা চেঞ্চাচৰ কাম আৰম্ভ হৈছিল। ইংৰাজ চৰকাৰে অসমত 'জন-গণনা'ৰ ব্যৱস্থা কৰাৰ সময়ৰ পৰাই অৰ্থাৎ ১৯৪১ চনৰ চেঞ্চাচৰ আগৰ লোক পিয়লৰ ক্ষেত্ৰতো একশ্ৰেণীৰ অসমীয়া জাতীয়তা-বিৰোধী ইংৰাজ-ভক্ত ৰাজবিষয়া আৰু স্বাৰ্থান্বেষী চক্ৰৰ লোকৰ যত্নত অসমলৈ অসমৰ বাহিৰৰ পৰা আহি থকা পমুৱা মৈমনছীঙিয়া হিন্দু-মুছলমান বঙালী, চাহ বাগিছাৰ বনুৱা সম্প্ৰদায়ৰ লোক, মাৰোৱাৰী, পাঞ্জাবী, বিহাৰী আদি ভাৰতৰ অন্যান্য প্ৰান্তৰ লোকসকলৰ জনসংখ্যাৰ তুলনাত অসমীয়া ভাষী মানুহৰ সংখ্যা কম বুলি 'চেঞ্চাচ ৰিপোৰ্ট' বিলাকত লিপিবদ্ধ কৰাবলৈ চেষ্টা কৰা হৈছিল। অম্বিকাগিৰীয়ে অসমৰ লোক পিয়লৰ মাধ্যমেৰে অসমত অসমীয়াৰ জাতীয় অধিকাৰৰ বিৰুদ্ধে উত্তৱ হ'ব পৰা বিপদৰ কথা উপলব্ধি কৰি 'সংৰক্ষিণী সভা'ৰ কাৰ্যভাৰ এৰি দিয়াৰ পাছতো 'ডেকা অসম' কাকতৰ মাৰফতে সেই বিষয়ে অসমবাসী ৰাইজক সকিয়াই দি আছিল। লগতে তেওঁ সকলো শ্ৰেণীৰ অসমবাসী জনসাধাৰণৰ মাজত 'অসম শিক্ষা প্ৰচাৰ সমিতি'ৰ আঁচনি তুলি ধৰি অসমীয়া ভাষাৰ পঢ়াশালী স্থাপন কৰি অসমীয়া ভাষাৰ আলিংগনেৰে সকলোকে সামৰি লৈ অসমীয়া জাতি-সত্তাৰ ভেটি নিকপকপীয়াকৈ গঢ়ি থৈ যোৱাৰ গঠনমূলক কৰ্ম-পদ্ধতি অনুশীলন কৰিছিল। তেওঁ যত্ন কৰিছিল যে শিক্ষা প্ৰচাৰৰ লগে লগে শিক্ষকসকলকেই জাতিৰ সেৱাত সেৱাব্ৰতী কৰ্মী হিচাপে গঢ়ি তুলিব আৰু তেওঁলোকৰ অৱলম্বনত সৰ্বসাধাৰণৰ মাজত এনেধৰণে সাংগঠনিক কাম চলাব, যাতে লোক-পিয়লত অসমীয়াক অসমত সংখ্যালঘু সাব্যস্ত কৰিবলৈ বিচৰাসকলৰ প্ৰচেষ্টা পণ্ড কৰিব পৰা যায়। অনা-অসমীয়া ভাষী স্থায়ী অসমবাসীসকলৰ মাজত অম্বিকাগিৰীয়ে স্থাপন কৰোৱা পঢ়াশালীৰ চানেকি স্বৰূপে গুৱাহাটীৰ মণিপুৰী-বস্তিত আজিও চলি থকা প্ৰাথমিক বিদ্যালয় খনিলৈ আঙুলিয়াব পাৰি। অৱশ্যে পা-পইচাৰ অভাৱ আৰু সেৱাধৰ্মী নিস্বাৰ্থ শিক্ষক-কৰ্মীৰ অভাৱত ৰায়চৌধুৰীৰ সেই কৰ্মধাৰা নিস্তেজ হৈ লোপ পায়। যদিও সৰ্বাত্মকভাৱে অসমত অসমীয়াৰ সকলোবিধ সামূহিক জাতীয়-স্বাৰ্থ ৰক্ষাৰ হকে, স্ব-প্ৰণোদিত দায়িত্ব বহনকাৰী শক্তিশালী সংগঠন স্বৰূপে মূৰ তুলি উঠে অসম জাতীয় মহাসভাই। ১৯৪১ চনৰ চেঞ্চাচৰ সময়ত অসমত কোন পৰিস্থিতি বিৰাজ কৰিছিল তাৰ বিৱৰণি ১৭।৩।৪১ ইং তাৰিখে গুৱালপাৰা জিলাৰ ধুবুৰী মহকুমাৰ ৰাজাহিল্চ্ আৰু গাৰোহিল্চৰ কৰাইবাৰী পৰগণাৰ গোপালপুৰ গাৱঁত অসম



অসম জাতীয় মহাসভাৰ ৩য় অধিবেশন, ১৯৩৮ চন, সভা মণ্ডপৰ পৰা ওলাই আহোঁতে অম্বিকাগিৰী



দিল্লীত 'সৰ্বভাৰতীয় সাংস্কৃতিক সংগম'ত প্ৰতিনিধি হৈ যোগদান কৰোঁতে ৰাজেন্দ্ৰ প্ৰসাদৰ লগত অসম সাহিত্য সভাৰ সভাপতি অম্বিকাগিৰী, সম্পাদক কেশৱ নাৰায়ণ দত্ত



বৰপেটাৰ সম্বৰ্ধনাৰ সময়ত পুৰেৰুণ সংঘত



লীজৰ মাটিৰ পৰা উচ্ছেদ হৈ শিলপুখুৰীত নিজৰ ভেটিত অম্বিকাগিৰী, কাষত পুত্ৰ ভৃগুগিৰী, ১৯৫২ চন





অম্বিকাগিৰীয়ে ব্যৱহাৰ কৰা কেতবোৰ সামগ্ৰী







জাতীয় মহাসভাৰ উদ্যোগত হোৱা সভাৰ আলোচনা আৰু তাত গৃহীত প্ৰস্তাৱৰ বিৱৰণিৰ পৰাই বুজা যায়। সেই সভাৰ বক্তাসকলে প্ৰকাশ কৰে—'চেঞ্চাচত এই অঞ্চলৰ কোচ-ক্ষত্ৰিয় সকলে চেঞ্চাচ কৰ্মচাৰী সকলৰ আগত নিজৰ জাতি ক্ষত্ৰিয়, ভাষা অসমীয়া বুলি কোৱা সত্বেও ৰাইজৰ কথা নামানি কোনো কোনো চেঞ্চাচ-কৰ্মীয়ে নিজ ইচ্ছামতে লোকসকলৰ পৰিচয়-লিপিত জাতিত কোচ, ভাষাত বঙালী নাইবা কোচভাষী বুলি লিখি নিয়াত তেওঁলোকৰ মনত আতংকৰ সৃষ্টি হৈছে। বিভা-গীয় চেঞ্চাচ অফিচাৰ সকলৰ ওচৰত দৰ্খাস্ত কৰাৰ স্থলতো আজিলৈকে কোনো বিচাৰ হোৱা নাই। এতেকে সভাই আজিৰ সভাৰ জৰিয়তে গৱৰ্ণৰৰ ওচৰত আপত্তি দৰ্শাবলৈ সিদ্ধান্ত লয়।' ইয়াৰ উপৰি আজিৰ পৰাই আমাৰ লৰা-ছোৱালীবিলাকক বঙলা ভাষাৰে কেতিয়াও শিক্ষা নিদিও আৰু আমাৰ সামাজিক, ব্যক্তিগত কু-প্ৰথা-বিলাক অতি সোনকালে আঁতৰাবৰ নিমিত্তে অহোপুৰুষাৰ্থ কৰিম বুলি ৰাইজে ঘোষণা কৰে। অসম জাতীয় মহাসভাৰ জৰিয়তে এইদৰেই গোৱালপাৰা-গাৰো পাহাৰৰ সেই অঞ্চলৰ তেতিয়াও অসমীয়া ৰাইজৰ মাজত চলাই থকা বঙলা ভাষাৰ প্ৰাথমিক শিক্ষা উঠাই দি অসমীয়া ভাষাৰ শিক্ষা-ব্যৱস্থা প্ৰচলিত কৰিবলৈ দাবী জনাই প্ৰস্তাৱ গ্ৰহণ কৰি চৰকাৰৰ ওচৰত আবেদন জনোৱা হৈছিল। একেদৰে সেই সময়ত বৰপেটাৰ হাউলী অঞ্চলত অসম জাতীয় মহাসভাৰ কৰ্মী বৰ্তমান 'পঞ্চৰত্ন ফাৰ্ম'ৰ স্বত্বাধিকাৰী শ্ৰীযাদৱ চন্দ্ৰ দাস আদিৰ প্ৰচেষ্টাত অসমত নিগাজীকৈ বাস কৰিবলৈ লোৱা পমুৱাসকলে সভা পাতি মুকলি ঘোষণাৰে চেঞ্চাচত নিজক অসমীয়া পৰিচয়েৰে চিহ্নিত কৰিবলৈ সিদ্ধান্ত লৈছিল আৰু আব্দুল ৰৌফ প্ৰমুখ্যে পাকিস্তান-পন্থী বংগ-পাকিস্তানী নেতাৰ দ্বাৰা পমুৱা মুছলমানসকলক বঙালী বুলি লিখাবলৈ কৰা যত্ন ব্যৰ্থ কৰিছিল।

অসমত অসমীয়া লোকৰ জনসংখ্যাৰ ভাৰসাম্য ৰক্ষা কৰা, অসমৰ মাটি-বাৰী সম্পত্তিৰ ওপৰত অসমীয়াৰ জাতিগত অধিকাৰ অক্ষুণ্ণ ৰখা আৰু তাকে কৰিবলৈ অসমলৈ অবাধে পমুৱা আমদানি কৰাত আপত্তি দৰ্শোৱা, অসমৰ অৰ্থ-সামাজিক তথা ৰাজনৈতিক ক্ষেত্ৰসমূহত অসমীয়াৰ জাতীয় অধিকাৰ ৰক্ষাৰ কাৰণে ৰাজ্যিক তথা কেন্দ্ৰীয় চৰকাৰৰ কৰ্তৃত্বাধীন ক্ষেত্ৰসমূহত উপযুক্ত অসমীয়া লোকৰ নিযুক্তি আদিৰ বাবে যত্ন চলোৱা আৰু সৰ্বোপৰি অসমত অসমীয়া ভাষাৰ নিৰ্বি-ৰোধ মৰ্যাদা ৰক্ষাৰ কাৰণে অসমীয়াৰ জাতীয় জনমত গঢ়ি তুলি ৰজাঘৰে-প্ৰজা-ঘৰে, বাহিৰে-ভিতৰে দেশৰ পৰিৱেশ অসমীয়াৰ জাতীয় স্বাৰ্থ ৰক্ষাৰ অনুকূলে বৰ্তাই ৰাখিবলৈ প্ৰয়াস কৰা আদিয়েই অম্বিকাগিৰীৰ অসম জাতীয় মহাসভাৰ কাৰ্য আছিল। তাকে কৰিবলৈ যাওঁতে ৰাজহুৱা সভা আহ্বান, বিবৃতি প্ৰদান, সংশ্লিষ্ট ক্ষেত্ৰসমূহৰ কাৰ্যাধ্যক্ষ সকললৈ পত্ৰ-প্ৰেৰণ, তাঁৰ-বাৰ্তা প্ৰেৰণ, সঁজাতি দল প্ৰেৰণ আৰু স্মাৰক-পত্ৰ দান, সমদল যাত্ৰা পৰিচালনৰ দৰে গণতান্ত্ৰিক পদ্ধতিসমূহৰ সহায় লোৱা হৈছিল। ১৯৩৬-৩৭ চনৰ পৰা ১৯৬৬-৬৭ চনলৈ অম্বিকাগিৰীয়ে এনে পদ্ধতিসমূহৰ মাধ্যমেৰে অসম জাতীয় মহাসভাৰ সাধাৰণ সম্পাদক হিচাপে সম্পাদন কৰা কাৰ্যাৱলীৰ আভাস সেই কালৰ বিবিধ বাতৰি কাকত, (অসমীয়া, ইংৰাজী, বাংলা) আলোচনীত প্ৰকাশিত বিৱৰণি, সমালোচনা, সমৰ্থন নাইবা বিৰোধ আদিৰ বিৱৰণিত লিপিবদ্ধ হৈ আছে।

ভাৰতবৰ্ষৰ পৰাধীনতাৰ কালতে অসমলৈ আৰম্ভ হোৱা পমুৱা আমদানিৰ সন্দৰ্ভত অসমলৈ অহা ৰাষ্ট্ৰীয় নেতা জৱহৰলাল নেহৰুক দিয়া (১) ১৯৩৭ চনৰ স্মাৰক-পত্ৰ (২) ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাৰ পাছত অসমত হোৱা ১৯৫০ চনৰ ভূমিকম্পৰ সময়ত প্ৰধানমন্ত্ৰী নেহৰুৰ হাতত অসমীয়া ভূমিহীন লোকৰ সমস্যাৰ বিৱৰণ দি অসমীয়াৰ জাতীয়-সংকটৰ বিষয়ে দিয়া স্মাৰক-পত্ৰ (৩) অসমৰ ৰাজ্যপাল শ্ৰীশ্ৰীপ্ৰকাশৰ ওচৰত অসমলৈ ঘটা ভাৰত-বিভাজন পীড়িত ভগনীয়াৰ সমাগম সম্পৰ্কত বিঘ্নিত হ'ব খোজা অসমীয়াৰ জাতীয় স্বাৰ্থ সম্পৰ্কীয় স্মাৰক-পত্ৰ (৪) ভাৰত বিভাজনৰ আগতেই অসমৰ ভূমি-সমস্যা সম্পৰ্কে ভাৰতৰ ৰাষ্ট্ৰীয় নেতাসকল আৰু বিশেষকৈ বংগদেশৰ (অ-বিভক্ত) বিধান-পৰিষদৰ নেতাসকলৰ উদ্দেশ্যে প্ৰেৰণ কৰা স্মাৰক-পত্ৰ (৫) ভাৰতবৰ্ষৰ সংবিধান ৰচনাৰ প্ৰাক-কালত ৰাজ্য আৰু কেন্দ্ৰৰ সম্পৰ্কত বিৰোধ নঘটাকৈ ৰাজ্যসমূহত ৰাজ্যৰ থলুৱা অধিবাসীসকলৰ স্বাৰ্থ ৰক্ষা কৰাৰ প্ৰয়োজনত দ্বৈত-নাগৰিকত্বৰ ব্যৱস্থা কৰিবলৈ জনোৱা আবেদন (৬) অসমত বংগ ভগনীয়া সংস্থাপন কৰাৰ বিষয়ত অসমে পঞ্চাশ হাজাৰতকৈ অধিক ভগনীয়াৰ ভাৰ বহন কৰিব নোৱাৰিব বুলি জনাই পুনৰ্বাসন মন্ত্ৰী মোহন লাল চাক্সেনাৰ ওচৰলৈ পঠোৱা স্মাৰক-পত্ৰ (৭) ১৯৫৪ চনত ৰাজ্য পুনৰ্গঠন আয়োগৰ ওচৰত দিয়া স্মাৰক-পত্ৰত অসমক একভাষী অসম-ৰাজ্যৰূপে পুনৰ্গঠন কৰিবলৈ জনোৱা দাবী প্ৰভৃতিত পদে পদে মাথোন এটি কথাই উজ্বলৰূপে জিলিকি আছে, অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীয়ে তেওঁৰ প্ৰাণৰ উমেৰে জীয়াই ৰখা অসম জাতীয় মহাসভাৰ মাজেৰে কেনেকৈ অসমত অসমীয়াৰ স্বাধীকাৰ অটুট ৰাখিবৰ কাৰণে চেষ্টা কৰিছিল। ভাৰতবৰ্ষৰ স্বাধীনতা সংগ্ৰামৰ এগৰাকী আগৰণুৱা যোদ্ধা হিচাপে ৰাজহৱা জীৱন আৰম্ভ কৰিও যেতিয়া অম্বিকাগিৰীৰ দৃষ্টিগোচৰ হ'ল যে অসমীয়াই স্বাধীনতা সংগ্ৰামত অংশ গ্ৰহণ কৰাৰ চেলু লৈ আন এদল স্বাৰ্থান্বেষী ভাৰতীয় লোক অসমলৈ আহি অসমীয়াৰ জাতীয় ভৱিষ্যত অন্ধকাৰ কৰি নিজ স্বাৰ্থ পূৰণৰ বাবে চেষ্টান্বিত হৈছে, তেতিয়া অসমত অসমীয়াৰ জাতীয় স্বাৰ্থ সংৰক্ষণৰ প্ৰয়োজনত 'অসহযোগ' নীতিৰ সন্দৰ্ভত এটি 'সহযোগ-অসহযোগ'ৰ মিশ্ৰিত পদ্ধতি গ্ৰহণেৰে অসমত অসমীয়াৰ জাতীয়-স্বাৰ্থ ৰক্ষাৰ প্ৰতি অধিক মনোযোগ দিবলৈ আৰম্ভ কৰিলে। এই বিষয়ে ৰায়চৌধুৰীয়ে লিখিছে-'সংৰক্ষিণী সভাৰ লক্ষ্য হৈছে অসমত সকলো বিষয়তে অসমীয়াৰ জাতীয়-সত্বাৰ প্ৰাধান্য সাব্যস্ত কৰি অসমত অসমীয়া জাতিৰ পূৰ্ণ-স্বৰাজ স্থাপন কৰা আৰু সংৰক্ষিণী সভাৰ সংজ্ঞামতে গঠিত হোৱা অসমীয়া ৰাইজ-শক্তি আৰু ৰাজশক্তিৰ সহযোগত, এই লক্ষ্যত উপনীত হোৱা। ইয়াত গৱৰ্ণমেন্টৰ লগত সহযোগ আৰু অসহযোগ দুয়োটা আছে। যেতিয়া সভাৰ এই উদ্দেশ্য পূৰণত গৱৰ্ণমেন্টে সহায় কৰে, তেতিয়া সহযোগ আৰু যেতিয়া সহায় নকৰে, তেতিয়া অসহযোগ আৰু এই উদ্দেশ্য সাধনৰ অৰ্থে আৱশ্যক মতে সকলো ৰকমৰ ত্যাগ আৰু দুঃখ লাঞ্চনা ভোগ কৰিবলৈ প্ৰস্তুত থকাৰ ব্যৱস্থাও ইয়াত আছে।' দেশগত পৰিস্থিতিৰ কাৰণেই অম্বিকাগিৰীয়ে এনে নীতি গ্ৰহণ কৰাটো অসমীয়াৰ বাবে অনিবাৰ্য-বিধান বুলি উপলব্ধি কৰিছিল। একেদৰে, অসমলৈ বাধাহীনভাবে অসংখ্য বহিৰাগত আহি অসমীয়া মানুহক জীৱন ধাৰণৰ নায্য প্ৰাপ্যসমূহৰ পৰা বঞ্চিত কৰা কাৰ্যক সকলো দিশৰ পৰা বাধা দিবলৈ



যত্ন চলাই থকাৰ মাজতো, বহিৰাগত সকলৰ যি অংশ লোক অসমৰ অসমীয়া জাতিৰ সৈতে একীভূত হৈ মিলি যাবলৈ ইচ্ছুক, যিসকলে গণ-সমন্বয়ৰ মাজেৰে অসমীয়াৰ সাম্প্ৰদায়িকতাহীন সামূহিক জাতীয়তাৰ শক্তি বৃদ্ধি কৰাৰ কাৰণে আগ্ৰহী, সেইসকলক ভ্ৰাতৃত্বৰ উদাৰ আলিংগনেৰে আকোৱালি লোৱাৰ সপক্ষে নীতি ঘোষণা কৰিছিল-'আহিছা যদি মোৰ লগত এটা হৈ মিলি যোৱা।' অসমীয়াৰ জাতীয়-সত্বা ৰক্ষাৰ বিষয়ত অম্বিকাগিৰীৰ অনুভৱ ইমান বদ্ধপৰিকৰ আছিল যে সেই বিষয়ে তেওঁ কৈছিল-'মোৰ এতিয়াও দৃঢ়-বিশ্বাস যে অসমীয়া জাতিয়ে আন উন্নত জাতি সমূহৰ সমকক্ষ হৈ উঠিব লাগিলে, অসমত চিৰশান্তি স্থাপন কৰি তুলিব লাগিলে, ভুলতে বৰ্তমান নকৰিলেও, ভৱিষ্যতত এই সংৰক্ষিণী নীতিকেই নিখুঁতভাৱে গ্ৰহণ কৰিব লাগিব।'

বাহিৰৰ প্ৰকোপিত প্ৰভাৱৰ ওচৰত নিজস্বতাক অৱদমিত হ'বলৈ নিদিয়া, অথচ বাহিৰৰ সকলো সু-প্ৰভাৱ নিজৰ কোলাত জীণ নিয়াই অসমীয়াৰ স্বকীয় জাতি-সত্বাক কালজয়ীৰূপে সংৰক্ষিত কৰি ৰাখিবলৈ অহোৰাত্ৰি নিষ্পলক ভাবে সতৰ্ক দৃষ্টি ৰাখি সামূহিক অসমীয়া জীৱনটোক অক্ষত মহিমাৰে বৰ্তাই ৰখাৰ প্ৰচেষ্টাত নিয়োজিত থকাটোৱেই হৈছে 'সংৰক্ষিণী নীতি'। এই নীতিকেই সাৰোগত কৰি অসম সংৰক্ষিণী সভাৰ ৰূপান্তৰ অসম জাতীয় মহাসভাখন অম্বিকাগিৰীয়ে সংগঠন কৰাইছিল, অসমত অসমীয়া জাতি-সত্বাৰ অধিকাৰৰ দাবী উত্তোলিত কৰি ৰখাৰ প্ৰয়োজনত। ভাৰতবৰ্ষৰ স্বাধীনতা সংগ্ৰামৰ আদৰ্শৰ সৈতে যে অসম জাতীয় মহাসভাৰ একো বিৰোধ নাই, অসমীয়াৰ জাতীয়-স্বাৰ্থ ৰক্ষাৰ নামত ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ গতি পথত যে অসম জাতীয় মহাসভাই কোনো বাধা নিদিয়ে বৰং অংশগ্ৰহণহে কৰিব সেই কথা অসম কেশৰীয়ে ডেকা অসমৰ সম্পাদকীয় স্তম্ভত মুকলিভাবে প্ৰকাশ কৰিছিল-'এই অসম জাতীয় মহাসভাৰ পট্টনত জাতীয় স্বাধীনতাৰ সংকল্পত কিবা বিঘাত ঘটিব বুলি কংগ্ৰেছী পক্ষৰ পৰা কোনো সন্দেহৰ শিং ফেৰ পাতি উঠাটো উচিত নহ'ব। কাৰণ, এই অসম জাতীয় মহাসভাৰ উদ্দেশ্যও জাতীয় স্বাধীনতাৰ সংগ্ৰামত জয়লাভ কৰা অসমীয়াৰ জাতীয় অস্তিত্ব অসমত সবলকৈ স্থাপন কৰা; কংগ্ৰেছৰ ভাৰতীয় মহাজাতিৰ মুক্তি সংগ্ৰামৰ দৰেই অসমীয়া জাতিৰ মুক্তি-সংগ্ৰামত জয়লাভ কৰাৰ প্ৰচেষ্টা। গতিকে এই অসম জাতীয় মহাসভাই লক্ষ্য আৰু নীতি অবিকৃত ৰাখি অসমীয়াৰ জাতীয়অস্তিত্ব শক্তিশালী কৰি আনিলে তাৰ জাতীয়-দৃঢ়তাৰ দ্বাৰা কংগ্ৰেছ শক্তিৱন্তহে হ'ব। অসমীয়াৰ জাতীয় জীৱনৰ পক্ষৰ পৰা গঠিত হোৱা এই অসম জাতীয় মহাসভা সম্বন্ধে সন্দেহ কৰিবৰ একো কাৰণ নাই, যদিহে তাত 'জাতিটোৰ যি হয় হওক, নেতৃত্বৰ অধিকাৰ নিৰাপদ থাকিলেই হ'ল'- এনে ভাৱ নাথাকে।

অসম জাতীয় মহাসভাই গ্ৰহণ কৰা সংৰক্ষিণী নীতিটো অসমীয়াৰ জাতীয় দেহৰ মংগল সাধন কৰাৰ বাহিৰে ব্যক্তিগত, সম্প্ৰদায়গত বা কোনো দূৰৰ সাম্ৰাজ্যবাদী স্বাৰ্থ-পূৰণৰ সুবিধা বিচৰা নীতি বা তত্ব নহয়। এইকথা আচলকৈ হৃদয়ংগম কৰিলেই অসম জাতীয় মহাসভাৰ বা তাৰ কৰ্মী সকলৰ কংগ্ৰেছ বা আন কোনো অনুষ্ঠানৰ লগত কোনো ধৰণৰ সংঘৰ্ষ ঘটিবৰ কাৰণ গজি নুঠিব।'

আচলতে অসমীয়াৰ জাতীয় স্বাৰ্থ ৰক্ষাৰ প্ৰশ্নত অম্বিকাগিৰীয়ে অসম জাতীয়

মহাসভাক এখন সৰ্বসন্মত ঐক্যবদ্ধ গণমঞ্চৰূপে থিয় কৰাবলৈ বিচাৰিছিল । সেই কাৰণেই ক্ষমতাৰ ৰাজনীতিৰ লগত অসম জাতীয় মহাসভাক জড়িত কৰা নাছিল। অসমীয়া জাতীয় চেতনা দলীয় ৰাজনীতিৰ উৰ্ধত প্ৰতিষ্ঠিত হওক । এয়েই আছিল অম্বিকাগিৰীৰ সপোন, অসম জাতীয় মহাসভাৰ লক্ষ্য । কাৰণ, ৰাজনীতিৰ কথা আহিলেই ভাগ বাটোৱাৰাৰ কথা আহে, সাম্প্ৰদায়িকতাৰ কথা আহে, ক্ষুদ্ৰ ক্ষুদ্ৰ গোষ্ঠীগত যোগ-বিয়োগৰ কথা আহে, সংখ্যালঘু-সংখ্যাগুৰুৰ বিভেদ-বিৰোধৰ কথা আহে, কিন্তু যদি পৰিস্থিতি এনে হয় যে অসমীয়া নামে পৰিচিত সামূহিক জীৱনটো মাথোন একেটা গোট, ইয়াত ৰাজনৈতিক চক্ৰান্তই সৃষ্টি কৰিব পৰা বিবেচনাসমূহ নাই, এই দেশৰ প্ৰতিজনেই এক অসমীয়া সামূহিক জীৱনৰ অন্তৰ্গত আৰু সকলোৰে উপলব্ধিত অসমৰ স্থায়ী অধিবাসী মাত্ৰেই অসমীয়া পৰিচয়ৰ অন্তৰ্ভুক্ত, তেনেহ'লে, অসমত কোনো দিনেই কাৰো সৈতে কোনো পক্ষৰে একো বিৰোধ সংঘটিত নহ'ব । এনে ভাৱৰ দ্বাৰা পৰিচালিত অম্বিকাগিৰীয়ে সেইবাবেই অসমলৈ মৈমনছিঙীয়া আমদানী কৰি ধৰ্মীয় সাম্প্ৰদায়িকতাৰ ভেটিত অসমক সমষ্টিভুক্ত কৰি বেনামী পাকিস্তানৰ অন্তৰ্ভুক্ত কৰিবলৈ বিচৰা বৃটিছ মন্ত্ৰী মিচনৰ গ্ৰুপিং আঁচনিৰ বিৰুদ্ধে অসমৰ জনমত সংগঠন কৰিছিল, প্ৰয়োজন হ'লে গ্ৰুপিং আঁচনিৰ বিৰোধিতা কৰিবলৈ আমৰণ অনশনৰ সংকল্প ঘোষণা কৰিছিল আৰু পাকিস্তানী নেতা মৌলানা ভাছানীয়ে ৬৫ হাজাৰ মুজাহিদ সেনাৰ দ্বাৰা অসমতো প্ৰত্যক্ষ সংগ্ৰাম চলোৱাৰ ভাবুকি দিয়াত অসমীয়াৰ জাতীয় আত্ম-ৰক্ষাৰ বাবে অসম জাতীয় মহাসভাৰ পক্ষৰ পৰা দুইলাখ আত্মৰক্ষাৰ 'অসম আত্মৰক্ষী বাহিনী' গঠনৰ আঁচনি হাতত লৈছিল । অসম জাতীয় মহাসভাই সংগঠন কৰা এই বাহিনীত কোনো সাম্প্ৰদায়িক মনোভাৱ নাছিল । অসমত স্থায়ীভাৱে বসবাস কৰা পমুৱা সকলকো বংগ-পাকিস্তান আক্ৰমণ প্ৰতিহত কৰিবলৈ আহ্বান জনোৱা হৈছিল । অসমীয়াৰ অ-সাম্প্ৰদায়িক ঐতিহ্য অটুত ৰাখি জাতীয় জীৱনৰ শান্তি বিঘ্নিত হ'বলৈ নিদিয়াটোৱেই আছিল অসম জাতীয় মহাসভাৰ যত্ন । তেনে যত্নৰ ফলতেই অসমীয়া মুছলমান নেতা চাৰ মহম্মদ চাদুল্লাই মৌলানা ভাছানীৰ প্ৰত্যক্ষ সংগ্ৰামৰ আঁচনিৰ বিৰোধিতা কৰি অসমীয়া জাতীয় জীৱনক সাম্ভব্য ধ্বংসৰ পৰা ৰক্ষা কৰে । অম্বিকাগিৰীয়ে সেই সময়ত চাৰ চাদুল্লাৰ ওচৰলৈ গৈ আৱেদন জনাইছিল-'ককাইদেউ, অসমৰ ভাগ্য আজি আপোনাৰ হাতত । বংগদেশৰ সাম্প্ৰদায়িকতাৰ নৰক অসমত সৃষ্টি হোৱাত বাধা দিয়ক । অসমত প্ৰত্যক্ষ সংগ্ৰামৰ পাতনি মেলিলে, হিন্দু-মুছলমান নিৰ্বিশেষে আমি সকলো অসমীয়া ধ্বংস হ'ম ।'

ভাৰত বিভাজন হোৱাৰ পাছত স্বাভাৱিকতেই পূৰ্ববংগৰ পমুৱা মুছলমানৰ অসম আগমনৰ গতি মন্থৰ হয় যদিও, পাকিস্তানী সাম্প্ৰদায়িকতা-পীড়িত বঙালী হিন্দু ভগনীয়াৰ সমাগম বৃদ্ধি পাবলৈ ধৰে । এই নব্য-জনস্ৰোতে অসমীয়া জাতিসত্বাক হেঁচি ধৰাৰ বিৰোধিতা কৰি ১৯৪৮-৪৯ চনত অসম জাতীয় মহাসভাই ভাৰতৰ কেন্দ্ৰীয়-চৰকাৰৰ ওচৰত, পাঞ্জাৱ সীমান্তৰ দৰেই অসম সীমান্ততো জন প্ৰৱেশত বাধা আৰোপ কৰিব[illegible] দাবী জনাইছিল । কিন্তু বিভাগীয় মন্ত্ৰীয়ে এই বুলি সেই দাবী উপেক্ষা কৰে-'অ[illegible]ম সীমান্তত পঞ্জাৱৰ দৰে ব্যৱস্থা ল'[illegible]ল অসম চৰকাৰে পশ্চিম বংগৰ ভাৰতীয় বঙালীকো অসমত সোমোৱাত বাধা দিব ।' অৰ্থাৎ ভাৰতীয় বঙালীৰ দোহাই দি, পূৰ্ববংগৰ পাকিস্তানী হিন্দুসকলৰ বাবে অসম দেশখন ভাৰত চৰকাৰেই তেতিয়াৰে পৰা মুক্ত কৰি ৰাখিলে । ভগনীয়া হৈ পূৰ্ববংগ এৰি অহা এই লোকসকলৰ বিষয়ে প্ৰখ্যাত নেতা শ্যামা প্ৰসাদ মুখাৰ্জীৰ আগত অসম জাতীয় মহাসভাৰ পক্ষৰ পৰা ৰায়চৌধুৰীয়ে কিন্তু কৈছিল-'পূৰ্ববংগীয় মুছলমানৰ দৰে পূৰ্ববংগীয় হিন্দু সকলৰো সেইখন দেশ নিজা দেশ । ভগনীয়া সকলে এইদৰে নিজ দেশ এৰি আহি অসমত অসমীয়াৰ কাৰণে সমস্যাৰ সৃষ্টি নকৰি, নিজ দেশত নিজ অধিকাৰ বিচাৰি সংগ্ৰাম কৰিবলৈ প্ৰস্তুত হোৱাহে উচিত ।' এইকথাতেই অম্বিকাগিৰীৰ অসাম্প্ৰদায়িক জাতীয়তাবাদী মনটোৰ পৰিচয় পোৱা যায় ।



অসম জাতীয় মহাসভাৰ আৰম্ভণিতে শেৱালি কবি ৰত্নকান্ত বৰকাকতীয়ে সভাপতিৰ দায়িত্ব লৈছিল যদিও ১৯৪১ চনত অনুষ্ঠিত বাৰ্ষিক অধিৱেশনৰ সময়ৰ পৰা কেবাবছৰলৈ বাগ্মীবৰ নীলমণি ফুকন ইয়াৰ সভাপতি হৈছিল । ইয়াৰ পাছত ১৯৪৪ চনত সৰুপেটাত বহা অধিৱেশনৰ সময়ৰ পৰা ১৯৪৭ চনত ডিব্ৰুগড়ত বহা অধিৱেশনৰ সময়লৈকে অসম জাতীয় মহাসভাৰ সভাপতি পদত আছিল মঃ হেৰাছৎ উল্লা । তেখেতৰ মৃত্যুৰ পাছত ইয়াৰ সভাপতিৰ দায়িত্ব বহন কৰে অসম কেশৰী ৰায়চৌধুৰীৰ একান্ত সুহৃদ যোৰহাটৰ শ্ৰীউমেশ চন্দ্ৰ শৰ্মাই । আৰম্ভণিৰে পৰা মৃত্যুৰ সময়লৈকে অসম জাতীয় মহাসভাৰ সাধাৰণ সম্পাদকৰ দায়িত্বত আছিল অম্বিকাগিৰী নিজে । ১৯৫৪-৫৫ চনত কাছাৰৰ এজন উকীল তাৰক চন্দ্ৰ দত্তৰ পৌৰহিত্যত ৰাজ্য পুনৰ্গঠন আয়োগৰ প্ৰতিৱেদন প্ৰকাশিত হোৱাৰ লগে লগে অসম জাতীয় মহাসভাৰ অধিবেশন এখন বহাৰ কথা আছিল যদিও প্ৰশাসন কৰ্তৃপক্ষৰ পৰা সভা অনুষ্ঠিত কৰাৰ অনুমতি সময়মতে লাভ নকৰাত অধিৱেশন অনুষ্ঠিত নহ'ল । অৱশেষত বহুদিনৰ বিৰতিৰ পাছত শ্ৰীউমেশ চন্দ্ৰ শৰ্মাৰ যত্নত অসম জাতীয় মহাসভাক পুনৰ সক্ৰিয় কৰি তুলিবলৈ যত্ন কৰা হৈছে ।

সি যি নহওক, অসম কেশৰী অম্বিকাগিৰীৰ নেতৃত্বত অসম জাতীয় মহাসভাৰ জৰিয়তে যি অসমীয়াৰ জাতীয়-অস্তিত্ব ৰক্ষাৰ কাৰণে প্ৰয়োজনীয় প্ৰতিটো দিশতে চকু ৰখা হৈছিল সেইকথা নক'লেও হ'ব । (ক) অসমত থকা কেন্দ্ৰীয় চৰকাৰৰ ডাক-তাঁৰ, ৰেল-জাহাজ, শুল্ক আৰু আবকাৰী বিভাগ, অসমৰ একাউন্টেন্ট-জেনেৰেলৰ কাৰ্যালয় তথা অসম সচিবালয় প্ৰভৃতিত কৰ্ম-সংস্থানৰ বেলিকা অসমীয়া ডেকাৰ হক ৰক্ষা (খ) চৰকাৰী-বেচৰকাৰী ঠিকা-ব্যৱসায়-হাট-বজাৰত অসমীয়া লোকৰ খোপনি ৰক্ষা (গ) ভাষিক ৰাজ্য হিচাপে অসমত অসমীয়া ভাষাৰ অধিকাৰ প্ৰতিষ্ঠাৰে অসমদেশক অসমীয়াৰ জাতীয় ঘৰ বুলি পৰিগণিত কৰোৱা আৰু তেনে যত্নৰ অংশ হিচাপে অসমৰ ৰেলৱেষ্টন, ডাকঘৰ আদিৰ নামফলি, ব্যৱসায় প্ৰতিষ্ঠান কাৰ্যালয় আদিৰ ফলক আদিত বঙলা ভাষাৰ ব্যৱহাৰ উঠাই দি অসমীয়া ব্যৱহাৰ কৰোৱা (ঘ) অসমত স্থায়ীভাৱে বসবাস কৰা মৈমনছিঙীয়া সকলক 'নতুন অসমীয়া (বা ন-অসমীয়া) নামেৰে চিহ্নিত কৰা (ঙ) চাহ-বাগিছাৰ বনুৱাসকলৰ মাজত অসমীয়া ভাষাৰে শিক্ষা-প্ৰচাৰ কৰি সেইসকল লোকক অসমীয়া জাতীয়-সমাজভুক্ত কৰি লোৱাৰ পথ মুকলি কৰা ইত্যাদি প্ৰতিটো ক্ষেত্ৰতে অম্বিকাগিৰী আৰু তেওঁৰ অসম জাতীয় মহাসভাই সদায় অগ্ৰণী ভূমিকা গ্ৰহণ কৰিছিল । অসম জাতীয় মহাসভাৰ মঞ্চৰ পৰা জনমতৰ হেঁচা প্ৰয়োগ কৰি অসমৰ সমাজ-জীৱনৰ

প্ৰগতি, অধিকাৰ, উন্নতি প্ৰভৃতি সাধন কৰাৰ দায়িত্বত থকা চৰকাৰী, বেচৰকাৰী সকলো পক্ষ আৰু অসমীয়াৰ জাতীয় ক্ষতি সাধনৰ বাবে যত্ন কৰোঁতা বিৰোধী শক্তিসমূহ, সকলোৰে গতি-প্ৰকৃতি নিয়ন্ত্ৰণ কৰি অসমীয়াৰ জাতীয় মংগল সাধনৰ সপক্ষে ধাৱমান কৰিবলৈকেই অম্বিকাগিৰীয়ে সদায় প্ৰচেষ্টা চলাইছিল। এই প্ৰচেষ্টাত সমগ্ৰ অসমৰ ৰাইজৰ উপৰি অতি বিশ্বস্ত এমুঠিমান কৰ্মী অম্বিকাগিৰীৰ লগত সদায় জড়িত আছিল। তাৰে কেইগৰাকীমানৰ নাম এইখিনিতে উল্লেখ কৰাটো সমীচীন হ'ব। সেইসকল হ'ল—শ্ৰীউমেশ চন্দ্ৰ শৰ্মা (যোৰহাট), শ্ৰীৰমানাথ বৰঠাকুৰ (যোৰহাট), শ্ৰীসুৰেন শৰ্মা বৰঠাকুৰ (দেৰগাওঁ), শ্ৰীঅশ্বিনী চৰণ চৌধুৰী (ডিব্ৰুগড়), স্বৰ্গীয় ধৰ্মকান্ত বৰগোহাঁই (ডুমডুমা), শ্ৰীকিৰ্তি নাথ ৰাভা (দুধনৈ), আজাদ হিন্দ ফৌজৰ প্ৰাক্তন লেফটেনেন্ট শ্ৰীউমেশ চন্দ্ৰ চৌধুৰী ('অসম আত্মৰক্ষী বাহিনী'ৰ অধিনায়ক, পাঠশালা), মেজৰ সত্যব্ৰত লহকৰ (জাতীয় মহাসভাৰ কৰ্মী-বাহিনীৰ সংগঠক), শ্ৰীযাদৱ চন্দ্ৰ দাস (হাউলী), শ্ৰীকৰুণা কান্ত দাস (সুন্দৰীদিয়া), শ্ৰীনৰেন পাটোৱাৰী (সুন্দৰীদিয়া), শ্ৰীঅনিল কুমাৰ ৰায়চৌধুৰী (বৰপেটা), শ্ৰীতিলক দাস (বৰপেটা), শ্ৰীমথুৰা মোহন হিতৈষী (বৰপেটা ৰোড), শ্ৰীপ্ৰাণগোপাল চন্দ্ৰ দাস (বৰপেটা), শ্ৰীপৰমানন্দ গোস্বামী আদিকে ধৰি অন্যান্য জাতীয়-ভাৱাপন্ন অনুৰাগী ভালেমান ব্যক্তি।

কিন্তু মন কৰিবলগীয়া যে বিভিন্ন দলীয় ৰাজনৈতিক মতবাদৰ প্ৰভাৱত মানসিকভাবে কেন্দ্ৰচ্যুত বিক্ষিপ্ত-উপলব্ধিৰে আক্ৰান্ত অসমৰ বুদ্ধিজীৱী সম্প্ৰদায়ৰ অনেকজনৰ দ্বাৰা অম্বিকাগিৰী আৰু তেওঁৰ অসম জাতীয় মহাসভা প্ৰাদেশিকতাৰ সংকীৰ্ণতাযুক্ত অপ্ৰগতিশীল অনুষ্ঠান বুলি নিন্দিত হৈছিল। অসমত অসমীয়াৰ জাতীয়-পৰিচয়ৰ চিন-মোকাম নোহোৱা কৰি অসমীয়াৰ বুকুত বিবিধ গোজগোতা স্বাৰ্থৰ ধ্বজা উকৰাবলৈ বিচৰাসকলে সেই সুকণ্ডাৰেই চেগ উলিয়াই নিজ মতলব পূৰাই ল'বলৈ উৎসাহ পাইছিল। অৱশ্যে অম্বিকাগিৰী ৰায়চৌধুৰী তাৰ বাবে এখন্তেকো বিচলিত হোৱা নাছিল। তেওঁ কৈছিল-'অসমীয়াৰ জাতীয়-অস্তিত্বৰ ৰাজহাড়দাল গাওঁৰ মাজত আৰু বিদেশীৰ আক্ৰমণ ঘাইকৈ এই গাওঁৰ মাজতেই পৰিছে। গতিকে, চহৰ-নগৰবাসী সকলতকৈ এই আঘাত গাওঁৰ অসমীয়াইহে বেচিকৈ অনুভৱ কৰিছে। সেইবাবে অসমীয়াৰ আত্মৰক্ষাৰ বাবে এই অসম জাতীয় মহাসভা নামে ৰাজহুৱা অনুষ্ঠানৰ পট্টনটো প্ৰথম গাওঁতহে আৰম্ভ হৈছে আৰু গাওঁৰ মাজৰপৰাই ইয়াৰ কৰ্মধাৰাক সাৰ্থকতা দিবলৈ যত্ন কৰা হ'ব (ডেকা অসম ৬ষ্ঠ বছৰ, ১০ম সংখ্যা)। যথাৰ্থতে, অসমৰ গাৱেঁ-ভূঞে অসমীয়া-জাতীয়তাৰ সতেজ ধমনী স্পন্দিত হৈ থাকে মানে গ্ৰহণ-বৰ্জন, আদান-প্ৰদানেৰে আকোৱালি লোৱা আৰু নিজত্বক বচোৱাৰ সাংস্কৃতিক অভিমানৰ মাজেৰেই অম্বিকাগিৰী আৰু অসম জাতীয় মহাসভাৰ গণ-সমন্বয়ৰ জৰিয়তে অসমীয়া জাতি-গঠনৰ প্ৰৱাহ চলাই ৰখা আদৰ্শৰ সপোন চিৰন্তন হৈ ৰ'ব।

# অম্বিকাগিৰী ৰায়চৌধুৰী

মহেশ্বৰ নেওগ

## আলাপ

'তোমাৰ হাতৰ মুঠি এৰি নিদিবা। টানকৈ, আৰু টানকৈ ধৰা। পাহৰি নাযাবা তাৰ কথা। তাতেই যে তোমাৰ জীৱনৰ সকলোটি! এৰি নিদিবা তাক। মানুহৰ দৰে, পুৰুষৰ দৰে, গোটেই শৰীৰৰ বল উবাৰি দি, খুব্ জোৰ্‌সে, with main force, সকলো ওজঃ ঢালি দি আঙুলিৰ কিটিপবোৰ আৰু মুঠা মাৰি ধৰা। তোমাৰ সৌন্দৰ্য-সাধনা, তামাৰ সুন্দৰীৰ দেহৰ লীলাকমল, ভগৱানৰ পদ-পংকজ, তীব্ৰ অনল যেন স্বদেশৰ ভালপোৱা, মহামানৱতাৰ সাগৰ-পাৰৰ জল-কলৰোল, সকলোৰে নিয়ন্ত্ৰণৰ অৱগ্ৰহ তোমাৰ হাতৰ মুঠিতে; এৰি নিদিবা, টানি ধৰা, এৰি নিদিবা'। নিজৰ অন্তৰতে অনন্তৰ উদাৰ-উদাস উথলনিবোৰ অনুভৱ কৰি জগতৰ সৌন্দৰ্য আৰু শক্তিৰ কেন্দ্ৰ নিজতে খেপিয়াই চাই, পাই কবিয়ে এইদৰে উত্ৰাৱল হৈ চিঞৰি উঠিছে। তেওঁৰ নয়নত মিষ্টিকৰ উন্মাদ দৃষ্টি। সেই বলকনিৰ অৱধি নাইঃ বহুতো ৱৃত্ত যে মোৰ চাৰিওকাষে উফৰি ফুৰিছে, সিহঁতৰ পৰিধি ক'ত, কোনেও আজিলৈকে উপলব্ধি কৰিব পৰা নাই; কিন্তু মই জানো সিহঁতৰ শক্তি আৰু সৌন্দৰ্যৰ কেন্দ্ৰ ময়েই। মোৰ যি সুন্দৰীয়ে মোৰ কাষৰৰ এই চক্ৰবোৰত উঠি লীলাভিনয় কৰিছে, তাই চিৰকালেই মোৰ হাতৰ পৰা, মোৰ মনৰপৰা পুলকি পুলকি গৈছেঃ মই খেদি গৈছোঁ, তাই আগে আগে লৰিছে। মোৰ খেদাৰ বিৰাম নাই। মাজে মাজে খঙে-অভিমানে থমকি ৰৈছোঁ, মাজে মাজে হেঁচা মাৰি ধৰি ৰাখিব নোৱাৰা হেঁপাহত সাৱটিবলৈ পুনৰ লৰ ধৰিছোঁ। মই উদভ্ৰান্ত, অশান্ত …মোৰ আগত যেন সেই নয়ন-প্ৰাণাভিৰাম মূৰ্তি পৰিষ্কাৰ হৈ জিলিকি উঠিছে, মোক ধৰা নিদিও যেন নিজ ৰূপ মোৰ প্ৰাণত বেকত কৰিব খুজিছে।…সৌৱা ওৰণিপেৰাৰণিয়ে মোৰ চকুৰ আগত থমকি ৰৈছে।… ৰহিছে, মোলৈ চোৱা নাই তথাপি, …সেয়া ওৰণিৰ ফাঁকেদি যেন সদায় কটাক্ষেৰে মোৰ ফালে চাই পঠিয়াইছে, অলপ অলপকৈ যেন মোৰ ফালে ঘূৰিছে, …লাজ-মানৰ চাৱনিৰে বুকুৰ বসন লাহে লাহে খহাই দিছে, সৰ্বাংগ শৰীৰ উলংগ কৰি মোৰ আগত থিয় দিছে, নাচিছে, হাঁহি দূৰ-সুদূৰ অনন্ততেইনে মোৰেই সেই সৌন্দৰ্য-প্ৰতিমা অৱলুপ্ত হৈ পৰিছে'।

## কবি, জীৱন আৰু কাব্য

অসমীয়া কাব্য-সাহিত্যত অম্বিকাগিৰী ৰায়চৌধুৰী এজন বিশিষ্ট আৰু বহুতো পৰিমাণে স্বীয় বৈশিষ্ট্যৰে অকলশৰীয়া কবি। উপনিষদ, কালিদাস, ৰবীন্দ্ৰনাথ, শ্বেক্‌ছপীয়েৰ, মিল্টন বা শ্বেলী-কীটছৰ কাব্যৰ সংস্পৰ্শ আৰু প্ৰভাৱৰ ভিতৰত থাকি ৰায়চৌধুৰীয়ে নিজাভাবে এক টাইটানৰ দৰে কাব্য ক্ষেত্ৰত থিয় দি 'নিজ গীত অকলই' গাব লাগিছে। সেইবাবে আমাৰ কবিসকলৰ ভিতৰত তেৱেঁই সৰ্বাতোকৈ মৌলিক। কৈ থোৱা ভাল, 'মৌলিক' শব্দটো তাৰ প্ৰকৃত অৰ্থতে

ব্যৱহাৰ কৰা হৈছে। তেওঁৰ কাব্যৰ আটাইতকৈ মূল্যৱান সম্পত্তি হৈছে অনুভূতিৰ সহজ ভংগী আৰু উদ্দেশ্যৰ সৰলতা; মিষ্টিক ভাবে কাব্যত মহানৰ সুৰ সংযোগ কৰিছে। আত্ম-প্ৰতীতি নোহোৱা এজন ৱাল্ট হুইটমেনৰ দৰে তেওঁ মানৱ-দেহ আৰু মনৰ গৌৰৱময় গীতৰ সুৰ ধৰিছে; নিজৰ অনুভূতি-প্ৰদেশৰ সকলোখিনি-কেইহে এই সুৰেৰে সজাই-পৰাই আমাৰ আগলৈ আগবঢ়াই দিছে।

Comrade, this is no book,
Who touches it, touches the man.

এই আষাৰ কথা আমাৰ আন কোনো কবিতকৈ ৰায়চৌধুৰীৰ কাব্যত বেছি খাটিব। তেওঁৰ কবিতাত নিজ জীৱনৰ অভিব্যক্তিৰ একোটা সুদূৰ সুৰ লয় পাইছেহি।

আধুনিক অসমীয়া কাব্যত অমৰ হ'ব পৰা কবিতাৰ সংখ্যা অতি কম হ'ব; জীৱনৰ লগত তাৰ অসহযোগৰ মাত্ৰা বৰ বেছি কাৰণে। ৰায়চৌধুৰীৰ কবিতা লিখাৰ বাবেই জগতখন অধিক ধুনীয়া নহ'ব পাৰে; কিন্তু তেওঁৰ বাইৰণীয় ওজঃশক্তিৰ আৰু জীৱনৰ নিবাৱৰণ প্ৰকাশৰ গুণত আমাৰ কাব্যত তেওঁৰ বাবে এখনি আসন আছুতীয়া থাকিব। তেওঁৰ কবিতা জীৱন-বিমুখী বা সত্যক ফাঁকি দিয়া (escapist) কবিতা নহয়। এটা বাক্যত তেওঁ 'বীণা'ৰ পাতনিৰ আৰম্ভণি কৰিছে আৰু সামৰণি মাৰিছেঃ 'চাৰিওফালৰ পৰা চেপি ধৰা এই বৰ ডাঙৰ জগতখনৰ খুন্দা খাই, মোৰ অন্তৰ ফালি ভাৱ-সাগৰৰ যি দুই চাৰি জোলোকা জৰি পৰিছে, তাত বাজে আন একো ইয়াত ঠাই পোৱা নাই'। তেওঁৰ গুটীয়া আধ্যাত্মিক আৰু সামাজিক ৰাজনৈতিক জীৱন আৰু কবিতাৰ লগত নিবিড় সম্বন্ধ। এই কথাটোৰ চৰম উপলব্ধি হ'ব কবিতাৰ ভিতৰেদি তেওঁৰ মনৰ ক্ৰমবিকাশ লক্ষ্য কৰাত। আন অসমীয়া কবিৰ কাব্যত ভাব আৰু অভিজ্ঞতাৰ ক্ৰমপৰিৱৰ্তন এনে তীব্ৰভাৱে অনুভৱ নহয়। কিন্তু জীৱন গতিশীল; আৰু গতি বুলিলেই পৰিৱৰ্তন সূচায়। যাৰ এটা জীৱনৰ কাব্যত দৃষ্টিভংগী বা অভিজ্ঞতাৰ ইফাল-সিফাল নঘটে বুজিব লাগিব হয় তেওঁৰ ৰচনা জীৱনৰ প্ৰকৃত প্ৰতিভূ নহয়, নহ'লেবা তেওঁৰ মন স্ৰোতহীন। উভয় পক্ষতেই ফাঁকিৰ অভিযোগটো ৰৈ যায়।

কিন্তু এই এজন সৰল আৰু উদাৰ মানুহঃ গাত চুটি-মুটি এটা চোলা, এখন ঠেক চুৰিয়া, হাতত এডাল দেশ-বিশ্ৰুত লাঠি; মনত সাহ; প্ৰাণত জ্বলন্ত উদ্দীপনাঃ তেওঁৰ অনাড়ম্বৰ জীৱনত ফাঁকিৰ বা প'জ দিবৰ কোনো আৱশ্যক নাই। কাৰবাৰ কিবা দোষৰ কথা ক'ব লাগিলে কোনো কুণ্ঠা নোহোৱাকৈ মুখৰ আগতে প্ৰকাশ কৰে; আনৰ খন্তেকীয়া বেয়া পোৱালৈ তেওঁৰ ভ্ৰূক্ষেপ নাই। সমূহৰ স্বাৰ্থই তেওঁৰ লক্ষ্য। নিজৰ দোষ গোপন কৰা অভ্যাসো তেওঁৰ নাই। জীৱন, সত্য, ন্যায়, এইবোৰৰ লগত ফেৰ মাৰিয়ে তেওঁ ইমান দিন চলি আহিছে। তেওঁৰ দৃষ্টি সদায় সজাগ। ভিতৰ আৰু বাহিৰ বোলা তেওঁৰ দুটা বস্তু নাই। জাতিৰ জীৱনৰ লগত নিজ জীৱন সৰুকালৰে পৰা নাড়ীয়ে নাড়ীয়ে গাঁথি দি লৈছে। তাৰ উপৰি তেওঁৰ জীৱন অভিজ্ঞতাবহুল। ষোল বছৰীয়াটিৰে পৰা তেওঁ ৰাজনীতি ক্ষেত্ৰৰ ঘাত-প্ৰতিঘাত অনুভৱ কৰি আহিছে। তাৰ উপৰি এই ৰাজনৈতিক জীৱনৰ তেওঁৰ বিৰাম নাই; কাৰণ ৰাজনীতি তেওঁৰ জীৱনৰ এলাগী তিৰোতা নহয়; সম্পূৰ্ণ জীৱন-সংগিনী। বহোঁতে-উঠোঁতে, শোওঁতে-খাওঁতে অনবৰত দেশৰ



চিন্তা। তাৰবাবে তেওঁ দুঃখক্লিষ্ট জীৱন বৰণ কৰি লৈছে। দাৰিদ্ৰ্য তেওঁৰ চিৰ-সংগী। দৰিদ্ৰৰ লগতেই হেনো স্বৰ্গ-ৰাজ্য, সত্যৰ নিবাস। ত্যাগৰ ওপৰত তেওঁৰ জীৱন প্ৰতিষ্ঠিত। সৰলতা আৰু কোমল প্ৰাণ তেওঁৰ বিভূতি। 'প্ৰেমিক ৰায়-চৌধুৰী ডেকা বয়সত শ্বেলী, বায়ৰণ আদি ইংৰাজ ৰোমাণ্টিক কবিসকলৰ দৰে বহুতবাৰ প্ৰেমত পৰিছে, ওপঙিছে, সাঁতুৰি পাৰ হৈছে।' গতিকে জীৱনৰ এই এক সন্মোহন অনুভূতিৰ অভিজ্ঞতাতো তেওঁ চহকী। নাৰীৰ সম্মানৰ অৰ্থে নিজে কিবা কষ্ট ভোগ কৰিবলগীয়া হ'লেও কৰিছে; নিজ হাতে হাতৰ আঙুলি ঘৈয়াই কাটি দিবলৈ কুণ্ঠিত হোৱা নাই। জীৱনৰ এই বহুমুখী চিনাকিয়ে ৰায়চৌধুৰীক মাত্ৰ কল্পনা-লোকত চৰিবলৈ এৰি দিয়া নাই। তেওঁৰ কবিতা জীৱনৰ অভিজ্ঞতাৰ প্ৰকাশ, সেই বাবেই সি মৌলিক। ভাৰতীয় চিন্তাধাৰাৰ লগত তেওঁৰ সহজ বুদ্ধি-জাত পৰিচয়।

আধুনিক অসমীয়া কবিতাৰ বাছনি 'শতপত্ৰ'ত ৰায়চৌধুৰীৰ 'তুমি'ৰ প্ৰথম স্তৱকৰপৰা কেইশাৰীমান, 'তন্দ্ৰাভংগ' বুলি এটি কবিতা আৰু 'এইটো নহয় হাঁহি তামাচাৰ ভাগৰ জুৰোৱা গান', এই শাৰীৰে আৰম্ভ হোৱা এটি গীত সন্নিৱিষ্ট হৈছে। ৰায়চৌধুৰীৰ জীৱন আৰু মনৰ অগ্ৰগতিৰ লগত এই তিনিটি ৰচনাৰ ভাৱৰ পৰিৱৰ্তনৰ যথেষ্ট মিল আছে। কবি-জীৱনৰ প্ৰথমছোৱাত ৰায়চৌধুৰী ডেকা প্ৰেমিক। স্নেহাস্পদৰ সৌন্দৰ্যতেই তেওঁ জীৱনৰ প্ৰকৃত সত্য উপলব্ধি কৰিবলৈ হাবিয়াস কৰি 'জীৱনৰ গতি উচ্ছৃংখল' কৰি পেলাইছিল।

স্বপ্ন-বিভোৰ তন্দ্ৰা-হালুক
মত্ত চিতৰ পাল
ৰঙাই-বোলাই চৰিল কিমান
অবুজ ৰেখাৰ জাল।

কিন্তু এই জীৱনৰ স্বপ্ন-বিভোৰ তন্দ্ৰা লাহে লাহে ভাগি গ'ল। এই স্বপ্ন-ভংগৰ (disillusionment) মধ্যম স্তৰৰ পাছত তেওঁ জীৱনৰ বিকট ৰূপ চকুমকৈ সাৰ পাই চকুৰ আগত দেখা পালে। জীৱনৰ অগ্নি-বীণাৰ ৰুদ্ৰ তান শুনি সুপ্ত জীৱন কৰ্ম-ক্ষেত্ৰত আগবাঢ়িল। এতিয়া আৰু স্বপ্ন-বিলাস বা পলায়নী মনোবৃত্তি নাই। সত্য আৰু নিৰ্মম জীৱনে নিজকে কবিৰ অন্তৰত প্ৰতিষ্ঠা কৰিলে। মন কৰিবলগীয়া, আমাৰ প্ৰায় সকলো অসমীয়া কবিয়েই স্বপ্ন-ভংগৰ স্তৰ নৌপাওঁতেই 'শেষৰ কবিতা' ৰচনা কৰিবলগীয়া হয় বা প্ৰথম স্তৰকেই দীঘলাই নি মৃত্যুৰ ছাঁত বিলুপ্ত কৰেগৈ।

১৯04 চনত যেতিয়া বংগ-বিচ্ছেদৰ জাতীয় আন্দোলন চুৰু হয় তেতিয়া অম্বিকাগিৰী ষোল-বছৰীয়া ডেকা; আৰু তেতিয়াই তেওঁৰ ৰাজহুৱা জীৱন আৰম্ভ হয়, তেতিয়াই তেওঁৰ গাৰ তীখা দেখা দিয়ে; 'ভাৰত মাতা' বুলি এখন ৰাজনৈতিক নাটক লিখি ৰজা-ঘৰৰ কোপ-দৃষ্টি আকৰ্ষণ কৰে। হাতে-লিখা অৱস্থাত নাটকখন পুলিচে লৈ যায়। কিন্তু ১৯০৭ চনত 'ৰাজ-ৰোষত যেতিয়া ৰাজনৈতিক গতি-মতি স্তব্ধ হয়, তেতিয়াতে বৰপেটাত প্ৰথম সাহিত্য চৰ্চা আৰম্ভ হয়, আৰু 'তুমি'য়েই তাৰ প্ৰথম নিদৰ্শন।' বৰপেটাত চৰকাৰৰ অৱৰোধ হুকুমৰ তলত থকা কালতে ১৯১২-ত 'কল্যাণময়ী' নাট ৰচে; এই নাটতো ৰাজনীতিৰ ৰঙা বোল আছে।

নাটকখন পাছত আংশিকভাবে 'আৱাহনে' প্ৰকাশ কৰে আৰু কলগানৰ কোম্পানী এটায়ো এক অংশ কলত তোলে। ১৯১৫ চনত তেওঁৰ ওপৰৰ পৰা অৱৰোধ-আদেশ প্ৰত্যাহাৰ কৰা হয়। সেই বছৰতে ডিব্ৰুগড়ৰপৰা 'তুমি' প্ৰকাশ হয়, আৰু কবিয়ে বহল জনপ্ৰীতি লাভ কৰে। ১৯১৬ চনত খণ্ড কবিতাৰ 'বীণা' আৰু ঊনৈশ-পিঠীয়া প্ৰবন্ধ 'জগতৰ শেষ আদৰ্শ আৰু বিশ্বব্যাপী মহাশান্তি স্থাপন কৰিবৰ উপায়' ওলায়। ১৯১৮ চনত অতি ক্ষুদ্ৰ মূলধনেৰে অৰুণা প্ৰেছ প্ৰতিষ্ঠিত হয় আৰু পাছৰ বছৰ 'চেতনা' তাৰপৰা ওলায়। আমাৰ আলোচনী বুলিলেই প্ৰায়ে স্বল্পজীৱী। ৰায়চৌধুৰীয়ে ছয়-সাত বছৰ 'চেতনা' চলাই পাছত এৰি দিয়ে। 'চেতনা' ৰায়চৌধুৰীৰ ৰাজনৈতিক সক্ৰিয়তাৰ নিদৰ্শন। ১৯২০ চনত গান্ধীজীয়ে আন্দোলনৰ বাণী লৈ অসম ভ্ৰমণ কৰি যায়হি। ১৯২১ চনত অসহযোগ আন্দোলন চুৰু হ'ল। ৰায়চৌধুৰীও তাত জপিয়াই পৰিল আৰু ফলত দুবছৰ সশ্ৰম কাৰাদণ্ড হ'ল। তেওঁৰ কাৰাবৰণৰ ওঠৰ দিনৰ পাছত ১০ মাৰ্চৰ দিনা গান্ধীজী গ্ৰেপ্তাৰ হয়। সেইদিনা ৰাতিয়েই ৰায়চৌধুৰীৰ যথাসৰ্বস্ব--অৰুণা প্ৰেছ, চেতনা কাৰ্যালয়, আৰু বহুতোখিনি কবিতা আৰু প্ৰবন্ধ পুথি অগ্নিসাৎ হ'ল। কিন্তু এই অগ্নি কাণ্ডয়ো তেওঁক টলাব নোৱাৰিলে। সেই সময়লৈ চাই পাছৰ কালত ৰাজনৈতিক বন্দীৰ প্ৰতি জেল কৰ্তপক্ষৰ কঠোৰতা বহুতো কুমলিল। ৰায়চৌধুৰীৰ শৰীৰ মন, উভয়ৰে অৱস্থা ঠিক নাথাকিছিল যদিও জেলৰ সকলো কষ্ট বিদ্ৰোহেৰে নিজেই আৰু বঢ়াই মূৰ পাতি লৈছিল। ইফালে ঘৰত একমাত্ৰ বুঢ়ীমাক।

এই আন্দোলনৰ পাছৰ পৰাই অবিৰাম ভাবে ৰাজনৈতিক জীৱন পুনৰাৰম্ভ হ'ল। কামৰূপ মায়াবিনী কেমিকেল ৱাৰ্কছ আদি শিল্পমূলক আৰু সংৰক্ষিণী সভা, অসম জাতীয় মহাসভা আদি জাতি গঠনমূলক ক্ৰিয়াৰে সময় ব্যস্তভাবে যাবলৈ ধৰে। ১৯২৭ চন মানৰ পৰাই সংৰক্ষিণী সভাৰ আন্দোলন অতি তীব্ৰ হ'বলৈ ধৰে। 'ডেকা অসম' মূলতঃ সংৰক্ষিণী দৰ্শনৰ মুখপত্ৰ। ভাৰতৰ জাতীয় আশা আকাংক্ষাৰ বাহিৰেও অসমৰ কিছুমান সুকীয়া সমস্যা আছে, সিবোৰৰ প্ৰতি ৰাইজক সতৰ্ক ৰখাই সংৰক্ষিণীৰ আৰু অসম জাতীয় মহাসভাৰ কাম আছিল।

## কাব্যৰ প্ৰগতি

ৰায়চৌধুৰীৰ জীৱনত পৰস্পৰ-বিৰোধী নহ'লেও দুটা পৃথক ধাৰা প্ৰৱাহিত হৈ আহিছে--কাব্য আৰু ৰাজনীতি। এই ধাৰা দুটা সমান্তৰালভাবে চলাটোৱেই যদিও সহজ গতি যেন লাগে, সিহঁতে অনেক সময়ত সাঙোৰা-সাঙুৰি কৰাও দেখা যায়। অৱশ্যে এনে মিলনৰ ক্ষণ লাহে লাহে পাতলি অহা দেখা গৈছে। এইবাবেই কোনোৱে যদি ৰায়চৌধুৰীক 'ল'ৰা গুচিল' বুলি কয়ও, মিছা বুলি ক'বলৈ আমাৰ বাট নৰয়। কাৰণ, কবিতা আৰু ৰাজনীতি কোনোৱেই সতিনী খাটিবলৈ ভাল নাপায়। তাতে আকৌ ৰায়চৌধুৰীৰ নানা অভাৱ-অনাটনৰ দ্বাৰা নিষ্পেষিত জীৱনৰ যি কৰ্মব্যস্ততা, তাৰ ভিতৰেদি কবিতাই উশাহ পোৱা টান কথা। দাৰিদ্ৰ্য তেওঁ নিজে বৰণ কৰি লৈছে। কেতিয়াবা যদি এপোৱা চাউল কিনি আনি ঘৰ-ঘৰোৱাহে তাকে মাৰ কৰি খাবলগীয়াত পৰিছে, বা কেতিয়াবা যদি অৰ্থৰ অভাৱত ঔষধ কিনিব নোৱাৰি চকুৰ আগতে সন্তানৰ মৃত্যুও চকুৰে



চাই থাকিবলগীয়া হৈছে, তেওঁৰ সেই সকলোখিনি সহ্য কৰা অভ্যাস হৈ গৈছে। ঘৰোৱাহী সৰু ডাঙৰ সকলো কাম কৰি, 'ডেকা অসম'ৰ নিচিনা উচ্চ চিন্তাৰে এখন সাপ্তাহিক কাকতৰ সম্পাদনাৰে পৰা ছপাখানাৰ সকলো কাম নিৰৱচ্ছিন্নভাবে কৰি কাগজখন ছপাই উলিয়াই খোজকাঢ়ি গুৱাহাটীৰ চাৰিওচুকে তাক ঘৰে ঘৰে বিলাই থৈ আহেগৈ। দুখ ভাগৰৰ কথা ভাবিবলৈ তেওঁৰ সময় নাই। কাম তেওঁৰ মজ্জাগত হৈছে। ইয়াৰ মাজতে কল্পনাক সুৰুঙা এৰি দিবৰ সুবিধা ক'ত ? তেওঁৰ এটি মাত্ৰ উদ্দীপনা—দেশৰ চিন্তা। ডমিচাইল্ড প্ৰশ্ন, লাইন প্ৰথা, শ্ৰীহট্ট বিচ্ছেদ, চৰকাৰৰ ডেভেলপমেন্ট স্কীম, বিশ্ববিদ্যালয় বিল, চেঞ্চাছ ষড়যন্ত্ৰ, মন্ত্ৰী-সভা, কলেজীয়া ডেকাৰ উত্তগুলি, চৰকাৰৰ যুদ্ধনীতি আটাইবোৰে তেওঁক কাণে-মূৰে খাই মাৰিব লাগিছে। তাৰ মাজতে আকৌ কবিতা ? কাব্যৰ লগতে কৰ্ম-জীৱনৰ সংঘাতৰ ফলত ৰায়চৌধুৰীৰ কাব্যৰ স্তৰ-বিন্যাসৰ সৃষ্টি হৈছে। প্ৰথম স্তৰত 'তুমি' আৰু 'বীণা'। এই দুয়োখন পুথিয়েই 'বিশৃংখল গতিত গৈ থকা জীৱনৰ প্ৰথম ভাগৰ উদ্‌ভ্ৰান্ত প্ৰেমটোৰ' বিকাশ। অৱশ্যে এইবোৰে ছেলী, বাইৰণৰ কাব্যৰ নিচিনা কামজ প্ৰেমৰ গণ্ডীৰ ভিতৰত আবদ্ধ নাথাকি, ইন্দ্ৰিয়গ্ৰাহ্য সম্ভোগৰ ভিত্তিত ইন্দ্ৰিয়াতীত অনুভূতিত পৰিণত হৈ জাগতিক আসক্তিৰ ক্লেশৰ হাত এৰাই অনন্তৰ ভূমা সৌন্দৰ্যত সান-মিহলি হৈ যাবলৈ প্ৰয়াস কৰিছে। সুন্দৰী বিয়েট্ৰিচৰ 'স্বৰ্গীয় নয়ন' দুটিয়ে ইটালীৰ মহাকবি ডান্টেক চৈধ্য ভুৱন আৰু ভগৱন্তৰ ৰূপ দেখুওৱাৰ দৰে, আমাৰ কবিকো উদ্ভিন্ন-যৌৱনা যুৱতীৰ মদন পিছলি পৰা সৌন্দৰ্য-প্ৰপঞ্চই জগতৰ সকলো সৌন্দৰ্যৰ মাজত বিহাৰ কৰাইছে আৰু শেষত অনন্তৰ লগত সাক্ষাৎ কৰাব খুজিছে। কবিতাবোৰ মিষ্টিক ভাবাপন্ন। উপলব্ধ সৌন্দৰ্য আৰু প্ৰেমে কবিক সুখ দিব পৰা নাই, divine despair তেওঁৰ 'হৃদয় ৰোগ' হৈ পৰিছে।

বিয়াকুল কৰি আহি অনন্ত চেতনা<br>
সৰজে উদাস এটি বিৰাট বেদনা।

এই বিৰাট বেদনাই তেওঁক 'দূৰ সুদূৰেৰ পিয়াসী' কৰি তুলিছে। 'সীমাহীন তত্ত্ব'ৰ সীমা বিচাৰি নাপাই উদ্‌ভ্ৰান্ত হৈ চিঞৰি উঠিছে।

তুমি কি বিশাল ! কি বিৰাট !<br>
মহানীল সীমাহীন শূন্য ;<br>
তুমি কি গুৰু গূঢ় ৰহস্য !<br>
কি তত্ত্ব কৰিছা প্ৰতিপন্ন ?

মিষ্টিকৰ চূড়ান্ত বাণী ! 'বীণা'ৰ উৎসৰ্গ পত্ৰত অভ্যন্তৰৰ সংকেত 'আকাশতকৈও উদাৰ, আলোতকৈও উজ্জ্বল, প্ৰেমতকৈও পৱিত্ৰ, ভক্তিতকৈও কোমল, তত্ত্বতকৈও গভীৰ যি সুন্দৰীৰ সৌন্দৰ্যত মোৰ অন্তৰ্জগত সদায় উদ্ভাসিত হৈ আছে, সেই চেনেহী সাদৰীৰ শ্ৰীচৰণত মোৰ পূজাৰ প্ৰীতি ভৰা অঞ্জলি'। এই আষাৰ কথাই আকাশ-পাতাল সকলো দেখোন জোৰাই পেলাইছে ! অথচ সি পাঠকৰ ওচৰত এক সাঁথৰ হৈয়ে ৰ'য়। একেটি পাত্ৰতে ইমান উদাৰতা, পৱিত্ৰতা, কোমলতা, আৰু গভীৰতা ! সেয়া যেন সুন্দৰী নহয়, সৌন্দৰ্য নিজেই ; নতুবা সৰ্ব-সৌন্দৰ্যৰ আধাৰ ভগৱন্ত নিজেই। প্ৰথম দৃষ্টিত কথাখিনি অতি পৰস্পৰ-বিৰোধী যেন লাগে।

কিন্তু All mystics are self contradictory যুক্তি নাথাকিব পাৰে; কিন্তু ছায়াবাদত যুক্তি কমেইহে থাকে। প্ৰেমতেই 'বীণা'ৰ জন্ম, কিন্তু এই প্ৰেমে দ্যুলোক-ভূলোক সকলোকে ছুইছে। ইন্দ্ৰিয়জাত প্ৰেম ইয়াত ৰূপান্তৰিত হৈ অতি-পদাৰ্থ আধ্যাত্মিক, মননশীল, স্বৰ্গীয় প্ৰেমত পৰিণত হৈছিল। 'তুমি' আৰু 'বীণা'ৰ শাৰীৰ কবিতা আৰু আছিল যদিও অৰুণা প্ৰেছ আৰু চেতনা কাৰ্যালয়ৰ লগতেই ভস্মীভূত হ'ল। এই প্ৰথম স্তৰটো ১৯১৬ চনলৈকে বিস্তৃত বুলি ধৰিব পাৰি।

১৯১৬-ত প্ৰকাশিত 'জগতৰ শেষ আদৰ্শ'ৰে দ্বিতীয় ৰাজনৈতিক স্তৰ আৰম্ভ। অৱশ্যে কবিতাৰ ফালৰপৰা এই স্তৰটো বৰ চহকী হৈ আৰম্ভ নহ'ল। এইখিনি বিশেষকৈ 'চেতনা'ৰ নানা ৰাজনৈতিক আলোচনাৰ কাল। ইয়াৰ 'ভৱিষ্যৎ স্বৰাজ-তন্ত্ৰ' আদি বহুমূলীয়া সম্পাদকীয়বোৰৰ বাহিৰেও 'মনুষ্যত্ব আৰু ভাৰতীয় সাধনা', 'ভৱিষ্যত মানৱ-তন্ত্ৰৰ সাম্য-নীতিৰ পক্ষে বৰ্তমান শাসন-নীতিৰ পশুবল প্ৰয়োগৰ বিফলতা', 'জেল কাহিনী' আদি প্ৰবন্ধবোৰৰ মূল্য আগলৈকো ৰ'ব। সিবিলাকৰ আটাইতকৈ উজ্জ্বল গুণ সহজ বুদ্ধি আৰু যুক্তিৰ প্ৰয়োগ। কোনো সমস্যাৰ সম্মুখীন হ'লেই তেওঁ নিজ দৃষ্টি-কোণত পেলাই তাক পৰীক্ষা কৰে। অৱশ্যে এই প্ৰণালীৰ ফল-স্বৰূপে অনেক সময়ত তেওঁ অদ্ভুত মীমাংসাতো উপনীত হ'বগৈ পাৰে। কিন্তু ৰায়চৌধুৰীৰ আত্মবিশ্বাসৰ মাত্ৰা অদ্ভুতভাবেই প্ৰবল; নিঃসংকোচে নিজৰ মত প্ৰকাশ কৰাৰ সাহ তেওঁৰ আছে। অৱশ্যে যুক্তিৰ দোষ স্বীকাৰ কৰাৰ উদাৰতাৰ অভাৱো তেওঁৰ নাই। সেই সাহ নোহোৱা হ'লে নানা বাদ-বিসম্বাদ আৰু বিৰোধ-বিদ্বেষৰ মাজতো প্ৰায় অকলশৰে সংৰক্ষিণী-মতবাদ ধৰি ৰাখিব নোৱাৰিলে-হেঁতেন। আত্ম-প্ৰকাশৰ শংকাহীনতাৰ লগে লগে প্ৰকাশ-ভংগী বা ভাষাৰ নিঃসংকোচ স্বভাৱো এটি আচৰিত গুণ। তেওঁৰ ভাষাত এক অপূৰ্ব ওজস্বিতা (Virility); কিন্তু তাৰ লগে লগে প্ৰিয়-অপ্ৰিয়ৰ ফালে নাচাই মনলৈ পোনতে অহা শব্দটোকে গ্ৰহণ কৰাৰ বাবে এবিধ দোষৰ সৃষ্টি হয়। এই দোষ গুণবোৰ তেওঁৰ পাছৰ গদ্য-ৰচনাবোৰতো বৰ্তমান। ৰায়চৌধুৰী master of style হ'ব নোৱাৰিলে। তেওঁৰ লিখা আৰু বক্তৃতা নীতিৰ এই বিষয়ত মিল। তেওঁ বাগ্মীও নহয়। লিখাতে হওক বা কোৱাতে হওক, তেওঁৰ শব্দবোৰতকৈও ভাৱাৱেগৰ হেন্দোলনিৰ গতি বেছি হয়। তেওঁ বক্তৃতা দিওঁতে এনেহে লাগে যেন এটা শব্দৰ পিছত ইটো শব্দ ওলাই আহিব খোজাই নাই, বাক্যটো যেন মাজতে অসম্পূৰ্ণ হৈ ৰ'ব। কিন্তু ইটো বাক্য সিটো বাক্যৰ মাজত ক'তো যেন যতি চিন নায়েই। 'চেতনা'ৰ কালডোখৰত ৰাজনীতিয়েই কবিৰ একমাত্ৰ আগ্ৰহৰ বস্তুৰ দৰে হৈ পৰে; কিন্তু সিমানতো তেওঁৰ কবি-অন্তৰ জীয়াই থকা হেতুকে দুয়োটাৰ সংযোগত এক শ্ৰেণীৰ 'ৰাজনৈতিক গীত'ৰ জন্ম হয়। এই স্তৰত প্ৰথমছোৱাৰ কল্পনা-বিলাস আড়ষ্ট হৈ পৰে; weather-cock-অৰ দৰে কবিৰ অন্তৰে নতুন প্ৰেমাস্পদৰ ফালে মুখ ঘূৰাই ল'লে। আমি বুজিব লাগিব, কল্পনা-বিলাসৰ বিশৃংখলতাৰ খেলি-মেলি লগা 'উদভ্ৰান্ত প্ৰেম' এতিয়া 'সমজাতীয় সহানুভূতি'লৈ মোট সলাইছে। আমি আগতে কবিৰ জীৱনৰ ওপৰত তেওঁৰ কাব্য কেনেভাবে প্ৰতিষ্ঠিত, তাক দেখুৱাবলৈ চেষ্টা কৰিছিলোঁ; এতিয়া দেখিলোঁ 'তুমি'ৰ কবিতা তেওঁৰ জীৱনত প্ৰতিফলিত হৈছে—

'করুণা-ৰঞ্জিত হিয়া সমাজৰ পুৰুষ উদাৰ',



ধীৰ, স্থিৰ মহাজন
খাটি খাটি গোটেই জীৱন;
সমাজক উতলোৱা
ঢালি ঢালি জ্ঞানৰ কিৰণ।

১৯২১-ত তেওঁ কাৰাবৰণ কৰে। কাৰাবাসে অস্কাৰ ৱাইল্ডৰ দুৰন্ত হৃদয় শাঁত কৰি Ballad of the Reading God আৰু De Profoundis অৰ জন্ম দিয়াৰ দৰে, আমাৰ কবিকো সম্পূৰ্ণ নতুন এক চিন্তাত অভিভূত কৰি পেলালে। তেওঁ আগতেঁও তীব্ৰভাবে অনুভৱ কৰিলে, 'জাতি মোৰ তেজ, জাতি মোৰ মঙহ, জাতি মোৰ অস্থি, জাতি মোৰ মজ্জা। জাতিৰ গতি যিফালে সেইফালে কাতি হোৱাটো মোৰ অনিবাৰ্য কথা।' ("জেল কাহিনী"—চেতনা, ৪ৰ্থ বছৰ, অষ্টম সংখ্যা, চ'ত ১৮৪৪)। এই চৰম উপলব্ধিৰ মাজত Songs of the Cell অৰ বেছিভাগ গীতৰ উৎপত্তি। 'ব'লা ভাই আগুৱাই' গীতটি ১৯১৭-ত ডিব্ৰুগড়ত ৰচিত। ১৯১৯-ত জালিয়ানৱালাবাগৰ হত্যাকাণ্ডৰ সংকেত (clue) লৈ 'জাগ, জাগ, ভাৰত সন্তান, হিন্দু-মুছলমান জাগ' গীত কাৰাবাসৰ মাজত লিখা হয়। এইটি আৰু 'এইটো নহয় হাঁহি তামাচাৰ ভাগৰ জুৰোৱা গান' আৰু 'আজি দুশতাব্দী কাল তন্দ্ৰা-অলস ভাৰত আত্মা' বিদ্ৰোহৰ তীব্ৰ আহ্বান, clarion call। ইয়াৰ পাছত জেলৰ কষ্ট আৰু সেই কষ্টৰ মাজেদি কেনেকৈ নিজক পৱিত্ৰ কৰি দেশৰ দুখ মোচন কৰিব পাৰি, 'তই ভাঙিব লাগিব শিল', 'এইটো নহয় জেল দিয়া ভাই', 'আৰু কি দেখাবি ভয় কাৰাগাৰ,' 'ধৰ ঝাড়ু ধৰ ভাই' এইবিলাকে তাক কয়। ১৯২৬ চনত পাণ্ডুত বহা জাতীয় কংগ্ৰেছৰ অধিবেশনত 'আজি কাৰ কি আৱাহন' আৰু 'বন্দো কি ছন্দেৰে সমাগত বিৰাট নৰনাৰায়ণ ৰূপ' সমস্বৰ গীত ৰূপে গোৱা হয়। Songs of the Cell"-অত ১৯১৯-ত লিখিত 'মোৰ জীৱন মৰণ মথি, কি সুধানো তোলো বুলি ভাবিছাহে, ৰথী' আৰু 'প্ৰভু! যিমানেই উধাই যাওঁ, মোৰ হিয়াৰ তেজেৰে বোলাব তোমাৰ পদখনি যেন পাওঁ' এই দুটি ভক্তিমূলক গীতো সন্নিবিষ্ট কৰা হৈছে। এই শতিকাৰ তৃতীয় দশকৰ শেষ ফালে জীৱনৰ মূল প্ৰশ্নবোৰৰ কাষ চাপিবলৈ ধৰিলে আৰু 'যি জীৱনত···নিৰ্যাতনৰ ঘোৰ ঘৰষণ লাগি' (১৯২৯) আৰু 'কিহৰ বাবে আকাশ পাতাল' (১৯২৯) এই দুটা কবিতাত দুটা বেলেগ দৰ্শনে দেখা দিয়ে। প্ৰথমটো দুঃখ-ক্লিষ্ট জীৱনৰ দৰ্শন আৰু দ্বিতীয়টো ৰাজনৈতিক মিষ্টিচিজমৰ স্বপ্ন।

কবিৰ কাব্যই ক'বলগীয়া কথা প্ৰায় সকলোখিনি এইখিনিতে শেষ কৰিছে। ইয়াৰ পাছত দুই-এটি খণ্ড কবিতা আৰু গীত মাজে মাজে প্ৰকাশ হৈছে; কিন্তু সি প্ৰথম দুটা স্তৰৰ বিস্তৃত অংশ বুলি ক'লেই হয়। 'অসমীয়া ডেকাৰ প্ৰতি', 'দেশৰ কথাৰ গীত', 'জীৱনৰ উদ্দেশ্য', 'জাগ তেজ জাগ', 'কৰি দিয়া মোক ঝাড়ু-দাৰ', 'বেদনা বিজয়' আদি ইয়াৰ সাক্ষ্য। এই কালডোখৰত সংৰক্ষিণী সভাৰ কাৰ্যত পাৰিপাৰ্শ্বিক দুৰ্বলতাৰ হেতুকে নিৰুৎসাহ ভাবে দেখা দিয়ে।

কবিৰ অন্তৰত এটা উত্তাৱল মানৱ-প্ৰেম বৰ্তমান। কিন্তু তাৰ লগে লগে অপৱিত্ৰতা পাপ আৰু নিজৰ দেশ আৰু মানৱ জাতিৰ বিৰোধী শক্তিবিলাকৰ প্ৰতি সদায় এক জ্বলন্ত ঘৃণাও আছে। এই দুই তীব্ৰ অনুভূতিৰ মাজত মানুহজনত আৰু তেওঁৰ কাব্যত হাস্য-ৰসৰ অভাৱ হৈছে। তেওঁৰ আদি জীৱনৰ ৰহস্যবাদী

আদৰ্শবাদ এক প্ৰকাৰ পলায়নী মনোবৃত্তিৰ পৰিচায়ক। কলিৰিজৰ দৰে তেওঁৰো আছিল সোণাময় আদৰ্শ আৰু সিয়ে শেহত তেওঁৰ হাতত মাটিত পৰিণত হৈছিল।

অৱশ্যে এই মাটিৰপৰাওযে ৰায়চৌধুৰীয়ে কবিতাৰ সৃষ্টি কৰিব নোৱাৰিছিল, এনে নহয়; কিন্তু সাধাৰণভাবে তেওঁৰ কবিতাৰ ধাৰা ৰুদ্ধ হৈ পৰিছিল বুলিলেই হয়। তেওঁ ইচ্ছা কৰা হ'লে Revolt of Islam আৰু Prometheus Unbound-অৰ কবি হ'ব পাৰিলেহেঁতেন; কিন্তু নিখুঁত আদৰ্শৰ বিফল অভিযাত্ৰী Alastor আৰু Epipsychidion অৰ কবি হৈয়ে ক্ষান্ত থাকিল। বাইৰণৰ দৰে তেওঁৰ সন্মোহক ব্যক্তিত্ব আৰু বিদ্ৰোহী অন্তৰ লৈ তেওঁ বাইৰণৰ দৰেই ভাব, কল্পনা আৰু ভাষাত এক অদ্ভুত ওজঃশক্তি প্ৰকাশ কৰিছে।

অম্বিকাগিৰী এজন মিষ্টিক কবি। মিষ্টিচিজম, অতীন্দ্ৰিয়বাদ, ছায়াবাদ বা ৰহস্যবাদ সম্বন্ধে এনে এটা প্ৰবন্ধৰ ভিতৰত প্ৰপঞ্চি কোৱা দুৰূহ কাম। ইয়াৰ সংজ্ঞা ঠিক কৰাও সহজ নহয়। ই চিন্তা বা কেতিয়াবা অনুভূতিৰ এক বিশেষ স্তৰ মাথোন। ই এফালে দাৰ্শনিক ভাৱ-ধাৰা, আৰু আনফালেই ধৰ্ম-মতৰ আভ্যন্তৰীণ দৰ্শন হিচাপে ছায়াবাদ মাত্ৰ তাৰ বিষয় কিন্তু ধাৰ্মিক সকলৰ কাৰণে মিষ্টিচিজম্ ঈশ্বৰ উপলব্ধিৰ ( communion with the divine essence) কাৰ্যকৰী পথ। ছায়াবাদী দৰ্শনে এক সৰ্বব্যাপী, সৰ্ব শক্তিমান আৰু অন্তৰ্যামী সত্বাৰ পৰিকল্পনা কৰে; এই সত্বাত পৰিদৃশ্যমান জগতে একত্ব লাভ কৰে। এই মতবাদৰ লগত সৰ্বেশ্বৰবাদ (Pantheism) প্ৰায় একে। কিন্তু কাৰ্যকৰী পন্থী ছায়াবাদী সকলে সৰ্বশক্তিমান সত্বাৰে (ব্ৰহ্মণ্, পৰমাত্মা, ভগৱান, ঈশ্বৰ, পৰমপুৰুষ, Supersoul, supreme Being আদি অনেক আখ্যা যাক দিয়া হৈছে) সাক্ষাৎকাৰ হ'বলৈ বিচাৰে। সাধাৰণতে যোগ-সাধনাৰ ভিতৰেদি সেই কাম সমাধা হয়। যোগৰ বলত পংকময় বহিৰ্জগতৰ লগত সম্বন্ধ বিচ্ছিন্ন হ'লেই অন্তৰত নতুন অনিৰ্বচনীয় জ্যোতিয়ে দেখা দিয়ে। এই নতুন প্ৰকাশেই ভগৱৎ-উপলব্ধি আৰু আত্ম-সমাধি। তাতেই মিষ্টিক বা যোগ সাধকৰ 'প্ৰকৃত জীৱন'ৰ পৰিণতি। সেই পৰিণতিৰ আশাতে তেওঁ উন্মত্ত; ভগৱানৰ লগত দুঃসহ বিচ্ছেদেই মিষ্টিকৰ অন্তৰৰ স্থায়ী অনুভূতি। এক ছায়াময় বা প্ৰহেলিকাৰ ভাৱ তেওঁৰ মনত সদায় আছে। মিষ্টিকৰ লগত ভগৱানৰ সম্বন্ধ। সৰ্বেশ্বৰবাদৰ কায়িক বা নৈসৰ্গিক একত্বেৰে একে নহয়।

ঈশ্বৰ সম্বন্ধে বা ঈশ্বৰৰ প্ৰকৃতিৰ লগত একে বুলি কবিতা লিখিলেই সি মিষ্টিক কবিতা নহবও পাৰে। বৰং একেবাৰে ঈশ্বৰৰ নাম-গোন্ধ নোহোৱাকৈও মিষ্টিক কবিতা হ'ব পাৰে। তাৰ উপৰি নানা ধৰ্মৰ--নৰ-নাৰায়ণৰ সম্বন্ধৰ লগত মিষ্টিক সম্বন্ধৰ পাৰ্থক্য ভগৱৎ উপলব্ধিৰ তীব্ৰতা বা উন্মাদনাত। এই তীব্ৰ সম্বন্ধই ভক্তৰ হৃদয়ত থকা জাগতিক সম্বন্ধবোৰ লেহকা কৰি পেলায় আৰু নিজ সুকীয়া ব্যক্তিত্বৰ ভাবো দুৰ্বল হৈ যায়। কাৰণ মিষ্টিকৰ বাবে একপ্ৰকাৰে ব্ৰহ্ম সত্য জগৎ মিথ্যা। The type of character to which mysticism is allied is passive, sensuous and feminine, rather than independent, masculine and ethically vigorous." হিন্দু ধৰ্মৰ সৰ্বেশ্বৰবাদ আৰু মায়াবাদ আৰু বৌদ্ধ ধৰ্মৰ অনীশ্বৰবাদ উভয়েই ভাৰতক মিষ্টিচিজমৰ হকে এক উৰ্বৰ ভূমি কৰি তুলিছিল। উপনিষদৰ কবি ঋষিসকলে ব্ৰহ্মক আনন্দ বা ৰসৰূপে সকলোতে



বিৰাজমান দেখিছিল। বৰ্তমান যুগত সেই ছায়াবাদৰ আলোক সম্পাত হৈছে ভাৰতীয় প্ৰতিভাৰ এক জ্বলন্ত প্ৰতিমূৰ্তি স্বৰূপ ৰবীন্দ্ৰনাথত। তেওঁৰ 'গীতাঞ্জলি'ৰ পাতে পাতে ছায়াবাদৰ প্ৰহেলিকা। ৰবীন্দ্ৰ-ৰচনাত সৰ্বেশ্বৰবাদো বিৰল নহয়।

হে সুন্দৰী বসুন্ধৰে, তোমা পানে চেয়ে
কতবাৰ প্ৰাণ মোৰ উঠিয়াছে গেয়ে
প্ৰকাণ্ড উল্লাসভৰে ইচ্ছা কৰিয়াছে
সবলে আঁকড়ি ধৰি এ বক্ষেৰ কাছে
সমুদ্ৰ মেখলা পৰা তব কটিদেশ...।

ইছলামৰ একেশ্বৰবাদ আৰু নানা নীতিৰ বাধ্য-বাধকতাৰ প্ৰতিবাদ স্বৰূপে পাৰস্যত নৱম শতকত ছায়াবাদী চুফিবাদৰ জন্ম। চুফিসকলে ক'লে, ভগৱানত আত্ম-সমাধি লাভৰ একমাত্ৰ উপায় প্ৰেম; মানৱ-প্ৰেমেই ঈশ্বৰ প্ৰেমত পৰিণতি লাভ কৰে; নৰ-নাৰীৰ মাজৰ আসক্তিয়েই ভগৱৎ-আসক্তিৰ সাক্ষী স্বৰূপে। হাফেজ-ছাদীৰ কবিতা মদ আৰু কামিনীৰ প্ৰশংসাৰে মুখৰ। কিন্তু মিষ্টিক সকলৰ মতে প্ৰেম-সম্ভূত আনন্দৰ লগত সমাধিৰ আৰু মদৰ জালৰ লগত ভগৱৎ দৰ্শনৰ উন্মাদনাৰ নিবিড় সম্বন্ধ। ওমৰ খায়য়ামো চাৰ্বাকৰ নিচিনা এপিকিউৰিয়ান দাৰ্শনিক; একমাত্ৰ ৰুমিৰ মিষ্টিচিজম আধ্যাত্মিক আৰু ধৰ্ম-সংযত। তেওঁৰ মিষ্টিক কবিতাবোৰ সাধাৰণতে সমাধিৰ সময়ত ৰচিত।

আধুনিক কবিসকলৰ ভিতৰত ডব্লিউ, বি, য়েটচকো মিষ্টিক কবি বুলি ধৰা হয়। কাৰণ আয়াৰ্লেণ্ডো আছিল ভাৰতৰ দৰেই ছায়াবাদৰ জন্মভূমি আৰু কেল্টিক জাতিৰ আবাসস্থান। এই প্ৰসংগত কিছুকালৰ আগৰ ৱীলিয়াম ব্লেক, ডি জি ৰছেটি আৰু ক্ৰীষ্টিনা ৰছেটিৰ নাম লোৱা হয়। ৱাল্ট হুইটমেনো এজন মিষ্টিক কবি; তেওঁ জগতত আনন্দৰ বাণী আৰু নৰ-নাৰীৰ গৌৰৱৰ বাণী প্ৰচাৰ কৰিছিল। জগতৰ সৌন্দৰ্যৰ শোভাযাত্ৰাৰ লগত ফুৰি ফুৰি হুইটমেনে মৃত্যুৰ সিপাৰে অনন্তৰ আহ্বান শুনিছিল আৰু সেই সৌন্দৰ্যৰ বুকুত ভগৱানৰ ছায়া-মূৰ্তি দেখা পাইছিল।

I hear and behold God in every object,
Yet understand God not in the least.
Nor do I understand who then can be
More wonderful than myself.

# অম্বিকাগিৰীৰ কাব্য প্ৰতিভা

উপেন শৰ্মা

অম্বিকাগিৰী ৰায়চৌধুৰী বিংশ শতাব্দীৰ শ্ৰেষ্ঠ ভাৰতীয় কবিসকলৰ অন্যতম আৰু আধুনিক অসমীয়া কবিতাৰ ক্ষেত্ৰত একক বৈশিষ্ট্যপূৰ্ণ। মিল্টনে বিচৰাৰ দৰে সমস্ত জীৱনটোক কবিত্বময় কৰি গঢ়ি তুলিবৰ প্ৰয়াসৰ ওপৰত এই মহত্ব প্ৰতিষ্ঠিত। ৰায়চৌধুৰীৰ সামগ্ৰিক জীৱন আৰু কৱি-সত্তা লক্ষ্য কৰিলে এই সত্য প্ৰতীয়মান হ'ব। এই বিচাৰত তেওঁৰ সাহিত্যকৃতি আৰু সম্ভাৱনা দুয়োটাকে সামৰিব লাগিব। অসমীয়া সমাজৰ নীচাত্মিকা বৃত্তিৰ বাবে আৰু ৰায়চৌধুৰীৰ দেশ-প্ৰেমৰ মৰ্ম-কথা নুবুজাৰ ফলতো তেওঁৰ কবিসত্তাই সৰ্বভাৰতীয় স্বীকৃতি লাভ কৰিব নোৱাৰিলে। ন্যায় আৰু সত্য প্ৰতিষ্ঠাৰ হকে সদায় সংগ্ৰামৰত অৱস্থাত থাকিব লগা হোৱাত তেওঁ নিৰলস ৰস-সাধনাৰ যোগেদি, ডং কাকতিৰ দৰে গুণগ্ৰাহী পণ্ডিতৰ উদগণি সত্বেও নিজৰ সৃষ্টিশীলতাক বিশ্বৰ দৰবাৰলৈ নিব নোৱাৰিলে। এইটো কবি হিচাপে তেওঁৰ আংশিক বিফলতা হ'লেও মানৱতা-বোধৰ দিশৰ পৰা তেওঁৰ মহত্ত্বকে সূচায়। ভাৰতৰ সাংস্কৃতিক পৰিক্ৰমাৰ ভিতৰত থাকি অনগ্ৰসৰ অসমৰ স্বাধিকাৰ ৰক্ষাৰ বাবে অকলশৰীয়াভাবে কৰা সংগ্ৰামক সংকীৰ্ণ জাতীয়তাবাদ বুলি চিহ্নিত কৰাৰ ফলতো কবি ৰায়চৌধুৰীৰ সৰ্বভাৰতীয় ৰূপটো ঢাক খাই গ'ল।

অসমৰ স্বাধীনোত্তৰ কালৰ শাসনাধিষ্ঠিত ৰাজনৈতিক নেতাসকলে পাছত স্বীকাৰ কৰিছে যে তেওঁলোকে ৰায়চৌধুৰীৰ সপোনৰ তাৎপৰ্য বুজিব নোৱাৰিলে। এতিয়া ভাৰতীয় জাতীয়তাৰ আধাৰত অসমৰ ভৱিষ্যত ৰচনাৰ বাবে ৰায়চৌধুৰী-য়েই একমাত্ৰ নিৰ্ভৰযোগ্য দ্ৰষ্টা আৰু পথিকৃৎ বুলি স্বীকৃত হৈছে। বৰ্তমান অসমৰ চৰম দুৰ্দশালৈ লক্ষ্য কৰিলে ৰায়চৌধুৰীৰ দূৰদৰ্শিতা আৰু ৰাজনৈতিক বিচক্ষণতা সম্পৰ্কে আমাৰ সন্দেহ থাকিব নালাগে। ৰায়চৌধুৰীৰ লগত এজনো সমধৰ্মী সংগ্ৰামী লোক থকা হ'লে অসমত সংখ্যাগুৰুৰ ইমান লাঞ্ছনা নহ'লহেঁতেন আৰু সংখ্যালঘুয়ো নিৰাপত্তা নেহেৰুৱালেহেঁতেন। ৰায়চৌধুৰী সংকীৰ্ণমনা জাতীয়তাবাদী নাছিল। তেওঁ মহান ভাৰতীয় জাতিৰ অস্তিত্ব ৰক্ষাৰ কথাই অহোৰাত্ৰি চিন্তা কৰিছিল। চীনা আৰু পাকিস্তানী আক্ৰমণৰ সময়ত তেওঁ ভাৰতৰ সন্মান ৰক্ষাৰ অৰ্থে জীৱন উছৰ্গা কৰিবলৈ অসমবাসীক উদ্বুদ্ধ কৰিছিল। নিৰলস কৰ্ম-সাধনা আৰু সৎ আদৰ্শৰ যোগেদি ভাৰতে জগতসভাত ন্যায্য আসন পাব— এই আশা তেওঁ পোষণ কৰিছিল। 'মানুহৰ স্বাভাৱিক অধিকাৰৰ সন্মান ৰক্ষাৰ উচ্চ আদৰ্শ ধৰিয়াই সমগ্ৰ পৃথিৱীব্যাপী যি লীলা-খেলাবিলাক চলিব ধৰিছে, সেই স্বাভাৱিক অধিকাৰৰ সত্যতা স্পষ্টকৈ সাব্যস্ত কৰিবলৈ ভাৰতেও তাৰপৰা শক্তিৰ উপাদান আহৰণ কৰিব লাগিব। কিন্তু এই আহৰণ ভাৰতৰ পক্ষে কোনো দিনেই



সম্ভৱপৰ হৈ নুঠিব, যিদিনালৈকে ভাৰতে ধৰ্মগত, শ্ৰেণীগত, বৰ্ণগত, প্ৰদেশগত ক্ষুদ্ৰতাৰ জেওৰা ভাঙি ওলাই আহি নিজৰ আত্মস্থিত বিৰাটত্বক উপলব্ধি কৰাৰ দুৰ্দম বাঞ্ছা মনত পুহি নল'ব' (পৃথিৱীৰ ৰূপান্তৰৰ দান, ১৯৩৮)।

আনহাতে, অম্বিকাগিৰীয়ে প্ৰাদেশিক সংস্কৃতিসমূহৰ সংৰক্ষণৰ বাবেও কম চিন্তিত হোৱা নাছিল। 'বিশাল ভাৰতৰ সকলো অধিবাসীয়েই এক বিশাল অস্তিত্বৰ অংগ। কিন্তু তথাপি প্ৰত্যেকৰে আপোন আপোন বৈশিষ্ট্য আছে। নিজৰ স্বকীয় ৰীতি-নীতিৰ বাহিৰেও নিজৰ মাতৃভাষাও এই বিশেষত্বৰ এটি। এই বিশেষত্ব-বোধৰ উপলব্ধিৰ দ্বাৰাহে ভাৰতৰ ব্যাপক ৰাষ্ট্ৰীয় জীৱনৰ পূৰ্ণতা আৰু সমৃদ্ধি হ'ব পাৰে।' (১৯১৯)

ভাৰতীয় জাতীয়তাবাদ আৰু বিশ্বজনীনতা আঁকোৱালি ল'বৰ জোখাৰে অম্বিকা-গিৰীৰ উদাৰতা আছিল। কিন্তু সেই উদাৰতাৰ বিশাল পৰিক্ৰমাত গণতান্ত্ৰিক শাসনযন্ত্ৰই গুৰি কৰিব খোজা অসমীয়া জাতিৰ বাবেও অকণমানি ঠাই ৰখা হৈছিল। তেওঁ অসমলৈ অহা আন প্ৰদেশৰ মানুহক বহিষ্কাৰ কৰাৰ কথা সপোনতো ভবা নাছিল। বিভিন্ন দিশৰ পৰা নানা জাতি-উপজাতিৰ মানুহ আহি বিশাল ভাৰতীয় জাতি গঢ়ি তোলাৰ দৰে নতুন অসমীয়ায়ো খিলঞ্জীয়া অসমীয়াৰ লগত জীণ গৈ অসমীয়া জাতি গঠনত অৰিহণা যোগাব, এই আশা দেশপ্ৰেমিক অম্বিকাগিৰীয়ে স্বাভাৱিকভাবেই কৰিছিল: 'খিলঞ্জীয়াৰ স'তে এটা হৈ জাতীয় একতা সুষমা গঢ়া।'

দেহজ প্ৰেম, ভগৱৎ প্ৰেম আৰু স্বদেশ প্ৰেম ৰায়চৌধুৰীৰ কবিতাৰ কেন্দ্ৰীয় উপাদান। ৰায়চৌধুৰী সম্ভৱতঃ অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠ প্ৰেমৰ কবি। প্ৰেমৰ স্বৰূপ আৰু মাহাত্ম্য সম্পৰ্কে তেওঁৰ যি ধাৰণা তাত বিশ্বজনীনতাৰ সুৰ বিদ্যমান। তেওঁ প্ৰত্যক্ষ অভিজ্ঞতাৰ আলোকত প্ৰেমৰ বিষয়ে কালজয়ী কবিতা সৃষ্টি কৰি গৈছে। যৌৱনৰ উন্মেষৰ লগে লগে ৰায়চৌধুৰী এজনী বঙালী ছোৱালীৰ প্ৰণয়াসক্ত হয়। এই ভালপোৱা অতলস্পৰ্শী আৰু অবিনশ্বৰ। কবিৰ এই ভালপোৱাৰ গভীৰতা আৰু গাঢ়তা চেক্সপীয়েৰৰ 'Let me not to the marriage of true Minds' বোলা চনেটটোত প্ৰকাশ পোৱা গভীৰতাৰ লগত তুলনীয়। এই সময়তে ৰায়চৌধুৰী বংগভংগ আন্দোলনৰ আপাহত সৃষ্টি হোৱা এনাৰ্কিষ্ট দলৰ লগত লগ লাগি কিছুমান দুদ্ধৰ্ষ কাৰ্যত লিপ্ত থাকিব লগা হয়। দেশৰ আহ্বানত সঁহাৰি দিওঁতে তেওঁৰ নিজৰ প্ৰণয়িণীক অনিচ্ছা সত্বেও আওহেলা কৰিব লগা হয়। সপ্তদশ শতিকাত 'কেভেলিয়া'ৰ কবি লাভলেচে (Lovelace) কোৱাৰ দৰে তেৱোঁ ক'ব পাৰিলেহেঁতেন—'দেশক তোমাতকৈ ভাল নোপোৱাহেঁতেন, তোমাকো ইমান ভাল পাব নোৱাৰিলোঁহেঁতেন'। ৰায়চৌধুৰীৰ আত্ম-দ্বন্দ্ব ট্ৰেজিক। ৰায়চৌধুৰীয়ে তেওঁৰ অবিচল প্ৰেমৰ প্ৰমাণ দিবলৈ হাতৰ আঙুলিৰ এটি পাব হেৰুৱাব লগা হয়। ইয়াৰ পাছত দৈহিকভাবে বিচ্ছিন্ন হ'লেও কবিৰ হৃদয়-আকাশত তেওঁ ভোটা তৰাৰ দৰে চিৰন্তন হৈ জিলিকি থাকে। তেৱেঁই 'তুমি', 'বীণা' আৰু 'অনুভূতি'ৰ বেছি-ভাগ গীতি-কবিতাৰ ঘাই প্ৰেৰণা। 'বীণা'ৰ উৎসৰ্গ পত্ৰত আছে—'আকাশতকৈয়ো উদাৰ, আলোকতকৈয়ো উজ্জ্বল, প্ৰেমতকৈয়ো পবিত্ৰ, ভক্তিতকৈয়ো কোমল, তত্ত্বত-কৈয়ো গভীৰ যি সুন্দৰীৰ সৌন্দৰ্যত মোৰ অন্তৰ্জগত সদায় উদ্ভাসিত হৈ আছে, সেই চেনেহী সাদৰীৰ শ্ৰীচৰণত মোৰ পূজাৰ প্ৰীতিভৰা অঞ্জলি।' 'তুমি', 'বীণা'

আৰু 'অনুভূতি'ত সন্নিৱিষ্ট কৱিতা পঢ়িলে এই ধাৰণা মনলৈ আহে যে ৰায়চৌধুৰীৰ এই উক্তিত অকণো অতিৰঞ্জনৰ ছাপ নাই।

প্ৰচণ্ড ভাল পোৱাৰ ভৰো ৰায়চৌধুৰীৰ আয়ত্তাধীন আছিল। প্ৰিয়তমাৰ লগত হোৱা বিচ্ছেদে কবিৰ অন্তৰত ভালপোৱাৰ পাৰ ভাঙি ব্ৰহ্মাণ্ডীয় ঢৌৰ খলকনি তুলিলে। বিয়েট্ৰিছৰ লগত হোৱা বিচ্ছেদৰ ফলত ডান্টেৰ মনত হোৱা প্ৰতিক্ৰিয়া আৰু অন্তৰ্দাহ আধ্যাত্মিক চেতনাৰ ৰূপত প্ৰকাশ পায়। ডান্টেৰ বিয়েট্ৰিছৰ প্ৰতি হোৱা আসক্তিৰ অনুৰূপ প্ৰতিক্ৰিয়াতে 'তুমি'ৰ দৰে খণ্ডকাব্য আৰু 'বীণা' আৰু 'অনুভূতি'ৰ লিৰিকিসমূহৰ জন্ম হয়। এইবোৰ কৱিতাত প্ৰকাশ পোৱা প্ৰেম অনিৰ্বচনীয় আৰু এইবোৰত কামনা-বাসনাগত প্ৰেমে দেহাতীত ভগৱৎ প্ৰেমৰ মহাসাগৰত লীন হৈও নিজৰ সত্তা অক্ষুণ্ণ ৰাখে। ডঃ কাকতিয়ে 'তুমি'ত প্ৰকাশ পোৱা চেতনাক কবিৰ 'বিশ্বৰূপ দৰ্শন' বুলি কৈছে। ইয়াত সকলো বিশ্ব সৌন্দৰ্য থুপ খাই আছে। গেটেয়ে শকুন্তলাৰ বিষয়ে দিয়া উক্তি 'তুমি' কাব্যৰ ক্ষেত্ৰতো খাটিব—'বসন্তৰ ফুলৰ কলি, শৰতকালৰ ফল।' কবিয়ে এই কাব্যত জগত আৰু স্বৰ্গক একেডাল ডোলেৰে বান্ধিছে। প্ৰিয়তমাৰ লগত হোৱা দৈহিক বিচ্ছেদৰ ফলত উৎপত্তি হোৱা ভূমাস্পৃহাই তেওঁক সকলো জাগতিক সৌন্দৰ্যতে ভগৱানৰ বিৰাট ৰূপৰ ছবি প্ৰত্যক্ষ কৰিবলৈ শিকাইছে।

প্ৰথম সৰ্গত প্ৰিয়তমাৰ সৌন্দৰ্য আৰু সকলো মধুৰ অভিব্যক্তিত ভগৱানৰৰূপ দেখা পাইছে। তেৱেঁই এই অতুলনীয় সৌন্দৰ্য আৰু তেৱেঁই এই সৌন্দৰ্যৰ উপলব্ধিও: 'তুমি সুখেৰে নিমগ্ন তাত মিলনৰ মন্ত্ৰ জপি জপি'। নাৰীৰ সৌন্দৰ্য আৰু মনস্তাত্বিক মধুৰ ভংগী কোনো অসমীয়া কবিয়ে ইমান অকপটভাবে ইমান মনোগ্ৰাহীকৈ বৰ্ণনা কৰা নাই:

তুমি চুচুক চামাক কই
সুবিমল ৰিহাৰ আঁৰত;
কাৰনো মুখনি আহা
থ'ই দিছা পমাই কিহত?

এনে বৰ্ণনাৰ তুলনা বিচাৰিব লাগিলে সংস্কৃত কাব্যৰ শ্ৰেষ্ঠ কীৰ্তিসমূহৰ কাষ চাপিব লাগিব।

দ্বিতীয় সৰ্গত সকলো পাৰিবাৰিক মৰম-চেনেহ, সুখ-শান্তিৰ অভিব্যক্তিতে কবিয়ে ভগৱানৰ অতুলনীয় ৰূপ দেখা পাইছে। পুত্ৰৰ প্ৰতি মাতৃৰ স্নেহ, স্বামীৰ প্ৰতি পত্নীৰ সহনশীল প্ৰেম, ভাই-ভনীৰ সৰল ভালপোৱা এই সকলোতে কবিয়ে ভগৱানৰ বিৰাট ৰূপৰ প্ৰতিচ্ছবি দেখা পাইছে।

দুৰ্বৃত্ত স্বামীৰ কত
সহি থাকি উগ্ৰ অত্যাচাৰ;
তুমি ভগা হিয়াখনি লই
খোজা তাৰ মুকুতিৰ পাৰ।

মাতৃ-শিশু, পতি-পত্নীৰ পাৰস্পৰিক স্নেহৰ বন্ধনৰ ছবি এনে মনোমোহাকৈ অসমৰ বৈষ্ণৱ কবিসকলেহে অংকন কৰিছিল।

ৰায়চৌধুৰীৰ নৈসৰ্গিক বৰ্ণনাও মনোৰম। 'তুমি'ৰ তৃতীয় ছেদত কবিয়ে



ভগৱানৰ বিৰাট সৌন্দৰ্যৰ জাগতিক অভিব্যক্তি হিচাপে অনিৰ্বচনীয় নৈসৰ্গিক ৰূপসমূহ মূৰ্ত কৰি তুলিছে:

তুমি পূৰ্ণিমাৰ পোহৰত
ভাঁহি যোৱা সেউজী বননি;
তুমি সুমধুৰ পঞ্চমত
বুৰি থকা তৃপ্তিৰ বিননি।

ছত্ৰটোৰ দ্বিতীয়াৰ্ধত প্ৰকাশ পোৱা কুলিৰ মাতৰ ইন্দ্ৰিয়চেতনালব্ধ উপলব্ধি ইমান মনোৰম আৰু সংযত ভাষাত আন কোনো কবিৰ ৰচনাত পোৱা নাযায়। জাৰকালি প্ৰকৃতিৰ নিৰাভৰণ ৰূপ আৰু বসন্তৰ আগমনত সকলো বন-বৈচিত্ৰ্যৰ বৰ্ণনা সংযত অথচ পৰ্যাপ্ত। এইবোৰত কবিৰ সূক্ষ্মদৃষ্টি আৰু ব্যঞ্জনাশক্তিৰ পৰিচয় পোৱা যায়।

তুমি একেটি পদুম ফুলি
একেখনি বিলৰ বুকত
তুমি অনন্ত কল্পনা কত
উচতোৱা কবিৰ প্ৰাণত।

এই ছত্ৰটোৱে ৱৰ্ডছৱৰ্থৰ Far as a star when only one, Is shining in the sky ছত্ৰটিলৈ মনত পেলায়। 'তুমি প্ৰকৃতি পয়োধৰত সুবিমল শূন্য নীলাম্বৰ' আদি ছত্ৰ পঢ়িলে যেনেকৈ কালিদাসৰ বৰ্ণনালৈ মনত পৰে, তেনেকৈ শৰৎ আৰু বৰ্ষাৰ ক্ষুদ্ৰকায় ছবিবোৰ পঢ়িলে শংকৰদেৱৰ অতুলনীয় শৰত আৰু বৰ্ষা বৰ্ণনালৈ মনত পৰে। কবিৰ মৌলিক অন্তৰ্দৃষ্টি, সূক্ষ্ম পৰ্যবেক্ষণ আৰু ব্যঞ্জনাশক্তিৰ গুণত এই মনোমোহা ছবিবোৰ গ্ৰথিত হৈছে।

চতুৰ্থ সৰ্গত ভগৱান সকলো জাগতিক তত্ত্বৰ মূল হিচাপে প্ৰতিভাত হৈছে। মানুহৰ প্ৰাণ উতলা কৰা সীমাহীন বাসনা আৰু তৃপ্তিৰ আকাংক্ষা, অসীমৰ উদ্দেশ্যে ধাৱমান সীমাবদ্ধ আত্মাৰ ছবিও ইয়াত প্ৰকাশ পাইছে। এইবোৰে মনত পেলায় ব্ৰাউনিঙৰ Infinite passion, and the pain of the finite hearts that yearn, এই বিখ্যাত ছত্ৰটিলৈ। ভগৱানে তেওঁৰ সৃষ্টিৰ আৰোৱাণখনৰ আঁৰালত থাকি কবিপ্ৰাণৰ সৈতে যি লুকাভাকু খেলিছে, তাত অতীষ্ঠ হৈ আমাৰ কবি চিঞৰি উঠিছে:

নাজানানে ময়ে তয়ু বিলাস-ফুলনি?
বুকু-ভঙা বিৰহত শান্তিৰ জুৰণি?
কিয় মোক হেলা কৰি
কোন কি দেশত পৰি
কি সুখেৰে আছা হেৰা সুন্দৰ অমৰ?
পৰিছেনে কোৱা ৰাকু জুৰণি প্ৰাণৰ?

পঞ্চম সৰ্গত কবি আৰু ভগৱানৰ মাজত থকা সম্বন্ধক আৰু গাঢ়তৰভাবে উপলব্ধি কৰিবৰ প্ৰয়াস দেখা যায়। কবিয়ে অসীমৰ সীমাহীন পাৰাবাৰত মাত্ৰ প্ৰেমৰহে খলকনি শুনিবলৈ পাইছে:

'অসীমৰ বিৰাট অঞ্চল ৰঞ্জিত প্ৰেমত।'

আজীৱন প্ৰেমৰ সাধনা কৰিও কবিয়ে অসীম প্ৰেমজনিত বিৰহত ছাটিফুটি কৰিছে।

তথাপিনো কাৰ বাবে
চিঞৰে নিমাত বাৰে
প্ৰাণে মোৰ কাৰ বিৰহত
অন্তৰ বিধুৰ ?

কবিয়ে উপলব্ধি কৰিছে, তেওঁ প্ৰেমিকাৰ মহাপৰাধীন 'ইন্দ্ৰিয়ভোগৰ প্ৰেমত' ডুবি থাকোঁতে ভগৱানৰ করুণাসিন্ধুৰ আশ্ৰয় নাপালে।

তাতেহে তাহানিখন
নাপালো তোমাৰ মন
নকৰিলা প্ৰকাশ তোমাৰ
বিমোহন ৰূপ।

সপ্তদশ শতিকাৰ ভক্ত কবি হাৰ্বাটৰ 'পুলি' (The Pulley) কবিতাত ভগৱানে অশান্তিৰ কপিকলেৰে মানুহৰ আত্মাক আকৰ্ষণ কৰাৰ দৰে 'তুমি'তো ভগৱানে এইদৰে কবিৰ মনত প্ৰেমৰ অতৃপ্তিৰ বিননি তুলি তেওঁক অসীমৰ আঁৰৰপৰা আকৰ্ষণ কৰিছে। কবিয়ে ভগৱৎ করুণাৰ যোগেদিয়েই ভগৱানৰ অসীম আলোকৰ সন্ধান কৰিছে। কাৰণ,

তুমি আছা সিপাৰত
মই বাসনা আঁৰত
কৈ দিবা কেনেদৰে পাম
তোমাৰ পোহৰ।

ষষ্ঠ সৰ্গত কবিয়ে ভগৱানৰ লগত একাত্মতা উপলব্ধি কৰিছে। কবিয়ে কৃত্ৰিম অভিমানত প্ৰেমিকে প্ৰেমিকাৰ ওচৰত কৰাৰ দৰে অনুযোগ কৰিছে। কবিয়ে অনন্তৰ দুৱাৰদলিত থিয় হৈ ভগৱানৰ করুণা ভিক্ষা কৰিছে, ভগৱানে সহাঁৰি দিয়া নাই। কিন্তু ভক্তজনৰপৰা বিচ্ছিন্ন হৈ ভগৱানে শান্তিৰ জুৰণি পাব নোৱাৰে।

নিদিয়া নালাগেচোন
থাকা বাৰু কেনেকৈ
প্ৰাণৰ সুখত।

ভাবৰ বিভিন্নতা সত্বেও এনেধৰণৰ নিকট সম্বন্ধৰ চেতনা (intimacy) ডানৰ কবিতাৰ লগতহে তুলনীয়। Thou hast made me, and should thy work decay ? ভক্ত আৰু ভগৱানৰ দিয়া-লোৱাৰ ভাবতহে ভগৱানৰ অনন্ত ৰহস্য বিকশিত হয়। অৱহেলা-অৱজ্ঞাৰ মাজেদি নহয়।

অৱহেলি মোক জানো
পাৰিবা সামৰি ল'ব
অস্তিত্ব তোমাৰ ?
আদিহীন অন্তহীন
মোতে দেখো গঁথা তব
পূৰ্ণতাৰ পাৰ ?



সপ্তম সৰ্গত কবি পৰমব্ৰহ্মৰ লগত পুনৰ্মিলনৰ উলাহত নাচি উঠিছে।

কালৰ গতিত দীঘলীয়া কবিতাৰ সম্ভাৱনা লুপ্তপ্ৰায় হৈ আহিছে। তথাপি ৰায়চৌধুৰীয়ে যুগ যুগ ধৰি চলি অহা ভাৰতীয় চিন্তাৰ এতিয়াও অম্লান ভগৱৎ প্ৰেমৰ আধাৰত তেওঁৰ ৰোমান্টিক প্ৰেম স্থাপন কৰি এই অসম্ভৱ সম্ভৱ কৰি তুলিছে।

মূলতঃ ৰোমান্টিক ঐতিহ্যৰ উত্তৰাধিকাৰী হ'লেও ৰায়চৌধুৰী জীৱন-বিমুখ নহয়। বৰং বায়ৰণ, শ্যেলী আদি ইংৰাজ ৰোমান্টিক কবিসকলৰ দৰে তেওঁৰ কবিতাতো মানৱতাৰ জয়গান আছে। তাৰ উপৰি ভাৰতীয় আধ্যাত্মিকতাৰ অনুভূতি আৰু চিন্তাৰ পশ্চাৎপটত আছে উপনিষদৰ আধ্যাত্মিকতা আৰু অসমীয়া বৈষ্ণৱ কবিসকলৰ ভক্তি মাৰ্গ। প্ৰেমৰ কবি হিচাপে তেওঁ ইংৰাজ ৰোমান্টিক কবিসকলৰ শাৰীত নপৰে। প্ৰকৃততে দেহজ প্ৰেমৰ মহিমাই তেওঁৰ হৃদয়ক ভগৱৎ প্ৰেমৰ ৰসত আপ্লুত কৰা আৱেশক ড° কাকতিয়ে ডান্টেৰ সমধৰ্মী অভিজ্ঞতাৰ লগত তুলনা কৰাটো যথাৰ্থ কাম হৈছে। কবিৰ মহান মানৱীয় প্ৰেমক ভূমাস্পৃহাৰ লগত সংযুক্ত কৰি লিখা ভালেমান 'লিৰিক' আছে। সেইবোৰ 'তুমি'ৰ সমসাময়িক 'বীণা' আৰু পৰৱৰ্তীকালত প্ৰকাশিত 'অনুভূতি'ত সন্নিৱিষ্ট হৈছে। বহু সংকলনত স্থান পোৱা 'তন্দ্ৰাভংগ' কবিতাটোক কবিৰ প্ৰথম পৰ্যায়ৰ কাব্য পৰিক্ৰমাৰ ক্ষুদ্ৰ সংস্কৰণ বুলিব পাৰি। 'ৰাণীৰ ওঁঠত এটুপি ফটিকা পি, যুগ বহু শত আছিলোঁ নিচাল দি' কাব্যছত্ৰই বহুতকে বিদ্যাপতিৰ 'লাখ লাখ যুগ হিয়ে হিয়ে ৰাখনু'ৰ অন্তনিহিত ভাৱটিলৈ মনত পেলাই দিব। অহোৰাত্ৰি প্ৰেম-বিৰহত চাটি-ফুটি কৰি কবিয়ে অন্তৰত তেওঁৰ প্ৰিয়তমাৰ নূপুৰ-নিক্কন শুনিছে। এতিয়া তন্দ্ৰা-ভংগৰ কাল। এতিয়া আৰু তেওঁৰ প্ৰেমত কাম-গোন্ধ নাই।

আজি তন্দ্ৰা টুটিল
ৰাগী ভাগিল
ৰাণীক আগত পালোঁ
ইবাৰ ওঁঠত নহয়
গদত অমৰ সুধা পিলোঁ।

কামনাৰঞ্জিত প্ৰেমক ভগৱত প্ৰেমৰ পৰ্যায়লৈ নিয়াৰ এনে বলিষ্ঠ ইংগিত অসমীয়া সাহিত্যত বিৰল। দেহজ প্ৰেমৰ পৰা দেহাতীতলৈ সহজভাবে গতি কৰিলেও ৰায়চৌধুৰীৰ প্ৰেমৰ কবিতাত দেহজ প্ৰেমৰ আকৰ্ষণ তথা কামনাবাসনাম জগতৰ বৰ্ণনাৰ ক্ষেত্ৰত কোনো ভিক্টৰীয় লুকঢাক নাই। এনে বলিষ্ঠ বৰ্ণনা অকল ভাৰতীয় সাহিত্যতে নহয়, উনবিংশ শতিকাৰ ইংৰাজ সাহিত্যতো বিৰল। এইক্ষেত্ৰত তেওঁক সপ্তদশ শতিকাৰ মেটাফিজিকেল কবিসকলৰ লগত তুলনা কৰিব পাৰি। মানুহ আৰু ভগৱানৰ মাজত বুজাপৰাৰ যি অভিব্যক্তি, তাৰ তুলনাও ডানৰ আধ্যাত্মিক কবিতাৰ লগতহে সম্ভৱ। ৰায়চৌধুৰীৰ দৰে ডানৰ অন্তৰো পোনতে ইন্দ্ৰিয়গ্ৰাহ্য প্ৰেমত মত্ত আছিল। ডানৰ এনমূৰৰ প্ৰতি থকা অগাধ ভালপোৱাৰ লগত ৰায়চৌধুৰীৰ ৰাণীৰ প্ৰতি থকা অগাধ ভালপোৱা তুলনীয়। ডানে এনমূৰক বিয়া কৰায়। তেওঁৰ যুগত পাৰ্থিৱ প্ৰেমক ভূমাস্পৃহাৰ জগতলৈ উত্তৰণ ঘটোৱাৰ নজিৰ নাই। পাৰ্থিৱ সৌন্দৰ্যত বিশ্বনিয়ন্তাৰ ছবি প্ৰকাশ পোৱাৰ কল্পনা উনৈশ শতিকাৰ চিন্তাধাৰা। ৰায়চৌধুৰীৰ অনস্বীকাৰ্য মৌলিকতালৈ চালে দেখা

যায় তেওঁৰ এই চিন্তাধাৰাও অনায়াসলব্ধ। অৱশ্যে এই কথা সঁচা ভানেও প্ৰেমাস্পদৰ ওচৰত অনুনয়-অনুযোগ কৰা দৰে ভগৱানক কাকুতি কৰিছিল। তেওঁ এঠাইত লিখিছে—'মোক বিশুদ্ধ কৰা, তেহে মই নিটোল ৰূপত বতিব পাৰোঁ। মোক বলাৎকাৰ কৰা, তেহে মই পৱিত্ৰতা ৰক্ষা কৰিব পাৰোঁ।' 'তুমি' কাব্যত প্ৰকাশ পোৱা ভগৱান আৰু কবিৰ হৃদ্যতা আৰু সান্নিধ্য আৰু প্ৰেমাপ্লুত বিবোধৰ ভাৱটোও 'ডান'সুলভ। ভিক্টৰীয় কাব্য-সংকলন পালগ্ৰাভৰ গোল্ডেন ট্ৰেজাৰিত ডানৰ কবিতাই স্থান পোৱা নাই। গতিকে ৰায়চৌধুৰী এই কবিতাৰ সান্নিধ্যলৈ অহাৰ প্ৰশ্ন নুঠে। এক বিশেষ চৈতন্যৰ অধিকাৰী কাব্য-চেতনাই মুক্তভাৱে হৃদয়াবেগ প্ৰকাশ কৰাৰ ক্ষেত্ৰত অনুৰূপ প্ৰকাশ-ভংগীৰ আশ্ৰয় লোৱাটো স্বাভাৱিক। প্ৰাচ্য আৰু পাশ্চাত্য সাহিত্যৰ গভীৰ অধ্যয়নৰ সময়-সুবিধা নোপোৱা ৰায়চৌধুৰীৰ মৌলিকতাত কাৰো সন্দেহ থাকিব নালাগে। শ্ৰেষ্ঠ কবিয়ে তেওঁৰ সমগ্ৰ পৰিৱেশৰ পৰাই আহিলা সংগ্ৰহ কৰে আৰু এলিয়টীয় ভাষাত ক'বলৈ হ'লে তেওঁৰ কবিতাই কালিদাসৰ পৰা ৱৰ্ডচৱৰ্থলৈ সকলো পূৰ্বসুৰীৰে অস্তিত্ব দাবী কৰে।

এনাৰ্কিষ্ট দলত যোগ দি ৰাজৰোষত পৰি কেবাবছৰ অন্তৰীণ বন্দী হৈ থকা কালতে ৰায়চৌধুৰীৰ কাব্য-প্ৰতিভা বিকশিত হয় আৰু পৰিপক্কতা লাভ কৰে। এই সময়ছোৱাতে 'তুমি' আৰু 'বীণা'কে ধৰি তেওঁৰ শ্ৰেষ্ঠ সাহিত্যৰাজিৰ সৃষ্টি হয়। ভোৰেমি বেন্থামে কৈছিল—নিলিখাকৈ থাকিব পাৰিলে কবিতা লিখিব নালাগে। তেওঁ কবিৰ অন্তৰত উঠা অনিবাৰ্য ভাবৰ খলকনি তোলা প্ৰেৰণাৰ কথাই কৈছিল। অম্বিকাগিৰীৰ শ্ৰেষ্ঠ কবিতাসমূহ এনে ভাবৰ খলখলনিৰ পৰা ওলোৱা। তেওঁৰ বীণাৰ চুটি পাতনিখন এনে ধৰণৰ—'চাৰিওফালে চেপি ধৰা এই বৰ ডাঙৰ জগতখনৰ খুন্দা খাই, মোৰ অন্তৰ ফালি ভাব সাগৰৰ যি দুই চাৰি জোলোকা জৰি পৰিছে, তাত বাজে আন একোৱে ইয়াত ঠাই পোৱা নাই'।

১৯১৬ চনত ৰাজৰোষৰ পৰা মুক্তি পোৱাৰ পাছত ৰায়চৌধুৰীয়ে দেশৰ কামত মন-প্ৰাণ ঢালি দিয়ে। অসম তথা ভাৰতৰ স্বাধিকাৰ ৰক্ষাৰ হকে অসমীয়া গণ-জীৱন চেতনাৰে উদ্বুদ্ধ কৰিবলৈ তেওঁ এটা প্ৰেছ প্ৰতিষ্ঠা কৰিবলৈ যি অমানুষিক প্ৰৱিশ্ৰম কৰিলে তাৰ ফলত তেওঁৰ কবিতা কিছু পৰিমাণে স্থবিৰ হৈ পৰিল। ১৯১৯ চনত জালিৱানৱালাবাগৰ হত্যাকাণ্ডৰ ফলত তেওঁৰ কবি-কণ্ঠত উদাত্ত ছন্দত বিক্ষুব্ধ আত্মাৰ গৰ্জন শুনিবলৈ পাওঁ—

জাগ ডেকা তেজ জাগ
আগ্নেয়গিৰি উগাৰি জাগ
এলাহৰ গাঁঠি ভাঙি গুৰি কৰি
কৰ্ম ধাৰাৰে ধৰণী চাক।

ৰায়চৌধুৰীৰ এনেবোৰ কবিতা পঢ়িলে ইয়েটচৰ এষাৰ কথা মনলৈ আহে—'মানুহে আনৰ লগত সংগ্ৰামৰ যোগেদি অলংকাৰ আৰু নিজৰ লগত সংগ্ৰামৰ যোগেদি কবিতাৰ সৃষ্টি কৰে'। সেই ফালৰ পৰা চাবলৈ গ'লে 'তুমি', 'বীণা', 'অনুভূতি'ত প্ৰকাশ পোৱা প্ৰেম-ভক্তি ধৰ্মী কৃবিতাবোৰ অধিক সমৃদ্ধ। কিন্তু ৰায়চৌধুৰী অসমৰ সেইজন বিৰল কবি, যাৰ জীৱনৰ পৰা কোনো কবিতাক অকণো বিচ্ছিন্ন কৰি ৰাখিব নোৱাৰি। তেওঁৰ বিভিন্ন কবিতা তেওঁৰ জীৱনৰ দিন-লেখা স্বৰূপ। মধ্যবিত্ত সুলভ লুকঢাক,



সাৱধানতা আৰু অসত্য ভাষণ তেওঁৰ কবিতাত দুৰ্লভ। সেইবাবে অসমীয়া সাহিত্যত তেওঁ এক বিশিষ্ট স্থান অধিকাৰ কৰি আছে। ১৯২১ চনত সুদীৰ্ঘ কাল সশ্ৰম কাৰা-দণ্ড ভোগ কৰা সময়ৰ নিৰ্যাতনে তেওঁৰ মনৰ দৃঢ়তাক ইস্পাতৰ দৰে কঠিন কৰে। তেওঁৰ কাৰাৰুদ্ধ অৱস্থাত শিল ভাঙি ভাঙি ৰচনা কৰা উদাত্ত কন্ঠৰ আহ্বানসমূহ পাছত ডঃ বাণীকান্ত কাকতি আৰু ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাৰ দ্বাৰা ইংৰাজীলৈ অনূদিত হৈ Songs of the cell নামেৰে প্ৰকাশ পায় আৰু দেশ-বিদেশত সমাদৃত হয়। কাৰ্লাইলৰ দৰে কৰ্মকেই ধৰ্ম বুলি সাৰোগত কৰা কবিজনাৰ জীৱন-দৰ্শন 'জীৱন কিহক কয়' কবিতাত ফুটি উঠিছে ঃ

যি জীৱনত
বজ্ৰ কঠোৰ নিৰ্যাতনৰ
ঘোৰ ঘৰষণ লাগি,
মত্ত মহৎ
কাল বিজয়ী ৰুদ্ৰলীলাৰ ডমৰু ভেদি
অনল উঠে জাগি।

এনেবোৰ বলিষ্ঠ পংক্তিৰে অম্বিকাগিৰীয়ে অসমীয়া ভাষাৰ ওজস্বীগুণ আৰু বলিষ্ঠ প্ৰকাশিকা শক্তিৰ চানেকী দাঙি ধৰিছে।

লেটিন ব্যংগকাৰ জুভেনেল (Juvenal) ৰ মতে ক্ৰোধেই কবিতা। স্বাধীনতাৰ পূৰ্বে আৰু পৰৱৰ্তীকালত মানৱতাৰ লাঞ্চনা আৰু থক দেখি অগ্নিবৰষা ভাষাত তেওঁৰ ক্ৰোধ বিচ্ছুৰিত হৈছিল। 'ভোটৰ হাটত দেশবিক্ৰীৰ গুণগুণনি' শুনিও অত্যন্ত বিচলিত হৈছিল। স্বাধীনতাৰ পৰৱৰ্তী কালত আত্মসন্তুষ্টিৰ ভাবে আমাৰ সাহিত্যক আচ্ছন্ন কৰি থাকোঁতে অম্বিকাগিৰী সৰ্বাত্মক বিপ্লৱীৰ ৰূপত অৱতীৰ্ণ হয়। তিক্ত অভিজ্ঞতাৰ নিয়াৰিত জ্বলা অগ্নিস্ফুলিংগৰ দৰে এই কবিতাবোৰ ৰায়চৌধুৰীৰ কাব্য-সংকলন 'বেদনাৰ উল্কা'ত (এটা যথাৰ্থ নাম) প্ৰকাশ পাইছে। তেওঁৰ বেদনাৰ সীমা নাছিল এই কথা দেখি যে স্বাধীন ভাৰতত দৰিদ্ৰ দৰিদ্ৰতৰ হৈছে আৰু দলীয় ৰাজনীতিকৰ থকে সীমা চেৰাই গৈছে। এই অগ্নিগৰ্ভ কবিতাবোৰ নিটোল নহয়, এইবোৰ গলিত লাভাৰ দৰে অৱয়ৱহীন আৰু খনিৰ পৰা সদ্য নিষ্কাসিত ধাতুৰ দৰে অপৰিস্ৰুত। কিন্তু এই কবিতাবোৰে তেওঁৰ ব্যক্তি-সত্তাক অনুধাৱন কৰিবলৈ যথেষ্ট সহায় কৰে। তেওঁ এটা উপযুক্ত সহৃদয় পাঠকগোষ্ঠী সম্পৰ্কে নিঃসন্দেহ হ'ব পৰা হ'লে জুভেনেলৰ দৰে ব্যংগ কবিতাও সৃষ্টি কৰিব পাৰিলেহেঁতেন।

নিজৰ দেশত নিজৰ ভাষা-সংস্কৃতি স্থাপন কৰাৰ গুৰু দায়িত্বৰ পৰা তেওঁ স্বদেশবাসীক অব্যাহতি দিব পৰা নাছিল। কিন্তু ভাৰতক বহিঃশত্ৰুৱে আমক্ৰণ কৰা সময়ত তেওঁৰ কণ্ঠ পুনৰ গৰজি উঠিছিল আৰু তেওঁ ভাৰতত স্বাধীনতা ৰক্ষাৰ হকে পূবপ্ৰান্তৰ দেশবাসীক উদ্বুদ্ধ কৰিছিল। ভাৰতক ভাল পাইছিল বাবেই তেওঁ অসমক ভাল পোৱাৰ দায়িত্বৰ পৰা নিজক মুক্ত কৰিব পৰা নাছিল। তেওঁ শেষজীৱনত বিভিন্ন কবিতাৰ যোগেদি ভাৰতীয় গণতন্ত্ৰৰ শ্বাসৰুদ্ধকাৰী বাষ্পময় বাতাৱৰণত এটা বিনন্দীয়া ঐতিহ্যমণ্ডিত সংস্কৃতি বিলুপ্ত হোৱাৰ আশংকাত জিকাৰ খাই উঠিছিল। কৰ্মবিমুখ অসমীয়া তথা ভাৰতীয় জাতিৰ অপসংস্কৃতিৰ প্ৰতি স্বাধীনোত্তৰ কালত হোৱা দুৰ্বাৰ আকৰ্ষণেও তেওঁক দুঃখ দিছিল। এয়েই আছিল তেওঁৰ শেহৰ কবিতাবোৰৰ কেন্দ্ৰীয় চেতনা।

# অসমীয়া কৱিতাত জাতীয়তাৱাদ

গোবিন্দ প্ৰসাদ শৰ্মা

১৮২৬ খৃষ্টাব্দত অসম সম্পূৰ্ণৰূপে বৃটিছৰ শাসনাধীন হয়। উনবিংশ শতিকাৰ শেষ দশকলৈকে নতুনকৈ স্থাপিত হোৱা এই বিদেশী শাসনৰ বিৰুদ্ধে ক্ষমতাচ্যুত ৰজা আৰু বিষয়াবৰ্গৰ[১] সাময়িক বিৰোধিতা আৰু ফুলগুৰি (১৮৬১), ৰঙিয়া (১৮৯৩-৯৪), লচিমা (১৮৯৪) আৰু পাথৰুঘাট (১৮৯৪)ৰ[২] কৃষক বিদ্ৰোহবোৰৰ বাহিৰে অসমত কোনো সুসংগঠিত আন্দোলন হোৱা নাছিল। বৃটিছ শাসনৰ প্ৰায় পঞ্চাছ বছৰৰ পাছতহে জনসাধাৰণৰ অভাৱ-অভিযোগ উত্থাপন কৰিবৰ বাবে, ইংৰাজী শিক্ষাৰে শিক্ষিত লোকসকলৰ দ্বাৰা দুই এটা অনুষ্ঠান গঢ় লৈ উঠিছিল।[৩] ভাৰতৰ অন্য প্ৰদেশৰ এনে অনুষ্ঠানবিলাকৰ নিচিনাকৈ অসমৰ এই অনুষ্ঠান বিলাকৰো উদ্দেশ্য স্বাধীনতাৰ আকাংক্ষা নাছিল। এনে অনুষ্ঠানবিলাকে পশ্চিমীয়া ৰীতি অনুসাৰে সভা পাতি প্ৰস্তাৱ গ্ৰহণ কৰিছিল আৰু বিভিন্ন আবেদন-নিবেদনৰ লগত গভৰ্ণমেণ্টলৈ এই প্ৰস্তাৱবোৰ পঠাই দিছিল যাতে চৰকাৰে জনসাধাৰণৰ অভাৱ-অভিযোগবোৰৰ ভু পায় আৰু সেইবোৰ পূৰণ কৰিব পাৰে। ১৮৮৫ খৃঃত ভাৰতীয় জাতীয় কংগ্ৰেছ স্থাপিত হ'লত, ইয়াৰ প্ৰথমখন অধিবেশনৰ পৰাই বাৰ্ষিক অধিবেশনবোৰত অসমৰ প্ৰতিনিধিয়ে যোগদান কৰিছিল। কিন্তু তথাপি ১৯২১ খৃষ্টাব্দলৈকে অসমত জাতীয় কংগ্ৰেছৰ কোনো শাখা স্থাপন হোৱা নাছিল। কিন্তু ওপৰত উল্লেখ কৰা ধৰণৰ আৰু কংগ্ৰেছৰ মতৰ লগত মিল থকা কিছুমান অনুষ্ঠানে এই জাতীয় অনুষ্ঠানলৈ প্ৰতিনিধি পঠাইছিল আৰু নিজ প্ৰদেশৰ বাবে একেলগে কাম কৰিছিল।

অসমৰ জনসাধাৰণৰ স্বাৰ্থ ৰক্ষাৰ বাবে গঠিত হোৱা তেনে প্ৰথম অনুষ্ঠান হ'ল ১৯০৩ খৃষ্টাব্দত স্থাপিত হোৱা অসম এছোচিয়েচন।[৪] এই অসম এছোচিয়েচনে আচলতে ভাৰতীয় জাতীয় কংগ্ৰেছৰ শাখা হিচাপেই কাম কৰিছিল বুলি ক'ব পাৰি। যেতিয়া ১৯২১ খৃষ্টাব্দত অসমত প্ৰাদেশিক কংগ্ৰেছ স্থাপিত হ'ল, তেতিয়া এই অনুষ্ঠান কংগ্ৰেছৰ লগত চামিল হৈ গ'ল।

এইটোৱে ইয়াকে সূচায় যে ভাৰতীয় জাতীয় কংগ্ৰেছৰ নিচিনাকৈ উনবিংশ শতিকা বা বিংশ শতিকাৰ প্ৰথম দশকতো অসমেও সাম্ৰাজ্যবাদী শাসনৰ পৰা স্বাধীনতা বিচৰা নাছিল। কিন্তু এই যুগতেই অসমীয়া জনসাধাৰণৰ মনত ভাৰতীয় জাতীয়তাবোধ জাগ্ৰত হৈ উঠিছিল—অন্ততঃ এই ৰূপত যে অসম ভাৰতৰ এটা অবিচ্ছেদ্য অংগ আৰু অসমীয়া জনসাধাৰণে ভাৰতীয় জনসাধাৰণৰ লগত তেওঁলোকৰ ন্যায্য দাবী জনাবৰ বাবে একগোট হৈ থিয় দিব লাগিব। সি যি কি নহওক, অসম (বৰ্তমান ব্ৰহ্মপুত্ৰ উপত্যকাক লৈ যিখন অসম বুজা যায়) এক সুকীয়া নিজস্ব ভাষা আৰু সংস্কৃতিৰে ১৮২৬ খৃষ্টাব্দলৈকে এখন স্বাধীন দেশ আছিল। এই অসমৰ জনসাধাৰণৰ, ভাৰতৰ অন্যান্য প্ৰদেশৰ দৰে এক সুকীয়া জাতীয়তা-



বোধ আছিল—যাক বৰ্তমান ভাৰতৰ ৰাজনৈতিক ভাষাত আঞ্চলিকতাবাদ আৰু জাতীয়তাবাদৰ বহল অৰ্থত, উপ-জাতীয়তাবাদ বুলি কোৱা হয়। যেতিয়া ভাৰতীয় জাতীয়তাবোধে অসমৰ জনসাধাৰণৰ মনত গা কৰি উঠিছিল, তাৰ লগে লগে এই ভাৱধাৰাও ফুটি উঠা দেখা যায়। প্ৰথম অসমীয়া জাতীয়তাবাদী কৱিজনাৰ কৱিতাত এইটো স্পষ্ট ৰূপত প্ৰকাশ পাইছে।

কমলাকান্ত ভট্টাচাৰ্য (১৮৫৫-১৯৩৫) প্ৰথম অসমীয়া জাতীয়তাবাদী কৱি। মধ্যযুগৰ সাহিত্যত কৱিসকলে তেওঁলোকৰ কৱিতাত যদিও প্ৰসংগক্ৰমে মাতৃভূমিৰ প্ৰতি ভালপোৱা বা স্বদেশপ্ৰেম প্ৰকাশ কৰিছে, তথাপি তাত ৰাজনৈতিক চেতনা নাছিল। পঞ্চদশ শতিকাৰ শেষ আৰু ষোড়শ শতিকাৰ আগভাগৰ দুজন বৈষ্ণৱ কৱি আৰু ধৰ্ম সংস্কাৰক মহাপুৰুষ শংকৰদেৱ আৰু মাধৱদেৱে ক্ৰমে ভাগৱতৰ দশম খণ্ডৰ অনুবাদত (ভাৰতে মনুষ্য তনু সেম্ভৱে নাপাইবা পুনু) আৰু এটি ভক্তি গীতত (ধন্য ধন্য কলিকাল, ধন্য নৰ তনু ভাল, ধন্য ধন্য ভাৰত বৰিষে) এই ভাৰতীয় ভাৱ সুন্দৰকৈ প্ৰকাশ কৰিছে। এয়া দুজন মধ্যযুগৰ অসমীয়া কৱিৰ ভাৰতীয় স্বদেশপ্ৰেম। ইয়াত ৰাজনৈতিক চেতনা নাই, আৰু সেয়েহে ইয়াক বৰ্তমান যুগৰ দৃষ্টিৰে জাতিয়তাবাদ বুলি ক'ব নোৱাৰি। জাতীয়তাবাদী কৱি হিচাপে কমলাকান্তৰ কৱিতাত আমি তিনিশ্ৰেণীৰ চেতনাৰ উমান পাওঁ। (১) আজি মৰহি যোৱা অসমৰ ঐশ্বৰ্যশালী অতীতক লৈ বিষাদবোধ, (২) অসমত বাণিজ্য আৰু উদ্যোগৰ ক্ষেত্ৰত অনাঅসমীয়াই অসম শোষণ কৰি অসমীয়াক দুখীয়া কৰাৰ চেতনা (৩) অসমৰ সকলো দিশত উন্নতিৰ কামনা—যাৰ বলত অসমে ভাৰতৰ অন্য প্ৰদেশৰ লগত আৰু পৃথিৱীৰ লগত ফেৰ মাৰিব পাৰিব, এনেবোৰ চেতনাই কমলাকান্তক দহি আছিল আৰু তেওঁৰ এনে বিষয়ৰ ওপৰত লিখা কৱিতাসমূহ কোনো হতাশাগ্ৰস্ত নবীৰ শোকৰ আৰু ক্ষোভৰ সংগীত যেন লাগে। তেওঁৰ প্ৰথম কৱিতা সংকলন 'চিন্তানল'ৰ[৫] (১৮৯০) 'উদগণি' নামৰ কৱিতাত অসমীয়া সকলক এটা জাতি বুলি ধৰিছে আৰু অন্যান্য জাতিৰ দৰে এই জাতিকো উন্নতি সাধনৰ বাবে উদগণি দিছে বা আহবান কৰিছে। তেওঁ তেওঁৰ জাতীয় ভাইসকলৰ অসমত থকা বিদেশী বৃটিছসকলৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰি কৈছে যে তেওঁলোকৰ পৰিশ্ৰমী স্বভাৱৰ বাবেই অসমীয়া জাতিতকৈ সকলো ক্ষেত্ৰতে তেওঁলোক বহুগুণে আগবঢ়া। তেওঁলোকৰ আদৰ্শ অসমীয়াই গ্ৰহণ কৰা উচিত। সেই সংকলনৰে আন এটি কৱিতা 'পূৰ্ণিমা ৰাতিলৈ চাই'ত[৬] কৱিয়ে বিভিন্ন জাতিৰ দেশ ইংলণ্ড, চীন, ফ্ৰান্স, জাৰ্মানি, জাপানৰ লগতে বম্বে (অৰ্থাৎ তেতিয়া বম্বে প্ৰেচিডেঞ্চি) আৰু বংগৰ নামো লৈছে। ইয়ে সূচায় যে কৱি বম্বে আৰু বংগকো সমকালীন জনসাধাৰণৰ ধাৰণামতে বিদেশ বুলিলেই বিবেচনা কৰিছে। অৱশ্যে সেই একেটা কৱিতাতে কৱিয়ে তথাপি এই কথাও প্ৰকাশ কৰিছে যে অসম যুগ যুগ ধৰি ভাৰতৰ লগত আৰ্য সভ্যতাৰ ডোলেৰে বান্ধখাই আছে। নিজৰ আলস্য, ঈৰ্ষা আৰু নিৰ্বুদ্ধিতাৰ গুণত দুৰ্দশাৰ গ্ৰাসত পৰা অসমীয়া জাতিৰ তুলনাত মাৰোৱাৰী আৰু বঙালীলোকসকলৰ উন্নতি দেখি কৱিৰ অন্তৰ দুখত উদ্বেলিত হৈছে। তেওঁৰ চকুত অতীতৰ ঐশ্বৰ্যশালী অসম এতিয়া এখন শ্মশান। তেওঁৰ অন্যান্য কৱিতাসমূহতো কমবেছি পৰিমাণে এনে ভাৱকেই প্ৰকাশ কৰা হৈছে।

উনবিংশ শতাব্দী বা বিংশ শতাব্দীৰ প্ৰথম দশকলৈকে যিহেতু কংগ্ৰেছে স্বাধীনতা দাবী কৰা নাছিল, বৰং সকলোৱে বৃটিছৰ শাসনক 'স্বৰ্গীয় বিধান' (devine dispensation) বুলিহে গণ্য কৰিছিল, উনবিংশ শতাব্দীৰ আশী আৰু নব্বৈৰ দশকত কমলাকান্তয়ো অসম বা ভাৰতৰ পৰা বৃটিছৰ প্ৰস্থান বিচৰা নাছিল। আনহাতে বৃটিছ যুৱৰাজ কলিকতাৰ প্ৰিন্‌চেপ্ ঘাটত অৱৰোহণ কৰা উপলক্ষ্যে তেওঁ 'প্ৰিঞ্চ এল্‌বাৰ্ট ভিক্তৰৰ আদৰণি' (১৮৮৯)[৭] নামৰ কৱিতাহে ৰচনা কৰিছিল। ইয়াত তেওঁ ইংলণ্ডৰ উন্নতিত সন্তোষ প্ৰকাশ কৰিছে; আনহাতে অসমৰ দুৰ্দশাৰ বাবে বিলাপো কৰিছে।

কমলাকান্ত ভট্টাচাৰ্যই যেতিয়া দেখিছিল যে সৰ্বভাৰতীয় চেতনাই অসমক উদ্বেলিত কৰিছে, তেতিয়া তেওঁৰ কৱিতাতো সেই একেই ভাব মূৰ্ত হৈ উঠিছিল। সেইবাবেই অতীতৰ গৌৰৱময় স্থানৰ পৰা চ্যুত হোৱা ভাৰতৰ কৰুণ দুৰ্দশাপূৰ্ণ ছবি তেওঁৰ চকুৰ আগত ভাহিঁ উঠিছে। তেওঁৰ দ্বিতীয় কৱিতাপুথি 'চিন্তা-তৰংগ'[৮]ত (১৯১৯) আমি এই সৰ্বভাৰতীয় চেতনাৰ সুন্দৰ চিত্ৰ ফুটি উঠা দেখা পাওঁ। ইয়াৰ উপৰি এই সময়ৰ পৰাই তেওঁৰ কৱিতাত স্বাধীনতা-আকাংক্ষা ফুটি উঠা দেখা যায়। তেওঁৰ সাহিত্যিক জীৱনৰ শেষৰ ফালে প্ৰকাশিত 'চকুলোৰে লেখা' নামৰ কৱিতাত তেওঁ লিখিছে ঃ

নাই যাৰ স্বধীনতা স্বদেশীলোকৰ,
গোলাম বুলি আন দেশে কৰে ঘিণ,
পৰাধীন জাতিয়ে ক'ত মান পায়,
সকলোৱে চেই চেই কৰে দেখি হীন।[৯]

অসম আৰু ভাৰতৰ অতীত গৌৰৱৰ সোঁৱৰণীয়ে কৱিক আনন্দতকৈ বেছি বেদনাহে দিছে। কাৰণ তেওঁ যেন এটা মুহূৰ্তৰ কাৰণেও সেই সময়ৰ দেশৰ দুৰ্দশাৰ কথা পাহৰি থাকিব নোৱাৰে।

কিন্তু লক্ষ্মীনাথ বেজবৰুৱা (১৮৬৮-১৯৩৮) ইয়াৰ সম্পূৰ্ণ বিপৰীত আছিল। তেওঁ দেশৰ অতীত গৌৰৱ সুঁৱৰি গৌৰৱান্বিত হৈছিল আৰু স্বদেশবাসীক অতীতৰ সকলো ভাল আহিৰ দ্বাৰা অনুপ্ৰাণিত হ'বলৈ, অতীতৰ বীৰ-বীৰাংগণাৰ আদৰ্শেৰে উদ্বুদ্ধ হৈ দেশক উন্নতিৰ পথত আগবঢ়াই নিবলৈ আহ্বান জনাইছিল। অৱশ্যে জীৱনৰ বেছি ভাগ কাল বংগ আৰু উৰিষ্যাত কটোৱা আৰু কলিকতাৰ বিখ্যাত ঠাকুৰ পৰিয়ালৰ কন্যাক বিয়া কৰোৱা বেজবৰুৱা এজন সৰ্বভাৰতীয় দৃষ্টিভংগীসম্পন্ন পুৰুষো আছিল। উনবিংশ শতিকাৰ শেষ দশকত, যি সময়ত অসমত কংগ্ৰেছৰ কোনো শাখা নাছিল, তেওঁ অসমৰ প্ৰতিনিধিৰূপে ভাৰতীয় জাতীয় কংগ্ৰেছৰ বাৰ্ষিক অধিবেশনত যোগ দিছিল। তথাপি তেওঁৰ কৱিতাত আমি জাতীয়তাৱাদতকৈ স্বদেশপ্ৰেমহে অধিক স্পষ্ট ৰূপত ফুটি উঠা দেখা পাওঁ। আৰু এই স্বদেশপ্ৰেম আকৌ ভাৰততকৈ বৰং অসমৰ প্ৰতিহে। এই ভাৱধাৰা তেওঁৰ 'বীণ-ব'ৰাগী'[১০] (১৯১২) আৰু 'অসম সংগীত'[১১] (১৯১৫) নামৰ দুটি কৱিতাত স্পষ্টৰূপত প্ৰকাশ পাইছে। 'বীণ-ব'ৰাগী' নামৰ কৱিতাত কৱিয়ে ব'ৰাগীক অনুৰোধ কৰিছে যে তেওঁ যেন অতীত অসমৰ বীৰ-বীৰাংগনাৰ কৰুণ কাহিনী নাগায়; তাৰ পৰিৱৰ্তে তেওঁ ব'ৰাগীক অনুৰোধ কৰিছে যে ব'ৰাগীয়ে যেন অতীতৰ বীৰ-বীৰাংগনাৰ আনন্দ-



পূৰ্ণ কাহিনীৰ গীত গায়-যি গীতে দেশবাসীক তেনে গৌৰৱপূৰ্ণ কাৰ্যৰ বাবে অনুপ্ৰেৰণা দান কৰিব। 'অসম-সংগীত' নামৰ কৱিতাতো তেওঁ স্বদেশী অসমীয়া ভাইসকলক সোঁৱৰাই দিছে, কেনেকৈ অতীত অসম সকলো ক্ষেত্ৰতে এখন আগবঢ়া দেশ আছিল, আনকি অসমে ভাৰতকো বিভিন্ন ক্ষেত্ৰত আগুৱাই যাবলৈ তেতিয়া অনুপ্ৰেৰণা যোগাইছিল। লেখকে দেশবাসীক আশাৰে প্ৰতিশ্ৰুতি দিছে যে যদি দেশবাসীয়ে নিজৰ অতীতক পাহৰি নাযায় আৰু কঠোৰ সংগ্ৰাম কৰিবলৈ সক্ষম হয়, তেতিয়াহ'লে তেওঁলোকে এদিন নিজৰ প্ৰকৃত স্বৰূপ পুনৰ লাভ কৰিব পাৰিব। কৱিতাটোৰ এটা স্তৱকত কৱিয়ে দেশবাসীক তেওঁলোকৰ পৰম্পৰাগত ডবা, শংখ আদি বাদ্যযন্ত্ৰ বজাবলৈ আৰু 'জয় আই অসম' ধ্বনি দিবলৈ আহ্বান জনাইছে। এই কৱিতাটো এটা গীত ৰূপেও ব্যৱহাৰ কৰা হয়। এই প্ৰসংগত এইটো উল্লেখযোগ্য যে অলপতে সদৌ অসম ছাত্ৰ সন্থাই অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষাৰ বাবে যি বিদেশী বহিস্কাৰৰ আন্দোলন গঢ়ি তুলিছিল, সেই ছাত্ৰ-সন্থাৰ নীতি-ধ্বনি ( Slogan ) ও আছিল এই 'জয় আই অসম'।

এই সময়তে ৰাধানাথ ফুকন (১৮৭৫-১৯৬৮), বিখ্যাত কংগ্ৰেছ নেতা নবীন চন্দ্ৰ বৰদলৈ (১৮৭৫-১৯৩৬), তৰুণৰাম ফুকন (১৮৭৭-১৯৩৯), মিত্ৰদেৱ মহন্ত (১৮৯৫-১৯৮৩), উমেশ চোধাৰী (১৮৯৫-১৯৬৩), পদ্মধৰ চলিহা (১৮৯৫-১৯৬৯) আদি ভালেকেইজন লোকে অসম আৰু ভাৰতক লৈ ভালেমান স্বদেশপ্ৰেম আৰু জাতীয় ভাৱধাৰামূলক গীত ৰচনা কৰিছিল।

জাতীয়তাৱাদৰ এনে এটি পটভূমিত যেতিয়া আমি অম্বিকাগিৰী ৰায়চৌধুৰীলৈ আহোঁ, তেতিয়া আমি এজন সক্ৰিয় সংগ্ৰামশীল ব্যক্তিৰ মুখামুখি হওঁ। এওঁ এক জীৱনজোৰা সাহিত্যিক হৈয়ো এনে এক সংগ্ৰামী নেতা, যি সাম্ৰাজ্যৱাদী শাসনৰ বিৰুদ্ধে যুঁজ কৰিবলৈ সাহিত্য আৰু প্ৰত্যক্ষ সংগ্ৰাম-উভয় মাধ্যমৰ মাজেদিয়েই চেষ্টা কৰিছিল। তেওঁৰ জাগ ডেকা তেজ জাগ (১৯৪০)[১২], 'জীৱনৰ প্ৰয়োজন' (১৯৩২)[১৩], 'জাগ্ৰত হোৱা ভাই' (১৯২৬)[১৪], 'হে জনমভূমি' (১৯১৬)[১৫], আদি কৱিতা ভাৰতীয় জাতীয় আন্দোলনৰ ভাৱধাৰাৰে পৰিপূৰ্ণ। স্বাধীনতা আন্দোলনত প্ৰত্যক্ষভাবে জড়িত হৈয়েই ৰায়চৌধুৰীয়ে এনেবোৰ কৱিতা লিখিছিল।

১৯২৬ খৃষ্টাব্দৰ ডিচেম্বৰ মাহত গুৱাহাটীৰ পাণ্ডুত শ্ৰীনিৱাস আয়েংগাৰৰ সভাপতিত্বত অনুষ্ঠিত ভাৰতীয় জাতীয় কংগ্ৰেছৰ একচল্লিছতম্ অধিবেশনত উদ্বোধনী গীতৰূপে তেওঁৰ ৰচিত আজি বন্দো কি ছন্দেৰে[১৬]। নামৰ জাতীয় ভাৱধাৰা সম্পন্ন, অন্তৰাত্মা কঁপাই তোলা গীতে মহাত্মাগান্ধী প্ৰমুখ্যে সমূহ শ্ৰোতাক অভিভূত কৰি তুলিছিল।

কমলাকান্তৰ দৰেই ৰায়চৌধুৰীৰ কৱিতাতো উদাত্ত কণ্ঠৰ শব্দত অসমীয়া উপ-জাতীয়তাৱাদ প্ৰকাশ পাইছে। অসমীয়া আঞ্চলিকতাৱাদৰ ক্ষেত্ৰতো ৰায়চৌধুৰী এজন সক্ৰিয় সংগ্ৰামী। এই প্ৰসংগত তেওঁৰ 'মই আছো মই আছোঁ (১৯৫৪)[১৭]। গীতটোৰ কথা উল্লেখ কৰিব পাৰি। এই কৱিতাটোত অসম মাতৃয়ে তেওঁৰ অতীতৰ অমৰ সন্তানসকলৰ মাজেদি নিজৰ উপস্থিতি দৃঢ়ভাবে ঘোষণা কৰিছে, আৰু চিৰকাললৈ তেওঁৰ অস্তিত্ব বজাই ৰখাৰ বাবে দৃঢ় প্ৰতিজ্ঞ হৈছে। এই দৃঢ়তাৰ প্ৰয়োজন কৱিয়ে উপলব্ধি কৰিছিল, যেতিয়া স্বাধীনতাৰ ঠিক পাছতেই কেন্দ্ৰৰ অৱহেলাৰ বাবে অসমৰ

অস্তিত্ব হানিৰ আশংকাই দেখা দিছিল; আৰু কৱিয়ে তেতিয়া নিজে অসমৰ স্বাৰ্থত মাত মাতিবলগীয়া হৈছিল। এই কৱিতাটিৰ বিশেষ প্ৰসংগটো হ'ল ভাৰতৰ জাতীয় সংগীতত অসমৰ পুৰণি নাম 'কামৰূপ' শব্দটোৰ অনুপস্থিতি; আৰু আনহাতে স্বাধীন ভাৰতৰ অন্তভু্ক্তি নোহোৱা সিন্ধুৰ দৰে নদীৰ উপত্যকাৰ নামৰ অন্তৰ্ভুক্তি। ভাৰতৰ প্ৰশংসাত মুখৰ কৱিয়ে ভাৰতৰ এটি পৱিত্ৰ সন্তান তেওঁৰ প্ৰদেশ অসমক কেন্দ্ৰই এনেদৰে অৱহেলা কৰা বাবে তীব্ৰ ভাষাত অভিযোগ কৰিছে। তেওঁৰ ঐতিহ্যপূৰ্ণ অসমক যদি কেন্দ্ৰই স্বীকৃতি নিদিয়ে, তেনেহ'লে অসমে কেন্দ্ৰক স্বীকাৰ কৰি লোৱাৰ কোনো যুক্তি নাই। 'স্থাপন কৰ স্থাপন কৰ' (১৯৫৮)[১৮] কৱিতাটোত কৱিয়ে অসমবাসীক অসমীয়া ভাষাৰ নায্য অধিকাৰ প্ৰতিষ্ঠা কৰিবলৈ আহ্বান জনাইছে। কৱিয়ে অসম-বাসীক সঁকিয়াই দিছে যে অসমত যদি অসমীয়া ভাষাৰ নায্য স্থান প্ৰতিষ্ঠা কৰিব নোৱাৰি, তেনেহ'লে অসমীয়াৰ জাতীয় জীৱন পংগু হৈ পৰিব আৰু অসমীয়া জাতিৰ পুষ্টিৰ সকলো আশা মৰিমূৰ হ'ব, পঞ্চাশৰ দশকত এনে সকিয়নিৰ প্ৰয়োজন বিশেষভাবে অনুভৱ কৰা হৈছিল। কাৰণ ভাৰতৰ অন্যান্য প্ৰদেশত যদিও ইতিমধ্যে ইংৰাজীৰ ঠাইত আঞ্চলিক ভাষাক চৰকাৰী ভাষা ৰূপে স্বীকৃতি দিয়া হৈছিল, অসমত তেতিয়ালৈকে চৰকাৰে প্ৰদেশৰ বিভিন্ন সংখ্যালঘু সম্প্ৰদায়--- বিশেষকৈ বাঙালীসকলৰ কথা চিন্তা কৰি অসমীয়াক চৰকাৰী ভাষা ৰূপে স্বীকৃতি দিয়া নাছিল। এই প্ৰসংগত এইটো উল্লেখযোগ্য যে সোনকালেই, ষাঠিৰ দশকত প্ৰদেশ জুৰি গঢ়ি উঠা ভাষা আন্দোলন সাম্প্ৰদায়িক সংঘৰ্ষলৈ ৰূপান্তৰিত হ'ল। অৱশেষত অৱশ্যে অসমীয়া ভাষা ইংৰাজীৰ লগতে ব্ৰহ্মপুত্ৰ উপত্যকাৰ চৰকাৰী ভাষা ৰূপে পৰিগণিত হ'ল। অসমীয়া আঞ্চলিকতাৱাদী স্বৰূপে অম্বিকাগিৰী তেওঁৰ অগ্ৰজ কৱি কমলাকান্তৰ দৰেই দেশবাসীৰ দুখত ক্ষুব্ধ এক বেদনাহত নবী। উদাহৰণ স্বৰূপে আমি তেওঁৰ 'বেদনাৰ উল্কা' (১৯৬৪)[১৯] নামৰ কৱিতা-পুথিৰ তিনিটি কৱিতালৈ আঙুলিয়াব পাৰোঁ। 'অসমীয়া দেখো এজনো নাই'[২০] নামৰ কৱিতাটিত তেওঁ দুখ কৰিছে যে অসমক বিপদৰ পৰা ৰক্ষা কৰিবলৈ অসমত অসমীয়া এজনো নাই। 'ধৰ, টানি ধৰ' (১৯৫৯)[২১] নামৰ কৱিতাত তেওঁ অসমীয়া জাতিৰ চেতনা জগাই তুলিবলৈ চেষ্টা কৰিছে আৰু তেওঁলোকক সকিয়াই দিছে যে তেওঁলোক নিজৰ দেশতেই এটা ভাষিক সম্প্ৰদায়ৰূপে লুপ্ত হৈ যাব, আৰু অসম অসমবাসীৰ শ্মশানলৈ ৰূপান্তৰিত হ'ব। তেওঁ কৈছে যে যদিও অসমে দীৰ্ঘদিনৰ কষ্টকৰ সংগ্ৰামৰ ফলত দেশৰ স্বাধীনতা লাভ কৰিছে, তথাপি তেওঁলোকৰ ইয়াৰ পৰা একো লাভ হোৱা নাই। সেয়েহে তেওঁলোকে নিজৰ অস্তিত্ব ৰক্ষা কৰিবলৈ ওলাই আহিব লাগিব। 'জীয়াৰ যুঁজত জয়ী হোৱা'[২২] (তাৰিখ নাই) নামৰ কৱিতাটোত কৱিয়ে নিজৰ জাতিভাইসকলক দৃঢ়ভাবে এক-গোট হৈ থিয় দিবলৈ আহ্বান জনাইছে যাতে তেওঁলোক নিজৰ দেশতেই ছিন্নমূল হ'বলগীয়া নহয়।

উল্লেখযোগ্য যে এনে আঞ্চলিক ভাৱধাৰাবিশিষ্ট বেছিভাগ কৱিতাই চৌধুৰীয়ে স্বাধীনতাৰ পাছতহে লিখিছিল। তেনেহ'লে ভাৰতৰ স্বাধীনতা আন্দোলনত বিশেষ ভাবে জড়িত আৰু সেই আন্দোলনকলৈ বিভিন্ন সাহিত্য ৰচনা কৰা কৱিজনৰ স্বাধী-নতাৰ পাছত কেন্দ্ৰৰ অৱহেলাৰ বাবে স্বপ্নভংগ হৈছিল নেকি? হয়তো হয়।



কিন্তু এজন আঞ্চলিকতাৱাদী লেখক হ'লেও তেওঁ স্বাধীন ভাৰতৰ এজন জাতী-য়তাৱাদী কৱি আৰু জাতীয়তাৱাদী কৱিতা তেওঁ শেষলৈকেই লিখিও আছিল। ১৯৬২ খৃষ্টাব্দত চীনা আক্ৰমণৰ ফলত ভাৰতৰ স্বাধীনতা বিপদাপন্ন হোৱা সময়ত লিখা 'ভাৰতৰ পুব-প্ৰান্ত ৰক্ষী, মই আছোঁ; মই আছোঁ, (১৯৬২)[২৩] কৱিতাটোত কৱিয়ে অসমবাসীক শপত গ্ৰহণ কৰিবলৈ আহ্বান কৰিছে ঃ

--'ভাৰতৰ পুবপ্ৰান্ত ৰক্ষী--আছোঁ--আমি আছোঁ,--
--আমি মৃত্যুঞ্জয়ী বীৰ সন্তান--আছোঁ--আমি আছোঁ,--
--ভাৰতৰ পুৰ্বাচল পৰিশোভি--আছোঁ--আমি আছোঁ,--
--মাতৃভুমি বীৰ দৰ্পেৰে সাজু হ'ই আমি আছোঁ--আমি আছোঁ--
--ভাৰত-মাতাৰ মুকুটমণি--আছোঁ--আমি আছোঁ।--'

সেই একে বছৰতে লিখা 'স্বাধীনতা ৰক্ষা কৰি চিৰ অমৰ হোৱা' (১৯৬২)[২৪] নামৰ কৱিতাটোত কৱিয়ে তেওঁৰ দেশীয় ভাইসকলক আহ্বান জনাইছে লাচিত, শিৱাজী, ৰাণা প্ৰতাপৰ দৰে ভাৰত ৰক্ষা কৰিবলৈ।

এই সকলোবোৰ ষাঠিৰ দশকৰ আৰম্ভণিত ভাৰত আৰু চীনা যুদ্ধৰ সময়ত লিখা। এই দশকৰ মাজভাগত হোৱা ভাৰত পাকিস্তানৰ যুদ্ধৰ সময়তো তেওঁ ভাৰতীয় জাতীয়তাৱাদী ভাৱধাৰা সম্পন্ন কৱিতা কিছু ৰচনা কৰিছিল। (১৯৬৫) ঃ

পৱিত্ৰতমা ভাৰত মাতাৰ
অসীম-প্ৰসাৰী বুকুৰ বাহিৰে
এনে সৰ্বজয়ী আদৰ্শ, সৌন্দৰ্য,
মহত্ব-বাহক অমৃতৰ সোঁত
বোৱা নাই--ক'তো বোৱা নাই।[২৫]

অম্বিকাগিৰীৰ পাছত অসমৰ এক অগ্ৰণী জাতীয় নেতা নবীন চন্দ্ৰ বৰদলৈৰ জীয়াৰী নলিনীবালা দেৱী (১৮৯৮-১৯৭৭)ৰ নাম ল'ব পাৰি। ৰোমাণ্টিক সুৰৰ ৰহস্যৱাদী কৱি নলিনীবালা দেৱীয়ে যদিও অসমক লৈ কেইটামান স্বদেশপ্ৰেমমূলক কৱিতা ৰচনা কৰিছে, তেওঁ প্ৰধানকৈ ভাৰতীয় জাতীয়তাৱাদী কৱি। এই দেশ-প্ৰেমমূলক কৱিতাকেইটাত কোনো ৰাজনৈতিক মতৱাদ বিশেষভাবে ফুটি উঠা নাই আৰু এই কৱিতাকেইটি অসম আৰু ভাৰত উভয়ৰ ক্ষেত্ৰতেই প্ৰযোজ্য হ'ব পাৰে। এই প্ৰসংগত তেওঁৰ প্ৰথম কৱিতাসংকলনৰ পুথি 'সন্ধিয়াৰ সুৰ' (১৯২৮)[২৬]ৰ 'জনমভুমি' নামৰ অসমীয়া স্বদেশপ্ৰেমমূলক কৱিতাবোৰৰ অন্যতম শ্ৰেষ্ঠ কৱিতাটোলৈ আঙুলিয়াব পাৰোঁ। এই প্ৰথম কৱিতা সংকলনটিৰ কোনো এটি কৱিতাতেই কৱিৰ কোনো ৰাজনৈতিক চেতনা বা মতৱাদ প্ৰকাশ পোৱা নাই। কিন্তু তেওঁৰ দ্বিতীয় কৱিতা-সংকলনৰ পুথি 'সপোনৰ সুৰ' (১৯৪২)ৰ[২৭] কেইটা-মান কৱিতাত কৱিৰ জাতীয়তাৱাদী ভাৱধাৰাৰ --কৱিৰ মুক্তি প্ৰয়াসী মনৰ পৰিচয় স্পষ্ট ৰূপত ফুটি উঠিছে। 'মুক্তি'[২৮] নামৰ কৱিতাটিত কৱিয়ে স্বাধীনতা সংগ্ৰা-মৰ উত্তেজনাৰ তীব্ৰতা সুন্দৰভাবে ফুটাই তুলিছে (১৯৪২) ঃ

উত্তিষ্ঠতে! জাগ্ৰত ৰৱে
প্ৰতিধ্বনি উঠে বাৰে বাৰে
অন্তঃস্থল ভেদি
ভাঁহি যায় শত দ্বিধা

শত বন্ধনৰ
আজুৰি ছিগিব খোজে
সবল বাহুৰে
দৃঢ় লোহাৰ শিকলি।

এনে অৱস্থাত কৱিৰ অনুভৱ হৈছে যে পৃথিৱীৰ কোনো শক্তিয়ে এই আন্দোলন ৰোধ কৰিব নোৱাৰে, আৰু ভাৰতৰ স্বাধীনতা অৱশ্যম্ভাৱী। কৱিয়ে 'ভাৰতী'[২৯] নামৰ কৱিতাত ঋষি-মুনি আৰু ৰজা মহাৰজাসকলৰ দিনৰ সুখ, শান্তি আৰু ঐশ্বৰ্যৰে পৰিপূৰ্ণ অতীতৰ ভাৰতখনিৰ কথা স্মৰণ কৰি ভাৰতৰ বৰ্তমান অৱস্থাৰ বাবে বিষাদ অনুভৱ কৰিছে আৰু পুৰণিৰ সেই দিনবোৰ পুনৰ ঘূৰাই পোৱাৰ আশা প্ৰকাশ কৰিছে। এইদৰে ঔপনিৱেশিক শাসনত সকলো ফালে কেৱল ধ্বংসৰ ছবি অনুভূত হোৱা আৰু পুৰণি দিনৰ স্বতন্ত্ৰ ভাৰতত সকলো ফালে সুখ-শান্তি আছিল বুলি জ্ঞান কৰা ভাৱটো বিদেশী শাসনৰ বিৰুদ্ধে অস্ত্ৰ হিচাবে ব্যৱহাৰ কৰা জাতীয়তাবাদৰ এটা বিশিষ্ট লক্ষণ।

নলিনীবালা দেৱীৰ কৱিতাত আমি কোনো ঠেক মনোবৃত্তিৰ অসমীয়া জাতীয়তাবাদ দেখা নাপাওঁ। অৱশ্যে তেওঁৰ ভালেকেইটা কৱিতাত অসমৰ প্ৰতি ভালপোৱা আৰু অসমীয়াক জাগ্ৰত কৰাৰ কামনা ধৰা পৰে। কিন্তু ভাৰতীয় জাতীয় ভাৱধাৰাৰ তলতীয়া এই উপজাতীয় ভাৱধাৰা সকলো ভাৰতীয় উপজাতিৰ ক্ষেত্ৰতে আছে আৰু ই ভাৰতীয় জাতীয়তাবাদৰো বিৰোধী নহয়। এই একে সংকলনৰ 'মিলন-আহুতি'[৩০] নামৰ কৱিতাটিত কৱিয়ে অসমৰ যুৱকসকলৰ প্ৰতি ভাৰতৰ স্বাৰ্থ ৰক্ষাৰ বাবে জাগ্ৰত হ'বলৈ আৰু জীৱন আহুতি দি অসম তথা প্ৰাগ্জ্যোতিষপুৰক পুনৰ পবিত্ৰ কৰি তোলাৰ বাবে প্ৰশংসা কৰিছে। সেইদৰে 'তুমি অসমীয়া, তুমি যদি অসমীয়া'[৩১], নামৰ কৱিতাত কৱিয়ে পোনপটীয়াভাৱে সকলো অসমীয়াক আহ্বান জনাইছে, জাতি-ধৰ্ম-সম্প্ৰদায় নিৰ্বিশেষে ভাৰতৰ স্বাধীনতাৰ বাবে অস্ত্ৰ হাতত তুলি ল'বলৈ। তেওঁৰ পৰৱৰ্তী কবিতা সংকলনৰ পুথি 'পৰশমণি' (১৯৫৭), যুগদেৱতা (১৯৫৮) আৰু জাগৃতি (১৯৬২)ত জাতীয়তাবাদী ভাৱধাৰা আৰু স্বদেশপ্ৰেমমূলক ভালেমান কৱিতা সংকলিত হৈছে; কিন্তু এই কৱিতা সমূহত তেওঁৰ পূৰ্বৰ কৱিতাবোৰৰ কাব্যিক গুণ বহু পৰিমাণে হ্ৰাস পাইছে।

আমাৰ অন্য এজন স্বদেশপ্ৰেমী কৱি হ'ল বিনন্দ চন্দ্ৰ বৰুৱা (১৯০১)। তেওঁৰ কৱিতা সংকলন পুথি 'শংখধ্বনি'ত (১৯২৮) অসমীয়া দেশবাসীক মাতৃপূজাৰ বাবে অনুপ্ৰাণিত কৰা ভালেমান স্বদেশপ্ৰেমমূলক কৱিতা পোৱা যায়। তেওঁ তেওঁৰ কৱিতাৰ মাজেদি পাঠকক সহজেই অতীতৰ ঐতিহ্য, বিশেষকৈ অসমৰ অতীত ঐশ্বৰ্যৰ প্ৰতি সচেতন কৰি তুলিব পাৰে।

এক সক্ৰিয় মুক্তি-যুঁজাৰুলৈ ৰূপান্তৰিত হোৱা কৱি, সংগীতজ্ঞ, নাট্যকাৰ জ্যোতিপ্ৰসাদ আগৰৱালা ইতিমধ্যেই অসমৰ জনগণৰ বাবে অসমীয়া সাহিত্য, সংগীত আৰু ক'লাৰ ক্ষেত্ৰত এক পথ নিৰ্দেশক শক্তি ৰূপে নিৰূপিত হৈছে। স্বাধীনতা সংগ্ৰামৰ এজন সক্ৰিয় কৰ্মী ৰূপেই এওঁ অসমৰ মাটিৰ, অসমৰ সংস্কৃতিৰ কেঁচা গোন্ধ থকা এক নিজস্ব সুৰত কিছুমান গীত ৰচনা কৰিছিল। এই বোৰে অসমীয়া জনগণক বিশেষভাৱে স্পৰ্শ কৰিছিল। তেওঁৰ বেছিভাগ গীতেই



স্বদেশপ্ৰেমমূলক আৰু জাতীয়তাবাদী ভাৱধাৰা সম্পন্ন। এই গীত বিলাকৰ মাজেদি তেওঁ অসমীয়াক অতীতৰ বীৰ-বীৰাংগনাৰ দৰে অসম আৰু ভাৰতৰ হৈ যুদ্ধ কৰিবলৈ সাহসেৰে ওলাই আহিবলৈ আহ্বান জনাইছে। জ্যোতিপ্ৰসাদৰ চকুত অসমৰ সংস্কৃতি হ'ল বিৰাট ভাৰতীয় সংস্কৃতিৰ অংশ মাথোন, অসমক ভালপোৱা মানেই ভাৰতক ভাল পোৱা।

মোৰে ভাৰতৰে
মোৰে সপোনৰে
চিৰ সুন্দৰ সংস্কৃতি।[৩২]

'আহ, অ' অকণি আই' (১৯৪৮) নামৰ আন এটি গীতত অকণিসকলক সম্বোধন ধৰি তেওঁ কৈছে--

তই জগাব লাগিব
ভাৰতৰ জন,
জিনিব লাগিব
পৃথিৱীৰ মন,
তয়ে অসমৰ
তয়ে ভাৰতৰ
তয়ে জগতৰ।[৩৩]

এজন জাতীয়তাবাদী কৱি ৰূপে জ্যোতিপ্ৰসাদে স্বাধীনতা সংগ্ৰামৰ যুঁজ কৰিবলৈ জনসাধাৰণক নতুন সাহস আৰু প্ৰতিশ্ৰুতি দান কৰিছিল। উদাহৰণ স্বৰূপে ভাৰত-মাতৃক সম্বোধন কৰি ৰচনা কৰা এটি গীতত তেওঁ কৈছে--

কোনে কলে তোক শকতিবিহীনা বুলি
আই তোৰ পুত্ৰ শকতিবন্ত।
০ ০ ০ ০
অগ্নি মন্ত্ৰৰে মই আৱাধি শকতি দেৱী
ভেদি আই অজেয় বাহিনী
গৌৰৱ ৰাগ ৰঞ্জিত ৰঙা জবা আনি
ওপচাম চৰণৰে প্ৰান্ত।[৩৪]

এজন ভাৰতীয়ৰূপে জ্যোতিপ্ৰসাদ ভাৰতৰ গৌৰৱময় ইতিহাস, পৰম্পৰাক লৈ গৌৰৱান্বিত। ইয়েই তেওঁক আৰু আগবাঢ়ি যাবলৈ শক্তি প্ৰদান কৰে--

মহাভাৰতৰ
উপনিষদৰ দিনত
মানুহৰ অধ্যাত্মৰ প্ৰথম প্ৰভাতত
নৱ এক অভিনৱ আলোক-সম্পাতত
জন্ম মোৰ;
... ... ... ... ... ...
পাৰ হৈ আহি আছোঁ
উত্থান-পতন ভেদি
আদি-বৰ্তমানৰ পৰা দূৰ-বৰ্তমানলৈ

মহাযাত্ৰা কৰি--
অমৃতৰ সন্তান মই
আজি মোৰ পূৰ্ণ যৌৱন।৩৫

এইদৰে জ্যোতিপ্ৰসাদ যদিও এজন প্ৰকৃত ভাৰতীয় জাতীয়তাবাদী, তেঁৱেই আকৌ অতিশয় আবেদনশীল আৰু অতি সুন্দৰ অন্য কেতবোৰ অসমীয়া উপ-জাতীয়তাবাদী ভাৱধাৰাসম্পন্ন গীত ৰচনা কৰিছে। এই সন্দৰ্ভত এই কথা সুঁৱৰি ভাল লাগে যে এই যিগৰাকী জ্যোতিপ্ৰসাদৰ গীত-মাতত নিৰ্ভাঁজ অসমীয়া সংস্কৃতিৰ আৰু প্ৰকৃত অসমীয়া মানসৰ স্ফুৰণ হয়, সেই জ্যোতিপ্ৰসাদ আগৰৱালাৰ পূৰ্ব-পুৰুষ উনবিংশ শতিকাৰ আদিভাগতহে মাথোন ৰাজস্থানৰ পৰা আহি অসমত থিতাপি লৈছিল। তলত জ্যোতিপ্ৰসাদৰ অসমীয়া উপ-জাতীয়তাবাদৰ কেইটিমান উদাহৰণ দাঙি ধৰা হ'লঃ

(ক) লুইতৰ পাৰৰে আমি ডেকা ল'ৰা
মৰিবলৈ ভয় নাই।
মুকুতি মেধৰ মহান মেজিব
নেজাল ফিৰিঙতি চাই
পুৰোহিতো যদি থিতাতে আঁতৰি
ত্ৰাসতে মূৰ্ছা যায়--
আমি আগবাঢ়ি
ডিঙি পাতি পাতি
তেজেৰে বলিশাল যামে বোলাই॥
তাহানি লাচিতে এৰি থৈ যোৱাৰে
পৰা জননী তোৰ
লঘু-লাঞ্ছনাৰ দুঃখে বেজাৰৰ
আজিও নপৰিল ওৰ।৩৬

(খ) জাতি-উপজাতি গোট খাই,
ৰচিলি সুৱদি ভাষা অসমীয়া
পৃথিৱীত বিচাৰি পাবলৈ' নাই।
... ... .. ... ... ... ...
... ... ... ... . ... ... ...
বুকু পাতি তই ওলাই আহ অ'
পৰ্বতীয়া-ভৈয়ামীয়া
তই অসমীয়া
তই অসমীয়া
তই খিলঞ্জীয়া অসমীয়া।৩৭

(গ) নতুন দিনৰ অসমীয়া
যুগে যুগে হ'বি তই
শৰাইঘটীয়া
তোৰ দেশ ৰাখিবলৈ'



গঢ়ি গঢ়ি ল'বি তই
নতুন হিলৈ
চিৰজয়ী হ'বি তই
মাভৈ মাভৈ।৩৮

এনেধৰণে অসমীয়াক জাগ্ৰত কৰিবৰ বাবে ৰচনা কৰা গীত আৰু কবিতাসমূহ অৱশ্যে ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ পটভূমিতেই ৰচনা কৰা। এই প্ৰসংগত এইটো উল্লেখযোগ্য যে অলপতে হৈ যোৱা বিদেশী অনুপ্ৰৱেশকাৰীসকলৰ বহিষ্কাৰ আৰু অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ সময়ত জ্যোতিপ্ৰসাদৰ এই গীত আৰু কবিতাসমূহ বিশেষভাৱে জনপ্ৰিয় হৈ পৰিছিল। সেয়ে হ'লেও জ্যোতিপ্ৰসাদে অসমীয়া জাতিৰ নিজত্ব ৰক্ষা কৰাৰ বাবে আগ্ৰহশীল হৈয়ো অসম যে ভাৰতৰ অংগহে আৰু সেইফালৰ পৰা অসমীয়া জাতিৰ ভাৰতৰ প্ৰতি আৰু পৃথিৱীৰ প্ৰতিও যে এক বিশেষ কৰ্তব্য আছে, সেই বিষয়েও তেওঁ সততে সচেতন আছিল। তেওঁ তেওঁৰ 'জ্যোতি শংখ' (১৯৪৩) নামৰ কবিতাটোত লিখিছে--

জ্ঞান-বিজ্ঞানৰ
ক'লা সাহিত্যৰ
সুৰ-সংগীতৰ ধল,
বোৱাব লাগিব
ভাৰত ঢৌৱাই
ভাৰ-লুইতৰ জল।
তোৰ মুকলিত হওক বিশ্বপ্ৰসাৰী মন
নৱ আলোকেৰে
ধুৱাব লাগিব
নোৱাব লাগিব
অসমী আইৰে
ৰঙা-চৰণ।৩৯

অসমীয় সাহিত্যৰ বিশিষ্ট চুটিগল্প লেখক আৰু ঔপন্যাসিক চৈয়দ আব্দুল মালিকৰ (১৯১৯) অসমীয়া জাতীয়তাবাদী ভাৱধাৰা সম্পন্ন 'মই অসমীয়া' (১৯৪১) নামৰ কবিতাটি এটি সুন্দৰ কবিতা। এই কবিতাটোত এজন বিদেশী মুছলমানে অসমত স্থায়ীভাবে বসবাস কৰাৰ পাছত, তেওঁৰ মাজেদি প্ৰকৃত অসমীয়াৰ ঐকান্তিকতা প্ৰকাশ কৰা হৈছে। এই শক্তিশালী, প্ৰভাৱশালী কবিতাটিৰ উত্তৰ স্বৰূপেই ৰচিত আৰু দুটি কবিতাৰ নাম আমি ইয়াতে উল্লেখ কৰিব পাৰোঁ। এটা হ'ল এম, ইব্ৰাহিম আলিৰ (১৯১৭-৭৫) 'তুমি যদি অসমীয়া'। এই কবিতাটিত এক পাঠান মুছলমানৰ অসমীয়া স্বদেশপ্ৰেম প্ৰকাশ কৰা হৈছে। আনটো হ'ল পূৰ্বতে উল্লেখ কৰি অহা নলিনীবালা দেৱীৰ 'তুমি অসমীয়া, তুমি যদি অসমীয়া'।

ইয়াৰ পাছত আমি দেৱকান্ত বৰুৱাৰ (১৯১৪) নাম ল'ব পাৰোঁ। দেৱকান্ত বৰুৱা এজন ৰোমান্টিক কবি। তেওঁৰ হাততেই কিন্তু অসমীয়া কবিতাই ৰূপ আৰু ছন্দৰ ক্ষেত্ৰত আধুনিক ৰূপ লয়। এক স্বকীয় ভংগীৰ অন্তৰ পৰশা প্ৰেমৰ

কৱিৰূপে পৰিগণিত হোৱা আৰু ভাৰতীয় জাতীয় কংগ্ৰেছৰ ভূতপূৰ্ব সভাপতি, এই গৰাকী কৱিয়ে কেইটিমান জাতীয়তাৱাদী ভাৱধাৰা আৰু অসমীয়া উপ-জাতীয়তাৱাদী ভাৱধাৰাৰ কৱিতাও ৰচনা কৰিছে। স্বাধীনতাৰ পূৰ্বে তেওঁ লাচিত বৰফুকনৰ বিষয়ে এটি কৱিতা ৰচনা কৰিছিল। সেই মধ্যযুগৰ অসমৰ স্বাধীন আহোম ৰজাৰ সেনাপতি লাচিত বৰফুকন--যিজনে শৰাইঘাটৰ যুদ্ধত প্ৰৱল পৰাক্ৰমী মোগলকো পৰাস্ত কৰিছিল। এইজনা সেনাপতিয়ে তেওঁৰ মোমায়েককো যুদ্ধক্ষেত্ৰত কৰ্তব্য অৱহেলাৰ দোষত দুছোৱা কৰি কাটিছিল আৰু এইদৰে অসমৰ এজন আদৰ্শ বীৰ হৈ পৰিছিল। কৱি দেৱকান্তই তেওঁৰ 'লাচিত ফুকন'[৪১] নামৰ কৱিতাত অসমীয়া জাতিৰ স্বাধীনতা সংগ্ৰামত লাচিতৰ এই সাহস আৰু প্ৰেৰণা প্ৰকাশ পোৱা দেখা নাই; তাৰ পৰিৱৰ্তে ব্যক্তিগত লাভ আৰু ক্ষুদ্ৰ স্বাৰ্থতহে যেন তেওঁলোকৰ লক্ষ্য সীমাবদ্ধ।

স্বদেশ প্ৰেমৰ কোৱাল সোঁতত দেশ আজি টলমল,
স্বদেশৰ গছ, স্বদেশৰ শিল, স্বদেশৰ বাঁহতল,
সকলোতে আজি স্বদেশী কৱিৰ কৱি-অন্তৰ জাগে,
দেশৰ মানুহ নেথাই মৰিছে সন্ধান কোনে ৰাখে ?

ইয়াৰ বিপৰীতে কৱিয়ে মধ্যযুগৰ অসমীয়া বীৰক সম্বোধন কৰি কৈছে--

দেশৰ বাতৰি শুনিবানে বীৰ? নিদিওঁ তোমাক ফাঁকি
তোমাৰ অসম নাই আৰু আজি জঁকাটোহে তাৰ বাকী।
লুইতৰ এই বিশাল পাৰত নাই আৰু অসমীয়া,
মৰি হাজি চুকাল সকলো, চিনচাব নাইকিয়া।

যদিও কৱিতা সংকলনটি ১৯৪৮ চনতহে প্ৰকাশ পাইছিল, এই কৱিতাটো স্বাধীনতা আন্দোলন চলি থকা সময়তেই ৰচিত আৰু সেই সময়তেই এখন আলোচনীত প্ৰকাশিত। এই প্ৰসংগত উল্লেখযোগ্য যে স্বাধীনতা আন্দোলন চলি থকা কালতেই আন্দোলনত বিশেষভাৱে জড়িত কৱিয়ে স্বাধীনতা সংগ্ৰামীসকলক এনেভাৱে সমালোচনা কৰাৰ উদাহৰণ অসমীয়া সাহিত্যত বিৰল। এইক্ষেত্ৰত এইটোও উল্লেখযোগ্য যে যিজনা কৱিয়ে তেওঁৰ কৱিতাত এনেদৰে অসমীয়া জাতিৰ আদৰ্শ ফুটাই তুলিছে, তেৱেঁই অলপতে অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষাৰ বাবে হোৱা অসম আন্দোলনক সমৰ্থন নকৰাৰ ফলত এঘৰীয়া হৈ থাকিবলগীয়া হৈছিল।

বৰুৱাৰ 'মোৰ দেশ মানুহৰ দেশ' [৪২] নামৰ চীনা আক্ৰমণৰ সময়ত ৰচিত কৱিতাটি এটি ভাৰতীয় জাতীয়তাৱাদী ভাৱধাৰাসম্পন্ন কবিতা। এই কৱিতাটোত কৱিয়ে কৈছে যে মাতৃভূমি ভাৰত আৰু স্বদেশ অসম তেওঁৰ ঘৰ মৰমৰ; কিন্তু তাতোকৈ মৰমৰ হ'ল এই দেশৰ বাসিন্দাসকল। কাৰণ তেওঁলোকে যুগে যুগে নিজৰ অস্তিত্ব ৰক্ষাৰ বাবে আৰু সৃষ্টিৰ প্ৰেৰণাত যুঁজ কৰি আহিছে। এই দেশলৈ যেতিয়া অসভ্য লোকসকল দলে দলে আহিছে তেতিয়াই হয় জয়ী হ'বলৈ, নহয় পৰাস্ত হ'বলৈ তেওঁলোকৰ বিৰুদ্ধে সাহসেৰে এওঁলোকে থিয় দিছে।

তথাপি জীয়াই আছোঁ
মানুহৰ দৰে।
জীৱনৰ মৃত্যুঞ্জয়ী আকুল আহ্বানে বাৰে বাৰে



মাতিছে আমাক;
তেজেৰে আমাৰ
পাণিপথ, হলদীঘাট, পলাশীৰ, শৰাইঘাটৰ
মাটি সেমেকাই
আমি তাক কৰিছোঁ গ্ৰহণ।
ফাঁচি কাঠে মাতিছে আমাক,
আমি তাৰ নিমন্ত্ৰণ প্ৰত্যাখ্যান কৰা নাই।

নিজে স্বদেশী আন্দোলনকাৰী হ'লেও দেৱকান্ত বৰুৱাই স্বদেশপ্ৰেমী অৰু স্বদেশী-আন্দোলনকাৰীসকলৰ প্ৰতি যেনেকৈ এক নতুন সমালোচনাত্মক দৃষ্টিভংগী প্ৰকাশ কৰিছে, তেনেকৈ এই কৱিতাটি স্বাধীনোত্তৰ যুগৰ অসমীয়া জাতীয়তাৱাদী ভাৱধাৰালৈ এক নতুন দৃষ্টিভংগী আনি দিছে। সেয়ে হ'ল, ইয়াত তেওঁ কেৱল মাতৃভূমিতকৈ বৰং স্বদেশী লোকসকলৰ প্ৰতিহে ভালপোৱা প্ৰকাশ কৰিছে।

দেৱকান্ত বৰুৱাৰ সমসাময়িক, যুদ্ধোত্তৰ যুগৰ এজন বাস্তৱৱাদী আৰু সমাজৱাদী কৱি, এজন বিশিষ্ট জননেতা, দিক্‌দৰ্শী সাহিত্যিক হেম বৰুৱা (১৯১৪-১৯৭৭) য়ো কেইটামান জাতীয়তাৱাদী ভাৱধাৰা সম্পন্ন কৱিতা ৰচনা কৰিছিল। এই কৱিতাকেইটিতো মাতৃভূমিৰ প্ৰতি প্ৰেম প্ৰকাশ পোৱাৰ লগতে দেশবাসীৰ প্ৰতি ভালপোৱা প্ৰকাশ পাইছে। চীন-ভাৰত যুদ্ধৰ সময়ত ৰচিত 'এইখন আমাৰ দেশ' (১৯৬৩) কৱিতাত তেওঁ লিখিছে—

এইখন আমাৰ দেশ
মানৱৰ মহাসমুদ্ৰ পাৰত আমি জীৱনৰ জয়গান গাওঁ
যি গীতৰ প্ৰতি লহৰত বাজি উঠে
একোটি স্পন্দন মানুহৰ হৃদি গহ্বৰত।[৪৩]

যুদ্ধোত্তৰ যুগৰ আন এজন আগশাৰীৰ কৱি, দেৱকান্ত বৰুৱাৰ ভ্ৰাতৃ নৱকান্ত বৰুৱাৰ (১৯২৬) জাতীয়তাৱাদী ভাৱধাৰাৰ কৱিতাত, সেই একেই মাতৃভূমিতকৈ দেশবাসীৰ প্ৰতি অগাধ ভালপোৱা ভাবৰ প্ৰতিধ্বনি শুনা যায়। স্বাধীনতাৰ পাছত বিদেশী আক্ৰমণৰ প্ৰসংগত তেওঁৰ এনে কৱিতাবোৰ ৰচনা কৰা হৈছিল।

ষাঠিৰ দশকৰ জাতীয়তাৱাদী কৱিসকলক আমি তিনিটা ভাগত ভাগ কৰিব পাৰোঁ। প্ৰথম ভাগৰ কৱিসকলৰ কৱিতাত প্ৰকৃত জাতীয়তাৱাদী ভাৱধাৰা মুকলিভাৱে প্ৰকাশ হোৱা নাই। গঢ়বাদী (Formalist) বা চিত্ৰকল্পৱাদী কৱি হিচাপে এওঁলোকৰ অনুভূতি আৰু সংবেদনশীলতাৰ প্ৰতিহে বেছি প্ৰৱণতা। এওঁলোকৰ বিপৰীতে দ্বিতীয় ভাগটোৰ কৱিসকলৰ কৱিতা ভাৱঘন। এই শ্ৰেণীৰ আগশাৰীৰ কৱি হীৰেণ ভট্টাচাৰ্য (১৯৩২) ই জাতীয়তাৱাদী ভাৱধাৰা সম্পন্ন এমুঠি সুন্দৰ কৱিতা ৰচনা কৰিছে। তেওঁৰ কৱিতাবোৰ যেনে চুটি, তেনে ভাৱঘন। তথাপি গঢ়বাদী আৰু চিত্ৰকল্পধৰ্মী কৱিসকলৰ সংবেদনশীলতা আৰু ইংগীতধৰ্মীতাবো এওঁৰ কৱিতাত সুন্দৰ প্ৰকাশ ঘটিছে। তেওঁৰ এটি সম্পূৰ্ণ কৱিতা হ'ল 'দেশ আৰু অন্যান্য বিষয়ক' (১৯৭১)

দেশ বুলিলে আদেশ নালাগে,
মোৰ তুম্‌কলি তেজত টগ্‌বগাই উঠে

এহেজাৰ এটা ৰণুৱা ঘোঁৰা ![৪৪]

এবছৰৰ পাছত লিখা তেনে এটি সম্পূৰ্ণ কৱিতা হ'ল 'আকৌ দেশ' (১৯৭২)

গোটেইখন দেশ
গোটেইখন দেশৰ নিদ্ৰাহীন চকুৰ গৰিষ্ঠ এন্ধাৰত গৰ্জে
ইচ্ছাৰ মেঘ
মোৰ ফেৰাৰী খোজত উদ্বেল দেশ, দেহৰ শেষত
আকৌ দেশ।[৪৫]

ইয়াত কোনো প্ৰদেশ বা দেশৰ নামৰ উল্লেখ নাই, যেন এয়া বিশ্বপ্ৰেম, বিশ্বজনীন জাতীয়তাৱাদ বা এই সকলোবোৰৰ মূল।

আনহাতে তৃতীয় থুলটিৰ নেতৃত্ব দিছে কৱি নিৰ্মলপ্ৰভা বৰদলৈয়ে। এৰেঁা গঢ়বাদী আৰু চিত্ৰকল্পবাদী থুলৰে অনুভূতিপূৰ্ণ আৰু সংবেদনশীল কৱি। কিন্তু তেওঁ জাতীয়তাৱাদী আৰু স্বদেশপ্ৰেমমূলক কৱিতাও ৰচনা কৰিছে। এওঁ ঘাইকৈ অসমীয়া আঞ্চলিকতাৱাদী আৰু উপ-জাতীয়তাৱাদী কৱি। অলপতে হৈ যোৱা অসম আন্দোলনৰ সময়ত লিখা আৰু তেওঁৰ শেহতীয়া কৱিতাৰ সংকলন, সুদীৰ্ঘ দিন আৰু ঋতু (১৯৮২)ত সন্নিবিষ্ট এটি কৱিতা হ'ল 'মোৰ উক্তি'। ইয়াত মাতৃভূমি অসমে যেন তেওঁৰ প্ৰতি কৰা অন্যায়ৰ বিৰুদ্ধে তীব্ৰ প্ৰতিবাদ জনাইছে।

মই কালবিনাশী
তাণ্ডৱী
মই কালবৈশাখী
ভৈৰৱী
জীৰ্ণ বিনাশী
সংস্কৃতি থাপি
মই আছোঁ,
মই আছোঁ[৪৬]

কৱিতাটোৰ পাঠ যে দুটি পৰ্যায়তেই অনুধাৱন কৰিব পাৰি তাত সন্দেহ নাই; কিন্তু গোটেই কৱিতাটোত সৌ সিদিনা মাথোন হৈ যোৱা অসম আন্দোলনৰ উত্তেজনাপূৰ্ণ পৰিস্থিতিত অসমীয়া জাতি সত্বাৰ আৱেগ নিভুঁলভাৱে ধৰা পৰে।

বিগত আন্দোলনেই অসমীয়া আঞ্চলিকতাৱাদী কৱিতাৰ প্লাৱন সৃষ্টি কৰিছিল। এই কৱিতাবিলাকৰ মাজেদি একেটি ভাবধাৰাকে প্ৰকাশ কৰা হৈছে—পুৰণি অসমৰ শৌৰ্যবীৰ্যৰ সোঁৱৰণিৰে বৰ্তমান অসমৰ সংকট কালত দেশবাসীক যুঁজিবলৈ অনুপ্ৰেৰণা দানৰ ভাৱ।

এনে আঞ্চলিকতাৱাদী তথা অসমীয়া জাতীয়তাৱাদী কৱিতাৰ বিপৰীতে মাৰ্ক্সীয় প্ৰগতিশীল কৱিসকলে তেওঁলোকৰ কৱিতাত দলিত, শোষিতজনৰ প্ৰতি সহানুভূতি আৰু শোষণকাৰীৰ প্ৰতি বিতৃষ্ণা প্ৰকাশ কৰিছে। এনেবোৰ কৱিতা স্বাভাৱিকতেই দেশৰ সীমাৰ ভিতৰত জাতীয়তাৱাদৰ প্ৰেৰণাৰ বিপৰীত আছিল।

সামৰণিত এইটো দেখা গ'ল যে সাম্ৰাজ্যবাদী শাসনৰ বিৰুদ্ধে এক অস্ত্ৰস্বৰূপে জাতীয়তাৱাদ অসমীয়া কৱিতাত বিভিন্ন ৰূপত প্ৰকাশ পাইছে। তথাপি অসমীয়া জাতীয়তাৱাদী কৱিতাত এটা সীমাবদ্ধতা আছে। বৃটিছৰ শাসনকালত



সৃষ্টি হোৱা ভাৰতীয় জাতীয়তাৱাদত ঘাইকৈ তিনিটা স্তৰ ধৰা পৰে। (১) প্ৰথম স্তৰত উনবিংশ শতিকালৈকে ছেগা-চোৰোকাকৈ হোৱা সশস্ত্ৰ বিদ্ৰোহ। (২) দ্বিতীয় স্তৰত বৃটিছৰ শাসনক 'স্বৰ্গীয় বিধান' বুলি গণ্য কৰি আৰু বৃটিছ সাম্ৰাজ্যৰ ভিতৰতেই স্বায়ত্তশাসন বিচৰা। (৩) তৃতীয়স্তৰত বৃটিছ শাসনৰ পৰা সম্পূৰ্ণ স্বাধীনতা বিচৰা। বৃটিছ যুগৰ অসমীয়া কৱিতাত জাতীয়তাৱাদী ভাৱধাৰা বিভিন্ন ৰূপত প্ৰকাশ পালেও, এই কৱিতাবিলাকত বিভিন্ন সময়ৰ বিভিন্ন ৰাজনৈতিক বিকাশৰ অন্তৰালত থকা ৰাজনৈতিক চেতনাৰ যুগপৎ প্ৰকাশ ঘটা নাছিল। তদুপৰি, এখন দেশৰ স্বাধীনতাৰ পাছত, সাহিত্যত আত্ম-সমালোচনা আৰু আত্ম-বিশ্লেষণৰ জৰিয়তে জাতীয়তাৱাদে এক সুদৃঢ় গঢ় লয়। স্বাধীনোত্তৰ যুগত ৰচিত অম্বিকাগিৰীৰ কৱিতাত এইটো ফুটি উঠা দেখোঁ। বাকীবোৰ কৱিৰ কৱিতাত এনে আত্ম-সমালোচনা নাই বুলিলেও হয়। তাৰ পৰিৱৰ্তে আঞ্চলিকতাৱাদহে বিশেষ ৰূপত ফুটি উঠিছে। আনহাতে বিদেশী আক্ৰমণ, স্বাধীনতা দিৱস, গণৰাজ্য দিৱস আদিৰ সন্দৰ্ভত ৰচিত কৱিতাবোৰত আজিকালিও জাতীয়তাৱাদী ভাৱধাৰাৰ প্ৰকাশ দেখা যায়, যেন স্বাধীনতাৰ পাছত জাতীয়তাৱাদী সাহিত্য ৰচনা হৈ পৰিছে এটা আনুষ্ঠানিক কৰ্মহে মাথোন![৪৭]

## পাদটিকা

১। H.K. Barpujari et al, Political History of Assam, Vol 1, Govt. of Assam, Gauhati, 1977, PP. 18-29. ২। উক্ত গ্ৰন্থ, পৃঃ ৮৮-১০২

৩। উক্ত গ্ৰন্থ, পৃ- ১৫০-১৭৫ ৪। উক্ত গ্ৰন্থ, পৃঃ ১৭২-১৭৫

৫। কমলাকান্ত ভট্টাচাৰ্য, 'চিন্তানল' (১৮৯০), কমলাকান্ত ভট্টাচাৰ্য ৰচনাৱলী, প্ৰফুল্লদত্ত গোস্বামী সম্পাদিত, প্ৰকাশন পৰিষদ, গুৱাহাটী, ১৯৮২, পৃঃ ২৮০-২৮২

৬। উক্ত গ্ৰন্থ, পৃঃ ২৮৩-২৯০ ৭। উক্ত গ্ৰন্থ, পৃঃ ৩৪৮-৩৫১

৮। উক্ত গ্ৰন্থ, পৃঃ ৩২৫-৩৪৫ ৯। উক্ত গ্ৰন্থ, পৃঃ ৩৬৭

১০। লক্ষ্মীনাথ বেজবৰুৱা, 'বীণ বৰাগী' (১৯১২), বেজবৰুৱা গ্ৰন্থাৱলী ২য় খণ্ড, অতুল চন্দ্ৰ হাজৰিকা সম্পাদিত, সাহিত্য প্ৰকাশ, গুৱাহাটী, ১৯৭০, পৃঃ ৯৭৭-৯৭৯

১১। উক্ত গ্ৰন্থ, পৃঃ ৯৯৩-৯৯৫

১২। অম্বিকাগিৰী ৰায়চৌধুৰী, 'জাগ ডেকা তেজ, জাগ' অনুভূতি সংকলনত (১৯৫৪), কৌশল্যা দেৱী ৰায়চৌধুৰী, গুৱাহাটী, ১৯৬৬ সংস্কৰণ, পৃঃ ৬৯

১৩। অম্বিকাগিৰী ৰায়চৌধুৰী, 'জীৱনৰ প্ৰয়োজন' ওপৰোক্ত গ্ৰন্থত, পৃঃ ৬৩-৬৪

১৪। 'জাগ্ৰত হোৱা ভাই' বন্দো কি ছন্দেৰে সংকলনত (১৯৫৯), গুৱাহাটী ১৯৬২ সংস্কৰণ, পৃঃ ৯

১৫। 'হে জনমভূমি', ওপৰোক্ত গ্ৰন্থত, পৃঃ ১৪

১৬। -------,'বন্দো কি ছন্দেৰে', ওপৰোক্ত গ্ৰন্থত, পৃঃ ১

১৭। -------, 'মই আছোঁ, মই আছোঁ', স্থাপন কৰ, স্থাপন কৰ সংকলনত, আত্ম-বিকাশ ভৱন, গুৱাহাটী, ১৯৫৬, পৃঃ ১—১২ (দ্বিতীয় ভাগ)

১৮। -------, ওপৰোক্ত গ্ৰন্থ, পৃঃ ১-৭ (প্ৰথম ভাগ)

১৯। -------, বেদমাৰ উল্কা, আত্ম-বিকাশ ভৱন, গুৱাহাটী, ১৯৬৪

২০। ———, 'অসমীয়া দেখো এজনো নাই', ওপৰোক্ত গ্ৰন্থ, পৃঃ ১১-১৩
২১। ———, 'ধৰ, টানি ধৰ', ওপৰোক্ত গ্ৰন্থ, পৃঃ ১৪-১৫
২২। ———, 'জীয়াৰ যুঁজত জয়ী হ', ওপৰোক্ত গ্ৰন্থত, পৃঃ ৩৮-৪০
২৩। ———, 'ভাৰতৰ পূব-প্ৰান্ত ৰক্ষী' ওপৰোক্ত গ্ৰন্থত, পৃঃ ৪১-৪২
২৪। অম্বিকাগিৰী ৰায়চৌধুৰী, 'স্বাধীনতা ৰক্ষা কৰি', ওপৰোক্ত গ্ৰন্থত, পৃঃ ৪৩
২৫। ———, 'অ' মোৰ দেশৰ দেশবাসী' দেশেই ভগৱান সংকলনত, তাৰিখ নাই, গ্ৰন্থকাৰ প্ৰকাশিত, গুৱাহাটী, পৃঃ ৯-১২
২৬। নলিনীবালা দেৱী, 'জনমভূমি' সন্ধিয়াৰ সুৰ সংকলনত, (বৰুৱা এজেঞ্চি, গুৱাহাটী, ১৯২৮), বাণী প্ৰকাশ, গুৱাহাটী, ১৯৬৯ সংস্কৰণ, পৃঃ ৬২-৬৪
২৭। ———, সপোনৰ সুৰ (১৯৪২), চপলা বুক্ ষ্টল, চিলং, ১৯৬২ সংস্কৰণ
২৮। উক্ত গ্ৰন্থ, পৃঃ ১০৮-১১০। ২৯। উক্ত গ্ৰন্থ, পৃঃ ১১১-১২১
৩০। উক্ত গ্ৰন্থ, ১২৪-১২৭। ৩১। উক্ত গ্ৰন্থ, ১৩১-১৩৫
৩২। জ্যোতিপ্ৰসাদ আগৰৱালা, গীত (২৭৫), জ্যোতিপ্ৰসাদ ৰচনাৱলী, সত্যেন্দ্ৰনাথ শৰ্মা আদি সম্পাদিত, প্ৰকাশন পৰিষদ, গুৱাহাটী, ১৯৮১, পৃঃ ৬১৪ (খ)
৩৩। ———, 'আহ অকণি আহ', ওপৰোক্ত গ্ৰন্থত, পৃঃ ৬৫৩
৩৪। ———, গীত (২৭৮), ওপৰোক্ত গ্ৰন্থত, পৃঃ ৬১৪ (গ)
৩৫। ———, 'মহামানৱ', ওপৰোক্ত গ্ৰন্থ পৃঃ ৬৩২
৩৬। ———, গীত (২৭২), ওপৰোক্ত গ্ৰন্থত, ৬১৪ (ক)
৩৭। ———, 'অসমৰ নবীন জোৱানৰ সংকল্প' (১৯৪৭), ওপৰোক্ত গ্ৰন্থত, পৃঃ ৭০১
৩৮। জ্যোতিপ্ৰসাদ আগৰৱালা, 'লাচিতৰ আহ্বান', ওপৰোক্ত গ্ৰন্থত, পৃঃ ৬৪৪-৬৪৫
৩৯। ———, 'জ্যোতি শংখ', ওপৰোক্ত গ্ৰন্থত, পৃঃ ৬৮৭
৪০। ছৈয়দ আব্দুল মালিক, 'মই অসমীয়া' স্বাক্ষৰ সংকলনত, মিত্ৰ এজেঞ্চি, তিনিচুকীয়া, ১৯৬৫
৪১। দেৱকান্ত বৰুৱা, 'লাচিত ফুকন' সাগৰ দেখিছা (১৯৪৮) সংকলনত, গ্ৰন্থকাৰ, চিলং, ১৯৬৬ সংস্কৰণ, পৃঃ ৫৪-৫৬
৪২। ———, 'মোৰ দেশ মানুহৰ দেশ', ওপৰোক্ত গ্ৰন্থত, পৃঃ ৭৫-৭৭
৪৩। হেম বৰুৱা, 'এইখন আমাৰ দেশ', মোৰ দেশ আলোচনীত, বিশেষ হেম বৰুৱা সংখ্যা, চেপ্টেম্বৰ-অক্টোবৰ, ১৯৭৬, গুৱাহাটী, কবিতা দত্ত সম্পাদিত, পৃঃ ১৮-১৯
৪৪। হীৰেন ভট্টাচাৰ্য, 'দেশ আৰু অন্যান্য বিষয়ক', সুগন্ধি পখিলা সংকলনত, চুনি ভট্টাচাৰ্য, নগাওঁ, ১৯৮১, পৃঃ ১০৪
৪৫। ———, 'আকৌ দেশ', ওপৰোক্ত গ্ৰন্থত, পৃঃ ১৫৮
৪৬। নিৰ্মলপ্ৰভা বৰদলৈ, 'মোৰ উক্তি', সুদীৰ্ঘ দিন আৰু ঋতু সংকলনত, নৱজ্যোতি, শিৱসাগৰ, ১৯৮২, পৃঃ ৯৫
৪৭। এই প্ৰবন্ধ ৰচনাত কেৱা প্ৰকাৰেও অধ্যাপক ৰঞ্জিত দেৱ গোস্বামীয়ে লেখকক সহায় কৰিছে

# ৰায়চৌধুৰীৰ নাট্য প্ৰতিভা

সত্যেন্দ্ৰ নাথ শৰ্মা

ৰায়চৌধুৰী এগৰাকী কৱি, বলিষ্ঠ চিন্তাশীল গদ্য-শিল্পী আৰু বিপ্লৱী দেশপ্ৰেমিক ৰূপেই পৰিচিত, নাট্যকাৰ ৰূপে পৰিচয় তেখেতৰ বিশেষ নাছিল। তেখেতৰ লগত নাট্যমঞ্চৰ গভীৰ সম্পৰ্কও নাছিল, অভিনেতাৰূপেও সুখ্যাতি লাভ কৰিবলৈ তেখেতে প্ৰয়াস কৰা নাছিল। নিজে অভিনেতা নহৈ বা নাট্যমঞ্চৰ লগত বিশেষ সম্পৰ্ক নথকাকৈ সফল নাট্যকাৰ ৰূপে পৰিচয় দিয়া টান। এনে হোৱা পৃথিৱীৰ নাট্য সাহিত্যৰ ইতিহাসত বৰ কমেই দেখা যায়। ৰায়চৌধুৰী আছিল হাড়ে-হিমজুৰে দেশ-প্ৰেমিক। নিজৰ দেশখনৰ আৰ্থিক, নৈতিক আৰু ৰাজনৈতিক উৎকৰ্ষ সাধনত সহায় কৰাই তেওঁৰ জীৱনৰ আদৰ্শ আছিল। এই কাৰণেই অসমৰ উন্নতিকল্পে বিভিন্ন অনুষ্ঠানত যোগ দিছিল আৰু নিজেও অনুষ্ঠান গঢ়ি তুলিছিল। চফল ডেকা বয়সৰ সন্ত্ৰাসবাদী কাৰ্যকলাপৰ পৰা কংগ্ৰেছৰ মাজেদি প্ৰৌঢ় বয়সৰ অসম সংৰক্ষিণী মতবাদলৈকে একেটা ভাৱধাৰাৰ অভিব্যক্তি তেখেতৰ জীৱনত পাওঁ, সেয়ে হৈছে ভাৰতৰ ভিতৰত অসমৰ সুকীয়া অস্তিত্ব প্ৰতিষ্ঠাপন আৰু অসমৰ সৰ্বতোপ্ৰকাৰ উন্নতিসাধন। তেখেতৰ বক্তৃতা, ভাষণাৱলী, সৰহভাগ কৱিতা আৰু গদ্য ৰচনা জ্বলন্ত দেশপ্ৰেমৰে অভিব্যক্তি। সেই হিচাপে নাট কেইখনো দেশপ্ৰেমৰে এটা ভুমুক। কিন্তু কবি আৰু গদ্য শিল্পী হিচাপে ৰায়চৌধুৰীৰ স্বকীয় ব্যক্তিত্ব যেনেকৈ ৰচনাত পৰিস্ফুট হৈছে, নাটকত তেওঁৰ ব্যক্তিত্বৰ প্ৰকাশ নঘটিল। হয়তো নাট্য-মাধ্যম ৰায়চৌধুৰীৰ প্ৰতিভাৰ অনুকূল নাছিল, কেৱল দেশপ্ৰেমৰ আৱেগত ৰচনা কৰিবলৈ প্ৰয়াস কৰিছিল। দৰাচলতে ক'বলৈ গ'লে সাহিত্য ৰচনা ৰায়চৌধুৰীৰ আংশিক জীৱনাভিব্যক্তি মাথোন, ই তেওঁৰ জীৱনৰ কৰ্মব্যাকুলতাৰ আংশিক মানসিক অভিব্যক্তি। সেই কাৰণে সকলো ৰচনাতে তেওঁৰ ব্যক্তি প্ৰতিভাৰ স্বাক্ষৰ নাই, নাটকত সেই কাৰণেই ৰায়চৌধুৰীৰ ব্যক্তি মানসৰ স্পষ্ট ছায়া দেখা নাপাওঁ। প্ৰয়োজন বোধত নাইবা নাটক লিখোঁ বুলি লিখিলে সি নাটকৰ কায়া পৰিগ্ৰহ হয়তো কৰিব; কিন্তু নাটকৰ প্ৰাণ প্ৰতিষ্ঠা কিমানদূৰ হ'ব সন্দেহজনক।

ওপৰৰ আলোচনাৰ পৰা এই কথা ক'ব পাৰি যে ৰায়চৌধুৰীৰ নাট্য-ৰচনাৰ অন্তৰালত নাট্য প্ৰেৰণাতকৈ দেশপ্ৰেমৰ আৱেগৰ প্ৰভাৱে অধিকভাৱে ক্ৰিয়া কৰিছিল। কবিতা আৰু গদ্য ৰচনাত দেশপ্ৰেমৰ লগতে আন্তৰিক প্ৰেৰণাৰ সংযোগ ঘটাত লেখকৰ ব্যক্তিত্ব সেইবোৰত মূৰ্তিমান হৈ পৰিছিল। গতিকে নাট্য-সাহিত্যই ৰায়চৌধুৰীৰ প্ৰতিভাৰ স্বাক্ষৰ বহন কৰিছে বুলি ক'লে সত্যৰ অপলাপ হ'ব, তথাপি ৰায়চৌধুৰী কৰ্মচঞ্চল মানুহজনৰ প্ৰতিভাৰ এটি অপৰিস্ফুট বা আকৰ্ষিত দিশ লৈ নাটকেইখনে আমাৰ দৃষ্টি আকৰ্ষণ নকৰাকৈ নাথাকে।

তেখেতে কেবাখনো নাট ৰচনা কৰিছিল যদিও তিনিখন নাটহে পূৰ্ণ অৱস্থাত

পোৱা যায়। তাৰে এখন 'জয়দ্ৰথ বধ' ছপা হৈ ওলাইছে, আৰু আনখন 'কল্যাণময়ী' নামত আৱাহনত ছোৱা ছোৱাকৈ প্ৰকাশ হৈছিল। 'কল্যাণময়ী'ৰ পূৰ্ণাংগ পাণ্ডুলিপিও আছে। 'বন্দিনী ভাৰত' নামে এখন দেশাত্মবোধক নাটৰ কপি চৰকাৰে বাজেয়াপ্ত কৰাত নাটখন সমূলে নষ্ট পালে। ইয়াৰ বাহিৰে আৰু এখন নাটৰ পাণ্ডুলিপি পোৱা গৈছে। সেইখন হৈছে 'শিখিধ্বজৰ দান পৰীক্ষা' বা ভক্তগৌৰৱ নাট তিনিখন যিহেতুকে যাত্ৰাভিনয়ৰ উদ্দেশ্যে ৰচিত, সেই কাৰণে বিষয়-বস্তুৰ বিকাশত কল্পনাক যথেষ্ট স্বাধীনতা দিয়া হৈছে, কাহিনীৰ সংহত ৰূপৰ প্ৰতি দৃষ্টি ৰখা নাই।

'জয়দ্ৰথ বধ' ১৯১১ চনত ৰচনা কৰিছিল আজিৰ পৰা দুকুৰি ষোল বছৰৰ আগতে। এইখন পশ্চিমীয়া ধৰণৰ ৰংগমঞ্চক উদ্দেশ্য কৰি ৰচা নাটক নহয়। মুকলি মঞ্চৰ যাত্ৰাভিনয়ৰ উদ্দেশ্যে ইয়াক ৰচনা কৰিছিল। সেই সময়ত নামনি অসমত--বিশেষকৈ বৰপেটাত বিভিন্ন উৎসৱ উপলক্ষ্যে বঙলা যাত্ৰাভিনয়ৰ প্ৰচলন আছিল। অসমীয়া ধৰ্ম-সংস্কৃতিৰ কেন্দ্ৰস্থল বৰপেটাৰ পৰা বঙলা যাত্ৰাভিনয় অপসাৰণ কৰি মাতৃভাষাৰ নাট্যাভিনয় প্ৰচলন কৰাৰ উদ্দেশ্য লৈ তেখেতে নাটক লিখিবলৈ হাতত লয়। এই প্ৰসংগত তেখেতে 'জয়দ্ৰথ বধ'ৰ পাতনিত লিখিছে--

'নিমন্ত্ৰিত আমি আটাইবিলাক গৈ মেলত ওলালোঁ। উপস্থিত সকলোৱে এখন এখনকৈ ৪।৫ খন বঙলা নাটৰ কথা ক'লে, মই অকলে অসমীয়া ভাষাৰ নাটৰ কথা ক'লোঁ। আন কেইজনে উপলুঙা কৰি ক'লে, অভিনয় কৰি সুখ পোৱা কথা-বচনৰ অসমীয়া ভাষাত হেনো নাটক নাই আৰু হ'বও নোৱাৰে।···মই অপমানৰ আঘাতত জোৰেৰে প্ৰতিবাদ কৰি ওলাই আহিলোঁ।'

'--(আইৰ কথা মতেই) কৌৰৱ পক্ষৰ সপ্তৰথীয়ে অন্যায় ৰণনীতিৰে একেলগে আক্ৰমণ কৰি অৰ্জুন পুত্ৰ বালক বীৰ অভিমন্যুক জয়দ্ৰথৰ দ্বাৰা হত্যা কৰোৱা আৰু সেইবাবে সূৰ্যাস্তৰ আগতে অৰ্জুনৰ জয়দ্ৰথক বধ কৰা কঠোৰ প্ৰতিজ্ঞাৰ আখ্যানটোকেই মই বাছি ললোঁ। সেই সময়তে বৰপেটা নগৰত চাৰিটা যাত্ৰাদলে 'ৰাম বনবাস', 'সীতাহৰণ', 'কীচক বধ', 'যুধিষ্ঠিৰৰ অশ্বমেধ যজ্ঞ', 'নল-দময়ন্তী' আদি বঙলা নাটৰ যাত্ৰাভিনয় চলাই আছিল। মুকলি মঞ্চৰ বাবে যাত্ৰা-নাট লিখাৰ ধৰণ বুজিবলৈ বঙলা নাট কেইখনমান মই গোটাই ললোঁ। কাৰণ সেই সময়ত এই বিষয়ত মই বৰ কেঁচা। অৱশ্যে কিছু ভাব বঙলা নাটৰপৰা লোৱা হৈছিল।'

নাট্যকাৰৰ ওপৰৰ উদ্ধৃতিৰ পৰা বুজা যায় যে বঙলা যাত্ৰা নাটৰ আদৰ্শত অসমীয়া ভাষাত ভগ্ন অমিত্ৰাক্ষৰী ৰীতিত প্ৰথম নাট ৰচনা কৰিবলৈ লয়। এই যাত্ৰা নাটৰ লক্ষণ 'জয়দ্ৰথ বধ'ত আৰু পৰৱৰ্তী 'কল্যাণময়ী' আৰু 'শিখিধ্বজৰ দানপৰীক্ষা'তো লক্ষ্য কৰা হয়। নাট কেইখনৰ চৰিত্ৰসমূহৰ বচনবোৰলৈ লক্ষ্য কৰিলে দেখা যায় যে বচনবোৰৰ নাটকীয় গুণতকৈ বক্তৃতাধৰ্মী গুণ অধিক পৰিস্ফুট। চুটি, নাট্যধৰ্মী আৰু প্ৰভাৱশীল বচনতকৈ বক্তৃতাধৰ্মী উচ্ছ্বাসপূৰ্ণ দীৰ্ঘোক্তি বচনবোৰৰ বৈশিষ্ট্য। যাত্ৰা নাটকৰ সংলাপ মুখ্যতঃ বিৱৃতিমূলক, কাহিনীও সৰল গতিত আগবাঢ়ে। কাহিনী বহিৰ্দ্বন্দ্ব প্ৰধান, চৰিত্ৰৰ বিবদমান প্ৰবৃত্তিবোৰৰ মাজত সাধাৰণতে অন্তৰ্দ্বন্দ্ব নাথাকে। গীতৰ সঘন পৰিবেশন যাত্ৰানাটৰ



অন্যতম বৈশিষ্ট্য। উপকাহিনীৰ দ্বাৰা কাহিনীৰ জটিলতা সৃষ্টি কৰা নহয়। কাহিনীৰ একোটি সামান্য সূত্ৰ অৱলম্বন কৰি চৰিত্ৰৰ ভাৱাৱেগ সৃষ্টি কৰা হয়, আৰু ভাৱাৱেগ যিমানেই প্ৰবল হয়, চৰিত্ৰৰ উক্তিও সিমানেই ভাৱাৱেগপূৰ্ণ আৰু দীঘলীয়া হৈ পৰে আৰু তেনেস্থলত গীতৰ স্বাভাৱিকতে প্ৰয়োগ হয়। 'জয়দ্ৰথ বধ'লৈ লক্ষ্য কৰিলে আমি দেখা পাওঁ যে পৌৰাণিক কাহিনীটোৰ কোনো মৌলিক পৰিৱৰ্তন নকৰি সৰলভাৱেই পৰিণতিৰ পথত আগবঢ়াই নিছে। যি সামান্য পৰিৱৰ্তন সাধন কৰিছে তাক প্ৰতিভাৰ পৰিচায়ক বুলি ক'ব নোৱাৰিলেও নতুনত্ব বৰ্জিত নহয়। নাটকীয় ঘটনাক ই জটিল কৰি তোলা নাই। পৰিৱৰ্তনটো এনে--শ্ৰীকৃষ্ণই মায়াদেৱীৰ সহায়ত সূৰ্য মাৰ নৌ যাওঁতেই সন্ধ্যা আগত বুলি কৌৰৱ পাণ্ডৱ পক্ষক প্ৰতীয়মান কৰাই অৰ্জুন আৰু দ্ৰোণাচাৰ্যৰ প্ৰতিজ্ঞা ৰক্ষা কৰাত সহায় কৰিলে। মূল পৌৰাণিক কাহিনীত শ্ৰীকৃষ্ণই সুদৰ্শন চক্ৰৰ দ্বাৰা সূৰ্যক আৱৰি ৰাখি অৰ্জুনৰ প্ৰতিজ্ঞা ৰক্ষা কৰাত সহায় কৰে। দ্ৰোণাচাৰ্যৰ প্ৰতিজ্ঞাৰ কথা মূল কাহিনীত নাই। ক'তো পৰাজয় নাই আৰু ভগৱানে ভক্তক সকলো সময়তে সহায় কৰে--এই ভাৱটো একাধিক চৰিত্ৰৰ মাজেদি নাট্যকাৰে ফুটাই তুলিবলৈ চেষ্টা কৰিছে।

প্ৰথমতে ব্ৰাহ্মণ বেশেৰে কৃষ্ণই কৰ্ণক দ্ৰোণাচাৰ্যৰ পৰা সেনাপতিত্ব গ্ৰহণ কৰিবলৈ বিৰত কৰিছে, কাৰণ অৰ্জুনৰ দৰে কৰ্ণও প্ৰকৃততে মহৎ, উদাৰ আৰু পৰম ভক্ত, তেওঁ জয়দ্ৰথক ৰক্ষা কৰিবলৈ প্ৰতিজ্ঞা কৰি সেনাপতিত্ব গ্ৰহণ কৰিলে কৃষ্ণৰ পক্ষে অৰ্জুনৰ জয়দ্ৰথ বধৰ প্ৰতিজ্ঞা সাৰ্থক কৰোৱা টান। কৰ্ণ চৰিত্ৰৰ প্ৰতি নাট্যকাৰ সহানুভূতিশীল। উদাৰতা আৰু দানশীলতা এই চৰিত্ৰৰ প্ৰধান বৈশিষ্ট্যৰূপে প্ৰদৰ্শন কৰিছে।

কৰ্ণক বিৰত কৰিলে যদিও, সেনাপতিৰূপে দ্ৰোণাচাৰ্যয়ো প্ৰতিজ্ঞা কৰিলে যে তেওঁ জয়দ্ৰথক অৰ্জুনৰ হাতৰপৰা ৰক্ষা কৰিবই, নহ'লে তেওঁ প্ৰতিজ্ঞাভ্ৰষ্ট হৈ যেন ঘোৰ নৰকত পৰে, দ্ৰোণাচাৰ্যও কৃষ্ণৰ পৰম ভক্ত, অৰ্জুনৰ গুৰু। গতিকে তেওঁক প্ৰতিজ্ঞাভ্ৰষ্ট কৰি অৰ্জুনৰ প্ৰতিজ্ঞা সাফলোৱা কৃষ্ণৰ পক্ষে সম্ভৱ নহয়, সেই কাৰণেই কৃষ্ণই কৈছে--

'জয়দ্ৰথ বধ কৰা অৰ্জুনৰ পক্ষে
নহয় কঠিন কাম,
কিন্তু দুয়োজন ভক্ত লৈ
পৰিছোঁ বিষম সংকটত।
ভক্ত ধনঞ্জয়ে কৰিছে প্ৰতিজ্ঞা
সূৰ্যাস্তৰ ভিতৰত জয়দ্ৰথ বধ।
ভক্ত দ্ৰোণাচাৰ্যে তাত প্ৰতিদ্বন্দ্বী হৈ
কৰিছে প্ৰতিজ্ঞা--
সূৰ্য্য অস্ত যোৱালৈকে নিৰ্বিঘ্নে ৰাখিব বুলি--
সিন্ধু নৃপতিক।
কাৰ কথা অৱহেলি, কাঁৰ কথা ৰাখোঁ
দুয়োজন সম ভক্ত মোৰ,--

সেইবাবে ভাবিছোঁ মনত,
ছলনাৰে ভক্ত পণ কৰিম পূৰণ।'

মায়াৰ আৱৰণৰ ফলত আন্ধাৰে আহৰি ধৰিলে। দ্ৰোণাচাৰ্যৰ বক্ষ্যাব্যূহৰ পৰা সূৰ্যাস্ত হ'ল বুলি জয়দ্ৰথ ওলাই আহিল--অৰ্জুনৰ অগ্নিত আত্মাহুৰ দৃশ্য চাবলৈ। দ্ৰোণৰ প্ৰতিজ্ঞা ৰ'ল। জয়দ্ৰথ দ্ৰোণাচাৰ্যৰ ৰক্ষাব্যূহৰপৰা ওলাই অহাৰ পাছতে মায়াই আন্ধাৰৰ আৱৰণি আঁতৰালে, সূৰ্য তেতিয়াও মাৰ যোৱা নাই। অৰক্ষিত জয়দ্ৰথক অৰ্জুনে সূৰ্যাস্তৰ আগতে পাই বধ কৰে। অৰ্জুনৰো প্ৰতিজ্ঞা ৰক্ষা হয়। যাত্ৰা নাটৰ সুৰতে ইয়াতো ভক্তিৰসোদ্দীপক প্ৰাধান্য দি কৃষ্ণৰ মাহাত্ম্য প্ৰদৰ্শিত হৈছে। উপকাহিনী সংযোজিত নোহোৱাৰ কাৰণে আৰু মূল কাহিনীত মৌলিক পৰিৱৰ্তন নঘটোৱাৰ কাৰণে কাহিনী সৰল গতিত আগবাঢ়িছে। এই খিনিতে মনত ৰাখিব লাগিব যে যিসকল দৰ্শকক উদ্দেশ্য কৰি এই নাট ৰচিত হৈছিল তাৰ সৰহ ভাগেই মুকলি মঞ্চৰ যাত্ৰাভিনয় দৰ্শনত অভ্যস্ত আছিল। সেই সময়ত লাউডস্পিকাৰ বা বিজুলী বাতিৰ ব্যৱহাৰ হোৱা নাছিল। গতিকে মঞ্চৰ চাৰিকাষে বহু দূৰলৈকে দৰ্শকসকলে শুনাকৈ অভিনেতাসকলে বচন মাতিব লগাত পৰিছিল। এনে পৰিস্থিতিত সংলাপ বক্তৃতাধৰ্মী, বিৱৃতিমূলক আৰু উচ্ছ্বাসপ্ৰধান হোৱাটো স্বাভাৱিক। নিম্নসুৰত বন্ধা সংলাপ অভিনেতাই দৰ্শকৰ মনত লগাকৈ আবৃত্তি কৰা টান। জয়দ্ৰথ বধৰ সংলাপ বা চৰিত্ৰৰ বচনসমূহ সেই কাৰণেই উচ্চ সুৰত বন্ধা আবেগধৰ্মী আৰু ঠায়ে ঠায়ে বিৱৃতিমূলক। অভিনেতাই সমৱেত দৰ্শকৰ সকলোৱে শুনাকৈ গুৰুগম্ভীৰ বা উচ্চ স্বৰে এইবোৰ আবৃত্তি কৰিব পাৰে।

জয়দ্ৰথ বধৰ আন এটা বৈশিষ্ট্য হ'ল ছোকৰাৰ গীত। আগতেই কৈ অহা হৈছে যে যাত্ৰানাটৰ গীত এটা প্ৰধান অংগ। চৰিত্ৰৰ ভাবোচ্ছ্বাসৰ আতিশয্যৰ মুহূৰ্তত একোটি ছোকৰাৰ গীতেৰে তেওঁৰ মনৰ ভাৱ সুৰৰ সহায়ত প্ৰকাশ কৰা হৈছে। ৰায়চৌধুৰীৰ নাটৰ পাতনিত কেনেকৈ তেওঁ অসমীয়া পুৰণি গীত-পদৰ সুৰ সংযোজনা কৰি নাট্যাভিনয় দৰ্শকৰ গ্ৰহণীয় কৰি তুলিছিল সেই বিষয়ে উল্লেখ কৰিছে। যাত্ৰানাটকৰ কাহিনী সাধাৰণতে সুপৰিচিত হোৱা কাৰণে, তাৰ চৰিত্ৰৰ কাৰ্যকলাপ আৰু ঘটনাৰ পৰিণতি দৰ্শকৰ সাধাৰণতে জনা নাথাকে। থিয়েটাৰ নাটকৰ ঘটনাৰ চমৎকাৰিত্ব আৰু চৰিত্ৰৰ জটিলতাৰ যি আকৰ্ষণ সেই আকৰ্ষণৰ অভাৱ যাত্ৰানাটত কিছু পৰিমাণে পূৰণ কৰা হয়, সংগীত মাধুৰ্যৰ দ্বাৰা। জয়দ্ৰথ বধ যাত্ৰাধৰ্মী হোৱাৰ কাৰণেই গীতৰ আধিক্য বিশেষভাৱে লক্ষ্য কৰা যায়। বহুক্ষেত্ৰত এনে ঠাইতো চৰিত্ৰৰ ভাৱ ছোকৰাৰ গীতৰ যোগেদি প্ৰকাশ কৰিছে। গতিকে আধুনিক ৰুচিৰ বা থিয়েটাৰ-অভ্যস্ত দৰ্শকে সহ্য কৰিবলৈ টান পাব। যাত্ৰাৰ দৰ্শকক হয়তো তেনে ঠাইত গীতৰ সংস্থাপনে একো বিপৰীত প্ৰতিক্ৰিয়াৰ সৃষ্টি নকৰে। উদাহৰণ স্বৰূপে সদ্যবিধৱা শোকাতুৰা উত্তৰাৰ কৰুণ গীত তিনিটাই থিয়েটাৰত বিপৰীত প্ৰতিক্ৰিয়াহে সৃষ্টি কৰাৰ সম্ভাৱনা আছে, যাত্ৰাভিনয়ত হয়তো দৰ্শকে চকুপানী টুকিব।

নাটখনৰ চৰিত্ৰ সৃষ্টিৰ ফালে নাট্যকাৰে বিশেষ দৃষ্টি নিক্ষেপ কৰা নাই, চৰিত্ৰবোৰৰ পৌৰাণিক ৰূপ অব্যাহত ৰাখিবলৈ চেষ্টা কৰিছে। অৱশ্যে পৌৰাণিক



ৰূপ অব্যাহত ৰাখিবলৈ যোৱাৰ ফলত প্ৰধান চৰিত্ৰবোৰৰ স্বকীয় বৈশিষ্ট্য প্ৰকাশ পাইছে। মহাভাৰতৰ পৰা যুধিষ্ঠিৰ, ভীম, অৰ্জুন, কৰ্ণ, দ্ৰোণাচাৰ্য, শ্ৰীকৃষ্ণ আদিৰ চৰিত্ৰ সম্পৰ্কে জনসাধাৰণৰ যি এটা সাধাৰণ ধাৰণা সৃষ্টি হয়, নাটকত তাৰ অন্যথা হোৱা নাই। কিন্তু নাটৰ প্ৰধান চৰিত্ৰ হিচাপে জয়দ্ৰথে দৃষ্টি আকৰ্ষণ কৰিব পৰা নাই, এই চৰিত্ৰক বৰ নিষ্প্ৰভ কৰি ৰখা হ'ল। খন্তেকৰ কাৰণে দেখা দিলেও, নাৰী চৰিত্ৰৰ ভিতৰত উত্তৰা আৰু সুভদ্ৰাতকৈ দুঃশীলা (জয়দ্ৰথ পত্নী) আৰু দ্ৰৌপদীয়ে দৃষ্টি আকৰ্ষণ কৰে। ক্ষত্ৰিয় ৰমণীৰ তেজোদীপ্ত ধাৰাই দ্ৰৌপদীক স্বকীয়তা দান কৰিছে। অভিমন্যুৰ বধৰ প্ৰতিশোধ ল'বলৈ পাণ্ডৱক ইতস্ততঃ কৰা দেখি দ্ৰৌপদীয়ে কৈছে--

আহা তেন্তে মোৰ সতে বীৰৰ ৰমণী
চাই ল'ক বীৰশ্ৰেষ্ঠ ক্ষত্ৰিয় সমাজে,
চাওক পঞ্চ পাণ্ডৱে
চাওক পাণ্ডৱ সখি দেৱ নাৰায়ণে।
নাৰীৰ প্ৰাণত, প্ৰতিহিংসা কিমান প্ৰবল।
পুত্ৰহন্তা শতৰুক ভস্ম কৰি দিয়া
কিমান প্ৰচণ্ড অগ্নি,
বুকু ভৰি আছে জননীৰ।
থাকা তুমি ধৰ্মৰাজ,
থাকা কৃষ্ণ কমললোচন
থাকা বীৰ ভীম ধনঞ্জয়
বীৰত্ব ভেমত ফুলি--
থাকা যত বীৰকুল পাণ্ডৱ পক্ষৰ
সুভদ্ৰাক লৈ আজি আহিল দ্ৰৌপদী
মৃত পুত্ৰ সুখ চিন্তি প্ৰতিশোধ ল'ব।

যাত্ৰাভিনয়ক উদ্দেশ্য কৰি ৰচনা কৰা কাৰণেই নাটখন কলেৱৰত ডাঙৰ। পাঁচটা অংকৰ ১৬টা গৰ্ভাংকত নাটক বিভক্ত। কোনো কোনো গৰ্ভাংক অস্বাভাৱিকৰূপে দীঘল। মুকলি মঞ্চত দৃশ্য পৰিৱৰ্তনৰ সূচল নথকা কাৰণেই গৰ্ভাংক বহু সময়ত দীঘল কৰিবলগীয়াত পৰে আৰু একেটা গৰ্ভাংকতে বেলেগ দৃশ্য কৰি দেখুৱাব লগা ঘটনাও সামৰি থোৱা হৈছে। (দ্বিতীয় অংকৰ প্ৰথম গৰ্ভাংকলৈ মন কৰক)।

'জয়দ্ৰথ বধ'ৰ প্ৰায় একে সময়তে ৰচনা কৰা আনখন পৌৰাণিক যাত্ৰানাট হ'ল 'ভক্ত গৌৰৱ' বা 'শিখিধ্বজৰ দান পৰীক্ষা'। কাহিনী মহাভাৰতৰ জৈমিনীয় আশ্বমেধিক পৰ্বৰ কৃষ্ণভক্ত ৰজা শিখিধ্বজ ৰজাৰ আত্মত্যাগৰ ভক্তিমূলক কাহিনী আৰু তেওঁৰ পুতেক তাম্ৰধ্বজৰ বীৰৰ আৰু ত্যাগৰ পৰিচয়। পাণ্ডৱৰ যজ্ঞাশ্ব ৰত্নৱতী নগৰত প্ৰৱেশ কৰাত যুৱৰাজ তাম্ৰধ্বজে যজ্ঞাশ্ব বান্ধি থয়, ফলত শিখিধ্বজৰ সৈন্যৰ লগত পাণ্ডৱ সৈন্যৰ সংঘৰ্ষ হয়। অৰ্জুনসহ পাণ্ডৱ সৈন্য তাম্ৰধ্বজৰ হাতত পৰাজিত হয়। কৃষ্ণই ছদ্মবেশেৰে শিখিধ্বজক প্ৰতিজ্ঞাবদ্ধ কৰাই তেওঁৰ ভক্তি আৰু দানৰ চৰম পৰীক্ষা লয়। ৰজাই আত্মত্যাগৰ মাজেদি ভক্তিৰ

পৰকাষ্ঠা প্ৰদৰ্শন কৰে, অৱশেষত দুয়োপক্ষৰ সন্ধি হয়। এই নাট চাৰিটা অংকত বিভক্ত, অংকৰ ভিতৰত একাধিক গৰ্ভাংক বা দৃশ্য আছে। চাৰিটা অংকত সৰ্বমুঠ ১৬টা দৃশ্য বা গৰ্ভাংক আছে। নাটখন ফুলস্কেপ কাগজৰ ১২৫ টাত সম্পূৰ্ণ কৰিছে। দৃশ্যবোৰ যথেষ্ট দীঘল। কোনো কথা বাদ নিদিয়াকৈ অভিনয় কৰিবলৈ হ'লে অন্ততঃ চাৰি ঘন্টা সময় লাগিব। বীৰত্ব, স্বদেশপ্ৰেম, ক্ষত্ৰধৰ্ম (chivalry) প্ৰেম, পিতৃ, মাতৃভক্তি, আত্মত্যাগ, ষড়যন্ত্ৰ, কৃষ্ণভক্তি, কৰ্তব্যপৰায়ণতা আদি গুণৰ প্ৰকাশ বিভিন্ন চৰিত্ৰৰ কাৰ্যকলাপৰ যোগেদি দেখুৱাবলৈ চেষ্টা কৰিছে। শিখিধ্বজ আৰু তাম্ৰধ্বজৰ বাহিৰে সৰহভাগ চৰিত্ৰই কাল্পনিক। জৈমিনি-ভাৰতত নথকা চৰিত্ৰাৱলী হৈছে তাম্ৰধ্বজৰ মাক কুমুদ্বতী, মন্ত্ৰী সত্যশীল, তেওঁৰ কন্যা তাম্ৰধ্বজৰ প্ৰণয় প্ৰাৰ্থিনী ইন্দুমতী, সকভনী প্ৰতিভা, সেনাপতি সংঘন আৰু তেওঁৰ প্ৰথম অৱস্থাৰ বন্ধু কিন্তু পাছত মহাশত্ৰু পুষ্পক—এই সকলোখিনি ঘটনাত বিশেষ অংশ গ্ৰহণকাৰী চৰিত্ৰ কল্পনাপ্ৰসূত। ইন্দুমতী আৰু ভনী প্ৰতিভাই তাম্ৰধ্বজক প্ৰণয়ীৰূপে চাইছিল, কিন্তু ইন্দুৱে ভনীয়েকৰ কাৰণে আত্মস্বাৰ্থ ত্যাগ কৰি তেওঁলোকৰ বিবাহৰ কাৰণে পথ এৰি দিয়ে যদিও নীৰৱে তাম্ৰধ্বজক ভাল পাই পুৰুষ বেশত তেওঁক অনুসৰণ কৰি যুগুক্ষেত্ৰত ভালপোৱা পাত্ৰক আৱৰি মৃতু বৰণ কৰে। মৃত্যুৰ সময়ত প্ৰকৃত পৰিচয় দি তাম্ৰধ্বজৰ কোলাত শেষ নিশ্বাস এৰে। দ্বিতীয় অংকৰ পৰা প্ৰতিভা আঁতৰি গৈছে। সেনাপতি সংঘন ষড়যন্ত্ৰকাৰী, কামুক আৰু মদ্যপ। তেওঁ তাম্ৰধ্বজক হত্যাকৰাৰ ষড়যন্ত্ৰ কৰি বিফল হৈ দ্বন্দ্বযুদ্ধত মৃত্যুবৰণ কৰে। দৰাচলতে সংঘন আৰু পুষ্পকৰ কাৰ্যকলাপে নাট্যকাহিনীত, চাঞ্চল্যকৰ পৰিস্থিতি এটা সৃষ্টি কৰাৰ বাহিৰে বিশেষ সহায় কৰা নাই। দুই বাই-ভনীৰ প্ৰেমৰ প্ৰতিদ্বন্দ্বিতা নাটৰ শীৰ্ষবিন্দুৰ আগতেই সমাধান কৰাত কাহিনীৰ এটা সম্ভাৱনা থকা জটিলতাৰ অৱসান ঘটিল। শিখিধ্বজৰ কৃষ্ণভক্তি আৰু ব্ৰাহ্মণপুত্ৰক ৰক্ষা কৰিবলৈ নিজৰ জীৱন উছৰ্গা কৰা নাটৰ মূল বা প্ৰধান ঘটনাটো যুদ্ধবিগ্ৰহ, ষড়যন্ত্ৰ, দেশপ্ৰেমৰ উচ্ছ্বাস আৰু অন্যান্য উপঘটনাৰ হেঁচাত উজ্জ্বল হৈ নুঠিল। আন উপঘটনাৰ দৰে ইও এক উপকাহিনী হৈয়ে থাকিল। স্বদেশপ্ৰেম আৰু বীৰত্বৰ দৃশ্যই নাটত প্ৰাধান্য পালে। ভগৱতী আৰু কৃষ্ণৰ সহায়ত তাম্ৰধ্বজে অৰ্জুনক পৰাজয় কৰে যদিও তাৰ পৰিণামত তেওঁৰ নিজস্ব বীৰত্ব কিছু খৰ্ব হৈছে। মুঠৰ ওপৰত যাত্ৰাভিনয়ৰ কাৰণে উপযোগীকৈ নাটখন ৰচনা কৰা হেতুকে দৃশ্যৰ বহলতা, চাঞ্চল্যকৰ ঘটনাৰ সমাৱেশ, গীতৰ সংখ্যাধিক্য, উচ্ছ্বাসপূৰ্ণ উক্তিৰ প্ৰাধান্য, অবান্তৰ দৃশ্যৰ সংযোজনা ঘটিছে। নাটখনত লেখকৰ নিজস্ব কল্পনাই প্ৰাধান্য পাইছে, পৌৰাণিক কাহিনী মাত্ৰ উপলক্ষ্য হৈছে। স্বদেশ প্ৰেম, বীৰত্ব আৰু আদৰ্শৰ কাৰণে আত্মত্যাগ নাটখনৰ প্ৰধান বস্তুৰূপে চিত্ৰিত হোৱা দেখা যায়।

'জয়দ্ৰথ বধ'ৰ দৰেই ভংগ অমিত্ৰাক্ষৰ ছন্দত ৰচিত এই নাটত নাট্যকাৰে উপকাহিনী সংযোগ কৰি নাটকীয় কাহিনীৰ চমৎকাৰিত্ব বঢ়োৱাৰ চেষ্টা কৰিছে। এহাতে যুৱৰাজ তাম্ৰধ্বজৰ প্ৰেমপ্ৰাৰ্থিনী প্ৰতিভা আৰু ইন্দুমতী আৰু আনফালে সিংহাসনৰ কাৰণে ষড়যন্ত্ৰকাৰী সেনাপতি সংঘন আৰু তেওঁৰ লগৰীয়া পুষ্পক-- এওঁলোকক লৈ কাহিনী জটিল আৰু কৌতুকাৱহ কৰিবলৈ চেষ্টা কৰিছে। নাটখন খণ্ডিত হোৱাৰ কাৰণে ঘটনাবিকাশৰ ৰীতি আৰু পৰিণতি সম্পৰ্কে সম্পূৰ্ণকৈ জনা



সম্ভৱ নহয়। কিন্তু সংঘন আৰু পুষ্পকৰ ষড়যন্ত্ৰই বিশেষ ৰূপ লোৱাৰ আগতেই সিহঁতৰ অপমৃত্যু ঘটাই কাহিনীৰ সম্ভাৱনা বহু পৰিমাণে নষ্ট কৰা হ'ল। জয়দ্ৰথ বধৰ দৰেই সংলাপ ৰচনাত পৰিমিতাচাৰৰ অভাৱ, বহুবক্তিতা লক্ষ্য কৰা যায়। উচ্ছ্বাসপূৰ্ণ, ভাৱাবেগপ্ৰধান উক্তিৰ সঘন প্ৰয়োগ এটা লক্ষণীয় বৈশিষ্ট্য।

'কল্যাণময়ী' নাটৰ পটভূমি ঐতিহাসিক যদিও কাহিনীৰ ৰূপায়ণ ঐতিহাসিক তথ্যৰ ওপৰত প্ৰতিষ্ঠিত নহয়। চক্ৰধ্বজ সিংহৰ দিনত শৰাইঘাটৰ যুদ্ধৰ আলম লৈ এই নাট ৰচিত হৈছে যদিও, ঐতিহাসিক তথ্য আৰু বিৱৰণৰ প্ৰতি নাট্যকাৰে দৃষ্টি ৰখা নাই। প্ৰধান নায়িকা কল্যাণময়ী কাল্পনিক চৰিত্ৰ, ফুকনৰ জীয়েক (কোন ফুকন নাম নাই)। এই কল্যাণময়ীয়ে মোগল সৈন্যক পথভ্ৰষ্ট কৰি শেষ যুদ্ধত নাৰী সৈন্যেৰে আক্ৰমণ কৰি আহত হয়। এই কল্যাণময়ীয়ে ফুকনক যুদ্ধলৈ উৎসাহ দিয়ে আৰু শান্তিকামী কল্যাণময়ীৰ প্ৰেমাকাংক্ষী চক্ৰধ্বজক মোগলৰ বিৰুদ্ধে অস্ত্ৰ ল'বলৈ প্ৰতিজ্ঞা কৰোৱায়। বীৰ ৰমণীয়ে বীৰকহে পূজা কৰে, কাপুৰুষক নহয়, গতিকে চক্ৰধ্বজে কল্যাণময়ীৰ প্ৰেম লাভ কৰিবলৈ হ'লে প্ৰথমতে মোগলক পৰাজয় কৰিব লাগিব—এয়ে আছিল কল্যাণময়ীৰ কামনা। নাটৰ শেষত আমি দেখা পাওঁ যে পৰাজিত ৰামসিংহ যুদ্ধ আহত কল্যাণময়ীক নি চক্ৰধ্বজৰ হাতত সমৰ্পণ কৰিছে।

কাহিনী ঐতিহাসিক তথ্যৰ ওপৰত নিৰ্ভৰশীল নহয় আৰু ঘটনাৰ ঐতিহাসিক ক্ৰমো ৰক্ষা কৰা নাই। বৰং ই ঐতিহাসিক পটভূমিত ৰচনা কৰা কাল্পনিক নাটহে। ৰামসিংহ আৰু মিৰজুম্‌লাক একেখন ৰণৰে দুজন অধিনায়কৰূপে দেখুৱা হৈছে, অসমৰ মন্ত্ৰী আৰু ফুকনৰ নাম নাই আৰু তেওঁলোকে নাটত প্ৰধান অংশ গ্ৰহণো কৰা নাই। মোগলৰ পৰাজয়ত কল্যাণময়ীয়ে আৰু তেওঁৰ সখী কুসুমিকাৰ নেতৃত্বত নাৰী বাহিনীয়ে বিশেষ ভূমিকা গ্ৰহণ কৰা দেখুৱাইছে। নাৰী চৰিত্ৰ কেইটাৰ কাৰ্যকলাপ অস্বাভাৱিক হৈছে। গোটেই নাটখনত ৰোমান্টিক ভাৱ-কল্পনাই প্ৰাধান্য লাভ কৰিছে। চৰিত্ৰসমূহৰ ভাৱ-চিন্তা আৰু উক্তিত দেশোদ্ধাৰৰ জল্পনা-কল্পনাই প্ৰধানকৈ ঠাই পাইছে, সেই কাৰণে দেশপ্ৰেমৰ উচ্ছ্বাস এই নাটৰ প্ৰধান বৈশিষ্ট্য। কাহিনীৰ সুসংবদ্ধ বিকাশ আৰু বিন্যাস দেখা নাযায়, গতিকে এটি নিটোল ৰূপ ফুটি উঠা নাই। নিম্নশ্ৰেণীৰ চৰিত্ৰৰ যোগেদি সৃষ্টি কৰা খুহুতীয়া দৃশ্য কেইটাৰ লগত মূল কাহিনীৰ কোনো সংযোগ নাই, তেল পানীৰ দৰে সি পৃথক হৈ আছে। চৰিত্ৰ সৃষ্টিতো বিশেষ সফলতা লাভ কৰিছে বুলি ক'ব নোৱাৰি, কাৰণ চৰিত্ৰবোৰ স্বকীয় বৈশিষ্ট্যেৰে উজ্জ্বল হৈ পৰা নাই। কল্যাণময়ীৰ চৰিত্ৰত অসাধাৰণত্ব আৰোপিত হৈছে যদিও, তাক বিশ্বাসযোগ্য স্তৰলৈ ৰূপান্তৰিত কৰিব পৰা নহ'ল। কিন্তু এটাইকেইখন নাটতে ৰায়চৌধুৰীৰ জ্বলন্ত দেশপ্ৰেম আৰু আবেগপ্ৰৱণ মনৰ পৰিচয় পোৱা যায়। তেখেতৰ জ্বালাময়ী প্ৰতিভা বিকাশৰ হয়তো উপযুক্ত মাধ্যম নাটক নাছিল। 'বীজমুক্তমিবোষৰে'ও হয়তো হ'ব পাৰে।

ওপৰত আলোচনা কৰা তিনিখন পূৰ্ণাংগ নাটৰ উপৰি কেইখনমান দৃশ্যনাটিকা পাছত ৰচনা কৰিছিল। মহাত্মা গান্ধীৰ অহিংস আন্দোলনৰ প্ৰভাৱত ৰচনা কৰা 'বিপ্লৱৰ শেষ' নাটিকা ভাগিন ৰমেশ চৌধুৰীৰ নামত 'চেতনা'ত প্ৰকাশ হৈছিল। ইয়াত অহিংস প্ৰজাই অত্যাচাৰী ৰজাৰ বিৰুদ্ধে বিপ্লৱ কৰা দেখুৱাইছে। ৰামায়ণৰ ঘটনাৰ ভেটিত 'শ্ৰীৰামচন্দ্ৰ আৰু তাৰা' দৃশ্যটো ৰচিত। ইয়াত অন্যায়ভাৱে বালীক

বধ কৰাত বালীপত্নী তাৰাই ৰামক তিৰস্কাৰ কৰিছে আৰু ৰামে আত্মপক্ষ সমৰ্থন কৰি যুক্তি দাঙি ধৰিছে। ৰূপকৰ আকাৰত ৰচিত 'স্বৰ্গ-মৰ্ত্য ডাক-বিভাগ'ত মানুহৰ লগত প্ৰকৃতিৰ আৰু জগৎ স্ৰষ্টাৰ সম্পৰ্ক আৰু মানুহৰ দুমুখীয়া নীতি সমালোচনা কৰিছে। 'বিশ্বনাট'ও এখন ৰূপক। ইয়াত পুৰণিয়ে শাশ্বত প্ৰমূল্যখিনি সংৰক্ষণ কৰি নতুনক বাট এৰি দি মুক্ত জীৱনৰ প্ৰতি আগবাঢ়ি যোৱা দেখুৱাইছে। চৰিত্ৰ-বোৰৰ নামো মন কৰিবলগীয়া, যথা চুটি-চাপৰ, সৰু-সুবা, অলপ-অচৰপ, পুৰতি নিশাৰ শীতল বায়ু ইত্যাদি। গতি-ধৰ্ম প্ৰদৰ্শন কৰাই দৃশ্য কেইটাৰ প্ৰধান উদ্দেশ্য।

ৰায়চৌধুৰীয়ে নাট্যকলাক প্ৰধান প্ৰকাশ মাধ্যমৰূপে গ্ৰহণ কৰা নাছিল। নাট ৰচনা তেখেতৰ পক্ষে একপ্ৰকাৰৰ পৰীক্ষা (experiment) বুলিয়েই ক'ব পাৰি।

# অম্বিকাগিৰীৰ গদ্যৰীতি: এটি আভাস

সত্যেন্দ্ৰনাৰায়ণ গোস্বামী

সাহিত্যিক, শিল্পী, কলাকাৰ আদি যিকোনো চিন্তাশীল ব্যক্তিৰ সাহিত্যচৰ্চা, শিল্পকৰ্ম কিম্বা কলাৰ সাধনাৰ মূলতে তেওঁৰ সমসাময়িক সমাজপ্ৰদত্ত বিচিত্ৰ অভি-জ্ঞতা, আৰু তাৰ ওপৰত ঠন্ ধৰি উঠা অনুপ্ৰেৰণা। আচলতে সাহিত্যিক সততে তেওঁৰ পৰিবেশৰ দ্বাৰা প্ৰভাৱান্বিত হয়। ব্যক্তিগত অভিজ্ঞতা, চিন্তা-আদৰ্শৰ গভী-ৰতা, ভাবাবেগৰ প্ৰগাঢ়তাৰে মানসিক জগতত স্তূপীকৃত হোৱা সমগ্ৰ উপলব্ধিক সকলোৰে মন প্ৰাণ চুই যাব পৰাকৈ প্ৰকাশ কৰাটোৱেই হ'ল লেখক, সাহিত্যিকৰ প্ৰথম আৰু প্ৰধান লক্ষ্য। তাতে যদি তেওঁ সমাজ-সচেতন জাতীয়তাবাদী দৃষ্টি-ভংগীৰ লোক হয় তেতিয়া হ'লে সেয়েই হ'ব তেওঁৰ একমাত্ৰ ধ্যান-ধাৰণা। তেনে সাহিত্যিক সমাজৰ প্ৰতি বিশেষভাৱে দায়বদ্ধ। তেওঁ যদি কবিসুলভ গুণৰাশিৰদ্বাৰা বিভূষিত হয় তেতিয়া তেওঁৰ গদ্য-ৰচনা কিম্বা বক্তব্যও সাধাৰণতে আৱেগমুখী আৰু তেজো-দ্দীপক হয়। আকৌ বিষয় বস্তুও হয় সাধাৰণতে সমাজমুখী তথা জাতীয় স্বাৰ্থৰ পৰিপন্থী। কিন্তু তেওঁৰ ৰচনাৰীতিৰ মাজত কলাকাৰৰ কৌশল তথা শিল্পকৰ্মৰ নিপু-ণতা অৱশ্যে বাঞ্ছনীয়। কিয়নো সমাজ সচেতন হ'লেই, সমাজৰ প্ৰতি দায়বদ্ধতা থাকিলেই সি পাঠকৰ মনোৰঞ্জক নহয় যদিহে তাত শিল্পীসুলভ দৃষ্টি-ভংগীৰ প্ৰকাশ নঘটে অথবা প্ৰকাশ-ভংগীত গতানুগতিকতাবিহীন কোনো বিশেষ ৰীতি নাথাকে। তাত থাকিব লাগিব অভিনৱত্বৰ প্ৰলেপন, পাঠকৰ মনত থৌকি-বাথৌ লগাব পৰা ৰসানুভূতিৰ নিমজ ৰহণ। প্ৰকৃতাৰ্থত গদ্যই হওক কিম্বা পদ্যই হওক সি হ'ব লাগিব ৰসাস্বাদৰ দ্বাৰা পৰিপূৰ্ণ। অম্বিকাগিৰী ৰায়চৌধুৰীৰ সাহিত্যৰ সামগ্ৰিক ৰূপ-টোৰ ভাৱমূৰ্তিৰ মাজত আমি এই বিশেষত্ববোৰ দেখিবলৈ পাওঁ; ক'ৰবাত সি অতি তীব্ৰ আৰু ক'ৰবাত সেই প্ৰখৰতা কিছু কম।

নক'লেও হ'ব যে অসম কেশৰী অম্বিকাগিৰী নিঃসন্দেহে উত্তৰ পুৰুষৰ বাবে অনুপ্ৰেৰণাৰ এটি উৎস স্বৰূপ। তেওঁ আছিল বহুমুখী প্ৰতিভা আৰু গুণৰ অধিকাৰী এক দৃঢ়মনা সংগ্ৰামী পুৰুষ। স্বদেশ আৰু স্বজাতিৰ কল্যাণ সাধনেই আছিল তেওঁৰ জীৱনৰ চৰম লক্ষ্য। কৈশোৰৰ দুৱাৰদলিত ভৰি দিয়া কালৰে পৰা তেওঁ মাতৃভূমিৰ হকে অক্লান্তভাৱে সংগ্ৰাম কৰি আহিছে আৰু সেই সংগ্ৰামত আদৰ্শও আছিল সমা-জত ন্যায় আৰু সত্য প্ৰতিষ্ঠা। মানৱ-দৰদী এই মানুহগৰাকীয়ে সকলো সময়তে নিৰ্ভীকচিত্তে কৰ্তব্যত দৃঢ় পদক্ষেপেৰে আগবাঢ়ি গৈছিল। তেওঁৰ লক্ষ্য আছিল ভাৰতৰ অন্যতম প্ৰধান অংগ বৃহত্তৰ অসমৰ পৰ্বত-ভৈয়াম, উন্নত-অনুন্নত সমূহ জনগণৰ মনত জাতীয়তাবোধ তথা দেশাত্মবোধৰ ভাৱাবেগ জগাই তোলা, আৰু তাকে কৰি-বলৈ যাওঁতে বহু সময়ত তেওঁ অতিশয় ভাৱপ্ৰৱণ হৈ পৰিছিল। তেওঁৰ কথা, কাম আৰু ৰচনাত সেইবোৰৰ পৰিস্ফুৰণ ঘটিছিল। আৰ্থিকভাৱে সৰ্বস্বান্ত হৈয়ো তেওঁ নিজৰ সংকল্পত অবিচল থাকিব পৰাৰ মূলতে তেওঁৰ উগ্ৰ জাতীয়তাবোধ

আৰু তীব্ৰ স্বদেশীয়ানা মনোবৃত্তি। গান্ধীজীৰ নেতৃত্বত অসহযোগ আন্দোলনে অসমত যি বিশেষ ৰূপ লৈছিল তাৰ গুৰিতে আছিল অম্বিকাগিৰীৰ নিচিনা দৃঢ়সচেতন কৰ্মীবৃন্দ। কাৰাগাৰত থাকিও তেওঁ এলানি দেশপ্ৰেমমূলক গীত আৰু কবিতা ৰচনা কৰিছিল। স্বদেশ, স্বজাতি আৰু দেশৰ স্বাধীনতাৰ হকে ৰাজনৈতিক নিৰ্যাতন বা দীৰ্ঘকাল কাৰাবৰণ কৰিও তেওঁ সততে চিন্তা কৰিছিল কি উপায়ে জাতিটোক কৰ্মমুখী কৰা যায়, কেনেকুৱা কামৰ আঁচনি ল'লে অসমীয়া জাতিটোৰ ভাষা-সাহিত্য, সাংস্কৃতিক আদৰ্শাদি তথা অস্তিত্ব অটুট থাকিব, জাতীয় ঐক্য আৰু সংহতিৰ এনাজৰীৰ বান্ধোন কটকটীয়া হৈ ৰ'ব ইত্যাদি। শিক্ষা-দীক্ষা, শিল্প-বাণিজ্য আদি বিষয়ৰ গাতে লাগি থকা বংগদেশৰ তুলনাত এইখন ৰাজ্য বহু পিছপৰা; বৃটিছৰ আগমনৰ লগে লগে অহা অন্য ভাষা-ভাষী প্ৰব্ৰজিত লোকৰ মানত এইখন আছিল ধনে-ধানে উভৈনদী পাম স্বৰূপ; তাতে আকৌ ইয়াৰ খিলঞ্জীয়া অধিবাসীসকলো বিবিধ জনগোষ্ঠীৰ প্ৰতিনিধি, আৰু মুখৰ মাত-কথাও বিবিধ; কিন্তু তাৰ মাজতো এই সকলোৰে মাজত নিতান্ত স্বাভাৱিক ভাৱেই মূৰ্তিমান হৈ উঠিছিল এটা পৰিচয়-এক ভাষা আৰু এক চিনাকি অসমীয়া ৰূপে। তাক কিদৰে চিৰকালৰ বাবে অভগন, অটুট ৰাখি শক্তিশালী কৰা যায় সেয়েই আছিল অম্বিকাগিৰীৰ জীৱনৰ মূলমন্ত্ৰ।

স্বদেশ আৰু স্বজাতিৰ মংগল সাধনৰ ক্ষেত্ৰত অম্বিকাগিৰী যথেষ্ট দৃঢ় মনোভাৱ লৈ আগবাঢ়ি গৈছিল আৰু উপলব্ধি কৰিছিল যে কেৱল কথা বা বক্তৃতাৰ ফুলজাৰিৰে মানুহক কৰ্মমুখী কৰিব নোৱাৰি, কিম্বা লাঠি-টাঙোন জোকাৰিও নোৱাৰি; তাৰ বাবে লাগে অস্ত্ৰতকৈয়ো চোকা 'কাপ', যি কাপৰ লেখাই জনগণৰ মনত আঘাত কৰি সচেতন কৰি তুলিব পাৰে আৰু জাতীয় ভাৱাদৰ্শৰদ্বাৰা তেওঁলোকক উদ্বুদ্ধ কৰিব পাৰে। লেখা যদি শক্তিশালী হয় তাৰদ্বাৰা পাঠক বা শ্ৰোতাক অনায়াসে আপ্লুত কৰিব পাৰি, নিজৰ মতাদৰ্শৰ দ্বাৰা প্ৰভাৱান্বিত কৰিব পাৰি। তেনে এটা চিন্তাৰদ্বাৰা অনুপ্ৰাণিত হৈয়ে অম্বিকাগিৰীয়ে সাহিত্য কাননত প্ৰৱেশ কৰিছিল, জাতীয় স্বাৰ্থলৈ লক্ষ্য ৰাখি সাহিত্য চৰ্চাত মনোনিবেশ কৰিছিল। তাতো আমাৰ চকুত পৰে তেওঁৰ ভাৱানুভূতিৰ আৱেগময়ী ভাষাৰ অব্যাহত তীব্ৰগতি। তেওঁৰ ভাষা যিদৰে অগ্নিবৰষা, ভাবো সেইদৰে গম্ভীৰ আৰু তাৎপৰ্যপূৰ্ণ। স্কুলীয়া ছাত্ৰাৱস্থাতে এনাকিণ্ট দলৰ সক্ৰিয় কৰ্মী হিচাপে লাভ কৰা কৰ্মপ্ৰেৰণা আৰু জাতীয় চৈতন্যবোধ তেওঁৰ মৃত্যুমুহূৰ্তলৈকে অটুট আছিল। সেই কথা অম্বিকাগিৰীৰ ৰচনাৰ মাজত আঁউসীৰ আকাশৰ অজস্ৰ তাৰকাসদৃশ বিৰাজমান। কাব্যই হওক, নাটেই হওক কিম্বা প্ৰবন্ধই হওক সকলো ৰচনাতে তেওঁৰ সেই জাতীয় সচেতনতা নিয়ত মূৰ্তিমান। তদুপৰি তেওঁৰ ভাৱাৱেগ প্ৰকাশৰ গতি অতিশয় উগ্ৰ আৰু প্ৰচণ্ড শক্তিশালী; সি কোনো বাধা-বন্ধন নামানে, কিবা বাধা পালেও তাক প্ৰচণ্ড আঘাত কৰি ওফৰাই লৈ যায়। তেওঁ আছিল সাংঘাতিক স্পষ্টবাদী আৰু নিৰ্ভীক। নহ'লেনো দাড়ি ঠুঁটিওৱা কালত উনৈছ বছৰ বয়সতে লিখা তেওঁৰ 'বন্দিনী ভাৰত' নাটখনিয়ে সমসাময়িক বৃটিছ বিষয়াৰ টোপনি নাইকিয়া কৰেনে? বিদেশী চৰকাৰ বিৰোধী উষ্মা তেওঁৰ ৰচনাৰ আন এটি বিশেষত্ব।

অম্বিকাগিৰী ৰায়চৌধুৰীৰ ৰচনাৰাজিৰ ভিতৰত গদ্যৰ পৰিমাণেই অধিক। এই গদ্য সম্ভাৰৰ ভিতৰত পৰে ঘাইকৈ 'আহুতি' আৰু 'ডেকা-ডেকেৰীৰ বেদ'।



ইয়াৰ সৰহখিনিয়ে 'চেতনা' আৰু 'ডেকা অসম'ৰ সম্পাদকীয় আদি আলোচনা। তাত বাহিৰে সহকাৰী সম্পাদকৰূপে থকা কালত 'অসম বান্ধৱ'ত লিখা কেতবোৰ আলোচনা, নাটক আৰু অসম সাহিত্য সভাকে আদি কৰি বিভিন্ন সভা সমিতিত প্ৰদান কৰা লিখিত ভাষণসমূহ। তদুপৰি 'অসমবাণী' আৰু 'ৰামধেনু'ত পোনতে প্ৰকাশিত হৈ পৰৱৰ্তী কালত পুথি আকাৰে ওলোৱা 'মোৰ জীৱন ধুমুহাৰ এছাটি' গ্ৰন্থখনিও তেওঁৰ গদ্য সম্ভাৰৰ বিশেষ উল্লেখযোগ্য নিদৰ্শন। ইয়াত বাহিৰে সমসাময়িক আলোচনী, কাকত, পত্ৰিকা আদিত ৰায়চৌধুৰীৰ কিছু আলোচনা মতামত প্ৰকাশিত হয়; সেইখিনিও এই গদ্য সম্ভাৰৰ অন্তৰ্গত। থূলমূলভাৱে উল্লিখিত গদ্যখিনিৰ বিষয়-বস্তু আৰু পৰিসৰ যথেষ্ট ব্যাপক নহয় যদিও তাৰ ভাৱাদৰ্শ অতি মহান আৰু কেন্দ্ৰীয় লক্ষ্যটো স্বদেশ আৰু স্বজাতিৰ মুক্তি, ঐক্য আৰু সংহতি স্থাপন। 'ডেকা-ডেকেৰীৰ বেদ'ত আছে দৰাচলতে দেশসেৱাৰ প্ৰবল উদ্যম; মানৱ কল্যাণৰ মহান আকাংক্ষাইযে সকলোৰে লক্ষ্য হোৱা উচিত সেই কথাকে কোৱা হৈছে। তদুপৰি ডেকা বুলিলে কেৱল বয়সত তৰুণ হ'লেই নহয় যদিহে তেওঁ কৰ্মঠ নহয়। মনৰ কৰ্মোদ্যম, হৃদয়ৰ প্ৰশস্ততা আৰু অন্তৰৰ উদাৰতাতহে ডেকা-শক্তিৰ পৰিচয়; বয়সত প্ৰবীণ হৈয়ো এইবিলাক গুণেৰে বিভূষিত হ'লে তেওঁ নবীন তথা ডেকা হ'ব পাৰে। দেশাত্মবোধ ডেকা-ডেকেৰীৰ আন এটা উজ্জ্বল পৰিচয়।

অম্বিকাগিৰী এজন চিৰবিদ্ৰোহী সংগ্ৰামী পুৰুষ। বংগভংগ আন্দোলনৰ সময়ৰে পৰা তেওঁৰ বিদ্ৰোহী জীৱনৰ কৰ্মপ্ৰবাহৰ সূচনা। সেই প্ৰেৰণা আৰু বিপুল সংগ্ৰামী মনোবল অটুট ৰাখিয়ে তেওঁ ডেকাসকলক বজ্ৰকণ্ঠে আহ্বান কৰিছিল মামৰে ধৰা সমাজখনৰ পৰা হীনতা-নীচতাৰ সকলো চিন-মোকাম নাইকিয়া কৰি এখন নিকা সমাজ গঢ়িবলৈ। তেওঁৰ ভাষাত 'ডেকা শক্তিৰ বজ্ৰকঠোৰ হাতুৰিৰ কোবত নীচতা, হীনতা, স্বাৰ্থপৰতাৰ স্তূপীকৃত মামৰবিলাক খহি পৰি সমাজ দেহটো নদনবদন বিতোপন হৈ জাগি উঠিবলৈ যো-জা কৰিছে'; ইয়াৰ অন্তৰালত তেওঁৰ এটা নিশ্চিত আশাবাদৰ সন্ধেদ পাওঁ। জাতিটোক মহান আৰু আদৰ্শবাদী কৰি তুলিব লাগিব আৰু সি সম্ভৱ হৈ উঠিব যদিহে ডেকা-ডেকেৰীসকল সংকল্প লৈ আগবাঢ়ি আহে। এই সকলেই দেশৰ আশা-ভাৰসাৰ স্থল। সকলো স্তৰতে প্ৰতিজনৰ সুন্দৰ স্বাস্থ্য, সৎচৰিত্ৰ, সংযমশীলতা আৰু শুচিতা অটুট ৰখা বাঞ্চনীয়। তেওঁ সেই কথা মনে মনে উপলব্ধি কৰিছিল আৰু অতি আৱেগময়ী ভাষাৰে তাক প্ৰকাশ কৰি গৈছে। 'ডেকা অসম' আৰু 'ডেকা-ডেকেৰীৰ বেদ'ৰ বহু ৰচনাত সেই ভাবোচ্ছ্বাস সুস্পষ্ট। তদুপৰি সেই ভাষাত প্ৰয়োগ কৰা শব্দৰাজি তবলাৰ লহৰৰ দৰে আগবাঢ়ি গৈছে। যেনে—স্বৰ্ণোজ্জ্বল, স্বৰ্ণফলা, অমৃত প্ৰসৱিনী, কনককান্তি অসমী আইৰ মহামানৱীয় সম্পদেৰে ভৰি থকা আমাৰ পাহাৰ-পৰ্বত, শিল-বিল, ভুঁই-পথাৰ, নৈ-জুৰি, গছ-গছনি, ধূলি-বালি বিলাকত মোৰ স্বাধীন জীৱনৰ, স্বাধীন মানৱত্বৰ দীপান্বিতা সজাব লাগিব তেওঁলোকেই। সেয়েই হ'ব ডেকা অসমৰ ডেকা-ডেকেৰীৰ জীৱনৰ পণ।' (বেদ)

জীৱনৰ গভীৰ দেশাত্মবোধ আৰু অকৃত্ৰিম দেশসেৱাৰ বাবে ৰায়চৌধুৰীয়ে যিদৰে বহুতৰ শ্ৰদ্ধা আৰু ভূয়সী প্ৰশংসা পাইছিল সেই একেদৰে বহুতৰপৰা আকৌ ঠাট্টা-মস্কৰা, অপমান-ইতিকিং সহ্য কৰিব লগাও হৈছিল। সেইকাৰণেই সময়-

গতিকে তেওঁৰ ভাৱ প্ৰকাশত আৱেগ-অনুভূতিয়ে প্ৰাধান্য পোৱাই নহয় ভাষা তথা শব্দৰ হেতা-ওপৰাও দেখা যায়। তেনে ঠাইত গদ্যৰ স্বাভাৱিক ৰচনাৰীতিৰ নিয়ম-নীতিৰ প্ৰতি লেখক সচেতন নাছিল; তেওঁৰ লক্ষ্য ভাৱাদৰ্শৰ দ্ৰুত প্ৰকাশ। যেনে—'জীৱনৰ মোৰ প্ৰত্যেকটো মুহূৰ্ত, গতি-বিধিৰ, মোৰ প্ৰত্যেকটো ভঙ্গিমা, জীৱন-কাহিনীৰ মোৰ প্ৰত্যেকটো স্ফুলিঙ্গ, কৰ্ম-প্ৰবাহৰ, মোৰ প্ৰত্যেকটো কড়া-ক্ৰান্তিৰ হিচাব, মোৰ জীৱন-ব্ৰত উদ্‌যাপন কৰি সোণৰ অসমত মোৰ সোণৰ সপোন মূৰ্তকৰি তোলা কামত গভীৰভাৱে আজি নিৱিষ্ট' (বেদ)। এবাৰ ভালদৰে চালেই ওলাই পৰেযে বাক্যত শব্দৰ গাঁথনিতকৈ লেখক ভাৱ-প্ৰকাশৰ প্ৰতিহে বেছি সচেতন। অম্বিকাগিৰীৰ গদ্যৰ এইটোও এটা বিশেষত্ব।

'আহুতি'ত স্থান পোৱা সৰহভাগ ৰচনাই ইতিপূৰ্বে 'চেতনা'ত সম্পাদকীয় কিম্বা বিশেষ আলোচ্য বিষয়ৰূপে প্ৰকাশিত হৈ গৈছিল। 'ডেকা অসম' বা 'ডেকা-ডেকেৰীৰ খেদ'ৰ তুলনাত 'আহুতি'ৰ গদ্যৰীতি বিশেষত্বপূৰ্ণ। শব্দচয়ন আৰু তাৰ প্ৰয়োগত লেখকৰ ভাৱাৱেগ আছে যদিও ভাৱপ্ৰৱণতাৰ মাত্ৰাধিক্য চকুত নপৰে; ভাষা-গম্ভীৰ আৰু সংস্কৃতিয়া। তদুপৰি ভাৱাদৰ্শৰ পিনৰ পৰাও সুদূৰপ্ৰসাৰী। নানা সময়ত বিবিধ বিষয়ৰ ওপৰত প্ৰয়োজন অনুসৰি লিখা কথাবোৰৰ ভাষা তেজোদ্দীপক, সহজে পাঠকৰ মনত ভাবানুভূতিৰ উদ্ৰেক কৰিব পৰা বিধৰ। যেনে--

(ক) কাপুৰুষতাক বনৰীয়া পশু-পক্ষীয়েও ঘৃণা কৰে। এই কাপুৰুষতাত মানৱ-মহত্ব-জ্ঞাপক শৌৰ্য্য, বীৰ্য, বীৰত্ব, মহত্ব, নাথাকে। আত্মৰক্ষাৰ ক্ষেত্ৰত শৌৰ্য্য-বীৰ্য্য-বীৰত্ব মহত্বহীন জীৱ পৃথিৱীৰ পৰা লোপ পায়। অসমীয়াই নিজৰ বৰ্তমান অৱস্থাটো ইয়াৰ লগত তুলনা কৰি চাই ধ্যানস্থ হওক--বাচিব নে লোপ পাব। (আহুতি : ১২০)

(খ) আত্ম-হত্যাকাৰী মূৰ্খ পাপীক স্বয়ং ভগৱানেও ৰক্ষা নকৰে। তোমাৰ আত্ম-বলেৰেই তুমি তোমাক ৰক্ষাও কৰিব লাগিব আৰু নিজ দেশৰ অধিকাৰী স্বত্বও অক্ষুণ্ণ ৰাখিব লাগিব। আত্ম-চেতনা, আত্ম-শ্ৰদ্ধা, আত্ম-বিশ্বাস, আত্ম-সন্মান জগাই তোলা। এবাৰ মাত্ৰ সাম্প্ৰদায়িক পৰিচয়বোৰ এৰি পৰ্বত-ভৈয়াম পৰি-শোভিত অসম-মাতৃৰ সন্তান অসমীয়া বুলি গোট বান্ধি একে জাপে থিয় দি উঠা, --তোমাৰ সকল অমংগল খিতাতে নাইকিয়া হব,--এতিয়াও সময় আছে। (আহুতি : ১৩৭)

সংস্কৃতিয়া শব্দৰ প্ৰতি অম্বিকাগিৰীৰ যেন বিশেষ দুৰ্বলতা আছিল। ঠায়ে ঠায়ে তেওঁ যথেষ্ট পৰিমাণে ভাৱপ্ৰৱণ হৈয়েই এনেকুৱা শব্দৰ সমাৱেশ কৰিছিল। ফলত গদ্যত শব্দৰ ঝংকাৰ ধ্বনিত হৈছিল। যেনে--

(ক) তুমি অনুভৱ কৰিব পৰা নাই;--নাই চিন্তাশক্তি, নাই কৰ্মশক্তি, নাই উদ্যম, নাই চেতনা। ঘৃণনীয় অকৰ্মণ্যতা, লজ্জাকৰ অযোগ্যতা, গ্লানিকৰ অপ-দাৰ্থতা আৰু মূৰ্খতাৰ কদৰ্য্য প্ৰলেপ পৰি তোমাৰ অন্তৰখন ইমানেই নো ডাঠ হৈ পৰিল নে, যে আত্ম-সন্মান, আত্ম-শ্ৰদ্ধা, আত্ম-বিশ্বাস, আত্ম-চেতনাৰ লেশমাত্ৰ সং-স্পৰ্শও তাত টিকিব নোৱাৰা হল? (আহুতি : ১৩৬)

(আধ্যাত্মিকতা ভাৰতীয় সভ্যতাৰ যিদৰে এটা বিশেষ সম্পত্তি, বাস্তৱতাও



সেইদৰে ভাৰতৰ এটা অমূল্য সম্পদ। আধ্যাত্মিকতাৰ জোখতকৈ বাস্তৱতাৰ জোখ ভাৰতীয় সভ্যতাই কেতিয়াও কমাব খোজা নাই। (অহুতি : ১৫)

অম্বিকাগিৰীৰ গদ্য সাধাৰণতে বক্তৃতাধৰ্মী; সলসলীয়া গতিত প্ৰচুৰ আৱেগত তেওঁৰ কথা প্ৰকাশ পায়। অৱশ্যে সেই গদ্য কেতিয়াবা অতি আনন্দদায়ক আৰু কেতিয়াবা সেই আনন্দ দানৰ শক্তিত ভাটা পৰাও দেখা যায়। কিন্তু তেওঁৰ মন-শৰীৰ-কথা সকলোতে ঐতিহ্যমণ্ডিত কামৰূপীয়া শক্তি সদা বৰ্তমান। সেইবাবে ভাষাতো যিকোনো পৰিৱেশতে কামৰূপী তথা বৰপেটা অঞ্চলৰ কথিত ভাষাৰ অনুৰণন সুস্পষ্ট। তেনেকুৱা প্ৰকাশভংগী শব্দ-প্ৰয়োগ তেওঁৰ গদ্যৰ মাজত সততে দৃষ্টিত পৰে। সেইবোৰে কিন্তু তেওঁৰ ৰচনাৰ সৌন্দৰ্য ম্লান কৰিব পৰা নাই, বৰং ভাৱ-বিষয় আৰু তাৰ প্ৰকাশ অধিক আৱেগশীল, অনুভূতিপ্ৰৱণ আৰু হৃদয়-স্পৰ্শীহে কৰি তুলিছে। ৰায়চৌধুৰীৰ গদ্যৰ সিয়ো এক বিশেষত্ব।

যি কোনো ৰচনাত ৰায়চৌধুৰীয়ে কলম-কাগজ লৈ ভাবি-চিন্তি বছা বছা শব্দ প্ৰয়োগ কৰি বৰ লাহে ধীৰে লিখা বিধৰ লোক নহয়। মঞ্চত থিয় হোৱা সক-লোৰে দৃষ্টি আকৰ্ষণ কৰা বক্তাৰদৰে অবিৰতভাৱে লিখি যোৱা বিধৰ লোক হোৱা বাবে শব্দ, বিষয়বস্তু আৰু ভাৱৰ লগত সংগতি ৰাখি যি ধৰণে মনলৈ আহে তেনেকৈয়ে লিখি যায়। যেনে--

(ক) মানৱ প্ৰাণীৰ জীৱন গতিটোৱেও, সেইদৰে, পৃথিৱীত ক'ত কিমান হাঁহি-কান্দোনৰ দ-পাতল ৰেখাবোৰ আঁকি উকি চলি গৈ আছে অভিজ্ঞতালব্ধ আত্ম-ৰক্ষাৰ সম্বল বুটলি লবলৈকে নিৰ্ঘাত প্ৰয়োজনৰ আমন্ত্ৰণ গ্ৰহণ কৰি। (জীৱন ধুমুহা : ১)

(খ) অফিচতে মই গৈ তেখেতৰ আগত থিয় হলোঁ হেফাই-ফেফাই তীব্ৰ উদ্বিগ্নতাত লুটি-পুটি খাই। মই বালি-ধূলিৰে ঘৰ্মাক্ত উদি গাৰে তেনেকৈ গৈ উপস্থিত হোৱা দেখি তেখেতেও উদ্বিগ্ন আগ্ৰহেৰে আচৰিত হৈ মোক সুধিলে কি হৈছে বুলি। (জীৱন ধুমুহা : ১২)

(গ) পুৱে গাদাৰ বগৰাৰ আগতে আন্ধাৰে পোহৰে উঠি ঘৰ-কাঠি মুছি চোতাল পদূলি সাৰি-পুছি গোবৰ-পানী চটিয়াই আঁতাই ৰাতিৰ বাহি সাজ-বাচন ধুই ভালকৈ পোহৰ নৌহওঁতেই শেষ কৰি গা-পা ধুই আজৰি হৈছিল। এইটো এইসকলৰ নিজ-নৈমিত্তিক পালনীয় নিয়ম আছিল। তাৰ পাছতহে 'গিৰি-গিথেনী' হঁত উঠে। (জীৱন ধুমুহা : ১৪৪)

'চেতনা'ৰ বিবিধ ৰচনাৰ মাজত অম্বিকাগিৰী ৰায়চৌধুৰী মানুহগৰাকীৰ ব্যক্তিত্ব আৰু জীৱন দৰ্শন বিৰাজমান। তেওঁ সেই লিখনিৰ দ্বাৰা জাতিক কেৱল সচেতন কৰাই নহয় ভৱিষ্যতৰ ভয়াবহ সংকটৰ পৰা দেশক ৰক্ষা কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হ'বলৈকো উদগণি দিছিল। তেনেবোৰ কথাৰ ভাষাৰীতি বক্তৃতাধৰ্মী। ১ম সংখ্যা 'চেতনা'ত ইয়াৰ উদ্দেশ্য আৰু লক্ষ্য সম্পৰ্কে লিখা কথাখিনিয়েই তাৰ চমৎকাৰ নিদৰ্শন।

ৰায়চৌধুৰীৰ গদ্য ৰচনাৰ বিষয়বস্তু আচলতে গুৰুগম্ভীৰ। তাত ৰোমাণ্টিক ভাৱাৱেগৰ স্থান নাই; কিন্তু বহু সময়ত দেখা যায় যে বিবিধ কথাৰ বৰ্ণনা প্ৰসংগত একো একোটা খণ্ড চিত্ৰ চকুৰ আগত ভাঁহি উঠে। এই চিত্ৰধৰ্মিতাও আন এটা বিশেষত্ব। যেনে--

(ক) ৮ বছৰীয়া সৰু ছোৱালী এজনীয়ে তৰপানীত খদলি-নাচি ৰং কৰি গা-ধুই থাকোঁতেই হঠাৎ তাই ছিটিকি গৈ ধাৰাল সোঁতৰ মুখত পৰি ভাঁহি গ'ল। পাৰৰ সকলোৱে আৰ্তনাদৰ হুলস্থূল তুলিলে, কোনেও একো উপায় বিচাৰি নাপায়। (জীৱন ধুমুহা ঃ ৭)

(খ) কোনেও তৰ্কিব পৰাৰ আগতেই বাঁহৰ চেকনি ডাল লৈ গৈ সৰ্বাদাক সেই চেক্‌নিৰে উধাই-মুধাই তিনিটা কোব মাৰি কলোঁ--'মোৰ বুকুৰ দাদাক আৰো তেনা কৰবিনা।' তাৰ পিছত চেক্‌নিডাল পেলাই দৌৰ। (ধুমুহা ঃ ১৪৯)

দুই এঠাইত আকৌ এনেকুৱা চিত্ৰধৰ্মী বৰ্ণনাৰ আঁৰত ৰোমান্টিকতাৰ প্ৰকাশ চকুত পৰে। হয়তো হৃদয়স্পৰ্শী ঘটনাৰ বাবেই এনেকুৱা ভাৱ প্ৰকাশক বৰ্ণনাই ৰায়চৌধুৰীৰ কাপত ধৰা দিছে--

তেওঁ যায় স্কুললৈ লগৰীয়া ছাত্ৰী এজাকৰ সৈতে তেওঁৰ অৰুণ ৰঙা মুখ-খনিৰ দুয়োকাষে পহৰা দি আগুৰি ৰখা, খোজে পতি লাস্য তোলা নিটোল নিতম্বখনিক চেৰাই কলাফুললৈকে বৈ পৰা নিবিড় মেলা চুলিকোচাত পশ্চিমাকাশত বহাগী-ষষ্ঠীৰ স্তৱকবোৰ মুকলি হৈ, উঠি অহা ঘনকৃষ্ণ মেঘ-লানিৰ লহৰ তুলি। মই যাওঁ সেই বাটেৰেই, কেতিয়াবা তেওঁৰ পিচে পিচে আৰু কেতিয়াবা তেওঁৰ আগ হৈ, বিভৱানন্দ--ব্যায়ামশালাত শৰীৰ চৰ্চাত পুষ্ট হোৱা মোৰ স্বাস্থ্যসম্পদৰ প্ৰতি তেওঁৰ মনযোগ আকৰ্ষণ কৰাৰ মানসেৰে বলিষ্ঠ কেৰামতী কায়দাৰে খোজ পেলাই পেলাই। তেওঁ মোৰ ফালে চায়--মই তেওঁৰ ফালে চাওঁ। (জীৱন ধুমুহা ঃ ১৭৬)

ৰায়চৌধুৰীৰ ৰচনাত ভাৱাৱেগৰ প্ৰাচুৰ্যৰ বাবেই সম্ভৱতঃ বহুসময়ত বাক্য বৰ দীঘলীয়া হৈ পৰা দেখা যায়। সেই একেদৰে চুটি চুটি বাক্যৰ মাজেদি সুন্দৰ ভাবে তাৎপৰ্য প্ৰকাশতো তেওঁ সুদক্ষ, ভাষা সৰল; কিন্তু বহু সময়ত সেই সৰলতাৰ সীমাৰেখা ভেদ কৰিছে আঞ্চলিক কথিত ভাষাৰ পৰশে। সেইবুলি তাৰদ্বাৰা তেওঁৰ বৰ্ণনা তথা বাক্যৰীতিয়ে ভাৱ-ভাষা দুৰ্বোধ্য কৰি তোলা নাই। যেনে--

(ক) পকা শুকান বালিত লৰি যোৱা টান। জোৰেৰে পেলোৱা খোজবোৰ বালিত সোমাই যায়। এখোজ আগুৱালে এখোজ পিছুৱাব লাগে। সেইবাবে আগ-ঠেলি নিয়া লৰৰ হেঁচাই দুবাৰমান মোক হামকুৰিও খুৱালে। (জীৱন ধুমুহা ঃ ৯)

(খ) 'ওই অম্বিক। বাটোৰ কোচু কটিত ঘুঁহি মোৰবা অলছাহ। তহাতো মোৰ্‌বি। আমাকো মাৰ্‌বি। কেথেনো তেনা কাম নকৰ্‌বি। (জীৱন ধুমুহা ঃ ২১)

বহু সময়ত আকৌ ৰায়চৌধুৰীৰ বাক্য গঠন ৰীতিয়ে ব্যাকৰণৰ আদৰ্শকো আওহেলা কৰা চকুত পৰে। উদ্ধৃতি নিদি মাত্ৰ ইয়াকে ক'ব পাৰি যে ইয়াৰ মূল কাৰণ হ'ল লেখকে কলম তুলি লোৱা সময়ত ভাবাবেগৰ সমাৱেশ ইমান বেছি হয় যে সিবোৰে প্ৰকাশৰ বাবে হেতা-ওপৰা লগায়, আৰু তাৰ পৰিণতিত তেওঁৰ কলমে গৰজি উঠে, ভাষা শক্তিশালী হৈ পৰে আৰু হিলদল ভাঙি ওলাই আহে। আহুতিৰ পাতত ইয়াৰ নিদৰ্শন বহু আছে। তদুপৰি এনে পৰিৱেশত তেওঁৰ ৰচনাত বৰপেটীয়া তথা কামৰূপীয়া কথিত ভাষাৰ প্ৰয়োগ চকুত পৰে। যেনে--

তৃপ্তি কৰাকে ভাত খুৱালে, যাওঁ ভাতকেইটা খায়েকি, লোৰুজনো এমুঠি,



সম্বৰ্দ্ধনা কৰিছিল, আমি চিলা দিলোঁ; পুলিচেও সেঠাং দিলে, কেথানো নাম্‌ৰু, ভাল-বেয়াৰ খা-খবৰ ৰাখিছিল, ভিয়ে ভিয়ে তিৰস্কাৰ অনুৰোধ কৰি, জবাফুকা মন্ত্ৰৰ বক্ষ্যম টিপা, অমানবীয়তাৰ ৰহন চৰোৱা চমকনিৰে আক্ৰমিত জাতিৰ মনুষ্যত্বটো, কৰ্মধাৰাৰ গতিশীল প্ৰাখৰ্য্যই নিষ্ক্ৰিয়তাৰ চেঁচা পাই পঙ্গুত্বপ্ৰাপ্ত হয়, মৰ্য্যাদাটো সকলোবিধ বিপদ-আপদৰপৰা নিকিল-কিলিয়াকৈ বচাই ৰাখিবলৈ, প্ৰিয়তা-অপ্ৰিয়তালৈ লক্ষ্য নাৰাখি আচল কথাটোকে কম, ধৰ্ম-কৰ্ম-প্ৰাণতাৰ গৌৰৱ সম্পূৰ্ণকৈ থিৰ থাকে, সমাজৰ হাতজোৰা পৰিসৰ ভেদকৰি, স্বাৰ্থৰ আৱদাৰ লৈ, শক্তিৰ ফুৎকাৰত সি চিটিকি উৰি গৈ ইত্যাদি। সেই একেদৰে শব্দ প্ৰয়োগৰ ক্ষেত্ৰতো এই আঞ্চলিক ভাষাৰ বহু নিদৰ্শন চকুত পৰে। যেনে-- ভাঙি ভোহৰাই, হাতত টকা জমিল, আফা-লাফাল তুলি, অনিমজ, এনেকি, গাই-বাই-শিকাই, ঘৰ-তালাছ, ফিৰাই লৰ, বালেবাজী মেল, ফোফদাং মৰা বিলাসিতা, ৰাহা, টোপনিৰহীয়া, বেজাৰ-বেমেজালি, ধাৰাল দা, 'সাৰা' পঠাইছে, ভুই ফুটা ৰূপ, খদলি থকা, ঠেক্‌ছা খাই ফেস্তা হয়, হাউছ--হাবিলাষ, আচাভুৱা, বীভছ ৰূপ, নদীৰ জেলি, তলুৱা সোঁত, ভেম-অভিমান, পুৰণিৰ আকোলনত সোমাই, নেৰিম, খোছাখুছি, হনাহনি, হাই-হাহাকাৰ, খাম-খাটনি, লৰা-লুৰী ইত্যাদি।

আকৌ ভাষাত সংস্কৃতীয়া ঠাঁচ এটা দিবলৈকো ৰায়চৌধুৰীয়ে সততে চেষ্টা কৰিছিল। সেই কাৰণেই হ'বলা তেওঁ আচৰিত ধৰণে কাণত বাজি যোৱা সন্ধি-যুক্ত শব্দৰ প্ৰয়োগ কৰিছিল। যেনে--অক্ষয়োজ্জ্বল অবিমৃষ্যকাৰিতা, আগ্ৰহানুক্ৰমে আনন্দাপ্লুত, একচ্ছত্ৰাধিপতি, কবিতাপ্লুত, জয়াশব্দ, তপোজ্জ্বল, পণ্ডিতাভিমানী, পৰস্বাপহৰণ, জয়োদ্দীপনাতেই, দৈৱাশীৰ্ব্বাদ, মঙ্গলামঙ্গল, মঙ্গলাশীৰ্ব্বাদ, বিধানানু-সাৰে, বিশ্বাভিমুখী, বিশ্বোজ্জ্বল, নিজাত্মা, তন্দ্ৰালস, স্বাধিকাৰ, সমূহাধিকাৰ, সামৰ্থ্যা-নুসাৰে, সংস্কাৰাভিলাষ, সমবেদনাভূতি-শূন্য ইত্যাদি। সেই একেদৰে আখৰ জোঁট-নিৰ ক্ষেত্ৰতো তেওঁৰ নিজস্ব ৰীতি চকুত পৰে, বিশেষকৈ জোৰবাচক ও প্ৰত্যয়যুক্ত পদত। যেনে--কেছও, তুমিও, দানও, পাইও, পিন্‌ও, থিনিও, ফলও, মইও ইত্যাদি। সেই একেদৰে ঐ-কাৰৰ প্ৰয়োগত উদাসীনতাও তেওঁৰ গদ্যৰ এটা নিজস্ব ৰীতি। যেনে--গ'ই, লই, ক'ই, হ'ই, খাই-ব'ই ইত্যাদি। উপমা পটন্তৰৰ ক্ষেত্ৰতো তেওঁৰ ওপৰত আঞ্চলিক কথিত ভাব-ভাষাৰ প্ৰভাৱ অতি স্পষ্ট। যেনে--বাপ্-কলীয়া সম্পত্তি, দুৰ্নীতিৰ বীভছ-ডঙ্কা, উঠন-পতনৰ চকা-গতা, কিতাপৰ পোক খোৰোঙৰ ফেঁচা, দিয়া লোৱা সনাসনি যোগ-বিয়োগৰ পদ্ধতি, অতীতৰ প্ৰোথিত জীৰ্ণ বিকৃত কঙ্কালসাৰ খোলাকুটি কেডুখৰি, মন্ত্ৰমুগ্ধ সাপৰ দৰে শাঁত পৰে, মহী-য়সী নাৰী হৃদয়ৰ কোমলতাভৰা দৈৱ-সন্তানৰ বিভূতিৰদৰে শকত আৰ্থিক দান, গাত ডাঠ ধূলিৰ লেপ সানি মৰা কচমাছৰ দৰে আপচু হৈ জ্বলি আছে ইত্যাদি। তেওঁৰ ৰচনাত যুৰীয়া শব্দৰ প্ৰয়োগ যথেষ্ট বেছি। তাতো স্থানীয় ভাষাৰ প্ৰভাৱ প্ৰচুৰ। যেনে-দ-পাতল, ঘৰ-চোতাল, ঘূৰি-ফিৰি, তৰ-পানী, বেতনি-কাঠনি, লেটি-পেটি, হেফাই-ফেফাই, ধুৱাই-পখলাই, যোৱা-অহা, ধনী-নিধনী, পেচ-পাক, লিখাই-কথাই, মছা-কছা; বাকছ-কিতাপ, বাঁকছ-বন্দী, চাহি-চুহি, ধৰণ-ধাৰণ, টউ-ধেমালি, লেৰফেৰিয়া, ৰকম-কছম, মোটফল, নিহিংসতা-সহিংসতা ইত্যাদি। ধ্বন্যাত্মক

শব্দ বা অনুকাৰ-অনুৰূপ শব্দৰ প্ৰয়োগতো তেওঁ সিদ্ধহস্ত। প্ৰয়োজন বুজি ঠাই বিশেষে তেনেকুৱা শব্দ তেওঁ সুন্দৰভাবে ব্যৱহাৰ কৰিছে।

সবাতোকৈ মন কৰিব লগীয়া হ'ল ৰায়চৌধুৰীৰ গদ্যৰ বাক্যগঠন প্ৰণালী। তেওঁৰ বাক্য সাধাৰণতে চুটি নহয়, ভাষা সৰল যেন লাগিলেও বক্তৃতাধৰ্মী হোৱা বাবে তাত কমা, চেমিকোলনৰ প্ৰয়োগ বৃদ্ধি পাই বাক্যবোৰ দীঘলীয়া হৈ পৰিছে। শব্দ প্ৰয়োগৰ ক্ষেত্ৰত সংস্কৃতীয়া ঠাঁচ ; জৈৱনিক বৈশিষ্ট্য, ৰূপনিক স্বাভাৱিকতা, ভাষিক-কাৰ্যিক, বহলতৰ, নিখুঁত-নিৰ্হিংসতা, প্ৰিয়তা -অপ্ৰিয়তা আদিয়ে সেই কথাৰে প্ৰমাণ দিয়ে। অসম আৰু অসমীয়াৰ প্ৰতি তেওঁৰ গভীৰ প্ৰেম আৰু স্বজাত্যাভিমানেই গদ্যৰীতিত ভাৱাৱেগৰ উৎকট তীব্ৰতাৰ সমাৱেশ ঘটাইছে। যিমানে কঠিন শব্দৰ প্ৰয়োগ নকৰক অম্বিকাগিৰীৰ গদ্যৰচনা পাঠকৰ আমনিদায়ক নহয়, কাব্য-সুলভ গতি আৰু ভাবানুভূতি সদা বিৰাজমান। সেইবাবেই তেওঁৰ গদ্যই পাঠকক চিন্তাৰ সমল যোগায়, পঠন পাঠনত আনন্দ দিয়ে। কথাশিল্পী নহ'লেও তেওঁৰ গদ্যত সেই শিল্পীৰ গুণ বিৰাজমান। তদুপৰি ভাষাত চহৰীয়া উপমা পটন্তৰৰ পৰিমাণ কম হ'লেও গ্ৰাম্যজীৱনৰ পটন্তৰ আদিৰ প্ৰয়োগতো তেওঁৰ বক্তব্য উপস্থাপনত, কিম্বা তাৰ ব্যাখ্যা প্ৰসংগত ক'তো বিভ্ৰাট ঘটা চকুত নপৰে। সেইটোৱেই হ'ল ৰায়চৌধুৰীৰ গদ্যৰচনাৰ আটাইতকৈ মন কৰিব লগীয়া বিষয়। তেওঁ ঔপন্যাসিক, কিম্বা গাল্পিক নহৈও গদ্যৰচনাত সেই সৃষ্টিশীল কথা-শিল্পীৰ গদ্যৰচনাৰ গুণ আৰোপ কৰিব পাৰিছে। সম্ভৱতঃ কৱি হিচাপে আয়ত্ত কৰা গভীৰ ভাৱানুভূতিক গদ্যত স্থান দিব পৰা বাবেই তেওঁৰ গদ্য-ৰীতি বহুতৰ বাবে প্ৰেৰণাদায়ক হৈছে। তদুপৰি জাতীয় ভাৱাপন্ন তথা স্বদেশ আৰু স্বজাতিৰ ভাৱাদৰ্শৰ বিষয়বস্তু হোৱা বাবেও তেওঁৰ গদ্যৰীতিৰ আকৰ্ষণ বৰ্ধিত হৈছে। তেওঁৰ কবিতাৰ দৰে গদ্যয়ো পাঠক-পাঠিকাক সঘনে অভিভূত কৰিব পাৰে আৰু গভীৰৰ পৰা গভীৰতৰ প্ৰদেশলৈ যোৱাত পাঠকক অনুপ্ৰাণিত কৰিব পাৰে। সেইবাবেই 'চেতনা' আৰু 'ডেকা অসমে' অসমীয়া সাহিত্যত, বিশেষকৈ সংবাদ সাহিত্যত বিশেষ অৰিহণা যোগাব পাৰিছিল। অম্বিকাগিৰীৰ গদ্যৰ প্ৰকৃত মৰ্যাদা সেইখিনিতে বৰ্তমান। *

* ভাষা বিষয়ক আলোচনা হোৱা কাৰণে প্ৰবন্ধটোত উদ্ধৃত বৰ্ণাশুদ্ধি আৰু বাক্য যথাযথভাবে প্ৰকাশ কৰিবলৈ চেষ্টা কৰা হৈছে। - সম্পাদক

# আধুনিক অসমীয়া কাব্য সাহিত্যলৈ অম্বিকাগিৰী ৰায়চৌধুৰীৰ ছন্দ অৱদান

বীৰেন্দ্ৰ নাথ ৰক্ষিত

ডঃ মহেশ্বৰ নেওগে তেওঁৰ 'অসমীয়া সাহিত্যৰ ৰূপৰেখা' (২য় সং ১৯৬৪, পৃঃ ২৬১) গ্ৰন্থত লিখিছে ঃ '১৮৮৯ চনত কলিকতাত 'জোনাকী' কাকতৰ প্ৰতিষ্ঠাই আধুনিক অসমীয়া সাহিত্যৰো জন্মোৎসৱ।' আন এগৰাকী সমালোচক ডঃ সত্যেন্দ্ৰ নাথ শৰ্মা আৰু পূৰ্বোক্ত সমালোচক উভয়েই আধুনিক সাহিত্যৰ এই জন্মোৎসৱৰ মৌলিক লক্ষণ 'ৰোমান্টিকতা' বুলি ঠাৱৰ কৰিছে। এই সম্পৰ্কত ডঃ শৰ্মাই লিখিছে ঃ 'এই ৰোমান্টিক প্ৰভাৱ দুটা পথেদি অসমীয়া সাহিত্যত প্ৰৱেশ লাভ কৰিছিল—(১) বাংলা সাহিত্যৰ যোগেদি আৰু (২) ইংৰাজী সাহিত্যৰ যোগেদি।' (অসমীয়া সাহিত্যৰ ইতিবৃত্ত, ৪ৰ্থ সং ১৯৬৪, পৃঃ ২৩৯)

মধ্যযুগৰ অসমীয়া সাহিত্যত শংকৰদেৱৰ সৰ্বতোমুখী প্ৰতিভাৰ সংস্পৰ্শত স্বৰ্ণ-যুগৰ সঞ্চাৰ হৈছিল। আধুনিক কালত জোনাকী পৰ্বত স্বাদেশিকতাৰ ভাৱ-বিপ্লৱত আৰু তদনুযায়ী সাহিত্য-সংস্কৃতিৰ বহুমুখী ৰূপ-বৈচিত্ৰ্যেৰে সুচিহ্নিত এই ৰোমান্টিক বিস্তাৰ ধৰ্মিতাক কোনো কোনো সমালোচকে অসমীয়া সাহিত্যৰ দ্বিতীয় স্বৰ্ণ-যুগৰূপে অভিহিত কৰিছে। এই আন্দোলনৰ এফালে চন্দ্ৰকুমাৰ আগৰৱালাৰ 'আৱিষ্কাৰশীলতা', আনফালে হেমচন্দ্ৰ গোস্বামীৰ 'মনস্বিতা' আৰু সৰ্বোপৰি লক্ষ্মীনাথ বেজবৰুৱাৰ 'ব্যাপক ব্যক্তিত্ব'--এই তিনিৰ সংযোগত জোনাকী আৰু উত্তৰ-জোনাকী পৰ্বৰ অসমীয়া সাহিত্য সমৃদ্ধ হৈছে। 'জোনাকী'ৰ আৱিৰ্ভাৱ কালৰ পৰা লক্ষ্মীনাথ বেজবৰুৱাৰ জীৱনাৱসানৰ (১৯৩৮) সময়সীমালৈ, যুগটোক সংগত কাৰণতে 'বেজ-বৰুৱাৰ যুগ' বোলা হৈছে। এই যুগৰ কাব্যৰীতিত চনেট, ইলিজি, বেলাড, বৰ্ণনাত্মক দীৰ্ঘ কৱিতা আৰু ব্যংগাত্মক কৱিতাৰ বিচিত্ৰমুখী ধাৰা লক্ষ্য কৰা যায়। ৰোমান্টিক গীতিকাব্যৰ অনুকূল কাব্যভাৱনা আৰু ছন্দোবৈচিত্ৰ্যই অসমীয়া কাব্যত জোনাকী আৰু উত্তৰ-জোনাকী পৰ্বত বিশেষ লাক্ষণিক ৰূপ লয়।

অম্বিকাগিৰী ৰায়চৌধুৰী (১৮৮৫-১৯৬৭) সেই উত্তৰ-জোনাকী পৰ্বৰ এজন বিশিষ্ট কৱি। তেওঁৰ কাব্য প্ৰতিভাৰ বৈশিষ্ট্য সম্পৰ্কে নজৰুল ইছলামৰ কৱিতাৰ ভাষাতে ক'ব পাৰি ঃ যেন কবিৰ 'এক হাতে বাঁকা বাঁশের বাঁশরী আর হাতে রণতূর্য'। এফালে ইন্দ্ৰিয়ঘন প্ৰেম আৰু তাৰ কাৰণেই অতীন্দ্ৰিয়তা আৰু আনফালে দেশাত্মবোধক উদ্দীপনাত কৱি-ব্যক্তিত্বৰ জাগৰণ আৰু বিদ্ৰোহ। এই উভয় ক্ষেত্ৰতে অম্বিকাগিৰীৰ ওপৰত ৰবীন্দ্ৰনাথ আৰু নজৰুলৰ কম-বেছি প্ৰভাৱ লক্ষ্যনীয়। তেওঁৰ ইন্দ্ৰিয়জ প্ৰেমিক সত্তাৰ প্ৰকাশ কৰিৱ জীৱনৰ তৰুণ কালছোৱাৰ কাব্য 'তুমি' (১৯১৫) আৰু 'বীণা' (১৯১৬)ত পোৱা যায়। অন্যান্য কাব্য গ্ৰন্থবিলাকৰ ভিতৰত 'অনুভূতি' (১৯৫৪), 'বন্দো কি ছন্দোৰে' (১৯৫৮), 'স্থাপন কৰ স্থাপন কৰ'

(১৯৫৮), 'বেদনাৰ উল্কা' (১৯৬৪) উল্লেখযোগ্য। কৱিতাৰ উপৰি তেওঁৰ ৰচিত নানাবিধ গীতো ৰায়চৌধুৰীৰ সফল কৱি-প্ৰতিভাৰ পৰিচায়ক।

অসমীয়া ছন্দৰ ইতিহাসত অম্বিকাগিৰী ৰায়চৌধুৰীৰ গুৰুত্বপূৰ্ণ ভূমিকা বিশেষ-ভাৱে আধুনিক ধ্বনিপ্ৰধান বা মাত্ৰাবৃত্ত ছন্দ প্ৰয়োগৰ ক্ষেত্ৰত। আধুনিক অসমীয়া কাব্যত তেওঁৰ কৱিতাতেই প্ৰথম আধুনিক মাত্ৰাবৃত্তৰ উপযোগী যৌগিক আৰু হলন্ত অক্ষৰৰ দ্বিমাত্ৰিকতা যথাসম্ভৱ বিশুদ্ধ ৰূপত প্ৰতিষ্ঠিত। কৱিয়ে তেওঁৰ দীৰ্ঘ জীৱনত তিনিটা ৰীতিৰ ছন্দত কৱিতা লিখিছে, অৱশ্যে শ্বাসাঘাত প্ৰধান বা স্বৰবৃত্ত ছন্দত ৰচিত কৱিতা তুলনামূলকভাৱে কম। কৱিৰ মূল প্ৰৱণতা আৰু সিদ্ধি নিঃসন্দেহে ষন্মাত্ৰিক ধ্বনিপ্ৰধান বা মাত্ৰাবৃত্ত ছন্দত।

তুলনামূলকভাৱে তানপ্ৰধান বা অক্ষৰবৃত্ত ছন্দোৰীতিৰ প্ৰয়োগত অম্বিকা-গিৰীয়ে তেনে কোনো অভিনৱত্বৰ পৰিচয় দিয়া নাই। তেওঁৰ যুগৰ অমিত্ৰাক্ষৰ বন্ধৰ অনুসৰণত অমিল বা সমিল প্ৰৱহমান পয়াৰ আৰু ভগ্ন অমিত্ৰাক্ষৰ তথা অসমপংক্তিক সমিল বা অমিল প্ৰৱহমান তানপ্ৰধান ৰীতিৰ ছন্দ—এই সকলো-বিলাক অভিনৱ ছন্দোবন্ধৰ প্ৰয়োগ তেওঁৰ ৰচনাত যৎসামান্য। প্ৰৱহমান পয়াৰ চকুত পৰা ধৰণে বিৰল। তথাপি অসমপংক্তিক প্ৰৱহমান তানপ্ৰধান ৰীতিৰ দুই-এটা কৱিতাই তেওঁৰ ছন্দকৃতিক গতানুগতিকতাৰ পৰা মুক্তি দিছে। প্ৰথমে কৱিৰ তানপ্ৰধান ছন্দোৰীতিৰ গতানুগতিক দিশটো লক্ষ্য কৰা যাওক।

অম্বিকাগিৰীৰ ৰচনাত পয়াৰ-ত্ৰিপদী-চৌপদী বন্ধৰ গতানুগতিক অনুসৃতি দেখা যায়। এইবিলাক প্ৰাচীন ছন্দোবন্ধৰ নিৰ্দশনস্বৰূপে কেইটামান দৃষ্টান্ত তলত দিয়া হ'ল।

১। দীৰ্ঘ পয়াৰ ঃ ৮।১০ মাত্ৰা ঃ দ্বিপদী

অন্তৰ ফুলনি তয়ু।
নানা পুণ্য গোন্ধেৰে ভৰাই, ॥
তুমি ঘৰৰ সকলোটিকে।
চাই লোৱা প্ৰেমেৰে পূৰাই ॥
(তুমি, (২), পৃঃ ১৩)

'তুমি' শব্দটো অতিপৰ্ব। পৰ্য্যায়ক্ৰমিক পংক্তিবিলাকত এই অতিপৰ্বৰ বহুল প্ৰয়োগৰ ফলত আৰু যুক্তবৰ্ণ সম্বলিত শব্দ সংঘাতৰ অভাৱত তানপ্ৰধান ছন্দোৰীতিৰ উপ-যুক্ত ছন্দ সৃষ্টিত কৱি প্ৰায়ে ব্যৰ্থ হৈছে। তানপ্ৰধান ছন্দোৰীতিত অতিপৰ্বৰ পৌনঃপুনিক ব্যৱহাৰে ছন্দৰ স্বতঃস্ফূৰ্ত গতি আড়ষ্ট কৰে। অথচ ধ্বনিপ্ৰধান ছন্দত অতিপৰ্বৰ বহুল প্ৰয়োগত সেই গতিস্পন্দৰ উৎকৰ্যই সাধিত হয়।

২। দীৰ্ঘত্ৰিপদী ঃ ৮।৮।৬ মাত্ৰা

নিজক বিলাই দিব।
তাতেহে নিজক পাব।
প্ৰাণৰ মাজত; ॥
নিজক দিলেহে এৰি
প্ৰাণৰ আপোন হ'ব
সকলো বিশ্বত। (তুমি, (৬), (পৃ ৪৯)



৩। চৌপদীবন্ধ ঃ ১০।১০।১০।৭ মাত্ৰা

আজি মোৰ সাধনা-ফুলনি,।
কাৰ কিনো পাই উদগনি,।
পোহৰাই মহা বিশ্বখনি,।
উলাহেৰে হাঁহিছে; ॥
(তুমি, (৭), পৃ ৫৮)

৪। চৌপদীবন্ধ ঃ ৮।৮।১০।৬ মাত্ৰা

মিলন আবেগ সুৰ,।
বিয়াপি ইমান দূৰ।
নুশুনিলো; - কৰুণা বিন্দুৰ।
নাপালো আশ্ৰয়? ॥
(তুমি, (৫), পৃ ৪২)

পয়াৰবন্ধৰ দুটা যুগ্মক আৰু ঝুমুৰিবন্ধৰ এটা যুগ্মকৰ আদৰ্শত অথবা দ্বিপদী আৰু চৌপদীবন্ধৰ মিশ্ৰণত ছয় পংক্তিৰ সুপৰিচিত স্তৱক গঠনৰ উদাহৰণ অম্বিকা-গিৰীৰ তানপ্ৰধান ছন্দত সুলভ। যথা-

৫। তোমাৰ অনন্ত এই। ক্ষেত্ৰ অভিনয়; ॥
খেলিছা কিমান খেলা। প্ৰেম পুণ্যময়! ॥
কত ৰূপ ধৰি তুমি,।
সৰজি সৌন্দৰ্য-ভূমি,।
ভাঙি ছিঙি সাঙ হোৱা। লুব্ধ প্ৰাণ মোৰ, ॥
কৰি তোলা প্ৰাণ ভৰা। শান্তিত বিমোৰ। ॥
(তুমি, (৪), পৃ ৩১)

তুলনামূলকভাৱে অম্বিকাগিৰীৰ তানপ্ৰধান ছন্দৰীতিৰ অভিনৱ ৰূপায়ণৰ স্বাক্ষৰ তেওঁৰ 'অনুভূতি' নামৰ কাব্যগ্ৰন্থখনৰ দুই-এটি কৱিতাত দেখা যায়। প্ৰৱহ-মান পয়াৰ নহয়, প্ৰকৃত অৰ্থত, নাট্যসংলাপৰ উপযোগী ভঙা অমিত্ৰাক্ষৰ বা গৈৰিশ-ছন্দত নহয়, কেৱল অসম পংক্তিক আৰু অন্ত্যানুপ্ৰাসযুক্ত প্ৰৱহমান তানপ্ৰধান ছন্দত (প্ৰবোধ চন্দ্ৰৰ ভাষাত 'সমিল মিশ্ৰকলাবৃত্ত মুক্তক')ৰ প্ৰয়োগৰ ক্ষেত্ৰত অম্বিকাগিৰীৰ ভূমিকা অসমীয়া ছন্দৰ ইতিহাসত স্মৰণীয়। প্ৰকৃততে ৰবীন্দ্ৰনাথৰ মানসী কাব্যৰ অন্তৰ্ভুক্ত 'নিস্ফল কামনা' (ৰচনা কাল ঃ নভেম্বৰ, ১৮৮৮) নামৰ কবিতাৰ 'মুক্তক' বা কলাকাৰ (১৯১৬) মুক্তকৰ অনুসৰণত অসমীয়া কাব্যছন্দত আনুষ্ঠানিকভাৱে মুক্তকৰ প্ৰচলন ঘটে সৰ্বপ্ৰথমে অম্বিকাগিৰী ৰায়চৌধুৰীৰ ৰচনাত।

এই 'মিশ্ৰকলাবৃত মুক্তক' বা অসম পংক্তিক প্ৰৱহমান তানপ্ৰধান ছন্দৰ প্ৰসং-গত গৈৰিশছন্দৰ কথা স্বাভাৱিকতে মনলৈ আহে। গিৰিশচন্দ্ৰই ১৮৮২ খৃষ্টাব্দত তেওঁৰ ৰাৱণবধ নাটকত সৰ্বপ্ৰথমে এই ভগ্ন অমিত্ৰাক্ষৰবন্ধ প্ৰয়োগ কৰে। বহুতে নাট্যসংলাপৰ উপযোগী এই বিশেষ ছন্দোবন্ধক 'গৈৰিশ মুক্তক' বুলি অভিহিত কৰে। তথাকথিত এই গৈৰিশ মুক্তকৰ লগত ৰাবীন্দ্ৰিক মুক্তকৰ প্ৰধান প্ৰভেদ এইখিনিতে যে প্ৰথমটোত মুক্তক প্ৰধানতঃ নিৰ্ভৰশীল নাট্যকোচিত আলাপচাৰিতাৰ বাক্‌স্পন্দৰ

ওপৰত আৰু দ্বিতীয়টোত কেৱল বাক্‌ৰীতিৰ পৰিৱৰ্তে কাব্যৰীতিৰেই প্ৰাধান্য। গৈৰিশ মুক্তকত নাট্য ধৰ্মী একোটা হ্ৰস্ব বাক্‌পৰ্ব অনুযায়ী পংক্তিবিভাজনে প্ৰধানতঃ গদ্যৰ অন্বয় আৰু বাগধৰ্মৰেই পোষকতা কৰে; আনহাতে ৰাবীন্দ্ৰিক মুক্তকত কাব্য-ৰীতি-লালিত সুৰ আৰু ধ্বনিস্পন্দই বিশেষ অগ্ৰাধিকাৰ পায়। উভয় বন্ধৰ প্ৰকৃতিত নাটকৰ ব্ল্যাংক ভাৰ্চ আৰু কাব্যৰ ব্ল্যাংক ভাৰ্চত যি পাৰস্পৰিক তফাত আৰু স্বকীয়তা, ইয়াত সেই স্বকীয় লক্ষণেই পৰিস্ফুট হৈছে।

গৈৰিশ মুক্তক আৰু ৰাবীন্দ্ৰিক মুক্তকৰ এই প্ৰকৃতিগত প্ৰভেদ মনত ৰাখি, ১৯০৪ চনত ৰচিত চন্দ্ৰধৰ বৰুৱাৰ নাটকৰ গৈৰিশছন্দ আৰু অম্বিকাগিৰীৰ কাব্যত ৰাবীন্দ্ৰিক মুক্তকৰ পাৰ্থক্য অনুধাৱনযোগ্য। তেওঁৰ অনুভূতি কাব্যত দৰাচলতে এটা মাত্ৰ. কৱিতাত মুক্তক ছন্দৰ স্বৰূপ কম-বেছি প্ৰকটিত হৈছে। কৱিতাটোৰ নাম 'অভ্যুদয়' আৰু ইয়াৰ ৰচনাকাল 'ইং ১৯৩১' বুলি উল্লেখ কৰা হৈছে। সেই ফালৰ পৰা ডঃ মহেশ্বৰ নেওগৰ এই কথাষাৰ প্ৰণিধানযোগ্যঃ বৰ্তমান শতকৰ চতুৰ্থ দশকত অসমপংক্তিক মিত্ৰাক্ষৰীয় মুক্তক ব্যৱহাৰ হয়, আৰু ১৮৬৩ শকৰ (অৰ্থাৎ ১৯৪১ খৃষ্টাব্দ) আহাৰৰ বাঁহীত প্ৰথম মুক্তক ছন্দৰ কৱিতা প্ৰকাশিত হয়--মহেশ্বৰ নেওগৰ অন্ত্যজা' (নেওগঃ সঞ্চয়ন, 'অসমীয়া কৱিতাৰ কাহিনী,' পৃ ২√-।৵)

সন্দেহ নাই, বৰ্তমান শতিকাৰ চতুৰ্থ দশকতে অসমীয়া কাব্যত প্ৰথম মুক্তক ছন্দৰ প্ৰচলন হয় আৰু সেই কৱিতা ১৯৪১ চনত বাঁহীত প্ৰকাশিত নেওগৰ 'অন্ত্য-জা'ৰ অন্ততঃ দশ বছৰ আগতে ৰচিত। নেওগৰ কৱিতাটো মুক্তক ছন্দৰ প্ৰথম অসমীয় কৱিতা হ'লে ইয়াৰ প্ৰৱৰ্তনৰ কাল আৰু এটা দশক পিছুৱাই পঞ্চাম দশক (১৯৪১) ধৰিব লগা হয়। আচলতে ১৯৩১ চনত ৰচিত অম্বিকাগিৰীৰ 'অভ্যুদয়' কৱিতাটোৱেই অসমীয়া কাব্যত প্ৰথম মুক্তক ছন্দত ৰচিত কৱিতা। কোৱা বাহুল্য, 'মুক্তক' প্ৰকৃতপক্ষে কোনো ছন্দ-নাম নহয় আৰু মুক্তকক ফ্ৰি ভাৰ্চৰ লগত তুলনা কৰাও অনুচিত। বস্তুতঃ প্ৰবোধচন্দ্ৰ-বৰ্ণিত মুক্তক এটা বিশিষ্ট ছন্দোবন্ধৰ গুণগত বৈশিষ্ট্য; প্ৰৱহমানতা আৰু যতি অনুসাৰী অসম দৈৰ্ঘ্যৰ পংক্তিনিৰ্মাণ যাৰ অন্যতম প্ৰধান বিশেষত্ব। মুক্তক সমিল আৰু অমিল দুয়োটাই হ'ব পাৰে। ইয়াত অম্বিকাগিৰীৰ সমিল মুক্তকৰ দৃষ্টান্তটো উদ্ধৃত কৰা হ'ল। (যথাক্ৰমে ছন্দযতি আৰু ভাৱযতিৰ চিহ্ন নিৰ্দেশ ঃ ।, ।। ; *, **)

| | পংক্তিমাত্ৰা |
|---|---|
| অস্তগামী গৌৰৱৰ । | ৮ |
| অভিশপ্ত* | ৪ |
| দুৰ্বহ গ্লানিত* ।। | ৬ |
| দাসত্বৰ ঘোৰ কলংকেৰে । ভাৰাক্ৰান্ত ভাৰতবৰ্ষৰ, * ।। | ১০।১০ |
| মানৱীয় সম্পদৰ । | ৮ |
| সৰ্বলুপ্ত * | ৪ |
| ধূল্যৱলুণ্ঠিত** ।। | ৬ |
| প্ৰপীড়িত আৰ্ত-বেদনাত । ক্লিষ্ট * মহামানৱ মৰ্মৰ ।। | ১০।১০ |
| সমুত্থিত * ত্ৰাহি ত্ৰাহি । হিয়া-গলা হাহাকাৰ ফালি, ** ।। | ৮।১০ |
| মোহন কৰম চন্দ্ৰ *। | ৮ |



| | |
|---|---|
| অভোয়োন্মাদিত মন্ত্ৰ । | ৮ |
| নিনাদিত, * উল্লাসিত, * । আশা-সমুজ্জ্বল হিয়া জ্বালি, ** ।। | ৮।১০ |
| মুক্তিৰ ত্ৰিৰংগ তুলি । সমুদিত ভাৰতাকাশত,- * ।। | ৮।১০ |
| নাই ভয়, * নাই ভয়, * নহবা নিৰাশা-অৱনত । ** ।। | ৮।১০ |

(অভ্যুদয়, অনুভূতি, ২য় সং, পৃ ৫৮)

আলোচ্য উদাহৰণত দুবিধ যতিৰ অৱস্থান দেখুৱা হ'ল আৰু কম-বেছি এই যতি-স্বাচ্ছন্দ্যৰ ফলত উদ্ভূত যি পংক্তিলংঘক প্ৰৱহমানতা, মুক্তকত বা অসম পংক্তিক প্ৰৱহমান তানপ্ৰধান ৰীতিৰ ছন্দত সেই বৈশিষ্ট্য অমিত্ৰাক্ষৰ ছন্দোবন্ধৰেই উত্তৰাধিকাৰ।

তানপ্ৰধান ছন্দৰীতিৰ তুলনাত ধ্বনিপ্ৰধান ছন্দতে অম্বিকাগিৰীৰ কৱিমানসতা সমধিক উদ্‌ঘাটিত, এই কথা বিশেষভাবে ক'ব পাৰি। কৱিৰ বিদ্ৰোহী সত্তাৰ পৰিচয় প্ৰধানতঃ এই ছন্দতে পোৱা যায়। আলোচ্য ক্ষেত্ৰত মনোধৰ্ম আৰু কাব্যৰ ৰূপ আৰু ৰীতিত বিদ্ৰোহী কৱি নজৰুল ইছলামৰ প্ৰভাৱ অম্বিকাগিৰীৰ ৰচনাত কাৰ্য-কৰী হৈছে। নজৰুলৰ 'বিদ্ৰোহী' কৱিতাৰ দৰে তেওঁৰো অত্যন্ত জনপ্ৰিয় এটা কৱি-তাৰ পৰা সাৰ্থক ধ্বনিপ্ৰধান ছন্দৰ নিদৰ্শনৰূপে নিম্নোক্ত দৃষ্টান্তটো উল্লেখ কৰিব পাৰি ঃ

১। নভো মহানীল । ছিৰাছিৰ কৰি, ।।
প্ৰলয়-ভংগী । উঠে তাৰ চৰি- ।।
স্বৰ্গ-মৰ্ত্য-। ৰসাতল ৰেখা ।
মোহাৰি মুচৰি । কৰি দিলে একা । কাৰ, ।।
ক্ষিত্যপতেজ-। মৰুৎ-ব্যোমৰ ।
নোহোৱা কৰিলে । চিন-ছাব পাৰা। পাৰ,- ।।
কি পৰিণামেৰে । ক্লান্তিত পৰি । ক'ত বা হয় সি । ক্ষান্ত ।।
নাপাওঁ বিচাৰি । পাত্ৰ-আধাৰ । য'ত কৰোঁ তাক । শান্ত ! ।।
(মই বিপ্লৱী-মই তাণ্ডৱী, অনুভূতি, পৃ ৯১)

আলোচ্য কৱিতাটো কৱিৰ পৰিণত বয়সৰ ৰচনা (১৯৫২)। তেওঁৰ প্ৰথমৰ ফালৰ (১৯১০ চনত ৰচিত) কৱিতাতো ধ্বনিপ্ৰধান ছন্দৰ সাৰ্থক প্ৰয়োগ অনায়াসলব্ধ। যেনে--

২। বাজ বাজ মোৰ । বীণা ।।
আজি বিৰহ গোমোলা । দিনা- ।।
তোৰ বেথা-বিধুনিত । দৃষ্টি
খুলি, ঢাল আজি ।
ত্ৰিভুৱন ৰাজি ।
সংগীত-সুধা । বৃষ্টি ; ।।
উথলি উঠক । সুৰৰ সিন্ধু । সুৰৰে লাহৰি । লহৰি তুলি ।।
(মোৰ) ভাগি-ছিগি থকা । তাল-মানবোৰ ! ফুলাম লয়ত । উঠক ফুলি । ।।
(সুৰী-দৌত্য, অনুভূতি, পৃ ১)

উপৰোক্ত উদ্ধৃতিটোত নিম্নৰেখ শব্দ তিনিটা (আজি, তোৰ, মোৰ) অতিপৰ্ব। দৃষ্টান্ত-দুটাত হলন্ত আৰু যৌগিক অক্ষৰৰ দ্বিমাত্ৰিকতা সুপ্ৰতিষ্ঠিত। উভয় উদাহৰণতে ষন্মাত্ৰিক পৰ্ব ব্যৱহৃত হৈছে ; পংক্তিৰ গঠন অসম পংক্তিক হ'লেও প্ৰকৃততে সিহঁতৰ

প্ৰৱহমানতা নাই বুলিলেই হয়। তাৰ প্ৰধান কাৰণ, প্ৰায় প্ৰত্যেকটো পংক্তিপ্ৰান্ততে অতিনিৰূপিত যতিৰ অৱস্থান দৃঢ়মূল হোৱাত পংক্তিলংঘক প্ৰৱহমানতা যতি আৰু অন্ত্যমিলৰ দ্বাৰা আড়ষ্ট। ধ্বনিপ্ৰধান ছন্দত প্ৰৱহমানতাৰ গতিবেগ স্থাপন কৰা এনেয়ে কষ্টসাধ্য ব্যাপাৰ। অন্ত্যমিল ইয়াৰ অন্তৰায় নহয়, তথাপি এনে ধৰণৰ বন্ধত মিল নাথাকিলেই স্বাভাৱিক হয়। অৱশ্যে তাৰ আগতে যথাসাধ্য যতিস্বাচ্ছন্দ্যৰ কাৰণে কৱিয়ে সাৱধানতা অৱলম্বন কৰিব লগা হয়। পংক্তিৰ আয়তন সৰু-ডাঙৰ-মধ্যমীয়া যি হওক, পংক্তিৰ শেষ পৰ্বটো মূল পৰ্বৰ তুলনাত হ্ৰস্ব নকৰাই বিধেয়। সমমাত্ৰিক পৰ্ব যোজনাৰ দ্বাৰা পংক্তিলংঘনৰ সুবিধা হয়; আৰু ইয়াৰ লগত ভাৱযতিক ছন্দযতিৰ অনুসাৰী নকৰি তাক পংক্তিৰ যুগ্ম বা অযুগ্ম পৰ্বাংগত সুনিৰ্দিষ্ট কৰিলে মুক্তক ছন্দৰ প্ৰৱহমানতা পৰিস্ফুট হৈ উঠে। আচল কথা হ'ল এই যতি স্বাচ্ছন্দ্যৰ দ্বাৰা পদ্যৰ অতিনিৰূপিত যতিস্পন্দক গদ্যৰ অন্বয়-অনুসাৰী অসম-বিষম বিচিত্ৰ বাক্‌পৰ্বলৈ উন্নীত কৰিব নোৱাৰিলে কোনো ৰীতিৰ মুক্তকেই সম্ভৱ নহয়। অম্বিকাগিৰীৰ অসমপংক্তিক ধ্বনিপ্ৰধান ছন্দত মুক্তকৰ বহিৰংগ লক্ষণ পৰিদৃষ্ট হ'লেও যথাৰ্থতে মুক্তকৰ প্ৰৱহমানতা তাত নাই। ৰবীন্দ্ৰ কাব্যতো মাত্ৰাবৃত্ত মুক্তক বিৰল। ৰবীন্দ্ৰোত্তৰ আধুনিক বাংলা কাব্যত সাৰ্থক মাত্ৰাবৃত্ত মুক্তকৰ উদাহৰণ স্বৰূপে বিষ্ণু দেৱ চোৰাবালি কাব্যত 'মন-দেওয়া-নেওয়া' কৱিতাটোলৈ আঙুলিয়াব পাৰি (মাত্ৰাবৃত মুক্তকৰ স্বৰূপ আৰু সম্ভাৱনা সম্পৰ্কে লেখকৰ এটা প্ৰবন্ধ দ্ৰষ্টব্য: বিষ্ণু দেৱ কৱিতাৰ ছন্দ, সাহিত্য পত্ৰ, শাৰদীয় সংখ্যা, ১৩৭৮, পৃ ১৩-১৯)।

আধুনিক অসমীয়া কাব্যত ধ্বনিপ্ৰধান ছন্দৰ এই প্ৰতিষ্ঠাৰ প্ৰসংগত বাংলা কাব্যত আধুনিক মাত্ৰাবৃত্তৰ প্ৰতিষ্ঠা আৰু প্ৰতিপত্তিৰ বিষয়ে কিছু কোৱা প্ৰয়োজন।

অসমীয়া সাহিত্যৰ ৰোমাণ্টিক যুগৰ প্ৰধান মুখপত্ৰ 'জোনাকী'ৰ আৱিৰ্ভাৱ (১৮৮৯ খ্ৰীঃ)ৰ দুবছৰ আগতে ৰবীন্দ্ৰনাথৰ কৱিতাত আধুনিক ধ্বনিপ্ৰধান ছন্দৰ যথাৰ্থ ৰূপটো পৰিলক্ষিত হয়। ১৮৮৭ খৃষ্টাব্দৰ ব'হাগ মাহত ৰচিত ৰবীন্দ্ৰনাথৰ মানসী (১৮৯০) কাব্যৰ দ্বিতীয় কৱিতাত এই ছন্দত প্ৰথম যুক্তবৰ্ণ সম্বলিত শব্দৰ হলন্ত অক্ষৰৰ দ্বিমাত্ৰিক ৰূপে পূৰ্ণ স্বীকৃতি পায়; আৰু মানসী কাব্যতে এই ছন্দৰ বিকাশ আৰু সমৃদ্ধিৰ বিস্ময়কৰ প্ৰকাশ প্ৰতিষ্ঠিত হয়। মাত্ৰাবৃত্তৰ এই বৈপ্লৱিক ৰূপান্তৰত ঊনৈশ শতিকাৰ হেম-নবীন, আনকি বিহাৰীলালৰ গীতিকাব্যসুলভ যুক্তাক্ষৰ বৰ্জিত মাত্ৰা ছন্দৰ অপৰিণত ৰূপৰ অকিঞ্চিতকৰতাই নিমিষৰ ভিতৰতে যেন ৰবীন্দ্ৰকালীন আৰু ৰবীন্দ্ৰোত্তৰ কৱিকুলৰ কাৰণে নতুন দিগন্তৰ উন্মোচন কৰিলে।

বসন্ত নাহি এ ধৰায় আৰ
আগেৰ মতো,
জোৎস্নাযামিনী যৌবনহাৰা
জীৱন হত। (ভুল-ভাঙা, মানসী)

অসমীয়া কাব্যত এই আধুনিক ধ্বনিপ্ৰধান ছন্দ যথাৰ্থ ৰূপত প্ৰতিষ্ঠিত হয় ৰবীন্দ্ৰনাথৰ উক্ত কৱিতা ৰচনাৰ অন্ততঃ ছাব্বিশ বছৰ পাছত বিংশ শতিকাৰ দ্বিতীয় দশকত। আৰু এই কৃতিত্বৰ কাৰণে অম্বিকাগিৰী ৰায়চৌধুৰীৰ একক তৎপৰতা বিশেষভাৱে স্মৰণীয়। প্ৰসংগক্ৰমে ক'ব পাৰি, ৰবীন্দ্ৰকাব্যৰ মানসীত মাত্ৰাছন্দৰ



এই অভিনৱ প্ৰতিষ্ঠাৰ পাছত ৰবীন্দ্ৰনাথৰ হাততে সি উত্তৰোত্তৰ বিকশিত হৈ ৰবীন্দ্ৰানুসাৰী কৱিকুলৰ ৰচনাত অত্যন্ত প্ৰিয় ছন্দ, আন কি বহুতৰ কাৰণে একমাত্ৰ ছন্দ হৈ উঠিল। প্ৰমথনাথ ৰায়চৌধুৰী, দ্বিজেন্দ্ৰনাৰায়ণ বাগ্‌চী, কৰুণানিধান বন্দোপাধ্যায়, যতীন্দ্ৰমোহন বাগ্‌চী, কুমুদৰঞ্জন মল্লিক, সত্যেন্দ্ৰনাথ দত্ত, কিৰণধৰ চট্টোপাধ্যায়, যতীন্দ্ৰনাথ সেনগুপ্ত, মোহিতলাল মজুমদাৰ, নৰেন্দ্ৰ দেৱ, কালিদাস ৰায়, নজৰুল ইছলাম, জসিমুদ্দিন প্ৰমুখ্যে কৱিসকলৰ ৰচনাৰ প্ৰধান অংশ জুৰি এই আধুনিক ধ্বনিপ্ৰধান ছন্দৰ প্ৰতিপত্তি বিস্তৃত হৈছে। আৰু ৰবীন্দ্ৰনাথৰ মানসীৰ পাছত সুপ্ৰতিষ্ঠিত কৱিসকলৰ কাব্যত এই ছন্দৰ মাত্ৰাগত কোনো ধৰণৰ বিচ্যুতি বিৰল।

কিন্তু অসমীয়া কাব্যত অম্বিকাগিৰীৰ প্ৰচেষ্টাত এই ছন্দই স্বৰূপত প্ৰতিষ্ঠিত হ'লেও তেওঁৰ সমসাময়িক আৰু পৰৱৰ্তী কৱিকুলৰ ৰচনাত এই ছন্দৰ ত্ৰুটিহীন ৰূপ আজিও পূৰ্ণভাৱে প্ৰতিষ্ঠিত ন'হল। আনকি স্বয়ং অম্বিকাগিৰীও তেওঁৰ বিভিন্ন সময়ৰ ৰচনাত এই ছন্দৰ প্ৰয়োগত মাত্ৰাগত দোষ-ত্ৰুটিৰ পৰা সম্পূৰ্ণ মুক্ত নহ'ল। তলত তেনে কেইটামান মাত্ৰাদুষ্ট পংক্তি উদ্ধৃত কৰা হ'ল।

১। 'কান্দি কান্দি প্ৰাণ। তাতে লীন কৰ।
তেহে পাবি মোক'-। দিয়ে যেন কৈ। ॥
(পোহৰৰ পথ, অনুভূতি, পৃ ৯)

২। নানা দুখে-দোষে। হেঁচি, চেপি, পিটি।
নিৰস নিৰ্জীৱ। থোৱা শিল কৰি
মৰ্মপীড়িত। শত মানৱীয়। প্ৰাণ,-
ৰসময়ী ভক। তিৰ মহাগীতি।
শুনাই, শিকাই,। বিগলিত কৰি-।
লীলা-গতি ধৰি। কৰিলা মহাপ্ৰস্থান।
(আৱিৰ্ভাৱ-তিৰোভাৱ, অনুভূতি, পৃ ৪২)

৩। তোমাৰে বুকেদি। আহিল সোৰকি।
জগৎ-জ্যোতি। জগতোপাস্য,
(ভাদ্ৰ বৰণ, অনুভূতি, পৃ ৪৩)

৪। শিলৰ বুকুত। বলেৰে গৰকি,
স্নেহ, মধুৰ,। সখ্য, দাস্য,
ৰস ঢালি দিলে। বিশ্ব বিভোৰ। কৰি।
(ঐ, পৃ ৪৩)

৫। বিয়াকুল হ'ল। যি ৰস বিচাৰি। মাধৱ, শ্ৰীৰাম,। হৰি,
সংসাৰ ফলৰ। মিঠাৰ মূৰত। লাথি-চৰ মাৰি। এৰি-,
(আৱাহন, অনুভূতি, পৃ ৪৫)

৬। তযু সৃষ্টিৰ। স্বচ্ছতা
ঘোলা কৰি,।
মহা-মহত্বৰ। উচ্চতা
ঢাকি ধৰি,।
(গঢ়া কৰি মোক ঝাড়ুদাৰ, অনুভূতি, পৃ ৫৬)

৭। সত্য-সাম্য, । পৱিত্ৰতাৰ, ।
সংযমাপ্লুত । নিহিংসতাৰ, ।
সোণৰ ভেটিত । জয়-জয়কাৰ ।
তুলিব সমাজ গঢ়ি ।
(আকাংক্ষা, অনুভূতি, পৃ ৬১)

৮। মাটি-ঘৰ তেন্তে । কাৰ ?
মাটিৰ জীৱৰ । নাই যদি তাত । বাচি থকা অধি । কাৰ,
(মাটিৰ দেহা মাটিত মিলক, অনুভূতি, পৃ ৭৩)

৯। প্ৰহলাদ, নৰক, । বলি, ভীষ্মক, । ভাস্কৰ, ভগ । দত্ত, বাণ,
ৰুদ্ৰ, লাচিত, । জয়া, গদা, চিলা, । নৰ-নাৰায়ণ । মহান প্ৰাণ,
শংকৰ, সৰস্বতী (সৰস্ । সতী), দামোদৰ, । মাধৱ কন্দলি । পুৰুষোত্তম
মোৰে পো-নাতিৰ । জ্ঞান-বীৰত্ব । গৰিমাৰে হৈ । অননুপম,
(মই আছোঁ-মই আছোঁ, অনুভূতি, পৃ ৮০)

১০। গোটেই জগত । হ'ব সুবিমল । শুদ্ধ,-
উতলা বোৰেবে । আনল'কে চাই ।
নৱৰ কাৰণ । মৰিবলৈ হৈ/ক্ৰুদ্ধ
(মই বিপ্লৱী-মই তাণ্ডৱী, অনুভূতি, পৃ ৯৪)

১১। ময়ে মোৰ দৰ্শন, । ময়ে মোৰ বিজ্ঞান,
ময়ে মোৰ সত্য, । ময়ে মোৰ তত্ব,
ময়ে মোৰ কাব্য । সাহিত্য,
ময়ে মোৰ সীম, । অপাৰ, অসীম,
আদি-অন্তহীন, । নিবিড় নীলিম,
ময়ে মোৰ শাশ্বত । বিত্ত ।
(যা যা সকলো গুচি যা, অনুভূতি, পৃ ৯৮)

১২। অপৰিচ্ছন্ন, । ধুৱঁলি-কুৱঁলি ।
স্পষ্ট স্থিৰতা । একোতো নাই,
চিৰন্তনাকুল । জীৱন-পথিকে ।
শান্তি লভিব । কিৰূপ চাই ?
(নিকাৰ নতুন সৃষ্টি গজক, অনুভূতি, পৃ ১০৫)

উপৰোক্ত দৃষ্টান্তসমূহৰ নিম্নৰেখ শব্দবিলাকৰ হলন্ত অক্ষৰৰ প্ৰসাৰণমাত্ৰিক উচ্চাৰণ আদৰ্শ অনুসৃত নোহোৱাত ছন্দ ৰীতিদুষ্ট হৈছে। এই প্ৰসংগত ৩ আৰু ৪ নম্বৰ উদাহৰণ দুটাৰ 'জ্যোতি' আৰু 'স্নেহ' শব্দদুটাত যি দীৰ্ঘ স্বৰান্ত অক্ষৰৰ মাত্ৰিক প্ৰসাৰণ ঘটিছে, সি ৩ নম্বৰ দৃষ্টান্তটোৰ ক্ষেত্ৰত যিমান খাটে, ৪ নম্বৰৰ ক্ষেত্ৰত সিমান নাখাটে। উচ্চাৰণানুগ মাত্ৰাযোজনাই আধুনিক ছন্দৰ প্ৰধান কাম, সেই ফালৰ পৰা উদাহৰণ দুটা ত্ৰুটিমুক্ত নহয়। ধ্বনিপ্ৰধান ছন্দৰ সুনিৰ্দিষ্ট মাত্ৰাদৰ্শৰ ক্ষেত্ৰত এই সকলো ব্যভিচাৰী দৃষ্টান্তই নিঃসন্দেহে এয়ে প্ৰমাণ কৰে যে উক্ত ছন্দ-নীতিৰ মাত্ৰাবিধিত যি মধ্যযুগীয় ৰক্ষণশীলতাৰ ঐতিহ্য বৰ্তমান, তাৰ পৰা অম্বিকাগিৰী ৰায়চৌধুৰী সম্পূৰ্ণভাৱে মুক্ত হ'ব নোৱাৰিলে। আনকি বিংশ শতিকাৰ



দ্বিতীয় দশকত ধ্বনিপ্ৰধান ছন্দৰ যথাৰ্থ স্বৰূপ আৰু বৈশিষ্ট্য সম্পৰ্কে মোটামুটি অৱহিত হ'লেও তেওঁৰ অৱচেতন মনত প্ৰাচীনৰ প্ৰতি থকা দুৰ্বলতা কবিৰ ৰক্ষণ-শীলতাৰেই পৰিচায়ক। যিবিলাক কৱিতাৰ পৰা ওপৰৰ উদাহৰণবিলাক গ্ৰহণ কৰা হৈছে, সিবিলাকৰ ৰচনাকাল-সীমা ১৯১১ৰ পৰা ১৯৫৪ চনলৈ বিস্তৃত। কাজেই, এই ৰীতিদুষ্ট পংক্তিবিলাক আকস্মিক নহয়, বৰং এনে কথা ভবাই যুক্তিযুক্ত হ'বৰ যে কবিয়ে তেওঁৰ প্ৰায় সমগ্ৰ জীৱনটো ধ্বনিপ্ৰধান ছন্দত হলন্ত আৰু যৌগিক অক্ষৰৰ প্ৰসাৰণমাত্ৰিক উচ্চাৰণৰ বিষয়ে তেওঁৰ অৱচেতন মনৰ দ্বিধা সম্পূৰ্ণভাৱে অতিক্ৰম কৰিব পৰা নাই। আৰু এই প্ৰৱণতা, পৰৱৰ্তী কালৰ ষষ্ঠ বা সপ্তম দশকৰ অতি আধুনিক কাব্যতো আদৰ্শ ধ্বনিপ্ৰধান ছন্দৰ পৰিক্ৰমাত মাজে মাজে দিগভ্ৰষ্ট হৈছে।

**শ্বাসাঘাত প্ৰধান ছন্দঃ**

অম্বিকাগিৰীৰ ৰচনাত এই ছন্দৰীতিৰ প্ৰধান বিশেষত্ব এয়ে যে কবিয়ে আলোচ্য লৌকিক ৰীতিৰ ছন্দক লঘু ভাৱনা-কল্পনাৰ মাজত সীমাবদ্ধ নাৰাখি উন্নত ভাৱ-গম্ভীৰ কাব্যবিষয়ৰ মাধ্যমৰূপে গণ্য কৰিছে। গতিকে ক'ব পাৰি, বহকাল প্ৰচলিত চহা কৱিতাসমূহৰ অনভিজাত অস্তিত্বক তেওঁ কাব্যৰ স্বমহিমাৰে কিছু অভিজাত্যৰ গৌৰৱ আনি দিছে। এই বিষয়ত তেওঁ আধুনিক অসমীয়া কাব্যত ৰত্নকান্ত বৰকাকতীৰ সমগোত্ৰীয়। শ্বাসাঘাত প্ৰধান ছন্দক উন্নত ভাৱৰ বাহনৰূপে গ্ৰহণ কৰাৰ ক্ষেত্ৰত ৰত্নকান্ত বৰকাকতীয়েই পথিকৃৎ।

সহজ ৰূপত গভীৰ ব্যঞ্জনা সৃষ্টিত অম্বিকাগিৰীৰ সাফল্যসূচক প্ৰয়াস তেওঁৰ ১৯১৪ চনত ৰচনা কৰা 'আত্মদান' নামৰ কৱিতাটোত পোৱা যায়। কৱিতাটোৰ কেইটামান শাৰী উদ্ধৃত কৰা হ'লঃ

কোন সৰগৰ । সুধাৰ আধাৰ । লুটি,
কোন অৰুণৰ । উৰণ-দোলাত । উঠি,
কোন গগনৰ । গড় পাৰ হৈ । আহি পালা । তুমি,
কোন অমৰাত । নিশা খপি । কিহৰ সুধা । চুমি,
আহা! কি বিমোহন । তৃপ্তিৰ তেজ । বইছে মুখত । ফুটি!
(আত্মদান, অনুভূতি, পৃ ১৭)

'আহা' শব্দটো অতিপৰ্ব। অন্য ঠাইত পংক্তিৰ প্ৰায় প্ৰতিপৰ্বতে শ্বাসাঘাতযুক্ত চতু-ৰ্মাত্ৰিক পৰ্বৰ উপস্থিতি লক্ষ্য কৰা যায়। এই দৰে কৱিৰ অনুভূতি কাব্যগ্ৰন্থৰ 'সমি-ধান', 'অভিসাৰ আহ্বান', 'চুমাবৰণ,' 'তন্দ্ৰাভংগ'ৰ অংশবিশেষ, 'আগত', 'লীলাৰহস্য,' 'মহোৎসৱ', 'উদাস প্ৰশ্ন', 'মানৱায়তন', 'জাগ বেথা মোৰ জাগ', 'উদ্দীপনা', 'মোৰেই হ'ব জয়', 'প্ৰয়োজনৰ ভগৱানেই পূৰ্ণ ভগৱান', 'মোৰ আনন্দময় অভিষেক', 'নাই জিৰণি-কেৱল চলি যোৱা' প্ৰভৃতি কৱিতা শ্বাসাঘাতপ্ৰধান ছন্দত ৰচিত।

গতিকে এই সিদ্ধান্তই সুসংগত হ'ব, যদি কোৱা যায়, বিংশ শতাব্দীৰ দ্বিতীয় দশকতে আধুনিক ধ্বনিপ্ৰধান ছন্দৰীতিৰ প্ৰতিষ্ঠাত প্ৰায় একেই সময়ত ৰত্নকান্ত-অম্বিকাগিৰী প্ৰমুখ্যে কৱিসকলৰ সযত্ন প্ৰয়াসত শ্বাসাঘাত প্ৰধান ছন্দ উন্নত ভাৱৰ বাহন হিচাপে অসমীয়া কাব্যত সুপ্ৰতিষ্ঠিত হয়। এই প্ৰসংগত অম্বিকাগিৰী ৰায়-চৌধুৰীৰ কৱিতাৰ কেইটামান উদ্ধৃতি লক্ষ্যনীয়। যথা-

১। সেইযে তোমাৰ ।
অৱহেলাৰ ।
আৰ্তনাদত । উচাপ খোৱা ।
দীন-দৰিদ্ৰ । হতাশ হৃদয় । খন- ॥
তোমাৰ লগত ।
তাৰ ভিতৰত ।
স্বত্ব মোৰো । কোচাই লোৱা,- ।
ধৰক আশাৰ । সুন্দৰতৰ ঠন । ॥
(আগত, অনুভূতি, পৃ ৩১)

২। যি ফালেদি । ফুল ফুলে মোৰ, ।
সেই ফালেদি । চলে তোমাৰ । গন্ধ,- ॥
যিথিনিত মোৰ । গীত পৰে ওৰ, ।
তাতেই তোমাৰ । জীৱনো হয় । বন্ধ । ॥
(লীলা-ৰহস্য, অনুভূতি, পৃ ৩৫)

৩। অন্তৰায়ৰ । দুৰ্গ-প্ৰাচীৰ
অভ্ৰভেদী, । ভীতিদায়ক,
দুৰ্জয় দুৰ্- । লংঘ্য যি হ'ক,-
-আত্মনাশী । পাপৰ শিবিৰ
আত্মবলৰ । অস্ত্ৰ হানি । হলাই দে,- । হলাইদে,-
(উদ্দীপনা, অনুভূতি, পৃ ৭৫)

প্ৰধানতঃ যতি স্বাচ্ছন্দ্যৰ অভাৱত অম্বিকাগিৰীৰ ৰচনাত স্বৰবৃত্ত মুক্তক বা অসমপংক্তিক প্ৰৱহমান শ্বাসাঘাতপ্ৰধান ছন্দৰ দৃষ্টান্ত নাপাওঁ ।

অম্বিকাগিৰীৰ তিনিওটা ৰীতিৰ ছন্দতে অন্ত্যমিলৰ আদৰ্শ নিখুঁত নহয়। বিশেষকৈ, মাধুৰী-লাহৰী, এটি-গতি, বননি-বিননি, জুৰণি-পোৰণি ইত্যাদি মিলক প্ৰথম শেণীৰ মিল বুলি ক'ব নোৱাৰি । অৱশ্যে, তুলনামূলক বিচাৰত অম্বিকাগিৰী তেওঁৰ পূৰ্ববৰ্তীসকলতকৈ ছন্দৰ ক্ষেত্ৰত অন্ত্যমিলৰ সৌন্দৰ্য সম্পাদনত বহু বেছি সচেতন।

# ৰায়চৌধুৰীৰ কৱিতাত ৰহস্যৱাদ

হৰিনাথ শৰ্মাদলৈ

ঐশ-অনুগ্ৰহ লাভৰ কাৰণে দেৱতাৰ চৰণত ভক্তই স্বগাত্ৰ-ৰুধিৰাংগ নিৱেদন কৰাৰ একাধিক উদাহৰণ ভাৰতীয়-সংস্কৃতিত আছে। 'সপ্ত দ্বীপৰ অধীশ্বৰ' নৃপমণি সুৰথ আৰু আঢ্যৱন্ত বণিকপ্ৰধান সমাধিয়ে যথাক্ৰমে নিজৰ শক্তি আৰু স্বজনৰ প্ৰেম-প্ৰীতিৰ কাঙাল হৈ আদ্যাশক্তি মহামায়াৰ অনুগ্ৰহ প্ৰাৰ্থনা কৰিছিল স্বগাত্ৰ-ৰুধিৰাংগ উপচাৰৰূপে তেওঁৰ চৰণত নিৱেদন কৰি।[1] বিবাহ-স্থলীতে সৰ্পভয়ত লখীন্দৰ অচেতন হৈ ঢলি পৰাত শক্তিৰ কাঙালী বেউলা সতীয়ে ঐশীকৃপাৰ কাৰণে দেৱীক অৰ্চনা কৰিছিল নিজৰ বিভিন্ন অংগ কাটি উপচাৰৰূপে তাক আগবঢ়াই।[2] প্ৰেমিকৰূপে বিশেষ ত্ৰুটি নথকা, অথচ প্ৰেমৰ কাঙাল শক্তিমন্ত চফল ডেকাই নিজেই নিজৰ হাতৰ আঙুলি কাটি সেই ৰুধিৰাংগ প্ৰেমিকাক নিৱেদন কৰি তেওঁৰ প্ৰণয় প্ৰাৰ্থনা কৰা দৃষ্টান্ত কিন্তু অনন্যসাধাৰণ। অম্বিকাগিৰী ৰায়চৌধুৰীয়েই ইয়াৰ একমাত্ৰ দৃষ্টান্ত। প্ৰেমৰ আৰাধনাত এই অসাধাৰণ উপচাৰ-নিৱেদন প্ৰেমিকাৰ প্ৰতি ৰায়চৌধুৰীৰ অতলস্পৰ্শী প্ৰেমৰ পৰিচায়ক।

এই জাগতিক প্ৰেম কেনেকৈ আৰম্ভ হ'ল, কেনেকৈ ক্ৰমে গভীৰ আৰু প্ৰশস্ত হৈ উঠিল আৰু শেষত কেনেকৈ ই ব্যৰ্থ হ'ল--ৰায়চৌধুৰীয়ে নিজেই এই কথা লিখি গৈছে।[3] তাৰ পৰা জনা যায়, ১৭ বছৰ বয়সতে ৰায়চৌধুৰীয়ে এজনী কিশোৰীৰ প্ৰতি স্বগাত্ৰ-ৰুধিৰাংগযুক্ত উপকৰণৰ সৈতে প্ৰেমৰ নৈবেদ্য নিবেদন কৰিও সফল নহ'ল। ফলত, সেই কিশোৰীৰ স্মৃতিয়ে ৰায়চৌধুৰীৰ ভাৱ-জগতত তুলিলে এক অভূতপূৰ্ব আলোড়ন। সেই ভাৱ সাগৰত উটি বুৰি লাভ কৰা অভিজ্ঞতাই 'তুমি' আৰু 'বীণা' কাব্যৰ প্ৰেৰণা।'[4] সেয়েহে ক'বলৈ নিঃসন্দেহ, অন্যতম ৰহস্যৱাদী কৱিৰূপে আমাৰ সাহিত্যত প্ৰতিষ্ঠা লাভ কৰা ৰায়চৌধুৰী মূলতঃ প্ৰেমৰেই কৱি; অতীন্দ্ৰিয়ভাৱৰ পূৰ্ণতালৈ আগবাঢ়ি যোৱা 'তুমি' আৰু 'বীণা' কাব্য, আৰু লগতে 'অনুভূতি'ৰো অন্তৰ্গত কিছুমান কৱিতাৰ আধাৰভূমি উক্ত প্ৰেমৰেই প্ৰতিক্ৰিয়া। ব্যক্তিবিশেষৰ ক্ৰিয়াশীল-ভাৱানুভূতি অতীৱ প্ৰবল; ই প্ৰতিহত হ'লে, নাইবা সীমাৰ মাজতে সফল নহ'লে, স্বাভাৱিকতে অসীমমুখী হয়। অসীমত বিশ্বাসী আৰু বোধদৃষ্টি বা অন্তৰ্দৃষ্টিসম্পন্ন লোকে তেতিয়া অসীমৰ মাজত সসীমৰ, অৰূপৰ মাজত ৰূপৰ সকলো সুখ-সম্ভোগ উপভোগৰ বাসনা পৰিপূৰণ কৰিব পাৰে। তেতিয়া তেওঁ যি পৰম আনন্দত বিভোৰ হয়, সেই আনন্দ কোনো জাগতিক বৈচিত্ৰ্য বা খণ্ড-সৌন্দৰ্যৰ যোগেদি পোৱা নাযায়। উপনিষদৰ ঋষিয়ে এই সত্য ঘোষণা

১। শ্ৰীশ্ৰীচণ্ডী, অধ্যায় ১৩
২। সুকনানী
৩। 'তুমি'ৰ উৎস, মোৰ জীৱন ধুমুহাৰ এছাটি
৪। 'তুমি'ৰ উৎস, মোৰ জীৱন ধুমুহাৰ এছাটি

কৰি গৈছে—যোৱৈ ভূমা তৎ সুখম। নাল্পে সুখমস্তি। ভূমৈৱ সুখম্।[৫] নৱ-যৌৱন-কালৰ উল্লিখিত প্ৰেমৰ উদ্বেলিত-সৰোবৰ-নিঃসৃত ৰায়চৌধুৰীৰ কাব্য-প্ৰৱাহ আধ্যাত্মিকতাৰ ধাত-বৃষ্টিৰে ক্ৰমশঃ প্ৰশস্ত-পৰিপুষ্ট হৈ যে শেষত অনন্ত-সমুদ্ৰত মিলি গৈছে, এই কথা কৱিয়ে স্পষ্টভাৱে কৈ গৈছে ঃ 'মনৰ মাজৰপৰা এইখন (তুমি) কি ওলাই পৰিছে ক'ব নোৱাৰোঁ; কিন্তু এইটো হ'লে ভালকৈ জানো যে বিশৃংখল গতিত গৈ থকা জীৱনৰ প্ৰথম ভাগৰ উদ্ভ্ৰান্ত প্ৰেমটোৱে শেষত সমজাতীয় সহানুভূতি আৰু অনুভূতিৰ ভিতৰেদি প্ৰকৃতিৰ উদাৰ-সৌন্দৰ্য অতিক্ৰম কৰি, বিৰহ-অভিমান আদি নানা অৱস্থাৰ মাজেদি সকলোবিলাক আসক্তিৰ হাত এৰাই অনন্তৰ লগত সান-মিহলি হৈ পৰে।[৬] ক'ব পৰা যায়—ৰায়চৌধুৰীৰ কাব্য-ৰূপ তেওঁৰ সসীমকেন্দ্ৰী প্ৰেমৰ উৰ্ধগতি আৰু অসীমত ইয়াৰ লয়প্ৰাপ্তিৰ ৰূপায়ণ। এই কথা পূৰ্ণমাত্ৰাই সাৰ্থক হৈছে বিশেষকৈ 'তুমি' কাব্যৰ ক্ষেত্ৰত।

জ্ঞেয় বা ইন্দ্ৰিয়গ্ৰাহ্য বস্তুৰ বিপৰীতে আৰু এক ইন্দ্ৰিয়াতীত দুৰ্জ্ঞেয় বস্তু বা শক্তি আছে। এই দুৰ্জ্ঞেয় বস্তুক ইংৰাজীত বোলা হয় 'Mystery'। ধ্যান আৰু আত্মসমৰ্পণৰ দ্বাৰা এই দুৰ্জ্ঞেয় বস্তুত অৰ্থাৎ পৰম তত্ত্বত গৈ জীৱ (মানুহ) মিলিব পাৰে বা লয় হ'ব পাৰে। এই বিশ্বাসকেই সহজভাৱত বোলা হয় ৰহস্যৱাদ বা অতীন্দ্ৰিয়ৱাদ (Mysticism)। Oxford Dictionary এ Mysticismৰ যি সত্ৰ দিছে, তাৰ অৰ্থও উক্ত ভাৱৰ অনুৰূপ।[৭]

'আব্ৰহ্ম স্তম্ব পৰ্যন্ত', অৰ্থাৎ ব্ৰহ্মাৰ পৰা তৃণ পৰ্যন্ত মহৎ-সামান্য, ডাঙৰ-সৰু সকলো বৈচিত্ৰ্য আৰু পদাৰ্থৰ মাজতেই পৰম শক্তি নিহিত আছে। সেয়েহে উপনি-ষদে কৈছে—'সৰ্বং খল্বিদং ব্ৰহ্ম'। গীতা-শাস্ত্ৰতো ভগৱান শ্ৰীকৃষ্ণই এই তত্ত্ব প্ৰচাৰ কৰিছে। তেওঁ কৈছে—কেউপিনে উৰি ফুৰা মহাবায়ু যেনেকৈ আকাশত অসংগ-ভাৱে অৱস্থান কৰে, ঠিক তেনেকৈ সকলো ভূত সৰ্বব্যাপী আৰু অসংশ্লিষ্ট মোতেই (ভগৱানত) অৱস্থিত।[৮] সেই পৰম শক্তি সৰ্বভূততেযে আত্মাৰূপে অৱস্থিত হৈ আছে, সেই কথা গীতাশাস্ত্ৰই কেইবা ঠাইতো[৯] কৈছে। পৰম-শক্তি সকলো ভূত-ৰেই আত্মা,[১০] সেই শক্তি চৈতন্যৰূপে সমস্ত জগদ্ব্যাপী আছে।[১১] সেই শক্তিয়েই

---

৫। ছান্দোগ্যোপনিষৎ, ৭।২৩।৫৫৯।১

৬। 'তুমি'ৰ প্ৰথম সংস্কৰণৰ পাতনি

৭। Teaching and belief that knowledge of God and of real truth may be obtained through meditation or spiritual insight, independently of mind and the senses.

৮। যথাকাশস্থিতো নিত্যং বায়ুঃ সৰ্বত্ৰগো মহান
তথা সৰ্বাণি ভূতানি মৎস্থানীত্যুপধাৰয় ॥ (৯।৬)

৯। যো মাং পশ্যতি সৰ্বত্ৰ সৰ্বং চ ময়ি পশ্যতি। (৬।৩০)
অহমাত্মা গুড়াকেশ সৰ্বভূতাশয়স্থিতঃ। (১০।১০)

১০। অহমাত্মা গুড়াকেশ সৰ্বভূতাশয়স্থিতঃ। (গীতা, ১০।২০)

১১। যা দেৱী সৰ্বভূতেষু চেতনেত্যভিধয়তে। (চণ্ডী, ৫।১৭)
চিতিৰূপেণ যা কৃৎস্নমেতদ্ব্যাপ্যস্থিতা জগৎ। (চণ্ডী, ৫/৭৮)



সমস্ত ভূত-পদাৰ্থ, অৰ্থাৎ সমস্ত সৃষ্টিকেই নিয়ন্ত্ৰণ কৰি ৰাখিছে।[১২] পৰিদৃশ্যমান জগতৰ ডাঙৰ-সৰু সকলো বৈচিত্ৰ্য বা পদাৰ্থকেই পৰম-শক্তি বা ভগৱানৰ ডাঙৰ-সৰু অংশবিশেষ বুলিও ধৰি ল'ব পৰা যায়। কিয়নো, একুৰা প্ৰকাণ্ড অগ্নিৰ পৰা ছিটিকি অহা ফিৰিঙতিবোৰত অগ্নিৰ দাহিকাশক্তি নিহিত থকাৰ দৰে এই সকলো ভূত-পদাৰ্থতেই পৰম শক্তিৰ গুণ নিহিত আছে। এই দৃষ্টিকোণৰপৰা সমস্ত জগতকেই ভগৱানৰ প্ৰতীক বুলি ক'ব পৰা যায়। এই প্ৰতীক কিন্তু আংশিকহে।[১৩] যদিও মানুহ মাত্ৰেই সামান্যভাৱে হ'লেও পৰম শক্তিৰ গুণৰ অধিকাৰী, তথাপি সকলোৱে অনুভৱ কৰিব পাৰে যে বিশ্বৰ সকলো ভূত-পদাৰ্থৰ ভিতৰত পৰম শক্তি বিৰাজমান, তেওঁলোক নিজেও সেই শক্তিৰ অতীৱ ক্ষুদ্ৰ কণিকাৰ অধিকাৰী আৰু সেই শক্তিৰ বিকাশ সাধনৰ যোগেদি তেওঁলোকৰ জীৱাত্মাও গৈ পৰম-শক্তিত মিলিব পাৰে। উল্লেখযোগ্য কথা, পঞ্চভৌতিকদেহ বিনষ্ট হোৱাৰ পাছত সূক্ষ্মশৰীৰ (মন, বুদ্ধি, দশেন্দ্ৰিয় আৰু পঞ্চবায়ুৰ দ্বাৰা নিৰ্মিত) লৈ জীৱ বাহিৰ হয় আৰু পূৰ্বজন্মৰ ভাল-বেয়া কৰ্মানুসৰি পুনৰ স্থূল-দেহ লৈ জন্মগ্ৰহণ কৰে। পাছৰ জন্মবিলাকত পূৰ্বজন্মৰ মন, বুদ্ধি, ধৰ্মাধৰ্মাদি সংস্কাৰ ৰৈ থাকে।[১৪] মানুহ জন্মাৰ্জিত সংস্কাৰৰ দ্বাৰা যিমানেই অধিক পৰিপুষ্ট, সিমানেই তেওঁৰ অন্তৰত ঐশী-শক্তিৰ বিকাশো অধিক। এইদৰে পূৰ্বজন্মৰ সংস্কাৰত সংস্কৃত আৰু দৈৱী-সম্পদযুক্ত কম সংখ্যক লোকেহে এই ধৰণৰ বিশ্বাস আৰু অনুভৱৰ মাজেদি উৰ্ধ-গতিত ক্ৰমে আগবাঢ়ি যাব পাৰে। ইয়াৰ ভিতৰতো আকৌ পৃথিৱীৰ ভিতৰতে আঙুলিৰ মূৰত লেখিব পৰা দুই এজন ক্ষণজন্মা পুৰুষেহে পৰমসত্তাৰ সৰ্বব্যাপক অৱস্থিতি পূৰ্ণমাত্ৰাত অনুভৱ কৰিব পাৰে। তেনে লোকৰ ধ্যানমগ্ন-দৃষ্টিয়ে নানাত্বৰ পৰিৱৰ্তে জগদ্ব্যাপী দেখিবলৈ পায় কেৱল পৰমসত্তাৰ জ্যোতিৰ্ময় ৰূপ। এইদৰে সৰ্বব্যাপকৰূপে পৰম সত্তা বা পৰমশক্তিৰ অৱস্থিতি, জীৱ মাত্ৰতে সেই শক্তিৰ কণিকা নিহিত, সেই শক্তিৰ ক্ৰমবিকাশৰ যোগেদি পৰম শক্তিৰ লগত জীৱৰ সান্নিধ্য লাভ আৰু পৰমসুখপ্ৰাপ্তি, সৰ্বশেষত পৰমাত্মাৰ লগত জীৱাত্মাৰ মিলন—এনেকুৱা বিশ্বাস আৰু উপলব্ধিকেই বোলা হয় ৰহস্যৱাদ। আকৌ, উল্লেখ কৰিবলগীয়া প্ৰাসংগিক কথা এই যে ৰহস্যৱাদীয়ে যি অনুভূতিৰে পৰম সত্তাক উপলব্ধি কৰে,

---

১২। ঈশ্বৰঃ সৰ্বভূতানাং হৃদ্দেশেহৰ্জুন তিষ্ঠতি।
ভ্ৰাময়ন্ সৰ্বভূতানি যন্ত্ৰৰূঢ়ানি মায়য়া ॥ (গীতা, ১৮।৬১)
বিদ্যাসু শাস্ত্ৰেষু বিবেকদীপে
ষ্বাদ্যেষু ৰক্যেষু চ কা ত্বদন্যা।
মমত্বগৰ্তেতি মহান্ধকাৰে
বিভ্ৰাময়ত্যেদতীৱ বিশ্বম্ ॥ (চণ্ডী, ১১।৫১)

১৩। বিষ্টভ্যাহমিদং কৃৎস্নমেকাংশেন স্থিতো জগৎ। (গীতা, ১০।৪২)
সৰ্বাশ্ৰয়া খিলমিদং জগদংশভূতম্। (চণ্ডী, ৪।৭)

১৪। মমৈবাংশো জীৱলোকে জীৱভূতঃ সনাতনঃ।
মনঃষষ্ঠানীন্দ্ৰিয়ানি প্ৰকৃতিস্থানি কৰ্ষতি ॥
শৰীৰং যদবাপ্নোতি যচ্চাপ্যুৎক্ৰামতীশ্বৰঃ।
গৃহীত্বৈতানি সংযাতি বায়ুৰ্গন্ধানিৱাশয়াৎ ॥ (গীতা, ১৫।৭,৮)

সি বিশেষ দৈৱী-অনুভূতি। ইয়াক বোধদৃষ্টি, দিব্যদৃষ্টি বা অন্তৰ্দৃষ্টি বুলিব পাৰি। গীতা-শাস্ত্ৰই কৈছে--দৈৱী-সম্পদ মোক্ষৰ কাৰণ, অৰ্থাৎ দৈৱী-সম্পদ লৈ জন্মগ্ৰহণ কৰা লোকে পৰমসত্তাৰ লগত মিলিব পাৰে--'দৈৱী-সম্পদ্বিমোক্ষায়' (১৬।৫)। ইয়াৰ এঠাইত[১৫] দৈৱী-সম্পদ লৈ জন্মগ্ৰহণ কৰা লোকৰ ২৬টা গুণ আৰু আন ঠাইত[১৬] জ্ঞানীৰ লক্ষণ হিচাপে প্ৰায় সমাৰ্থক কুৰিটা গুণৰ কথা কোৱা হৈছে। যেনে--অভীৰুতা, ব্যৱহাৰকালত পৰৱঞ্চন আৰু মিথ্যাকথনবৰ্জন, জ্ঞান আৰু যোগত নিষ্ঠা, দান, সংযম, শাস্ত্ৰবিহিত যজ্ঞ, স্বাধ্যায়, সৰলতা, সত্য, তেজ, অবৈৰ-ভাৱ, অনভিমান, ক্ষমা, ভগৱদ্ভক্তি ইত্যাদি।

ৰায়চৌধুৰীৰ জীৱন-চৰিত্ৰ অতীৱ বিচিত্ৰ। জীৱনভৰ তেওঁ আছিল কৰ্ম-প্ৰেৰণাত অক্লান্ত, দেশপ্ৰেমত অকপট, জাতীয়তাবোধত অসাধাৰণ আৰু মুক্তিযুদ্ধত নিৰ্ভীক। যিজন লোক এনেকুৱা ভাৱতৰংগবোৰত উদ্বেলিত হৈ নানা সংঘাত-সমস্যাৰ মাজেদিও অসমৰ মংগলৰ কাৰণে শংখধ্বনি তুলি জীৱনপাত কৰিছিল, সেইজনেই আকৌ সাহিত্য-সংস্কৃতিৰ সাধকৰূপে, বিশেষকৈ ৰহস্যৱাদী কৱি ৰূপে যি প্ৰতিষ্ঠা লাভ কৰিছে, এই কথা সাধাৰণ নহয়। কিয়নো, ৰহস্যৱাদৰ মূল কথা সমাধিস্থ-ভাৱ (meditation); চিন্তাধাৰা একৰুভাৱে অন্তৰ্মুখী নহ'লে এই বিষয়ত মানুহে সাধাৰণতে নিৰ্দিষ্ট স্থান লাভ কৰা টান। বিপৰীতমুখী বহু চিন্তাৰ মাজতোযে চৌধুৰীৰ বোধদৃষ্টি পৰম সত্তাৰ উপলব্ধিৰ ফালে আগবাঢ়িব পাৰিছিল, তাৰ প্ৰধান কাৰণ হিচাপে ক'ব পৰা যায়--তেওঁ আছিল বহু পৰিমাণে দৈৱীসম্পদৰ অধিকাৰী। অভীৰুতা, পৰৱঞ্চনবৰ্জন, মিথ্যাকথন-ত্যাগ আদি ওপৰত কোৱা গুণবোৰৰ তেওঁ আছিল অধিকাৰী। মহাপুৰুষ শংকৰ-মাধৱৰ পদ-ৰজ-পৱিত্ৰ আৰু ধৰ্মীয়-ভাৱৰ বাত-বৃষ্টিৰে শীতল বৰপেটা ধামৰ এটা উচ্চ পৰিয়ালত জন্ম-লাভ কৰিছিল ৰায়চৌধুৰীয়ে। আধ্যাত্মিকতাৰ দিশত সৰুকালতে তেওঁৰ মন যে নিৱেশিত হৈছিল এই কথা ৰায়চৌধুৰীয়ে নিজেই লিখিছে--'মোৰ মাতৃদেৱীৰ শিক্ষাত ৬।৭ বছৰ বয়সতে মই কীৰ্তন-ঘোষা, নাম-ঘোষা, বৰগীত আদি শুৱলা সুৰেৰে গোৱাত এনে পাৰ্গত হৈ উঠিছিলোঁযে, বৰপেটাৰ দক্ষিণহাটীৰ আত্মীয় প্ৰায়বোৰ পৰিয়ালৰ বছৰেকীয়া তিথি-সভাত পুথি পঢ়ি সন্তোষ দি প্ৰসাদৰ শৰাই ল'বলৈকে মই আগ্ৰহেৰে নিমন্ত্ৰিত হৈছিলোঁ। এনেকি, মোৰ শুৱলা সুৰৰ কীৰ্তন-ঘোষা, নাম-ঘোষা আৰু বৰগীতেৰে কোনো বেমাৰীক যন্ত্ৰণাৰ পৰা সকাহ পোৱাবলৈও মই আদৰেৰে নিমন্ত্ৰিত হৈছিলোঁ আৰু প্ৰকৃততে বেমাৰীয়ে সকাহ পোৱাও দেখা গৈছিল।'[১৭] ৰায়চৌধুৰীৰ মাতৃ-ভক্তি, গুৰু-ভক্তি, গুৰুৱাদত বিশ্বাস আদিও এই প্ৰসংগত উলাই কৰিবলগীয়া মূঠেই নহয়। গতিকে ক'ব পৰা যায়, ৰায়চৌধুৰীৰ জীৱন-প্ৰৱাহ বলৱৎ কৰি তোলা অন্যতম সুঁতিৰূপে আধ্যাত্মিকতা আদি-অৱস্থাৰে পৰা স্পষ্টৰূপে দেখা যায়। আন এটা কথা এই যে, কৱিৰ নিজৰ উক্তিৰ পৰাই বুজা যায়, আধ্যাত্মিকতাৰ পূৰ্ণবিকাশ লাভ কৰা 'তুমি' কাব্যখন ১৯০৭ চনত নহ'-

১৫। গীতা, ১৬।১-৩

১৬। গীতা, ১৩।৮--১২

১৭। মোৰ জীৱন ধুমুহাৰ এছাটি, পৃঃ ২৭



লেও ১৯০৮ চনৰ ভিতৰতেই ৰচিত।[১৮] আকৌ, ৰহস্যৱাদৰ ভাৱেৰে পৰিপুষ্টি লাভ কৰা অন্যতম কাব্য 'বীণা'ই যিহেতু প্ৰথম প্ৰকাশ লভে ১৯১৬ চনত, ইয়ো উক্ত চনৰ আগে আগে ৰচিত। ৰায়চৌধুৰীৰ নিজৰ কথায়ো ইয়াক দৃঢ় কৰি তোলে--'ইংৰাজী ১৯০৮ চনৰ পৰা ১৯১৫ চনলৈ মোৰ ঘৰ বৰপেটাত মই জয়দ্ৰথ-বধ, ভক্ত-গৌৰৱ, কল্যাণময়ী, তুমি, বীণা, বেণু আৰু নানা গীত-পদ-প্ৰবন্ধ আদি এৰাধৰাকৈ প্ৰায় একে সময়তেই ৰচনা কৰাত লাগোঁ।[১৯]

ৰহস্যৱাদী কৱিৰূপে অম্বিকাগিৰীৰ আলোচনা কৰিবলৈ হ'লে তেওঁৰ 'তুমি' আৰু 'বীণা' কাব্যৰ উপৰি 'অনুভূতি'ৰ অন্তৰ্গত কিছুমান কৱিতাৰো প্ৰয়োজন।[২০] 'তুমি' তেওঁৰ শ্ৰেষ্ঠতম কাব্য--বিশেষকৈ আধ্যাত্মিকতাৰ ক্ষেত্ৰত। ওপৰতে কোৱা হৈছে যে এজনী কিশোৰীৰ প্ৰতি ৰায়চৌধুৰীৰ যি ইন্দ্ৰিয়গ্ৰাহ্য প্ৰেম ব্যৰ্থ হৈছিল, তাৰ স্মৃতিজনিত অনুভূতিৰ আলোড়নেই 'তুমি'ৰ স্বৰূপ। সাতটা ভাগ বা খণ্ডত ৰচিত তুমি কাব্যক সাতটা খোপ থকা আধ্যাত্মিকতাৰ জখলা বুলিব পাৰি। কোনো বস্তু অদৃশ্য হ'ল বুলিয়েই, নাইবা তাৰ স্থূল ৰূপ হেৰাল বুলিয়েই হিন্দু-দৰ্শনমতে সি নোহোৱা নহয়--সি চিৰ শাশ্বত-চিৰসুন্দৰৰ অনন্তৰূপৰ মাজত সোমাই থাকে--'নাভাৱো ৱিদ্যতে সতঃ।'[২১] দৈৱীসম্পদসম্পন্ন ৰায়চৌধুৰীৰো বিশ্বাস --'নাভাৱো ৱিদ্যতে সতঃ', তেওঁৰ ৰূপৱতী প্ৰেমিকা নোহোৱা হোৱা নাই--অৰূপৰ মাজতেই আন ৰূপত হ'লেও আছে। গতিকে অৰূপৰ সন্ধানতেই প্ৰেমিকাৰ সন্ধান পোৱা স্বাভাৱিক। এনেকুৱা দাৰ্শনিক ভাৱ-স্পন্দনৰ দ্বাৰা আলোড়িত প্ৰেমিক-কৱি উক্ত কাব্যৰূপী জখলাৰ প্ৰথম-পদক্ষেপত আৰোহণ কৰিছে। তেতিয়াও কিন্তু কৱিৰ মন ইন্দ্ৰিয়গ্ৰাহ্য-সৌন্দৰ্যপ্ৰয়াসী। কৱিৰ নিজৰ ভাষাতেই ক'বলৈ গ'লে তেওঁৰ 'প্ৰেম উদ্ভ্ৰান্ত'। সেয়েহে, অসীমৰ ক্ষুদ্ৰাংশৰ অন্তৰ্গত, সৌন্দৰ্যপ্ৰয়াসী মনে বিচৰা নাৰী-সৌন্দৰ্যৰ বিচিত্ৰ-ভংগিমাৰ মাজত 'তুমি'ৰ (ভগৱানৰ) সন্ধান কৰিছে এইদৰে ঃ

তুমি লাজৰ ৰাঙলী আভা
গাভৰুৰ গোলাপী গালত ;
০ ০ ০
তুমি মিলনৰ প্ৰথমতে
লাজুকীৰ কঁপি উঠা বুকু ;
০ ০ ০
তুমি ৰসৰ প্ৰতিমাখনি
সুন্দৰীৰ ৰসাল বুকুত ;
০ ০ ০
তুমি ডেকাৰ প্ৰাণত থকা
গুপুত হেপাহ বুজি পাই,
মিলনৰ বলিয়া বুকু
এৰি দিয়া ওচৰ চপাই।

১৮। 'তুমি'ৰ দ্বিতীয় সংস্কৰণৰ কথা।

১৯। মোৰ জীৱন ধুমুহাৰ এছাটি, পৃঃ ৩৬।

২০। 'বীণা'খন সময়মতে হাতত নপৰাত আলোচ্য প্ৰবন্ধৰ অন্তৰ্ভুক্ত নহ'ল।

২১। গীতা, ২।১৬

ইত্যাদি ধৰণে সকলো ৰূপ-ভংগিমাই ভগৱানৰ অভিব্যক্তি—'সকলো তুমিয়ে নাথ, জগতত দেখিছোঁ যিমান। ভাৱবিহ্বলচিত্তে কৱিয়ে কয়—'লোৱা এই অশ্রুটুপি ভেদি অহা মুগুধ পৰাণ'। পাছত তেওঁ জখলাৰ দ্বিতীয় পদক্ষেপলৈ আগবাঢ়ে।

দ্বিতীয় স্তৰত কৱিৰ ভাৱানুভূতি সূক্ষ্মতাৰ ফালে ঢাল খায়, বোধদৃষ্টি কিছু উন্মীলিত হয়। সেয়েহে স্থূল-সৌন্দৰ্যক অতিক্ৰম কৰি তাৰ পৰিৱৰ্তে শ্ৰেষ্ঠ গুণ, অৰ্থাৎ মাতৃ, ভগিনী আদিৰ অকৃত্ৰিম স্নেহৰ মাজত পৰমপুৰুষক দেখাৰ অৱকাশ লভে। উদাহৰণ ঃ

তুমি জননীৰ অন্তৰত
  সাদৰি সজাই থোৱা প্ৰেম;........

তুমি পুত্ৰৰ মংগল হেতু
অন্তৰৰ বীণখনি বাই,
  মংগলক আৰাধনা
নিতে কৰা মৰমৰ আই।.........

  দুৰ্দ্দান্ত স্বামীৰ কত
  সহি থাকি উগ্ৰ অত্যাচাৰ
  তুমি ভগা হিয়াখনি লৈ
  খোজা তাৰ মুকুতিৰ পাৰ।......

তুমি ভাই ভনী মিলি কৰা
  ফুলনিত সৰল ধেমালি। ইত্যাদি

'শ্ৰীমদ্ভগৱদগীতা'ত অৰ্জুনে নানান বৈচিত্ৰ্যপূৰ্ণ-স্বৰ্গমৰ্ত্যদিগ্‌ব্যাপক ভগৱানৰ বিৰাট ৰূপত তেওঁৰ (ভগৱানৰ) অসীমত্বৰ এটা ফাল দেখিবলৈ পাইছিল। এই বিৰাট ৰূপ কিন্তু অৰ্জুনে চৰ্মচক্ষুৰে দেখা নাই, তাৰ আগে আগে লাভ কৰিছিল দিব্যচক্ষু বা অপ্ৰাকৃত-জ্ঞানচক্ষু। আধ্যাত্মিকতাৰ সোপানাৰোহী ৰায়চৌধুৰীৰো জ্ঞানচক্ষু আৰু অধিক উন্মীলিত হয়, আৰু ক্ৰমে তৃতীয় স্তৰত গৈ উঠে। সেয়েহে, গীতাৰ বিশ্বৰূপৰ নিচিনা ইয়াতো কৱিয়ে 'তুমি'-ব্ৰহ্মৰ অসীমত্বৰ অংশস্বৰূপ বিৰাট-ৰূপ দেখিছে। এই ৰূপ আকাশ-পৃথিৱীজোৰা-অতীৱ বিচিত্ৰ-বহু ৰহস্য-তত্ত্বৰে পৰিপূৰ্ণ আৰু নিজ ঐশ্বৰ্য্যৰে দীপ্তিমান ঃ

তুমি কি বিশাল! কি বিৰাট!
  মহানীল সীমাহীন শূন্য;
তুমি কি গুৰু গূঢ় ৰহস্য!
  কি তত্ত্ব কৰিছা প্ৰতিপন্ন?......

তুমি ব্ৰহ্মাণ্ড আগুৰি থকা
  অন্তহীন তাৰকাৰ মালা;
  নিজৰ তেজেৰে নিজে
  পুৰি মৰা হৈ জ্বলা-কলা।

কৱিয়ে ইয়াত মূৰ্তৰ মাজত উপলব্ধি কৰিছে অমূৰ্তৰ ৰূপ। এই ৰূপ যিমানেই ব্যাপক নহওক, আপেক্ষিকভাৱে কিন্তু সীমিত ঃ

তুমি তোমাৰে বিচিত্ৰ ৰূপ
  মুহূৰ্তৰ অমূৰ্ত বুকুত,



তুমি অসীম সৌন্দৰ্যৰাশি
  বিকাশিছা নিচলা চুকত।

ভগৱান বিশ্বপ্ৰাণ; গতিকে কৱিয়ে অনুভৱ কৰিছে-এই ৰূপৰ লগতে গঁথা আছে কৱিৰো প্ৰাণ ঃ

মোৰ সতে গাঁথি দিছা
অন্তহীন বিশ্বৰ প্ৰাংগন।

তেওঁ 'অনন্ত প্ৰেমৰ খনি'। সেই প্ৰেমে কৱিকো কৰিছে উদ্‌বুদ্ধ। প্ৰশস্তবোধ দৃষ্টিৰ যোগেদি কৱিয়ে কেউপিনে দেখিছে ভগৱানৰেই ৰূপ ঃ

সকলোতে তোমাৰেহে
দেখা পাওঁ মংগল মুখনি।

এই বিৰাট ৰূপৰ প্ৰতি বিনম্ৰ চিত্তে কৱিয়ে অন্তৰৰ ভক্তি নিবেদন কৰিছে-'লোৱা ভক্তি অন্তৰৰ, মহা মূৰুখ পৰাণী।'

কৱিৰ অন্তৰ্দৃষ্টি ক্ৰমে গৈ আৰু অধিক তীক্ষ্ণ হৈ উঠে; তেতিয়া জখলাৰ চতুৰ্থ পদক্ষেপলৈ তেওঁ আগবাঢ়ে। এই স্তৰত তেওঁৰ হিয়াৰ দুৱাৰ মেল খায়, নতুন অলৌকিক আলোকে তেওঁৰ মন-প্ৰাণ আলোকিত কৰে ঃ

অনন্ত ৰহস্য ভৰা আলোকৰ সোঁত,
উজ্জ্বলাই দিয়া তুমি মনে মনে মোত।

কৱিৰ অন্তৰলৈ আহে এক অলৌকিক উপলব্ধি। তাৰ যোগেদি বুজিব পাৰিছে সৃষ্টিৰ ৰহস্য, সকলো জাগতিক বৈচিত্ৰ্য বিভ্ৰান্তিকৰ। আৰ্য-মনীষীয়ে 'নেতি-নেতি'-মতৱাদত আগবাঢ়িও 'তত্ত্বমসি' বুলি শেষত পৰম সত্তাক উপলব্ধি কৰে। উপনিষদৰ ঋষিৰ মৰ্মবাণী এই যে বাক্য, মন বা চক্ষুৰ দ্বাৰা সেই তত্ত্বক পোৱা নাযায়-তাক উপলব্ধি কৰিবলৈ হ'লে 'সেই বস্তু আছে' বুলি কোৱা গুৰুবাক্যত বিশ্বাস কৰাত বাহিৰে আন উপায় নাই।[২২] তেওঁলোকৰ বাক্য আৰু মনে সেই তত্ত্বৰ কোনো প্ৰকাৰ ধাৰণা কৰিব নোৱাৰি ফিৰি আহে।[২৩] ৰায়চৌধুৰীৰ অন্তৰ্দৃষ্টিও এই দিশত মেল খায়। তেওঁ উপলব্ধি কৰে, সেই তত্ত্বক বিচাৰি 'মিছাতে ভৰমি মৰে অনন্ত জগত, পূৰ্ণৰূপে আছে কিন্তু হিয়াৰ মাজত'। নিজৰ অন্তৰাত্মাৰ ভিতৰতে সেই বিশ্ব-ৰূপ-পৰমসৌন্দৰ্য সোমাই আছে। তাক উপলব্ধি কৰিব পাৰিলেই 'তত্ত্বময় তুমিৰ' স্বৰূপ বুজিব পাৰি। কিন্তু সেই পৰম সৌন্দৰ্যৰ দুৱাৰত বান্ধি থোৱা আছে ভীষণ হেঙাৰ; সেয়েহে তাক নাপাই কৱি পৰি আছে বাহিৰত চট্‌ফটাই-

আকুল এখনি হিয়া
বিৰহৰ বহ্নিময় বেলিৰ তল,
তোমাকে ধিয়ান কৰি বিভোৰ ভাৱত।

কৱিয়ে ইয়াৰ জিজ্ঞাসা কৰিছে-

---

২২। নৈৱ বাচা ন মনসা প্ৰাপ্তুং শক্যো ন চক্ষুসা।
অস্তীতি ব্ৰুৱতোহন্যত্ৰ কথং তদুপলভ্যতে ॥ (কঠোপনিষৎ, ৬ষ্ঠ বল্লী)

২৩। যতো বাচো নিৱৰ্তন্তে অপ্ৰাপ্য মনসা সহ। (তৈত্তিৰীয় উপনিষৎ, ব্ৰহ্মানন্দ বল্লী)

কিয় মোক হেলা কৰি,
কোন কি দেশত পৰি,
কি সুখেৰে আছা হেবা সুন্দৰ অমৰ ?

কৱিৰ অন্তৰ্দৃষ্টি আৰু অধিক প্ৰশস্ততাৰ ফালে বাঢ়ি যোৱৰে লগে লগে তেওঁ আধ্যাত্মিকতাৰ সোপানৰ পঞ্চম স্তৰত উপনীত হয়। কৱিয়ে বুজিলে-এতিয়ালৈকে তেওঁৰ ইন্দ্ৰিয়জনিত সুখ-দুঃখৰ অনুভূতি সমূলি দূৰ হোৱা নাই, চিত্ত পূৰ্ণৰূপে স্থিৰ হ'বলৈ বাকী আছে। তেওঁৰ

মন-প্ৰাণ সকলোটি,
বিৰহত চাটি-ফুটি,
নাপায় জুৰণি-সুশীতল
প্ৰেম নন্দনৰ।

সেয়েহে 'তুমি'-ব্ৰহ্মৰ জগদ্ব্যাপক বিমোহন ৰূপৰ আভাস মাত্ৰ তেওঁ দেখিবলৈ পায়, কিন্তু লগে লগে সি অদৃশ্য হয়, আৰু কৱি হয় বিৰহ-দুঃখত পুনঃ নিমজ্জিত। কবিয়ে বুজিব পাৰিছে-এতিয়ালৈকে 'তুমি'-ব্ৰহ্মৰ প্ৰতি তেওঁৰ অন্তৰত যি প্ৰেম জাগ্ৰত হৈছে, সি কামনা-বাসনাৰহে অধীন, ইন্দ্ৰিয়াতীত হ'বলৈ বাকী আছে-

কামনাৰ তলতীয়া,
কামনাত মতলীয়া
সেই প্ৰেম মহা পৰাধীন
ইন্দ্ৰিয় ভোগৰ।

ভগৱানক পাবলৈ হ'লে তেওঁৰ প্ৰতি ভক্তৰ প্ৰেম-ভক্তি হ'ব লাগে কামনা-বাসনাৰ অতীত, নিৰ্মল আৰু নিস্বাৰ্থ। কৱি কিন্তু এতিয়াও প্ৰেম-ভক্তিৰ সেই স্তৰত উঠিব পৰা নাই। সেয়েহে, তেওঁ 'তুমিৰ' মহিমা বুজিবলৈ, তেওঁৰ বিমোহন ৰূপ পূৰ্ণমাত্ৰাত দেখিবলৈ বাকী আছে--

তাতেহে তাহানিখন, নাপালোঁ তোমাৰ মন,
নকৰিলা প্ৰকাশ তোমাৰ, বিমোহন ৰূপ।

গতিকে, কৱি বিৰহৰ মহা ভাৰত শ্ৰান্ত আৰু ক্লান্ত-'সেই বাবে বিৰহৰ, ঢালি দিলা মহাভাৰ'। তেওঁ এতিয়া দৃঢ়ভাবে উপলব্ধি কৰিছে- 'তুমি'-ব্ৰহ্মই তেওঁৰ জীৱনৰ শৰণ্য, তেওঁক নাপালে জীৱন বৃথা-

নাপালে তোমাক নাথ,
কি সকাম দীননাথ !
ক্ষুদ্ৰ এই দগ্ধ জীৱনৰ ?

কৱিয়ে 'তুমি'ৰ কাৰণে নিজৰ হৃদয়-আসন আগবঢ়াইছে, তাত আহি বহিলে তেওঁৰ অন্তৰৰ সকলো দুঃখ-বেদনা আঁতৰি যাব-

বহিবা হিয়াত আহি,
সকলো যাতনা ভাঁহি,
গুচি যাব তিয়াগি অন্তৰ।

ভাগ্যক্ৰমে বিশ্বৰ অতুল ঐশ্বৰ্য যদি আহেও, ইয়াৰ কাৰণে কৱিয়ে তাক ত্যাগ কৰিব, আৰু তেওঁক অন্তৰত লৈ নিঃকিন-অকিঞ্চন হৈয়ো কবিৰ বিৰহদগ্ধ-প্ৰাণ হ'ব সুশীতল--



তোমাৰ সলনি মই
ভাগ্যৰ মূৰত গৈ
হওঁ যদি বিশ্বৰ বুকুত
গৰাকী অতুল,
তথাপি নালাগে মোক
মাত্ৰ মই খোজো তোক,
ক্ষুদ্ৰ এই হিয়াৰ চুকত
সাধনাৰ কূল। ইত্যাদি

সকলো প্ৰকাৰৰ বৈষয়িক সম্পদ আৰু ইন্দ্ৰিয়গ্ৰাহ্য সুখ-সম্ভোগ পৰিত্যাগ কৰা অকিঞ্চন ভক্তইহে ভগৱানক পায়--এই কথা উপলব্ধি হোৱাত আৰু তেনে ভক্ত হ'বলৈ কৱিৰ স্বাভাৱিক প্ৰবৃত্তি অহাৰ ফলস্বৰূপে তেওঁ আধ্যাত্মিকতাৰ ষষ্ঠ স্তৰত উঠিবলৈ সক্ষম হয়।

ষষ্ঠ স্তৰত কৱিয়ে আধ্যাত্মিকতাৰ শ্ৰেষ্ঠতম সীমা চুকি পায়। ইয়াত তেওঁ তুমি-ব্ৰহ্মৰ ওচৰত আত্মনিবেদন কৰে। আত্মনিবেদন ভক্তিৰ শেষতম স্তৰ। এই স্তৰত উপনীত হোৱা ভক্তৰ নিজৰ দৈহিক সত্তাৰ বিষয়ে জ্ঞান নাথাকে। তেওঁৰ বোধদৃষ্টি বা অন্তৰ্দৃষ্টি পূৰ্ণৰূপত উন্মীলিত হয়। নিজৰ অন্তৰতে তেওঁ অনুভৱ কৰে পৰম শক্তিৰ স্বৰূপ আৰু শিহৰণ; জাগতিক বৈচিত্ৰ্যৰ পৰিৱৰ্তে দেখিবলৈ পায় ভগৱানৰ জ্যোতিৰ্ময় ৰূপ। উপনিষদৰ ভাষাত তেওঁ তেতিয়া 'সোহহম' আৰু 'তত্ত্বমসি' ভাৱত বিভোৰ। ইয়াৰ প্ৰমাণস্বৰূপে কৱিৰ কেইটামান উক্তি উদ্ধৃত কৰা হ'লঃ

তোমাত হৃদয় মোৰ
মোত আৰু তয়ু হিয়া
ৰাখিছা প্ৰকাশি;
মোক এৰি প্ৰাণনাথ
লাভ একো নাইকিয়া
আনন্দেৰে হাঁহি।
মোৰ হৃদয়ৰ স'তে
মহা গাঁথনিৰে গঁথা
হৃদয় তোমাৰ।.....
মোৰ অনুভূতিৰ স'তে
আলোড়ি ঝংকাৰি উঠা
ব্ৰহ্মাণ্ডৰ তাঁৰ।......
হিয়া দাপোণত মোৰ
অনন্ত চানেকি তয়ু
তোলা জিলিকাই।...
মোৰ ভিতৰেদি দেখো
ফুলি উঠে তয়ু নাম
ব্ৰহ্মাণ্ড বিদৰি। ইত্যাদি

তুমি-ভগৱানক লাভ কৰাৰ কাৰণে সাধনাৰ ক্ৰমগতি শেষ হয় ষষ্ঠ স্তৰত।

কাৰণ, এই স্তৰত কৱিয়ে আধ্যাত্মিকতাৰ চৰম-উৎকৰ্ষলাভৰ যোগেদি নিজৰ আত্মাৰ মাজতে পৰমসত্তাৰ স্বৰূপ দৰ্শন কৰে। সেয়েহে, এইখিনিতে কৱিৰ সাধনাৰ সিদ্ধি-লাভ হয়। এই সিদ্ধি প্ৰাপ্তিত তেওঁ যি সুখ-আনন্দ আৰু আত্মপ্ৰসাদ লাভ কৰিলে তাৰেই বৰ্ণনা দিছে সপ্তম স্তৰত এইদৰে ঃ

কৱিয়ে তেওঁৰ সাধনাক ফুলনিৰ লগত তুলনা কৰিছে। সেই ফুলনি আজি উদ্ভাসিত হৈছে, তাত অনন্ত বসন্তই বিৰাজ কৰিছে, সুশান্ত সংগীতৰ ঢৌ বাজিছে, প্ৰেম-প্ৰীতিৰ উৰ্মি-মালা উথলিছে, কামনা-বাসনাৰ লহৰি নোহোৱা হৈছে। ইয়াৰ পৰিৱৰ্তে তাত বিৰাজ কৰিছে শান্তিৰ গান, মংগল-মলয়া, আনন্দৰ লহৰি ইত্যাদি। আজি কৱিৰ সাধনাৰ গছপুলিটি অসীমৰ লগত মিলি 'প্ৰেম-প্ৰীতি-কুসুমেৰে' জক্‌মকীয়া হৈ ফুলি উঠিছে-

আজি সেই সাধনাৰ পুলি
অসীমৰ স'তে মিলি জুলি,
প্ৰেম-প্ৰীতি কুসুমেৰে ফুলি
হালি জালি হাঁহিছে।

সাধ্য 'তুমি'-ভগৱানক অন্তৰতে পোৱা কাৰণে সেই বস্তুৱে কৱিৰ মনৰ সকলো প্ৰকাৰৰ কালিমা আঁতৰাই তেওঁক পৰম আনন্দিত কৰিছে-

আজি মোৰ হিয়াৰ প্ৰতিমা,
তুলি কেনে মধুৰ ভংগিমা,
অন্তৰৰ উটাই কালিমা
লয়লাসে হাঁহিছে।

সেয়েহে কৱিয়ে দুঃখ-যন্ত্ৰণাক্লিষ্ট-সংসাৰযাত্ৰীক সুখ-আনন্দলাভৰ কাৰণে তেওঁৰ পথ ল'বলৈ আজি আহ্বান কৰিছে -

এনেজন মইও আছিলোঁ,
বাসনাত প্ৰাণ ঢালিছিলোঁ,
জীৱনৰ লক্ষ্য ভুলিছিলোঁ,
মজিছিলোঁ ভোগত।
হাবাথুৰি খালো কত দিন,
লুব্ধ প্ৰাণ দিনে দিনে খীণ,
মংগলৰ আশীৰ্বাদ হীন,
কামনাৰ ৰোগত।
পাছত, সাধনাৰ সোণালী খেণত,
আউজিলোঁ মহামিলনত।

ফলস্বৰূপে, ঐশ-অনুগ্ৰহ আৰু শক্তি লাভ কৰি কৱি পৰম আনন্দিত।

সেইবাবে তোমাকো মাতিছোঁ,
মহা শান্তি উৎসৱ পাতিছোঁ,
মোৰ স'তে অনন্ত গাঁথিছো,
আহি যোগ হোৱাহি।

আধ্যাত্মিকতাৰ সাধনাত সিদ্ধিলাভ কৰা ভক্ত-কৱিয়ে দুঃখ-যন্ত্ৰণা-ব্যাকুলিত সমান-



ধৰ্মী সংসাৰ-পথিকৰ প্ৰতি এই বাণী ঘোষণা কৰি কাব্যৰ সমাপ্তি আনিছে ঃ

তেতিয়া বুজিবা তুমি ভাই
সীমত অসীম সুমাই,
মিলনৰ মহা গীত গাই,
কেনে শান্তি লভিবা।

উল্লেখযোগ্য কথা এই যে কৱি-সাহিত্যিকৰ কাৰণে যি সুস্থিৰ আৰু সুশৃংখলিত জীৱনৰ প্ৰয়োজন, ৰায়চৌধুৰীয়ে তেনে এটা জীৱন-যাপন কৰিব পৰা নাছিল। বহু-বিধ জাতীয় সংঘাত-সমস্যাৰ ধুমুহা আৰু নানাবিধ ভাৱৰ হেন্দোলনিৰ মাজত তেওঁৰ জীৱন-নৌকা স্থিৰ হৈ থাকিব পৰা নাছিল। সেয়েহে, দীঘলীয়া কাব্যিক-জীৱনত কৱিতাৰ মাজেদি তেওঁৰ আধ্যাত্মিকতা, তথা ৰহস্যৱাদৰ ক্ৰমবিকাশৰ ইতিহাস ৰচিত হ'ব নোৱাৰিলে যেন লাগে। কিয়নো, ১৯০৭ কি ১৯০৮ চনত ৰচিত 'তুমি' কাব্যত কৱি একপ্ৰকাৰ সমাধিস্থ হয়; নিজৰ অন্তৰতে পৰম সত্তাৰ অৱস্থিতি অনুভৱ কৰি পৰমানন্দত বিভোৰ হয় আৰু সেই অনুভূত আনন্দৰ বাতৰি জগতক জনায়। ১৯৫৪ চনত প্ৰকাশিত "অনুভূতি"ৰ অন্তৰ্গত কৱিতাসমূহ ১৯১০-১৯৫৪ চনৰ ভিতৰত ৰচিত। ইয়াৰ ভিতৰত অব্যৰ্থ-বাণ (১৯১০), দৃঢ়-পণ (১৯১০), সুৰী-দৌত্য (১৯১০) লীলানন্দ (১৯১১), আত্মাভিমান (১৯১২), আত্মোন্মেষ (১৯১২), আত্মদান (১৯১৪), সমিধান (১৯১৪), অভিসাৰ আহবান (১৯১৪), চুমা-বৰণ (১৯১৪); তন্দ্ৰাভংগ (১৯১৫), আদ্যন্তহীন চুমাভিযান (১৯১৫) আদি বহতো কৱিতাই ৰায়চৌধুৰীক ৰহস্যৱাদী কৱিৰূপে প্ৰতিপন্ন কৰে। বিশেষভাৱে মন কৰিবলগীয়া যে "তুমি"ৰ পাছত ৰচিত এই কৱিতাবোৰতো ভগৱানক লাভ কৰাৰেই প্ৰয়াস আছে। কিন্তু "তুমি"ৰ মাজেদি উৰ্ধ্বগতিত আগবাঢ়ি অহা আধ্যাত্মিকতাৰ সূত্ৰডালে ক্ৰমগতিত আহি এই কৱিতা-বোৰক গ্ৰথিত কৰিব নোৱাৰিলে। "তুমি"ৰ অন্তত সেই ভাৱ-সূত্ৰ ছিঙি গ'ল, "তুমি"ৰ মাজত সমাধিস্থ কৱিৰ সমাধিভংগ হ'ল। সেয়েহে, তাৰ অব্যৱহিত-পৰৱৰ্তী কালতেই (১৯১০ চন) কৱিয়ে পুনঃ "অনুভূতি"ৰ অন্তৰ্গত উক্ত কৱিতাবোৰৰ মাজেদি প্ৰেমিকা-ৰূপত পৰম সত্যক লাভ কৰিবলৈ প্ৰয়াস কৰে।

# অম্বিকাগিৰী আৰু সাম্প্ৰতিক মোহাৱেশ

হীৰেন গোহাঁই

ঘনিষ্ঠভাৱে নহ'লেও মই অম্বিকাগিৰীক এসময়ত ওচৰৰ পৰা পাইছিলোঁ। তেওঁৰ লগত কেবাদিনো দীঘলীয়া আলাপ কৰিছিলোঁ। অনুভৱ হৈছিল মই যেন এক আপাত-সুপ্ত অগ্নিগৰ্ভ পৰ্বতৰ সান্নিধ্যত। টগ্‌বগ্‌কৈ ভিতৰত উতলি থকা লাভা-ৰাশিয়ে যেন প্ৰকাশৰ পথ বিচাৰি পোৱা নাই। তেওঁৰ চেহেৰাই আছিল এক বজ্ৰপাতদগ্ধ কিন্তু অনমনীয় মহীৰুহৰ দৰে। তেওঁৰ বিষয়ে সমাজত তেতিয়া বৰ উচ্চ ধাৰণা নাছিল। তেওঁক এক বাস্তৱবুদ্ধিহীন, অদ্ভুত খেয়ালী, বাতিকগ্ৰস্ত মানুহ বুলি বহুতে ভাবিছিল। এচামে আকৌ তেওঁৰ অসমপ্ৰেম লৈ দূৰতে ঠাট্টা-মস্কৰা কৰিছিল। তেওঁৰ মেজাজ, তেওঁৰ অন্তহীন উপদেশবৃষ্টি আৰু তেওঁৰ নীৰস বিস্বাদ কথাবাৰ্তা লৈ সঁচাই-মিছাই বহুত গল্প ৰচিত হৈছিল। অৱশ্যে যি কোনো অসমীয়া মানুহেই অসমীয়াৰ সৰু বা ডাঙৰ যি কোনো সমস্যা লৈ নিঃসংকোচে তেওঁৰ ওচৰ চাপিব পাৰিছিল। আৰু তেওঁৰ ওচৰৰ পৰা বিদায় লৈ আহিবৰ সময়ত কিবা এটা ভাৰসাৰ ভাৱ লৈ আহিব পাৰিছিল।

স্বৰ্গীয় ভৱানন্দ দত্তদেৱে ভাৰতীয় গণনাট্য সংঘৰ নানা অনুষ্ঠানলৈ পৰম শ্ৰদ্ধাৰে বাৰে বাৰে তেওঁক নিমন্ত্ৰণ কৰিছিল, আৰু বাৰে বাৰে অম্বিকাগিৰীয়ে অতিশয় বিৰক্তি আৰু আশংকাৰে সেই নিমন্ত্ৰণ প্ৰত্যাখ্যান কৰিছিল। সম্ভৱতঃ ভৱানন্দ দত্তই তেওঁৰ জাতীয় ভাৱাৱেগৰ নিষ্ঠা আৰু দেশপ্ৰেমৰ আন্তৰিকতা বুজি তেওঁক ব্যাপক সাম্যবাদী আন্দোলনত চামিল কৰিবলৈ বিচাৰিছিল--কাৰণ অম্বিকাগিৰীৰ কল্পনাৰ স্বাধীন ভাৰত ইতিমধ্যেই কংগ্ৰেছী সুবিধাবাদী শাসকবৃন্দৰ নেতৃত্বত মলিন হৈ পৰিছিল। কিন্তু এই মোহভংগ সত্বেও জ্যোতিপ্ৰসাদৰ দৰে তেওঁ সাম্যবাদী সকলৰ প্ৰতি মুক্ত মনোভাৱ ল'ব পৰা নাছিল। বোধহয় তেওঁ ভয় কৰিছিল যে সাম্যবাদী সকলৰ তৎকালীন গোড়া শ্ৰেণীগত দৃষ্টিকোণে অসম আৰু অসমীয়াৰ কেতবোৰ ন্যায্য দাবী অগ্ৰাহ্য কৰিব পাৰে। এতিয়া ভাবি চালে ধাৰণা হয় এই বুজাবুজিৰ অভাৱে অম্বিকাগিৰী আৰু সাম্যবাদীসকল, উভয় পক্ষকে ক্ষতিগ্ৰস্ত কৰিছিল। (আজিও বহু সাম্যবাদী বুদ্ধিজীৱীয়ে অন্ধৰ দৰে কেৱল অম্বিকাগিৰীৰ নেতিবাচক দিশবোৰকে লৈ চৰ্বিত-চৰ্বণ কৰি থাকে)।

১৯৬২ৰ পৰা ১৯৬৫ চনৰ ভিতৰত মই তেওঁক আৰু দুবাৰমান লগ পাওঁ। ঘৰলৈ যোৱাতকৈ তেওঁৰ ভ্ৰমণৰ সংগী হিচাপে বাটে বাটে কথা পাতি এই কেইবাৰ তেওঁৰ মনত ভুমুকি মাৰিবলৈ সুযোগ পাইছিলোঁ। কিছুমান বিষয়ত তেওঁৰ যথাযথ জ্ঞান আৰু অধ্যয়নৰ অভাৱে, বৃহত্তৰ জগতৰ লগত যোগাযোগৰ অভাৱে তেওঁৰ মনটো কিছুমান ক্ষেত্ৰত খহটা আৰু অসংস্কৃত (crude) কৰি ৰাখিছিল--যাক এক কথাত প্ৰাদেশিক (provincial) বুলিব পাৰি। অথচ একে সময়তে তেওঁৰ চিন্তাৰ মৌলিকতা আৰু প্ৰকাশভংগীৰ তেজস্বিতাত মই আকৃষ্টও হৈছিলোঁ।



অস্পষ্টভাৱে বুজিছিলোঁ যে কিতাপ আৰু প্ৰথাগত সংস্কৃতিৰ মাজত দুষ্প্ৰাপ্য কিবা মূল্যৱান বস্তু তেওঁৰ মাজত আছে। কিন্তু সেই সময়ত মোৰ জীৱনৰ অভিজ্ঞতাও তেনে গভীৰ বা সমৃদ্ধ নাছিল যে তেওঁৰ সম্যক মূল্যায়ন কৰিব পাৰিম।

সেই সময়ত তেওঁ কিবা কাৰণত ডঃ ভূপেন হাজৰিকাক মোৰ আগত ভীষণভাৱে গৰিহণা দিছিল। অথচ হাজৰিকা এসময়ত তেওঁৰ স্নেহভাজন আৰু প্ৰিয়পাত্ৰ আছিল। সম্ভৱতঃ হাজৰিকাৰ সংগীতত ব্যৱসায়ী উপাদানৰ আৱিৰ্ভাৱ হোৱা বাবে তেওঁ এনে নিৰ্মম ভাষাত তেওঁক গৰিহণা দিছিল। এই কথাটো উল্লেখ কৰিছোঁ এইবাবেই যে অম্বিকাগিৰীৰ অনমনীয় আৰু আপোচহীন সততা বা আদৰ্শনিষ্ঠাৰ কথা আজিৰ বহু জাতীয়তাবাদীয়ে নাজানে। অৱশ্যে ইও ঠিক যে অম্বিকাগিৰীৰ এনে গৰিহণা ডঃ হাজৰিকাৰ বহু মোহাৱিষ্ট ভক্তই অৱহেলাৰে আওকাণ কৰিছিল।

১৯৬২ চনত মই লিখা 'অম্বিকাগিৰী আৰু মানৱায়তন' নামৰ প্ৰবন্ধত সম-
সাময়িক হেম বৰুৱা, নৱকান্ত প্ৰভৃতি আধুনিক কৱিৰ জনপ্ৰিয়তাৰ বিপৰীতে অম্বিকা-
গিৰীৰ 'অনুভূতি'ৰ কৱিতাবোৰৰ পেশীৱান আৰু ভাৱগধুৰ অথচ স্পৰ্শকাতৰ ভাষাৰ
প্ৰতি উদীয়মান কৱি আৰু পাঠকসকলৰ দৃষ্টি আকৰ্ষণ কৰিছিলোঁ। কিন্তু তেওঁৰ
পৰৱৰ্তী জীৱনৰ কৱিতাবোৰত সেই হৃদয়গ্ৰাহিতাৰ অভাৱ সম্পৰ্কে মন্তব্য কৰি-
ছিলোঁ। মোৰ ধাৰণা হৈছিল যে ভাষা আৰু অভিজ্ঞতাৰ প্ৰতি কৱিসুলভ মনোভাৱ
বৰ্জন কৰি মানুহ আৰু সমাজক জবৰদস্তি কৰি পৰিৱৰ্তন কৰিবলৈ গৈ তেওঁ কাব্যিক
সাধনাৰ পৰা বিচ্যুত হ'ল। সেয়ে তেওঁৰ ভাষাত আহি পৰিল জড়তা আৰু বাগাড়ম্বৰ।
এই কথাটো বহুপৰিমাণে সত্য হ'লেও ব্যতিক্ৰমো দুটামান ওলাব। কিন্তু
তাতকৈ ডাঙৰ কথা এয়ে যে তেওঁৰ কৱিজীৱনৰ পৰিৱৰ্তনৰ গভীৰ ব্যাখ্যা তাত
নোলাল। 'সংসাৰপীড়া'ত কমবেছি পৰিমাণে আমি সকলোৱেই পীড়িত। সেইবোৰ সহ্য
কৰিবলৈকো অম্বিকাগিৰীৰ শক্তি আছিল সাধাৰণৰ তুলনাত বহুত বেছি। কিন্তু জীৱনৰ
কোনো এক পৰ্যায়ত জীৱনসংগ্ৰাম তেওঁৰ বাবে কাব্যিক প্ৰেৰণাৰ উৎস নহৈ
কেৱল নৈতিক আৰু চাৰিত্ৰিক সাধনাৰ ক্ষেত্ৰ হৈ পৰিল। পৰিৱৰ্তনটো কেৱল
ব্যক্তিগত জীৱনৰ কিবা উপসৰ্গ নাছিল। সি আছিল সমসাময়িক সামাজিক আৰু
সাংস্কৃতিক জীৱনৰ লগত তেওঁৰ মানসিক আদান-প্ৰদানৰ কিবা আউল। এই
আউল লগাৰ বাবে তেওঁ নিজে যিমান দায়ী আছিল সিমানেই হয়তো দায়ী আছিল
সমসাময়িক সমাজৰ কেতবোৰ অপৰিহাৰ্য দ্বন্দ্ব। ১৯৬৯ চনত অম্বিকাগিৰীৰ দেশাত্ম-
বোধ সম্পৰ্কে লেখা আন এটা প্ৰবন্ধত সেইবোৰ জঁট ভাঙিবলৈ মই আৰু এটা
চেষ্টা চলালোঁ। ভাৰতীয় স্বাধীনতা সংগ্ৰামত সৰ্বভাৰতীয় সংগ্ৰাম আৰু প্ৰাদে-
শিক জাতিসত্তাবোৰৰ আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰাম-এটা সময়লৈকে আছিল অভিন্ন।
কিন্তু পাছলৈ দুয়োটা ধাৰাৰ মাজত সংগতি নোহোৱা হৈ যায়। অসমপ্ৰাণ অম্বিকা-
গিৰী তেতিয়া সৰ্বভাৰতীয় সংগ্ৰামৰ পৰা কিছুদূৰ এফলীয়া হৈ আহে। ফলত
সৰ্বভাৰতীয় জনগণৰ পৰা প্ৰেৰণা আৰু পুষ্টি আহৰণ কৰিব নোৱাৰা হৈ তেওঁৰ
কাব্যিক জীৱনৰ ধাৰা শুকাই আহে। এই ব্যাখ্যাটো বোধহয় আগৰটোৰ তুলনাত
অধিক বাস্তৱমুখী। কিন্তু অম্বিকাগিৰীৰ সমৃদ্ধ জীৱনচৰ্চাৰ বহুদিশ ইও আওকাণ
কৰে। আনহাতে আমাৰ কেতবোৰ সংকীৰ্ণমনা স্বাৰ্থান্ধ জাতীয়তাবাদীয়ে তেওঁৰ

মনৰ প্ৰসাৰ ধৰিব নোৱাৰি তেওঁক প্ৰায় মৃত জাতীয়তাৱাদৰ প্ৰতীকত পৰিণত কৰিছে। সেয়ে অম্বিকাগিৰীৰ জীৱন, সাধনা আৰু মানসিকতাৰ বিচিত্ৰ দিশত আলোকপাত কৰা প্ৰয়োজন।

অৱশ্যে আমি ক'ব খোজা নাই যে টল্‌ষ্টয়, গ্যয়টে, ৰবীন্দ্ৰনাথৰ লগত তেওঁৰ অৱদান তুলনা কৰিব পাৰি। অসমৰ পশ্চাৎপদ, নিস্তৰংগ, শ্লথ আৰু সংকীৰ্ণ পৰিবেশত তেনে প্ৰতিভাৰ বিকাশৰ সুযোগেই বা ক'ত? কিন্তু বাস্তৱ পৰিবেশৰ সীমাবদ্ধতাৰ মাজতো তেওঁৰ চিন্তাই যিখিনি ব্যাপ্তি আৰু সমৃদ্ধি অৰ্জন কৰিলে সি সঁচাই বিস্ময়কৰ।

তেওঁৰ আধৰুৱা আত্মজীৱনী 'মোৰ জীৱন ধুমুহাৰ এছাটি' (অসম প্ৰকাশন পৰিষদ, ১৯৭৩)ত তেওঁৰ ব্যক্তিত্ব আৰু চৰিত্ৰৰ বৈশিষ্ট্যসমূহ কিছুদূৰ ফুটি উঠিছে। প্ৰথমেই চকুত পৰে তেওঁৰ বৰ্ণাঢ্য আৰু বিচিত্ৰ প্ৰতিভা। একাধাৰে শিল্পী, সমাজসেৱী, ৰাজনৈতিক সংগঠক, সাংবাদিক, অভিনেতা, নাট্যকাৰ, গীতিকাৰ, উদ্যোগী ব্যৱসায়ী ৰায়চৌধুৰীয়ে প্ৰায় প্ৰতিটো ক্ষেত্ৰত কম বেছি পৰিমাণে বাটকটীয়াৰ কাম কৰি অসমীয়া সমাজ আৰু সংস্কৃতিত স্থায়ী সাঁচ বহুৱাই থৈ গৈছে। তেওঁৰ সৃষ্টিশক্তিৰ এই অফুৰন্ত প্ৰেৰণা আৰু উন্মাদনাৰ মাজত আদিম পুঁজিবাদী সংস্কৃতিৰ ৰোমাণ্টিক লক্ষণসমূহ বিদ্যমান। কিন্তু ই কেৱল ব্যক্তিগত আত্মপ্ৰকাশৰ উন্মাদনাই নাছিল। ৰায়চৌধুৰীৰ ব্যক্তিগত জীৱনৰ অন্যতম দিশ প্ৰায় ক্ষেত্ৰতে অসমীয়া জাতিক জগাই তোলাৰ সাধনা। কেৱল যে জাতীয়তাৱাদী ৰাজনীতি কৰাৰ সময়তহে তেওঁ অসমৰ কথা ভাবিছে তেনে নহয়—ব্যৱসায় কৰাৰ সময়তো তেওঁৰ হাবিয়াস সাৰ্থক ব্যৱসায়েৰে অসমীয়া মানুহক উদ্যোগমুখী কৰি তোলে, গান লিখিবৰ সময়তো তেওঁৰ মনত আছে যে তেতিয়া সফল আধুনিক অসমীয়া গান বেছি নাই। দেশৰ প্ৰতি এই নিভাঁজ আৰু গভীৰ ভালপোৱা, সক্ৰিয় সৃষ্টিশীলতাৰ মাজেৰে তাক প্ৰকাশ কৰাৰ হেঁপাহ, ৰায়চৌধুৰীৰ ঘাত-প্ৰতিঘাত মুখৰ, বৰ্ণাঢ্য আৰু বিভিন্ন দিশলৈ বিয়পি যোৱা জীৱনৰ অবিচল কেন্দ্ৰ।

তেওঁ নিজেই কৈছে যে চেহেৰা দেখি মানুহে তেওঁক কৰ্কশ আৰু কঠুৱা বুলি ভাবে। অথচ 'তুমি', 'বীণা' আৰু 'অনুভূতি'ৰ ৰচক ৰায়চৌধুৰীৰ হৃদয় এসময়ত প্ৰেমৰ অপূৰ্ব চলে চৌৱাই গৈছিল। তেওঁৰ কেইটিমান প্ৰেমৰ কবিতা অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠ সম্পদৰ ভিতৰত পৰিব। কৈশোৰ আৰু যৌৱনৰ মাজ-বয়সত তেওঁৰ গোটেই জীৱন আগুৰি থকা প্ৰেমৰ অভিজ্ঞতাৰ যি বৰ্ণনা তেওঁ দিছে, তাত আজি বহুতেই মিচিকিয়াই হাঁহিব। কিন্তু হাঁহিলে অন্যায় হ'ব। যুগভেদে প্ৰেমৰ অভিজ্ঞতাৰ পৰিৱেশ আৰু প্ৰকৃতিও বেলেগ, মনত ৰখা ভাল। কিন্তু সকলোতকৈ মনত ৰাখিবলগীয়া কথা এয়ে যে এই উদ্দাম প্ৰেমৰ আহ্বানত গা'-এৰি দিয়া ৰায়চৌধুৰী দেশ-সেৱাৰ আদৰ্শত এনে উৎসৰ্গিত প্ৰাণ আছিল যে তেওঁ সেই কিশোৰীক জীৱনসংগিনী কৰাৰ কথা ভাবিব নোৱাৰিলে। আঙুলিৰ পাব এটাকে কাটি তেওঁক দি আহিল, কিন্তু ঘৰ-সংসাৰৰ মাজত বান্ধ খাব নুখুজিলে। ঠিক তেনেকৈ দেশপ্ৰেমৰ আহ্বানত কেবাজনো সহপাঠীৰ লগত স্কুল বৰ্জন কৰা ছাত্ৰসকলৰ মাজত কেৱল ৰায়চৌধুৰীয়েই শেষ পৰ্যন্ত স্কুললৈ ঘূৰি যোৱা নাছিল। (পৃঃ ১৯)।



এনেবোৰ ঘটনাৰ মাজত এপিনে যেনেকৈ তেওঁৰ প্ৰবল আত্মসন্মান ফুটি ওলাইছে তেনেকৈ ওলাইছে এক আত্মিক বা নৈতিক শক্তিৰ ঐশ্বৰ্য। সন্দেহ নাই, তেতিয়াৰ ব্ৰিটিছ আমোলৰ বাস্তৱ পৰিবেশত অসমীয়া জাতি গঠন হ'বৰ প্ৰক্ৰিয়াই সেই নৈতিক শক্তিৰ বাবে ক্ষেত্ৰ প্ৰস্তুত কৰিছিল। কিন্তু তাৰ মাজত অসমৰ পৰম্পৰাগত মহাপুৰুষীয়া ধৰ্মৰ প্ৰেৰণাই নতুন দিশত নতুন ৰূপত বাট বিচাৰি লৈছিল বুলি ভৱাৰ থল আছে। মনত ৰাখিব লাগিব যে সকলো পৰিয়ালৰ সন্তানৰ মাজত এই চাৰিত্ৰিক গুণ দেখা যোৱা নাছিল। কিন্তু আধুনিক যুগৰ স্পৰ্শত যিসকল সঁচাকৈ সাৰ পাই উঠিছিল তেওঁলোকৰ বহুতৰ ব্যক্তিত্ব এনে নৈতিক শক্তিৰে ভৰপূৰ আছিল। তেওঁলোকৰ সকলো যে খ্যাতিমান হৈ উঠিছিল তেনে নহয়। কিন্তু ব্যক্তিগত আৰু ৰাজহুৱা জীৱনত তেওঁলোকে এই সেৱা, ত্যাগ আৰু কৰ্তব্যনিষ্ঠাৰ আদৰ্শৰ পৰা আঁতৰি নগৈছিল। মহাত্মা গান্ধী ভাৰতৰ সামাজিক জীৱনত প্ৰভাৱশালী হৈ উঠাৰ আগতেই এই মহান শক্তি অসম তথা ভাৰতৰ শিক্ষিত চামৰ একাংশৰ মাজত দেখা গৈছিল। ৰায়-চৌধুৰীয়ে নিজে তেওঁৰ ককায়েক গিৰীশ ৰায়চৌধুৰীৰ কথা উল্লেখ কৰিছে। এই লেখকৰ পিতৃদেৱো তেওঁৰ সাধাৰণ কৰ্মক্ষেত্ৰত একেধৰণৰ কৰ্তব্যনিষ্ঠা, সততা, ত্যাগ আৰু সেৱাৰ আদৰ্শৰে অনুপ্ৰাণিত হৈছিল; আমি তেওঁৰ মুখত শুনিছোঁ যে শদিয়াত তেওঁ গিৰীশ ৰায়চৌধুৰীৰ কনিষ্ঠ সহকৰ্মী আছিল আৰু কিছুকাল একেটা ঘৰতে আছিল। তেওঁৰ মুখত গিৰীশ ৰায়চৌধুৰীৰ অসাধাৰণ মনুষ্যত্ব আৰু নৈতিক চৰিত্ৰৰ প্ৰতি ভূয়সী প্ৰশংসা আৰু শ্ৰদ্ধাঞ্জলি মই বাৰে বাৰে শুনিছোঁ। অম্বিকাগিৰীৰ জীৱনতো একে ধৰণৰ মনুষ্যত্বৰ বিকাশ ঘটিছিল। নানা তৰহৰ তিক্ততা আৰু বিষাদ অভিজ্ঞতাৰ মাজতো তাৰ চিনাকী পোৱা গৈছিল। তেওঁক কেৱল উগ্ৰজাতীয়তাৱাদী বুলি যিসকল বামপন্থীয়ে গৰিহণা দিয়ে বা যিসকল আধুনিক অসমপ্ৰেমীয়ে পূজা কৰে—দুয়োপক্ষৰ বাবেই ৰায়চৌধুৰীৰ জীৱন বা চৰিত্ৰৰ এই দিশটো অজ্ঞাত। সম্পাদকীয় লিখি মানুহ উচটোৱা দায়িত্বহীনসকলে কথাটো বুজিবই বা কেনেকৈ?

উগ্ৰ জাতীয়তাৱাদী বুলি ৰায়চৌধুৰীৰ বিৰুদ্ধে অভিযোগ কৰা সকলে এটা কথা পাহৰি যায়। সেইটো হ'ল, ৰায়চৌধুৰীৰ দেশসেৱা সৰ্বভাৰতীয় জাগৰণৰ পৰাই প্ৰথমে অনুপ্ৰাণিত হয়। সৰ্বভাৰতীয় ঐতিহ্য আৰু ব্ৰিটিছ বিৰোধী সৰ্বভাৰতীয় সংগ্ৰামৰ পৰা তেওঁ নিজকে কেতিয়াও বিচ্ছিন্ন বুলি ভাবিব পৰা নাছিল। বিভিন্ন প্ৰদেশত ব্ৰিটিছ-বিৰোধী এনাৰ্কিষ্ট দলবোৰৰ অভ্যুত্থান হোৱা খবৰ পাই অম্বিকা-গিৰীয়ে সংগী-সাৰথীৰে সৈতে অসমতো এটা এনাৰ্কিষ্ট দল খুলিছিল। কিন্তু এই এনাৰ্কিষ্ট আন্দোলনটো আছিল প্ৰাদেশিক দৃষ্টিকোণেৰে সংক্ৰমিত। সেয়ে 'তাৰ বিফলতাটো বিৰাট জাতীয় লক্ষ্যযুক্ত পৰিকল্পনাৰে জন্মলাভ কৰা ভাৰতৰ জাতীয় কংগ্ৰেছ মহাসভাত পৰি বিলীন হ'ল।' (মোৰ জীৱন-ধুমুহাৰ এছাটি, পৃঃ ১৭)। মহাত্মা গান্ধীৰ নেতৃত্বত কংগ্ৰেছে দেশব্যাপী জাতীয় অনুষ্ঠানৰ ৰূপ লোৱাত অস-মেও অসহযোগ আন্দোলনত অংশ গ্ৰহণ কৰি তাৰ তৰংগত উদ্বাউল হৈ পৰিছিল। তাৰে শীৰ্ষবিন্দুত ১৯২৬ চনত কংগ্ৰেছ অধিবেশন বহিছিল অসমত। জাতীয় কংগ্ৰেছ এনেদৰে অসমত জনপ্ৰিয় হৈ পৰাত ৰায়চৌধুৰীৰ অৱদান আছিল বিশেষ গুৰুত্বপূৰ্ণ।

তেওঁ নিজহাতে প্ৰতিষ্ঠা কৰা ছপাশালত চন্দ্ৰনাথ শৰ্মাৰ সহায়ত উলিওৱা 'চেতনা' আলোচনীয়ে সঁচাকৈ অসমীয়া সমাজত নতুন চেতনা সঞ্চাৰ কৰিছিল। ২য় বছৰত 'চেতনা'ৰ চাঁদা দিয়া গ্ৰাহক দুই হাজাৰতকৈও ওপৰ আছিল। মাহেকীয়া হ'লেও সেই সময়ত ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ উচিত সুৰটো বাইজক যোগান ধৰিবলৈ 'চেতনা'ৰ বাহিৰে আন কাকত নাছিল বাবেই অসমীয়া ৰাইজৰ মাজত 'চেতনা'ৰ জনপ্ৰিয়তা বাঢ়ি গৈছিল'। (পৃঃ ১১৫)

অসহযোগৰ সময়ত কংগ্ৰেছৰ নানা হেণ্ডবিল আৰু প্ৰচাৰপত্ৰ বিনামূলীয়াকৈ হাজাৰে-বিজাৰে ছপাই উলিওৱাৰ উপৰি বহু কংগ্ৰেছ কৰ্মীৰ পৰিয়ালৰ ভৰণ-পোষণৰ খৰচ ৰায়চৌধুৰীয়ে যোগাইছিল তেওঁৰ ছপাশালৰ উপাৰ্জনেৰে। অৱশেষত তেওঁ সশ্ৰম কাৰাদণ্ডও ভোগ কৰিব লগা হৈছিল।

ত্ৰিশৰ দশকটোৰ শেষৰ পিনে জ্ঞাননাথ বৰাদেৱে 'আৱাহন'ত অসমক ভাৰতৰ পৰা বিচ্ছিন্ন হ'বলৈ আহবান দি এলানি চিন্তাগধুৰ আৰু উত্তেজক প্ৰবন্ধ লেখিছিল। তাকে লৈ তেওঁলোকৰ মাজত বাদানুবাদ হোৱাত কেইজনমান শিক্ষিত ডেকাই সমাধান বিচাৰি অম্বিকাগিৰীৰ ওচৰ চাপিছিল। তাৰ বহুদিন আগৰে পৰা অসমীয়াৰ জাতীয় স্বাৰ্থ সংৰক্ষণৰ অৰ্থে অম্বিকাগিৰীয়ে নানা অনুষ্ঠান আৰু আন্দোলনৰ গুৰি ধৰিছিল। কিন্তু তেওঁ সেই যুৱক কেইজনৰ আগত স্পষ্টভাষাত বিচ্ছিন্নতাবাদক নেওচা দিয়েঃ

"আমি যোৱাৰ উদ্দেশ্য ক'লো। কি কি কাৰণত অসম ভাৰতৰ পৰা বেলেগ হ'ব নোৱাৰে, তাকে তেওঁ সংক্ষেপতে এইদৰে ক'লেঃ

১। ব্যাস বাল্মীকিৰ দিনৰে পৰা ভাৰত এক,
কামৰূপ তাৰ অংশ।

২। শ্ৰীশংকৰ মাধৱদেৱেও গাই গৈছে--
ধন্য ধন্য কলি কাল ধন্য নৰ তনু ভাল
ধন্য ধন্য ভাৰত বৰিষ।...
ভাৰত বৰিষ ধন্য কলিযুগ
হৰি হৰি হৰি এ।

৩। ভাৰতীয় মহাজাতীয়তাৰ পৰা বিচ্ছিন্ন হ'লে অসমত কেতিয়াও জাতীয়তা গঢ়ি উঠিব নোৱাৰে।

৪। গোঁজ পোতা স্বাৰ্থ (Vested interest) হৈ থকা দল, খেল আৰু সম্প্ৰদায়বিলাকে বিদেশী শাসকৰ সহায় লৈ অসমৰ ওপৰত চিৰকাল শোষণ চলাব।

৫। ৰাজনৈতিক মুক্তিযুদ্ধৰ কাৰণে অসম অকলে সিমান শক্তিশাল নহয়।

৬। খণ্ডবিখণ্ড হোৱাতকৈ মিলহে মানৱতাৰ ফালৰ পৰা সমৰ্থনীয়। ভাৰতৰ লগতেই নহয়, সমগ্ৰ পৃথিৱীৰ লগতেই আমাৰ যোগ-সূত্ৰ থাকিব লাগে।'

(অম্বিকাগিৰী আৰু তেওঁৰ জীৱন দৰ্শন, তিলক চন্দ্ৰ দাস, ১৯৫২, পৃঃ ৫২-৫৩)

এই সম্পৰ্কে 'ডেকা অসম'ৰ ৫ম বছৰৰ ২৭শ সংখ্যাত ৰায়চৌধুৰীয়ে লিখিছিলঃ

'ভাৰতৰ মহাজাতীয় স্বাধীনতাৰ লগত অসমীয়াৰ জাতীয় স্বাধীনতাৰ অস্থি-



মজ্জাগত সম্বন্ধ। এটাক এৰি আনটো স্বাধীন হোৱা অসম্ভৱ। সেইবাবে দুয়োৱো ভিতৰত এই সম্বন্ধ গভীৰভাবে উপলব্ধি কৰি আমি স্বাধীনতাৰ সংগ্ৰাম চলাব লাগিব। ভাৰত মহাজাতীয়তাৰ লগত অসম জাতীয়তাৰ এই নিবিড় সম্বন্ধটো গুৰুত্ব দি উপলব্ধি নকৰি যদি পাতলভাবে কেৱল মুখত স্বাধীনতাৰ কথা কওঁ, তেন্তে ভাৰত মহাজাতীয় আৰু অসমীয়া জাতীয়, দুয়োটাৰ স্বাধীনতাৰ যুদ্ধত দুৰ্বলতাৰ পোক সোমাব।' (ঐ, উদ্ধৃত, পৃঃ ৫৪)

কথাটোৰ গুৰুত্ব তাহানিখনতে গান্ধীজীয়ে বুজি পাইছিল, কিন্তু মাৰ্ক্সবাদী মহলৰ বহুতেই আজিও বুজা নাই। এওঁলোকৰ বহুতে ভাবে যে জাতীয় সুস্থ বিকাশত প্ৰাদেশিক চেতনাই বাধা দিছে। বহুতে আকৌ ভাবে যে বিভিন্ন ধৰ্ম, সম্প্ৰদায় আদিৰ দৰে ভাৰতত বিভিন্ন ভাষাও আছে, আৰু এইবোৰ ভাষাক বেলেগ বেলেগ জাতীয় চেতনাৰ বাহন বুলি ভৱাটো ভুল। এনে ধৰণৰ নানা তাত্বিক কছৰৎ কৰি মাৰ্ক্সবাদী মহলে দেখাই নাই যে আঞ্চলিক ভাষাৰ জৰিয়তে নানা উত্থান-পতনৰ মাজেদি একোটা জাতীয় সত্তাই গঢ় লৈছে আৰু এইদৰে একোটা অঞ্চলৰ মাজৰ নানা ব্যৱধান আৰু বৈষম্য ক্ৰমে দূৰ হ'ব ধৰিছে। ই এক প্ৰগতিশীল ঐতিহাসিক ধাৰা-যদিও শাসক শ্ৰেণীৰ চক্ৰান্তত ই উগ্ৰজাতীয়তাবাদী বা বিচ্ছিন্নতাবাদী মইমতালিলৈ অধঃপতিত হ'বও পাৰে।

জাতীয় সত্তাৰ এই গুৰুত্ব গান্ধীজীৰ দৰে অম্বিকাগিৰীয়েও বাস্তৱ অভিজ্ঞতাৰ জৰিয়তে শিকিছিল। এই ক্ষেত্ৰত তেওঁ এনে আপোচহীন ভূমিকা লৈছিল যে সমগ্ৰ অসমবাসী তেওঁৰ ওচৰত ঋণী হোৱাৰ থল আছে। উদাহৰণস্বৰূপে ক'ব পাৰি যে উজনী অসমৰ সাংস্কৃতিক ভেমত ক্ষুন্ন হৈ যেতিয়া কামৰূপীয়া বা পশ্চিম অসমৰ লোকসকলে নিজৰ কথ্যভাষাৰ ওচৰৰ ভাষা এটাকে লিখিত বাহন কৰি লৈ 'আসাম বান্ধৱ'ৰ জৰীয়তে সাহিত্যচৰ্চা আৰম্ভ কৰে, তেতিয়া কামৰূপীয়া মানুহৰ সম্মান ৰক্ষাৰ বাবে ৰায়চৌধুৰীয়ে তাৰ লগত সম্পৰ্ক ৰক্ষা কৰিলেও উজনি-নামনি বিবাদৰ ওৰ পেলাবলৈ সদায় চেষ্টা কৰিছিল আৰু এই ক্ষেত্ৰত 'আসাম বান্ধৱ' কিছু অসহিষ্ণু যেন বুজি স্বেচ্ছাই তাৰ লগত সম্পৰ্ক ত্যাগ কৰিছিল। তেওঁৰ ৰচনাত ক'তো উজনিৰ ভাষা-সংস্কৃতিৰ প্ৰতি কোনো বক্ৰোক্তি নাই, আনহাতে নামনি সম্পৰ্কেও বিন্দুমাত্ৰ হীনমন্যতা নাই। সঁচাকৈয়ে তেওঁৰ ক্ষেত্ৰত ই আছিল এক 'আঁকোৱালি লোৱা সাংস্কৃতিক অভিমান।'

দৰাচলতে ভাৰতৰ বিপুল স্বাধীনতা সংগ্ৰামৰ গণজাগৰণৰ ফলতেই ৰায়চৌধুৰীৰ মনত অনুভূতি আৰু চিন্তাৰ নৱোন্মেষ ঘটিছিল। সেই পটভূমি বাদ দিলে তেওঁৰ চিন্তাৰ বিস্তীৰ্ণ দিগন্ত আৰু স্থানবিশেষে সি অৰ্জন কৰা গভীৰতা বুজা নাযাব। আনহাতে সেই প্ৰেৰণা যে তেওঁৰ ক্ষেত্ৰত কাৰ্যকৰী হৈছিল তাৰ কাৰণ থলুৱা সমাজ আৰু সংস্কৃতিৰ লগত তেওঁৰ ঘনিষ্ঠতা। ৰায়চৌধুৰীৰ কিছুমান কথা আজি আমাৰ দৰে মানুহৰ চকুতেই অতিমাত্ৰাই কল্পনাশ্ৰয়ী যেন লাগিব পাৰে। কিন্তু অম্বিকাগিৰীয়ে যে ১৯২০ চনত 'ভৱিষ্যত ৰাষ্ট্ৰ বা মানৱতন্ত্ৰ'ৰ কথা চিন্তা কৰিছিল, জ্যোতিপ্ৰসাদে যে স্বাধীন ভাৰতৰ ৰাষ্ট্ৰৰ গাঁঠনি সম্পৰ্কে পৰামৰ্শ আগবঢ়াইছিল, তাক তেওঁলোকৰ বাতুলতা, অহমিকা বা কল্পনাবিলাসৰ লক্ষণ বুলি ভাবিলে ভুল হ'ব। বৰং ভাৰতীয় জাতীয় জনজাগৰণে দেশৰ চুকেকোণে সকলো জাতিৰ মানুহৰ মনৰ

দিগন্ত প্ৰসাৰিত কৰিছিল, এইবোৰ তাৰেহে লক্ষণ। তাৰ পাছত অসমত স্কুল-কলেজ, বিশ্ববিদ্যালয় বহুত ওলাল। কিন্তু চিন্তাৰ সেই সাহসী মৌলিকতা আৰু বিশাল দিগন্ত আজি ক'ত? সমাজ, সভ্যতা, মানুহৰ পুনৰ্নিৰ্মাণৰ কথা ক'বলৈ গ'লে বহুতে মুখ বেকাহে কৰিব।

অৱশ্যে অম্বিকাগিৰীৰ ওপৰত যে আন মনীষী বা আন চিন্তাধাৰাৰ প্ৰভাৱ পৰা নাছিল তেনে নহয়। তেতিয়া বংগদেশৰ আলোচনী আৰু পত্ৰিকাবোৰত আজিৰ দৰে 'আনন্দ বাজাৰী' লঘুতা নাছিল। স্বয়ং ৰবীন্দ্ৰনাথ আছিল বহুকেইজন নিয়মিত আৰু উচ্চমানৰ প্ৰবন্ধ লেখকৰ এজন। অম্বিকাগিৰীৰ নিজৰ ৰচনাতো ৰবীন্দ্ৰনাথৰ প্ৰভাৱ পৰিছিল। সেইদৰে লে'নিন আদি ক্ৰান্তিকাৰী চিন্তাবিদৰ বৈপ্লৱিক চিন্তায়ো তেওঁৰ মনত তেতিয়া খুন্দিয়াই গৈছিল। 'আহুতি'ত সন্নিৱিষ্ট প্ৰবন্ধবোৰৰ প্ৰথমৰ ফালে এনেবোৰ প্ৰভাৱৰ সাঁচ সুস্পষ্ট। অথচ ইও সমানেই স্পষ্ট যে এনেবোৰ চিন্তা স্বাভাৱিকভাৱে তেওঁ নিজৰ কৰি লৈছে, তেওঁৰ স্বাভাৱিক বিকাশত সিহঁত হেঙাৰ হোৱা নাই।

ৰবীন্দ্ৰনাথৰ ধীশক্তি আৰু চিন্তাৰ ক্ৰমানুৱৰ্তী গতি সত্বেও তেওঁৰ প্ৰবন্ধাৱলীৰ অন্যতম প্ৰধান সম্বল আছিল ৰূপক। বহুসময়ত তেওঁৰ ৰচনাত ৰূপকে যুক্তিৰ ৰূপ লৈছে। অম্বিকাগিৰীৰ প্ৰথম বয়সৰ প্ৰবন্ধবোৰত আৰু পাছৰ পৰ্যায়তো এনে ৰূপকৰ প্ৰভাৱ উল্লেখযোগ্য। এনে ৰূপকধৰ্মী চিন্তা ভাৱবাদী দৃষ্টিভংগীৰ পৰিচায়ক। এটা উদাহৰণ দিয়া যাওক। ১৯১৯ চনৰ 'জাতীয়তাৰ মূল' নামৰ এটা প্ৰবন্ধত তেওঁ কৈছে ঃ

'পূব-পশ্চিম জুৰি লাগি থকা আকাশখন এটা অখণ্ড বস্তু হ'লেও, ৰূপ, বৰ্ণ, অৱস্থা আৰু পাৰিপাৰ্শ্বিকতা বিষয়ত দুটা বেলেগ বস্তু। প্ৰাচ্য আৰু প্ৰতীচ্য জগত একেখন অখণ্ড পৃথিৱীৰ বুকুত উদ্ভাসিত যদিও, চৰম লক্ষ্যলৈ গতি লোৱা প্ৰণালী দুয়ো জগতৰ বেলেগ বেলেগ, আৰু পাৰিপাৰ্শ্বিকতাৰ তাৰতম্যৰ প্ৰভাৱেৰেই এই প্ৰণালীৰ বিভিন্নতাও গঢ়ি উঠে--- কোনটো প্ৰণালী ভাল আৰু কোনটো প্ৰণালী বেয়া সেইটো বিচাৰৰ তৰ্ক আমি ইয়াত তুলিব খোজা নাই। কিন্তু প্ৰত্যেকটোৰেই যে নিজ নিজ প্ৰণালীৰে লক্ষ্য অনুধাৱন কৰি আগুৱাই গৈ তাক লাভ কৰি ধন্য হোৱাৰ চেষ্টা নেৰে, তাকেহে কৈছোঁ।'

(আহুতি, ১৯৬২, পৃঃ ১)

এইদৰেই অম্বিকাগিৰীয়ে ভিন ভিন জাতীয় সত্তাৰ বিভিন্নতাৰ ব্যাখ্যা দিছে আৰু জাতীয় চেতনাৰ ন্যায্যতা প্ৰতিপন্ন কৰিবলৈ বিচাৰিছে। কিন্তু এনে যুক্তিৰে অসমীয়া জাতিৰ ঐক্য যেনেদৰে অনিবাৰ্য বুলি প্ৰমাণ কৰিব পাৰি তেনেকৈ অসমৰ ভিতৰৰে বিভিন্ন অঞ্চলৰ বিভেদ আৰু অনৈক্যও অৱশ্যম্ভাৱী বুলি প্ৰমাণ কৰিব পাৰি। সামাজিক বা ঐতিহাসিক বিচাৰৰ কোনো চেষ্টা ইয়াত নাই। ফলত এই কল্পনাশ্ৰয়ী চিন্তা যিমানেই আকৰ্ষণীয় আৰু ব্যঞ্জনাক্ষম নহওক, সি সম্পূৰ্ণ যুক্তিসিদ্ধ নহ'বও পাৰে।

বিভিন্ন জাতীয় চেতনা আৰু জাতীয় স্বাৰ্থৰ বিৰোধে যে মনুষ্যত্ব তল পেলাব পাৰে, জাতীয়তাবাদৰ বিৰুদ্ধে ই এচাম মনীষীৰ পুৰণা অভিযোগ। সেই প্ৰশ্ন যে অম্বিকাগিৰীয়ে এৰাই যোৱা নাই, তাতেই তেওঁৰ জিজ্ঞাসা তথা চিন্তাৰ পৌৰুষ।



কিন্তু তেওঁ যি উত্তৰ দিছে সি তেওঁৰ অভ্যস্ত চিন্তাধাৰামতে ভাৱবাদী আৰু অনৈতিহাসিক ঃ

'মানুহ ভগৱানৰ ৰাজ্যৰ জ্ঞান-চৈতন্য-লগা এটা উৎকৃষ্ট সৃষ্টি। এইবাবেই জাতীয়তা বোলা উদাৰ বস্তুটো ৰক্ষা কৰি পূৰ্ণতালৈ আগবাঢ়ি যোৱাৰ প্ৰশস্ত পথটো অকল মানুহৰ বাবেই মুকলি হৈ পৰি আছে, আন প্ৰাণীৰ বাবে সেই পথ বন্ধ। সেই কাৰণে, নিজস্ব জাতীয় ভাৱ, জাতীয়-চেতনা, জাতীয়-আদৰ্শ অৱহেলা কৰি বিজাতীয় প্ৰভাৱৰ শাসন সামৰি ল'লে মানুহৰ উৎকৃষ্টতাৰ ওপৰত কলংক পৰে।'

(ঐ, পৃঃ ৪)

এনেকৈ সংজ্ঞাৰ দ্বাৰা (by definition) জাতীয়তাক মনুষ্যত্বৰ লক্ষণ কৰি লৈ সেই জাতীয়তাৰ বিপদক মনুষ্যত্বৰ বিপদত পৰিণত কৰা হৈছে। অথচ এইটোও ইতিহাসৰ পৰিচিত ঘটনা যে কোনো সময়ত জাতীয় স্বাৰ্থ ৰক্ষাৰ নামত মনুষ্যত্বৰ চৰম অৱমাননা ঘটোৱা হৈছে। অৱশ্যে ১৯১৯ চনত বিভিন্ন জাতিৰ প্ৰতিযোগিতাই কেনে মাৰাত্মক ৰূপ ল'ব পাৰে আনকি ভাৰতৰ ভিতৰতে তাৰ সম্যক ধাৰণা কৰা বোধহয় সম্ভৱ নাছিল। নাৎছি জাৰ্মানিৰ অত্যাচাৰ, ভাৰত-বিভাজনৰ বিভীষিকা তেতিয়াও সুদূৰ ভৱিষ্যতৰ গৰ্ভত। কিন্তু যথাৰ্থ ঐতিহাসিক বাস্তৱবোধে যে ভাৱবাদী চিন্তাৰ কেতবোৰ বিকাৰ বোধ কৰিব পাৰে, ইয়াতে তাৰ এটা উদাহৰণ পোৱা যাব।

জাতিয়ে জাতিৰ ওপৰত কৰা অত্যাচাৰ কৰাৰ কথা অৱশ্যে অম্বিকাগিৰীয়ে নাজানিছিল বুলিব নোৱাৰি। উগ্ৰজাতীয়তাবাদী আগ্ৰাসী নীতিৰ ব্যাখ্যাও তেওঁ দিছে ভাৱবাদী দৃষ্টিকোণৰ পৰা ঃ

'এই ভয়াৱহ কলংকৰ বাহক হৈছে স্বাৰ্থান্ধতা, আত্ম-মৰ্যাদা, আত্মচেতনা-বিশ্বাসহীনতা, আৰু ভীৰুতা, ক্ষুদ্ৰতা ইত্যাদিবোৰ। এইবিলাক অৱাঞ্চনীয় অসৎ আৰু মনুষ্যত্ব খৰ্বকাৰী প্ৰবৃত্তিৰ উত্তাপত তেজাল হৈ কোনো সবল মানুহ বা জাতিয়ে যেতিয়া আন কোনো দুৰ্বল মানুহ বা জাতিক সিহঁতৰ ওপৰত কুপ্ৰবৃত্তি তৃপ্ত কৰা যন্ত্ৰ বুলি ভাৱি সিহঁতৰ ওপৰত সেই প্ৰভাৱ বিস্তাৰ কৰিবলৈ আহে, তেতিয়া সেই কলংক সিহঁতৰো সংগী হয়--" (ঐ, পৃঃ ১৯-২০)

অৰ্থাৎ জাতীয়তাৰ দাবীত মনুষ্যত্ব পৰিহাৰ কৰিবলৈ অম্বিকাগিৰী নাৰাজ। কিন্তু কি কি পৰিস্থিতিত জাতীয়তা মনুষ্যত্বৰ পৰা বঞ্চিত হয়, সেই বিষয়ে তেওঁৰ চিন্তা কিঞ্চিৎ ধূৱঁলি-কুঁৱলিময়। হ'লেও আজিকালি যিসকলে অম্বিকাগিৰীৰ চিন্তাধাৰা একান্তভাৱে জাতীয়তাবাদী বুলি ক'বলৈ বিচাৰে, তেওঁলোকে লক্ষ্যই নকৰে যে তেওঁৰ চিন্তাৰ বিকাশৰ পাতনিতে অসমীয়াৰ জাতীয় মৰ্যাদাৰ লগত ভাৰতীয় জাতীয় মৰ্যাদা আৰু ভাৰতীয়ৰ মুক্তিৰ লগত বিশ্বমানৱৰ মুক্তি অংগাংগীভাৱে জড়িত বুলি অম্বিকাগিৰীয়ে নিজে অনুভৱ কৰিছিল ঃ

'ভাৰতৰ এই মহা-জাগৰণ সমগ্ৰ মানৱ-সমাজৰ দাসত্ব প্ৰক্ষালনৰ নিমিত্তে জীৱন্ত আগ-জাননী। এই মহাস্পন্দন সাৰ্থক হ'বই।" (ঐ, পৃঃ ৬১)

এটা মুহূৰ্তত আনকি বিশ্বৰ নিপীড়িত জাতিসমূহৰ এই অৱশ্যম্ভাৱী জাগৰণক শ্ৰমিক আৰু কৃষকশ্ৰেণীৰ বৈপ্লৱিক মুক্তি সংগ্ৰামৰ লগতো তেওঁ জড়িত কৰিছিল ঃ

'যেতিয়া মানুহে নিজে গম পায়, মানুহ এটা অৱহেলাৰ বস্তু নহয়,--মানুহৰ এটা আত্মসম্ভ্ৰম আছে--মানুহৰ মনুষ্যত্ব বোলা এটা সত্তা আছে---তেতিয়া মানুহে

পুৰণিৰ প্ৰভাৱ জাৰি-জোকাৰি পেলাই নতুনক আলিংগন কৰিবলৈ আগবাঢ়ি যায়। এই কাৰণেই পৃথিৱীময় আজি দেখা গৈছে কল-কাৰখানা, খেতি-বাতি, শ্ৰম শিল্পানুষ্ঠান আদিত শ্ৰমজীৱীসকলৰ ধৰ্মঘট, হৰতাল ইত্যাদি। এই কাৰণেই দেখা গৈছে, ইউৰোপ, আমেৰিকা, এচিয়া, আফ্ৰিকা আদি মহাদেশবিলাকৰ প্ৰত্যেকটো অংগতেই আভিজাত্যভিমানীসকলৰ ওচৰত বহুকাল অৱজ্ঞাত হৈ পৰি থকা কৃষক আৰু শ্ৰমজীৱী শ্ৰেণীৰ ভিতৰত আজি উৎথান-স্পন্দনৰ উত্তেজিত কল্লোল।' ('মুক্তি' ১৯১৯ চনৰ 'চেতনা'ৰ ৫ম সংখ্যাৰ সম্পাদকীয়, আহুতি, পৃঃ ৮)।

জাতীয় স্বাধীনতা আন্দোলনৰ পৰশতে অম্বিকাগিৰীৰ দৃষ্টিয়ে এনে সন্ধানী গভীৰতা অৰ্জন কৰিছিল যে তেওঁ ভাৰতত প্ৰকৃত বুৰ্জোৱা গণতান্ত্ৰিক শাসনতন্ত্ৰ স্থাপিত হোৱাৰ আগতেই তাৰ অন্তৰ্নিহিত সীমাবদ্ধতা আৰু দুৰ্বলতা উপলব্ধি কৰিছিল ঃ

'কিন্তু, আজি গোটেইখন পৃথিৱীকে আচ্ছন্ন কৰি মানৱ-সমষ্টিগত যি মহাবাণীৰ আলোড়ন উৎথিত হৈ আহিছে, তাক প্ৰজানীতি বুলি ক'লেও ৰাজনীতি নাম দিব নোৱাৰি; আৰু ইয়াক প্ৰজানীতি বুলি ক'লেও বিৰাট মানৱ-সমষ্টিৰ বিৰাট স্বাধীন আকাংক্ষাৰ ব্যাপক অভিযানত আঘাত পৰে। ...

...সৰ্বসাধাৰণৰ নিৰ্বাচিত প্ৰতিনিধি হৈ উক্ত অনুষ্ঠানবিলাকত যিসকলক কাম কৰিবলৈকো গধুৰ দায়িত্ব এটা হাতত তুলি দি পঠোৱা হয়, সেই সকল, জনসমষ্টিৰ চাৰিভাগৰ তিনিভাগ নানা অসুবিধাৰ নিকাৰ ভুঞ্জি থকা গাৱঁলীয়া খেতিয়ক সমাজৰ ভিতৰৰ এজন নহে, তেওঁলোকতকৈ বেলেগ শ্ৰেণীবিশেষৰ এজন হোৱাত, সাধাৰণ প্ৰজাসমষ্টিৰ প্ৰকৃত আশা-আকাংক্ষাৰ উমান অনুপাতে কাম কৰিবলৈ অক্ষম হৈ, তেওঁ নিৰ্বাচক ৰাইজৰ অকল অপ্ৰিয়ভাজনেই নহয়, কৰ্তব্য-দায়িত্ব বিমুখ নৈতিক পতনতো পোত পায়।" (ঐ, পৃঃ ১০-১১)।

বুৰ্জোৱা সমাজ-ব্যৱস্থাৰ অন্যতম প্ৰধান স্তম্ভ আইন-ব্যৱসায়ৰ প্ৰতি অম্বিকাগিৰীৰ অসহিষ্ণু ক্ৰোধ আৰু অৱজ্ঞা সুস্পষ্ট। তেওঁ তাক 'হিংসা-জিঘাংসাক অৱলম্বন কৰি' চলি থকা 'এটা বীভৎস ব্যৱসায়' বুলি গৰিহণা দিয়ে আৰু কয় যে 'বৰ্তমান আইনৰ ধাৰা-বৈচিত্ৰ্যটো মানুহৰ মস্ত এটা কলংকৰ চিন।' (ঐ, পৃঃ ১০৩)।

কিন্তু ভাৰতীয় সমাজ-ব্যৱস্থাত সকলোতকৈ অৱহেলিত, শোষিত, বঞ্চিত সকলৰ জীৱনৰ বাস্তৱ পৰিস্থিতিৰ বিশ্লেষণ বা পুংখানুপুংখ অধ্যয়নৰ নমুনাও তেওঁৰ ৰচনাত দুৰ্লভ। নিভাঁজ মনুষ্যত্ববোধৰ অধিকাৰী হৈও মধ্যবিত্ত মানৱতাৱাদৰ গণ্ডী তেওঁ অতিক্ৰম কৰিব নোৱাৰিলে। অসমীয়া মধ্যবিত্তৰ নেতৃত্বত অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষাত অম্বিকাগিৰীৰ অৱদান যেনে স্মৰণীয়, তেনেদৰেই উল্লেখযোগ্য তেওঁৰ প্ৰথম জীৱনৰ চিন্তাৰ আৰু চেতনাৰ বিস্তৃতি পাছৰ পিনে সংকুচিত হৈ অহাটো। ১৯১৯ চনতে প্ৰকাশিত তেওঁৰ এটি প্ৰবন্ধত তেওঁ গ্ৰহ-গ্ৰহান্তৰে মানুহৰ মহাকাশ-অভিযানৰ কথা ভৱিষ্যদ্বাণী কৰি গৈছিল। সেই বিষয়ে পৰীক্ষা-নিৰীক্ষাই আমাৰ দিনতহে কিছু সাৰ্থক ৰূপ পাইছে। কিন্তু এইজন অম্বিকাগিৰীয়েই হিন্দু সমাজব্যৱস্থাৰ অন্যতম কলংক জাতিভেদ প্ৰথাৰ বিলোপ সাধন সম্পৰ্কে সংকোচ বা ঔদাসিন্য প্ৰকাশ কৰিছিল। (তিলক দাস, উল্লিখিত গ্ৰন্থ, পৃঃ ৯৬-৯৭)



অৰ্থাৎ তেওঁৰ কৰ্মমুখৰ উৎসৰ্গিত জীৱনৰ আৰম্ভণিতে তেওঁৰ চেতনা আৰু উদ্দেশ্যৰ যি মানৱীয় ব্যাপ্তি আছিল সি শেষলৈকে টিকি নাথাকিল। হয়তো কোনো কোনো ক্ষেত্ৰত সি অধিক গভীৰতা অৰ্জন কৰিলে। কিন্তু তেওঁৰ জীৱন যেন ক'ৰবাত পূৰ্বৰ প্ৰেৰণাৰ সোঁতৰ পৰা বিচ্ছিন্ন হৈ পৰিল। যি জনসাধাৰণৰ উত্তাল জাগৰণৰ পৰা তেওঁ এসময়ত তেওঁৰ প্ৰেৰণা আহৰণ কৰিছিল, সেই জাগৰণৰ চৰিত্ৰ ক্ৰমে সলনি হৈছিল। মধ্যবিত্ত আৰু বুৰ্জোৱা লক্ষ্যৰ পৰা ভাৰতৰ গণ-আন্দোলন ক্ৰমে জনগণৰ নিজস্ব আশা-আকাংক্ষাৰ ৰূপায়ণৰ প্ৰতি ধাৱিত হৈছিল। শেষ পৰ্যন্ত বুৰ্জোৱা নেতৃত্বৰ বিশ্বাসঘাতকতাত এই বিপুল গণ-আন্দোলন তাৰ প্ৰকৃত লক্ষ্য সাধনত ব্যৰ্থ হয়। কিন্তু এই অৱনতিৰ কাৰণ নিৰ্ণয় কৰাত অম্বিকাগিৰী বোধহয় সফল হ'ব নোৱাৰিলে। সেয়েই বোধহয় বাহ্যিক সুখ-শান্তিৰ অন্তৰালত তেওঁৰ শেষজীৱন হৈ পৰিছিল এনে কৰুণ।

# অম্বিকাগিৰীলৈ

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য

এতিয়াও শুনো কাৰাগাৰ ভঙা তোমাৰ মুক্তিৰ গান
মুক্তিৰ সন্ধান ইয়াতো এতিয়া বৰ্তমান
ঘৰ সাৰিবলে দি যোৱা তোমাৰ ঝাড়ুৰ নিষ্কলুষ অভিযান
আজি তৰুণৰ অভিজ্ঞান
ৰাণীৰ বুকত বেল-বকুলৰ গন্ধ বিচাৰি আহৰা পূৰ্ণানন্দ,
সকলো সীমা অতিক্ৰম কৰা মুক্ত মহৎ মানৱায়তনৰ ছন্দ

তোমাৰ উত্তাল আহ্বানত জঠৰ জাতি জাগিছে আধা
বহুখিনি গ'ল, যিখিনি ৰ'ল, তাক ৰখাতো সহস্ৰ বাধা
দুৰ্নীতিয়ে পিন্ধে সুনীতিৰ সাজ, মিছাই ধৰিছে সঁচাৰ ভাও
তাৰ মাজতেই অস্তিত্ব সন্ধানী ভাৰত মুকুটমণি অসমী মাও
গৰ্ভত আছা তুমি শ্বাশ্বত, তোমাৰ স্থিতি জন্ম অপেক্ষাত
সুন্দৰ কলুষৰ টনাটনিত, সুন্দৰেই হ'ব জাত

শুনিছিলোঁ তোমাৰ বন্দী মাতৃক জগোৱা কাতৰ শংখধ্বনি
ভদীয়া চলৰ চাহি-মুহি দেশ-গঢ়া শব্দৰ সেই উদাত্ত বাণী
জিঘাংসু পৃথিৱীক শান্তিৰ তপোবন কৰা মহাকাশ-জয়ৰ মন্ত্ৰ
অলস জাতিক জগোৱা অনাগত অনুসূয় তন্ত্ৰ
ক্ষুদ্ৰৰ মাজেদি বিৰাটক, নিজৰ মাজেদি সৰ্বক পোৱাৰ মন
অনলস সাধনাৰে দাৰিদ্ৰ্য নেওচি নিগাজী ঘৰ বিচৰা জীৱন

বাৰে বাৰে উচ্ছেদিত, বাৰে বাৰে সংস্থাপিত সেই প্ৰাণ
পিতৃত্বৰ যন্ত্ৰণাৰে পিষ্ট, তথাপি অকুণ্ঠ চিত্তে দিছিলা আৰ্তক আশ্ৰয় দান
তোমাক মই দেখিছিলোঁ এডাল লাখুটি লৈ চেউনী আলিত ফুৰা
বাটে-পথে ডেকা-গাভৰুক ভব্য-গব্যক সেৱাত উদ্বুদ্ধ কৰা,
এদিন দেখিছিলোঁ উদাৰ নিঃস্ব অশান্ত হৈ মোৰ ঘৰলৈ অহা-
'দেশ যায় বীৰেন বোপা, সকলো যায়, কিবা এটা কৰা।'
'দেশেই ভগৱান, বিশ্বাস লাখুটি, ডেকা-গাভৰু আশা,
বোপাহঁত, সময় থাকোঁতে কিবা এটা কৰা কিবা এটা কৰা।'



এটা হেণ্ডপ্ৰেছৰ আখৰ জোৰাই তুমি ৰচিলা বহুত কৰ্ম
চেতনাৰ বন্তি জ্বলিল, ভাৱ-নিবন্ধৰ দুৰ্ভৰ মৰ্ম।
লুইতৰ দুয়োপাৰ আজি তোলপাৰ, শিকলি খোলাৰ পৰ
হিমালয়-বাৰি সাগৰলে যায়, লুইতত ডকা-চাকনৈয়াৰ ভৰ
এতিয়া ইয়াত হেন্দোলদোপ, বিশ্বক মহাকালক বিচাৰে কোনে ?
যিয়ে বুজিব তোমাৰ দৰে মোৰ ভাষাতে সকলো ভাষা আছে
যিয়ে জানিব মোৰ চুবুৰীতে সমগ্ৰ বিশ্ব ফুটে
মই হাঁহিলেহে সকলো মুখত ওলাব হাঁহি, এই কথা যেয়ে শিকে,

তেওঁহে জানিব তোমাৰ সত্য ঃ কিয় প্ৰাণে কান্দে।

